# গল্প মঞ্জুষা

সম্পাদনা

থুনু কলিতা



সদৌ অসম লেখিকা সমাবোহ সমিতি ২০১০

Galpa Manjusa
A collcction of Assamese short stories compiled and edited by **Thunu Kalita** and publised by the General Secretary, **Sodou Asom Lekhika Samaroh Samiti**, Tezpur, Assam,
First Publised : January, 2010, Price Rs. - 100.00 only

**প্ৰকাশক**

প্ৰধান সম্পাদিকা, সদৌ অসম লেখিকা সমাৰোহ সমিতি

তেজপুৰ ঃ অসম

**সম্পাদনা সমিতি**

সুনীতি সোণোৱাল

নিৰুপমা মিশ্ৰ

গীতা দাস

থুনু কলিতা,

মামণি ভূঞা

**প্ৰথম প্ৰকাশ ঃ জানুৱাৰী, ২০১০**

**মূল্য ঃ ১০০ টকা মাত্ৰ।**

**বেটুপাতৰ চিত্ৰ**

**ননী বৰপূজাৰীৰ;** Wild flower **সংৰক্ষিত হৈছে**
Wild life collection. CHASE BANK, NEWYORK

---

ডিটিপি ঃ নিউ অজন্তা প্ৰেছ, এম. জি. ৰোড, নগাঁও, ফোন - ৯৪৩৫০-৬১৭৪৫

মুদ্ৰক ঃ অজন্তা প্ৰেছ, হয়বৰগাঁও, নগাঁও, ফোন - ৯৪৩৫০-৬১৭৪৫

'নদী মাথো বয়
কালৈকো নৰয়
বাধা দি ৰাখিব কোনে'
সেই সকল নাৰীৰ হাতত, যিসকল
এখন নদীৰ দৰেই পথৰ
সকলো ভেটা ভাঙি নিজা
সৃষ্টি-চিন্তা-চেতনাৰে প্ৰবহমানা

সদৌ অসম লেখিকা সমাৰোহ সমিতিৰ হৈ—

**থুনু কলিতা**

# সদৌ অসম লেখিকা সমাৰোহ সমিতি



শ্বহীদ চাৰিআলি, পদুম পুখৰীপাৰ
তেজপুৰ - ৭৮৪০০১
স্থাপিত ঃ ২ নৱেম্বৰ, ১৯৭৪ চন
পঞ্জীয়ন নং - ৬৪




সুনীতি সোণোৱাল
সভানেত্ৰী,
সদৌ অসম লেখিকা সমাৰোহ সমিতি,
'আশ্ৰয়', ঘৰ নং - ২২, নয়নপুৰ পথ
গণেশগুৰি, দিশপুৰ - ৬
ফোন ঃ ৯৮৬৪০-৯৩৭৩৯
(০৩৬১) ২২০১৪২৩


সদৌ অসম লেখিকা সমাৰোহ সমিতিৰ নাতিদীৰ্ঘ দুবছৰীয়া কৰ্ম আঁচনি (২০০৮-২০১০) তথা গ্ৰন্থ প্ৰকাশৰ প্ৰস্তাৱিত আঁচনিৰ জৰিয়তে অহা বছৰ ২০১০ চনৰ জানুৱাৰী মাহত এখনি 'গল্প সংকলন' প্ৰকাশ কৰাৰ সংকল্প লোৱা হৈছিল আৰু এই কাৰ্যৰ গুৰু দায়িত্ব সমিতিৰ সদস্যা শ্ৰীমতী থুনু কলিতাক অৰ্পণ কৰা হৈছিল।

সেইমতেই তেখেতে উক্ত কামত যথাসাধ্য নিজকে নিয়োজিত কৰি 'গল্প সংকলন'টি সম্পূৰ্ণ কৰি অহা নৱবৰ্ষৰ (২০১০ চনৰ) জানুৱাৰী মাহতে ৰাইজৰ মাজলৈ উলিয়াই দিয়াৰ প্ৰয়াস কৰিছে। মই আশা কৰিছো এই গল্প সংকলনখনিয়ে পঢ়ুৱৈ সমাজক আপ্লুত কৰিব আৰু পাঠক সমাজে নিশ্চয়কৈ আদৰি ল'ব।

তেখেতলৈ মোৰ সশ্ৰদ্ধ ধন্যবাদ থাকিল—

ইতি—

(সুনীতি সোণোৱাল)

# সদৌ অসম লেখিকা সমাৰোহ সমিতি



শ্বহীদ চাৰিআলি, পদুম পুখৰীপাৰ
তেজপুৰ - ৭৮৪০০১

স্থাপিত ঃ ২ নৱেম্বৰ, ১৯৭৪ চন

গীতা দাস
প্ৰধান সম্পাদিকা

দিনাংক - ২২/১২/০৯



সদৌ অসম লেখিকা সমাৰোহ সমিতিয়ে জন্ম লগ্নৰে পৰা মহিলাৰ বৌদ্ধিক দ্রিশটো সৰ্বতোপ্ৰকাৰে আৰু বেছি উন্নতি কৰাৰ বাবে বিভিন্ন প্ৰকাৰে সহায় কাৰ আহিছে। তাৰে এটা হ'ল লেখিবলৈ প্ৰেৰণা যোগোৱা। সেই লক্ষ্য আগত ৰাখিয়েই কাৰ্য নিৰ্বাহক সমিতিৰ ৪ৰ্থ বৈঠকে গল্প সংকলন এখন প্ৰকাশ কৰাৰ বাবে শ্ৰীমতী থুনু কলিতাৰ ওপৰত দায়িত্ব অৰ্পণ কৰে। সেই মৰ্মে শ্ৰীমতী কলিতাই 'গল্প মঞ্জুষা' নামকৰণেৰে গল্প সংকলনখনি গ্ৰন্থ প্ৰেমীৰ হাতত তুলি দিয়াৰ বাবে আপ্ৰাণ চেষ্টা চলাইছে। তেখেতৰ পৰিশ্ৰমে মূল্য পাওক—, লেখিকা সমাৰোহ সমিতিৰ ভঁড়াল ঐশ্চৰ্যশালী হওক— এই কামনাৰে—

গীতা দাস
প্ৰধান সম্পাদিকা
সদৌ অসম লেখিকা সমাৰোহ সমিতি

# আগকথা

এই গ্ৰন্থত সংকলিত দুকুৰি চুটিগল্পৰ আটাইবোৰেই ন-পুৰণি মহিলা সাহিত্যিকসকলৰ ৰচনা। সংকলনটো হাতত লৈ সেইবাবে স্বাভাৱিকতে মনত আগ্ৰহ জন্মে কেনেকুৱানো হৈছে জানিবলৈ। অকল লেখিকাসকলে লিখা দুকুৰিকৈ চুটিগল্প একেলগে পোৱাটো সদায় নহয়। প্ৰতিটো গল্পকে সেইদেখি যত্ন সহকাৰে পঢ়ি পেলালো এটা এটাকৈ। চল্লিশটাৰ ভিতৰৰে কিছু সংখ্যক গল্পৰ লেখিকা ইতিমধ্যে অসমীয়া সাহিত্যত সুপ্ৰতিষ্ঠিত প্ৰসিদ্ধ সাহিত্যিক হ'লেও বেছিভাগেই কিন্তু নতুনকৈ লেখিবলৈ আৰম্ভ কৰা লেখিকা। প্ৰত্যেক গৰাকী লেখিকাই ভাবতেই বা ভাষাতেই কোনো ধৰণৰ কৃত্ৰিমতাৰ আশ্ৰয় নোলোৱাকৈ নিভাঁজ সৰল শব্দৰাজিৰে নিৰ্মাণ কৰিছে নিজৰ নিজৰ গল্পৰ কাহিনীসৌধ আৰু তাৰ বাবে প্ৰয়োজনীয় পৰিস্থিতি নিজস্ব বাণীভংগীৰে। প্ৰত্যেকেই আন্তৰিকতাৰে চেষ্টা কৰিছে গল্পৰ বাবে প্ৰয়োজনীয় চৰিত্ৰবোৰক পূৰ্ণতা দিবলৈ। চৰিত্ৰাঙ্কন যাতে নিখুঁত হয় তাৰ বাবে সকলো সময়তে যত্নপৰ হোৱা দেখা যায় সকলোকে।

গতিকে এই চুটিগল্প সংকলনে সকলো শ্ৰেণীৰ পাঠক-পাঠিকাকে যে আনন্দ দিব সেই বিষয়ে কোনো সন্দেহ নাই।

চুটিগল্পৰ বিষয়ে এটা চূড়ান্ত সংজ্ঞা নিৰ্ণিত হোৱা নাই বিশ্বৰ কোনো ভাষাৰ সাহিত্যতে। নামত 'চুটি' হ'লেও চুটিগল্প কিমান দীঘল হ'ব পাৰে সেই বিষয়েও কোনো সীমাৰেখা নিৰ্ণয় হোৱা নাই। ডি-এইচ্-লৰেঞ্চ, ছোমাৰছেট মম্, আনকি চুটিগল্পৰ ৰজা মোপাছাঁৰো কিছুমান গল্প বৰ দীঘল। তেনেকৈ দীঘল চুটিগল্প লিখিছে অ'হেন্ৰি, টোমাছ মান, উইলিয়াম ফক্‌নাৰ, আৰ্ণেষ্ট হেমিংৱে, এডগাৰ্ এলেন পো, টুৰ্গেনিভ, পুস্কিন, এন্টন

চেকভ, লিও টলষ্টয়, অনৰে দ্য বাল্‌জাক্, ৰুডিয়ার্ড কিপ্‌লিং, এইছ্ জি ৱেলছ্, জে-বি পিষ্ট্‌লি, জন গেলছ্‌বৰ্ডি, জেম্‌চ্ জায়েছ আদিয়ে। বিদেশী সাহিত্যৰ এই সকলতকৈ উত্তম গুণবিশিষ্ট চুটিগল্প লিখক আমাৰ ভাৰতীয় সাহিত্যতে দেখাৰ আছে। আমাৰ অসমীয়া সাহিত্যতো যোৱা এশ বছৰে মহৎ চুটিগল্পকাৰ বহুতেই নিজৰ মহামূল্যবান ৰচনা সম্ভাৰেৰে সমৃদ্ধ কৰিছে আমাৰ চুটিগল্প সাহিত্যৰ ভঁৰাল। সাহিত্যৰথী বেজবৰুৱাৰ দিনৰ পৰা এতিয়ালৈকে আমাৰ সাহিত্যৰ সফল চুটিগল্পকাৰ আটাইৰে নাম লোৱা এই সংক্ষিপ্ত লেখাত সম্ভৱ নহ'ব। কিন্তু ৰমা দাশ, হৰিপ্ৰসাদ গোৰ্খাৰায়, গোবিন্দ চন্দ্ৰ পৈৰা, ৰায়হান শ্বাহ, বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য, চৈয়দ আব্দুল মালিক, যোগেশ দাস, ড° ভবেন্দ্ৰ নাথ শইকীয়া, চন্দ্ৰ প্ৰসাদ শইকীয়া, সাহিত্যাচাৰ্য মহিম বৰা, হোমেন বৰগোহাঞি, ইমৰান শ্বাহ আদিৰ গল্প ভাৰতীয় বা বিদেশী যি কোনো সাহিত্যৰ চুটিগল্পতকৈ কম গুণ-মানবিশিষ্ট নহয়। সুখৰ কথা যে চুটিগল্প সেই কৃতকাৰ্যতা আৰু সৃষ্টিশীলতাৰ ঐতিহ্য অব্যাহত হৈ আছে এতিয়া লিখি থকা চাম চুটিগল্পকাৰৰ মাজতো। 'বাঘে টাপুৰ ৰাতি' লিখা অপূৰ্ব শৰ্মা, শিবানন্দ কাকতি, অপূৰ্বকুমাৰ শইকীয়া, অনুৰাধা শৰ্মা পূজাৰী, ডা. ভূগেশ্বৰ শৰ্মা, মণিকুন্তলা ভট্টাচাৰ্য, মাইনী মহন্ত আদিৰ লেখাৰ মাজেদি আৰু বহুত মহৎ চুটিগল্প সৃষ্টি হ'ব। আৰু এই কথা আনন্দেৰে স্বীকাৰ কৰিব লাগিব যে আলোচ্য এই 'গল্প-মঞ্জুষা' নামৰ সংকলনৰ গল্প লেখিকা সকলৰ মাজতো অনেকৰে সফল গল্পকাৰ হোৱাৰ সম্ভাবনা দেখা যায় যদি লাগি থাকে।

চুটিগল্পৰ বিষয়ে দেশী-বিদেশী সাহিত্যবিদসকলৰ বিভিন্ন মত পোৱা যায়। সাহিত্যত চুটিগল্প সৃষ্টিৰ ধাৰা অপেক্ষাকৃতভাৱে নতুন। দেশে দেশে চুটিগল্প ৰচনাৰ ক্ষেত্ৰত পৰীক্ষা-নিৰীক্ষাৰ অন্ত নাই। এইছ. ই. বে'ট্‌ছৰ চুটিগল্পৰ বিষয়ে যি অভিমত সি অতিশয় উদাৰ— 'চুটিগল্প কেনেকৈ লিখিব সেইটো নিৰ্ভৰ কৰিব গল্পকাৰজনৰ ওপৰতে।' মাত্ৰ এটা চৰ্ত যে সেই চুটিগল্প ৰসোত্তীৰ্ণ হ'ব লাগিব। বে'ট্‌ছৰ্ দৰে এইছ. জি. ৱেল্‌ছ্, ছোমাৰ্‌ছেট মম আৰু অনেকেই চুটিগল্পৰ প্ৰকৃতি সম্বন্ধে নিজৰ নিজৰ অভিমত ব্যক্ত কৰিছে। সকলোৱেই কৈছে যে চুটিগল্প চুটিকৈয়ে লিখক বা দীঘলকৈয়ে লিখক— সি সম্পূৰ্ণ জীৱনৰ প্ৰতিফলন নঘটায়। জীৱনৰ কোনো এক মুহূৰ্ত, একোটা বিশেষ পৰিস্থিতি যি ক্ষণিকৰ বাবে হ'লেও চেতন মনত আবেগ-অনুভূতিৰ বিচিত্ৰ প্ৰবাহ ঘটাব পাৰে তাৰ সাহিত্যিক উপস্থাপন হৈছে চুটিগল্প। পূৰ্ণ জীৱনৰ প্ৰতিচ্ছবি চুটিগল্পত সম্ভৱ নহয়। চুটিগল্পই প্ৰতিভাত কৰে জীৱনৰ নিৰ্বাচিত একোটা মুহূৰ্ত, এটা ঘটনা, এটা পৰিস্থিতি— 'জীৱনৰ এচকল', ইংৰাজীত যিটোক ক'ব a slice of life. কিন্তু এটা

কে'কৰ পৰা এচকল কাটি ল'লে কে'কৃটোহে ভাগ কৰা হয়। তাৰ সোৱাদটোতো আৰু ভাগ কৰিব নোৱাৰি। তেনেকৈ জীৱনৰ এচকল কাটি নি চুটিগল্প নিৰ্মাণ কৰিলেও সেই চুটিগল্পতে পূৰ্ণ জীৱনটোৰ আস্বাদকে অবিকৃতভাৱে পোৱা যায়। when the cake is halved, its sweetness is not halved. চুটিগল্পৰ প্ৰকৃতি সম্বন্ধে বিশ্বকবি ৰবীন্দ্ৰনাথে কোৱা কথাই যথাৰ্থ আৰু সম্পূৰ্ণ বুলি মোৰ ধাৰণা— 'ছোট প্ৰাণ ছোট ব্যথা/ছোট ছোট দুখ কথা/নিতান্তই সহজ সৰল। সহজ বিস্মৃতিৰাশি/প্ৰত্যহ যেতেছে ভাসি/তাৰই দু-চাৰটি অশ্ৰুজল।। নাহি বৰ্ণনাৰ ছটা/ঘটনাৰ ঘনঘটা/নাহি তত্ত্ব নাহি উপদেশ। অন্তৰে অতৃপ্তি ৰবে/সাঙ্গ কৰে মনে হ'বে/শেষ হয়ে না হ'ইল শেষ।।' ৰবীন্দ্ৰনাথৰ এই অতুলনীয় উক্তিৰ পিচত চুটিগল্পৰ ধৰণ-কৰণ বিষয়ে বুজিবলৈ আৰু বিশেষ একো বাকী নেথাকে।

দুটা এটা গল্পৰ বাহিৰে এই সংকলনৰ সকলো গল্পৰে ৰচনাৰ পটভূমি অসম, আমাৰ নগৰ, চহৰ আৰু ঘৰ-সংসাৰ। সাম্প্ৰতিক কালৰ দুখ-দাৰিদ্ৰ্য, লাঞ্ছনা-বঞ্চনা, মহিলাৰ প্ৰতি হোৱা অন্যায়, পুৰুষপ্ৰধান সমাজৰ নাৰীৰ প্ৰতি থকা যুগ যুগৰ প্ৰভুত্বমূলক দৃষ্টিভঙ্গী আৰু তাৰ বিৰুদ্ধে হোৱা ক্ষোভ আৰু নীৰৱ প্ৰতিবাদ প্ৰকাশ পাইছে বহুতো গল্পতে। এই ধৰণৰ সচেতনতাৰ ফলতে কিন্তু বহিঃপ্ৰকাশ ঘটিছে তেওঁলোকৰ বিপুল সাহিত্যিক সম্ভাৱনাৰ। সভ্যতাৰ বুৰঞ্জীত ক্ষয়িষ্ণু, পশ্চাদগামী বা অধোগামী সমাজতহে নাৰীৰ সামাজিক স্থান তলত বুলি ধৰা দেখা যায়। প্ৰকৃততে সভ্য, প্ৰগতিশীল আৰু বলিষ্ঠ সমাজ ব্যৱস্থাত সামৰ্থৰ বিচাৰ কৰোঁতে নাৰী-পুৰুষৰ ভেদভাৱ কৰা নহয়। বিশ্ব সাহিত্যত বিশ্ববিখ্যাত লেখিকা অসংখ্য আছে। আমাৰ অসমতো ধৰ্মেশ্বৰী দেৱী বৰুৱানী, যমুনেশ্বৰী খাটনিয়াৰ, নলিনীবালা দেৱী, ড° নিৰ্মলপ্ৰভা বৰদলৈ, নদী-ঔপন্যাসিকা স্বৰ্ণ বৰা, নিৰুপমা বৰগোহাঞি, ড° মামনি ৰয়চম গোস্বামী আছে। আৰু কত ওলাব আগলৈ! প্ৰাচীন কবিৰ বচন হৈছে— 'সংস্কাৰোহি আত্মানি সমবৈতি ন স্ত্ৰৈণং পুৰুষং ৱা বিভাগম্ অপেক্ষতে।' অৰ্থাৎ প্ৰতিভা আত্মাত নিবাস কৰে। ই স্ত্ৰী আৰু পুৰুষৰ কোনো বাচ-বিচাৰ নকৰে।

**শ্ৰীপ্ৰদীপ শইকীয়া**
প্ৰাক্তন অধ্যক্ষ, নগাঁও কলেজ
২০ ডিচেম্বৰ, ২০০৯
বত্নপুৰ, নগাঁও

# সূচী

# সম্পাদিকাৰ একাষাৰ—

সদৌ অসম লেখিকা সমাৰোহ সমিতি অসমৰ মহিলাসকলৰ এখন সমূহীয়া সাহিত্যমঞ্চ। ড° শীলা বৰঠাকুৰ প্ৰমুখ্যে কেইগৰাকীমান চিন্তাশীল মহিলাৰ চিন্তা আৰু ঐকান্তিক প্ৰচেষ্টাত ১৯৭৪ চনত তেজপুৰত জন্ম লাভ কৰা এই অনুষ্ঠানটিৰ মহৎ উদ্দেশ্যই হৈছে— আমাৰ সমাজ ব্যৱস্থা, পৰিৱেশ-পৰিস্থিতি আৰু অনাদৰত মৰহি যাব খোজা মহিলাসকলৰ সৃষ্টি শক্তিৰ বিকাশ সাধন কৰা, তেওঁলোকক উৎসাহিত কৰা আৰু ইতিমধ্যে প্ৰতিষ্ঠিতসকলক যথাযোগ্য সন্মান জনোৱা।

এই উদ্দেশ্য আগত ৰাখিয়েই সদৌ অসম লেখিকা সমাৰোহ সমিতিয়ে নিজৰ প্ৰচেষ্টাৰে নিজৰ মাজৰ লেখিকাসকলৰ লেখনিৰেই ইতিমধ্যে প্ৰবন্ধ, সাধু, কবিতা আদিৰ বহুকেইখন মূল্যবান গ্ৰন্থ প্ৰকাশ কৰি উলিয়াইছে।

১৭/১২/০৮ তাৰিখে যোৰহাটত বহা সদৌ অসম লেখিকা সমাৰোহ সমিতিৰ কাৰ্যনিৰ্বাহক সমিতিয়ে এখন গল্প সংকলন সম্পাদনা কৰাৰ গধুৰ দায়িত্ব আমাৰ হাতত অৰ্পণ কৰি আমাক নতুন কৰ্ম-প্ৰেৰণা দিছিল। তাৰ বাবে সমিতিৰ ওচৰত চিৰকৃতজ্ঞ।

গল্প সংগ্ৰহৰ ক্ষেত্ৰত সমিতিৰ উদ্দেশ্য আগত ৰাখিয়েই নতুন লেখিকাসকলক উৎসাহিত কৰাত অধিক গুৰুত্ব প্ৰদান কৰা হৈছে। মহিলাসকলক মানসিক উৎকৰ্ষ সাধনত সহায় কৰা আৰু সৃষ্টিৰ আনন্দত আপ্লুত কৰি তুলিবলৈকে আমাৰ এই ক্ষুদ্ৰ প্ৰয়াস।

কবিতাৰ ক্ষেত্রত যেনেকৈ ক'ব পাৰি— 'কবিতা কল্পনাময়ী কবিৰ বাঞ্ছিত' তেনেকৈয়ে গল্পও গল্পকাৰসকলৰ বাঞ্ছিত, পৰিকল্পিত আৰু সমসাময়িক সামাজিক বাতাবৰণৰ দ্বাৰা প্ৰভাৱিত। পৰিৱৰ্তিত নৱ চেতনাৰে আজিৰ মহিলাসকলৰ মানসিক দিগন্তও প্ৰসাৰিত হৈছে। সংকলনটিত সন্নিবিষ্ট প্ৰত্যেকটো গল্প প্ৰত্যেক গৰাকী লেখিকাই নিজৰ বাস্তৱ অভিজ্ঞতা আৰু নাৰীসুলভ অনুভূতিৰে বিভিন্ন মননশীল বিষয়বস্তুৰে লিখি উলিয়াইছে। পাঠক সমাজত এনে এক দৃষ্টিভঙ্গীৰেই গ্ৰন্থখন গ্ৰহণ কৰিবলৈ চেষ্ঠা কৰিলে আমাৰ প্ৰচেষ্টা সফল হ'ব।

আন্তৰ্জাতিক খ্যাতিসম্পন্ন শিল্পী ননী বৰপূজাৰীয়ে তেওঁৰ 'ৱাইল্ড ফ্লাৱাৰ' ছবিখন গ্ৰন্থখনৰ বেটুপাতত ব্যৱহাৰ কৰিবলৈ অনুমতি দিয়াৰ কাৰণে তেওঁলৈ কৃতজ্ঞতা জনালোঁ। ছবিখন বৰ্তমান নিউয়ৰ্কৰ CHASE বেংকে 'ৱাইল্ড লাইফ কালেশ্যন' শিতানত সংগ্ৰহ কৰি ৰাখিছে। বনফুল (ৱাইল্ড ফ্লাৱাৰ্) আৰু প্ৰকৃতি নাৰী (ৱাইল্ড অ'মেন)ৰ মাজত বিশেষ সাদৃশ্য আছে। দুয়োৰে প্ৰয়োজন আলফুলীয়া ব্যৱহাৰ। কিন্তু বৰ্তমান সময়ত বনফুল যেন প্ৰকৃতি আৰু প্ৰকৃতি নাৰী উভয়েই মানুহৰ দুৰ্দান্ত চাপ আৰু হেঁচাত পৰি সকলোতকৈ বেছি ধৰণে ক্ষতিগ্ৰস্ত হৈছে। নাৰীক পুৰুষৰ সহচৰ কৰি তোলাৰ পৰিবৰ্তে সহায়কাৰী কৰি শত চাপৰ মাজত ৰখাৰ চেষ্টাত নাৰী হৈ পৰিছে— শতধা-শতৰূপা। আমাৰ এই সংকলনত নাৰীয়ে ভোগ কৰা এনে বহু চাপৰ বিষয়ে লেখিকাসকলে মুকলি মনেৰে উদঙাই দিছে।

আমাৰ কামত সহায়ৰ হাত আগবঢ়াই যিসকল লেখিকাই বাতৰি কাকতত প্ৰকাশিত গোহাৰি তথা আমাৰ ব্যক্তিগত অনুৰোধক্ৰমে আমালৈ লেখা পঠালে তেওঁলোকলৈ আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিলোঁ।

দায়িত্বভাৰ গ্ৰহণ কৰা সময়ৰ পৰা গ্ৰন্থখন প্ৰকাশ হৈ ওলোৱালৈকে বিভিন্ন দিহা-পৰামৰ্শৰে আন্তৰিকভাৱে সহায় আগবঢ়োৱা সমিতিৰ উপ-সভানেত্ৰী মোৰ শ্ৰদ্ধাৰ আভা বৰা বাইদেউলৈ কৃতজ্ঞতা জনালোঁ। মাননীয়া সভানেত্ৰী সুনীতি সোনোৱাল বাইদেউৰ উৎসাহ উদ্দীপনা আৰু সহায় অবিহনে এনে এটা কাম আমাৰ বাবে অসম্ভৱ আছিল। তেখেতৰ ওচৰত মই চিৰকৃতজ্ঞ।

উপ-সভানেত্ৰী প্ৰতিমা বৰুৱা, প্ৰধান সম্পাদিকা গীতা দাস, পত্ৰিকা সম্পাদিকা দৰ্পণা বৰা নেওগ আৰু নগাঁও শাখাৰ সদস্যাসকলৰ আন্তৰিকতা আৰু সহায় সহযোগিতাৰ বাবে তেখেতসকললৈ মোৰ আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিলোঁ।

স্বনামধন্য কথা-সাহিত্যিক নিবন্ধকাৰ শ্ৰীযুত প্ৰদীপ শইকীয়াদেৱে তেওঁৰ বহুমূলীয়া সময় খৰচ কৰি কিতাপখনৰ পাতনি লিখি দিয়াৰ বাবে তেওঁৰ ওচৰত কৃতজ্ঞ হৈ ৰলোঁ।

অজন্তা প্ৰেছৰ স্বত্বাধিকাৰী শ্ৰীমান কৈলাস ৰাজখোৱা আৰু আন সহকৰ্মীসকলে কম দিনৰ ভিতৰতে কিতাপখন ছপাই দিয়াৰ বাবে তেওঁলোকলৈ বিশেষ ধন্যবাদ।

থুনু কলিতা
শেনচোৱা, নগাঁও

# ১ পৰ্যটন

## পূৰবী বৰমুদৈ

মানুহজনে বৰ আশাৰে পত্নীৰ মুখলৈ চালে। যেন তেওঁক বিবুধিত পেলোৱা সকলো প্ৰশ্নৰ উত্তৰেই আছে একমাত্ৰ তেওঁৰ পত্নীৰ হাতত। 'এইটো·কেনে ধৰণৰ কথা?' তেওঁ পত্নীক সুধিলে, 'কথাটো সপোন নে সত্য?' দৰাচলতে কথাটোনো কি তেওঁৰ তেতিয়ালৈকে বোধগম্য হোৱাই নাছিল। সকলো ধৰণৰ কথা অথবা ঘটনাৰে এটা সুসংহত গতি-প্ৰকৃতি থাকে। ঘটনাবোৰো কিছুমান নিয়ম-নীতিত আবদ্ধ হয়, আৰু সেই নিয়ম-নীতিৰেই আগবাঢ়ে। কিন্তু এই যে কথাটো অথবা ঘটনাটো ঘটি গ'ল, সেই ঘটনাটো তেওঁ বিশ্বাস কৰিবলৈকো টান পাইছে, অথচ অবিশ্বাসো কৰা নেযায়। সপোন বুলি ভাবিবলৈকো টান, অথচ সত্য বুলিও ভাবিব নোৱাৰি। সেয়ে তেওঁ পত্নীৰ মুখলৈ বৰ আশাৰে চাই আছে। তেওঁৰ সৰ্বজ্ঞাতা পত্নীয়ে বা কি উত্তৰ দিয়ে।

সৰ্বজ্ঞাতা কাহিনীকাৰৰ ৰূপত আবিৰ্ভূত হোৱা তেওঁৰ পত্নীয়ে উত্তৰ দিলে— 'সপোনো এটা সত্য ঘটনা, মিথ্যা হ'ব কিদৰে?'

'তেন্তে সপোন বুলি ভাবিম?'

'দিঠকো হ'ব পাৰে।'

'আৰু দিঠক?'

'হয়তো সপোন।'

'তুমি যে কৈছিলা সপোন আৰু দিঠক দুয়োটাই সত্য।'

'জোন বেলিৰ দৰে সত্য।'

মানুহজনে কথাটো, অথবা ঘটনাটো জুকিয়াই পেলাব খুজিলে। জুকিয়াই নেপেলালে ঘটনা এটা ঘটনা হৈ নপৰেগৈ, কিছুমান খেলি-মেলি চিত্ৰ হৈহে পৰে, এখন

চিত্ৰৰ ওপৰত নতুন চিত্ৰ এখন পৰে, আৰু আগৰখন চিত্ৰ মচ খাই যায়। জুকিয়াই পেলাবলৈকে তেওঁ কাগজ-কলম লৈ বহিল। বহুত দিন তেওঁ কেৱল চহীটোহে কৰিলে— এতিয়া বহুত দিন তাকো কৰা নাই। কিন্তু আখৰকেইটা পাহৰি যোৱা নাই। হাইস্কুলৰ শেষৰ পৰীক্ষাটোত মাতৃভাষা বিষয়ত তেওঁ ভাল নম্বৰেই পাইছিল। কলেজৰ প্ৰথমছোৱাত তেওঁ দুই-এটা প্ৰেমৰ কবিতা আৰু দুটা চুটিগল্প লিখিছিল। ইংৰাজীৰ পৰা গল্প এটা তৰ্জমা কৰিছিল। এতিয়াৰ সম্বল ইমানখিনিয়েই। এতিয়া পৰা যাবনে বাৰু সেইখিনি সম্বলকে লৈ ঘটনা এটা শব্দৰে জুকিয়াই পেলাব? পত্নীৰ মুখলৈ তেওঁ পুনৰ বৰ আশাৰে চালে। পত্নীয়ে ক'লে— 'চেষ্টা কৰাচোন। তুমিতো আৰু এতিয়া কবি-সাহিত্যিক হ'বলৈ মন মেলা নাই। আৰু মন মেলিলাই জানিবা, তোমাকনো কবি-সাহিত্যিক পাতিব কোনে?'

'তেন্তে?' মানুহজনে পত্নীক সুধিলে।

'ফলাফল' কোনে আশা নকৰে? তুমিও কৰিবা। 'কিন্তু তুমি কৰা কামটোৰ ওপৰত ফলাফল নিৰ্ভৰ কৰিব।'

'এনেনো কি কাম কৰিবলৈ লৈছোঁ মই' —মানুহজনে নিজেই নিজকে ক'লে। 'কেৱল মোৰ মনৰ খুদুৱনি মৰা আৰু সময় কটোৱা। সময় সুন্দৰকৈ পাৰ হৈ যোৱাটোৱো দেখোন কাম এটাৰে ফলাফল। বেলেগ ফলাফল আৰু কি লাগিছে?' তেওঁ ঘটনা এটাক শব্দৰূপ দিবৰ বাবে প্ৰতিজ্ঞাবদ্ধ হ'ল। প্ৰথম কেইখিলা কাগজৰ লোকচান হ'ল। আখৰকেইটা আৰু ভাষাটো জানিলেই নহয়।

'কি জানিব লাগিব?' তেওঁ নিজকে নিজে প্ৰশ্ন কৰিলে। এইবাৰ পত্নীৰ ওচৰ চাপিবলৈ তেওঁৰ সংকোচ হ'ল। আচলতে সেই প্ৰশ্নটোৰ উত্তৰ নাই, তেওঁ নোহোৱা উত্তৰ এটা নিজকে কি বুলি দিব। পত্নী-নিৰ্ভৰ পুৰুষ। তেওঁ পুনৰ পত্নীৰ ওচৰ চাপিল। 'লিখি যোৱাচোন—' পত্নীয়ে ক'লে। পছন্দ নহ'লে ফালি পেলাবা।'

'বহুত কাগজ ফালিলোৱেই দেখোন।'

'আৰু ফালা।' পত্নীৰ নিৰ্দেশ।

'এতিয়া? এই বয়সত?'

'তোমাৰ সময় কাট খাব। এনেয়েই দেখোন আমনি লাগিছে বুলি চিঞৰ-বাখৰ কৰি থাকা।'

'সঁচাকৈয়েই আমনি লাগে।'

মানুহজনে ঘটনাটো শব্দৰূপ দিবলৈ উঠিপৰি লাগিল। সাহিত্যিক বুলি নাম-যশ প্ৰাপ্তিৰ আকাংক্ষা কৰি নহয়, কেৱল সময় কটাবৰ বাবে। অৱশ্যে এইখিনিতে এটা প্ৰশ্ন উঠিব পাৰে। ইমান দিনেনো মানুহজনে কি কাৰণে আমনি পাই আছিল? তেওঁৰ সময়নো

যোৱা নাছিলেইনে? নে অৱসৰ গ্ৰহণ কৰাৰ পিছত তেওঁৰ কৰিবলগীয়া একো কামেই নাছিল? এই সকলোবোৰ কথাকে এটা ঘটনাৰ ৰূপ দিয়া যাওক। আৰু ঘটনাটো শব্দৰে সৈতে সজাই পেলোৱা হওক।

ঘটনাটো ঃ অৱসৰ গ্ৰহণ কৰাৰ পিছত মানুহ এজনৰ বৰ আমনি লাগিবলৈ আৰম্ভ কৰিলে। ইমান দিনে খোৱা-বোৱা, গা-ধোৱা, খোজ-কঢ়া, বাতৰি কাগজ পঢ়া, পত্নীৰ লগত প্ৰেম অথবা কাজিয়া কৰা, বন্ধু-বান্ধৱৰ লগত মিলিত হোৱা, বজাৰ-সমাৰ কৰা, আদি বিভিন্ন কামৰ একোটা নিৰ্দিষ্ট সময় আছিল। চাকৰিৰ পৰা অৱসৰ লোৱাৰ পিছত তেওঁৰ সেই নিৰ্দিষ্ট সময়বোৰে কোনো নিয়ম নমনা হ'ল, আৰু যেতিয়াই যি খুচি তাকে কৰিবলৈ লোৱাত মানুহজনৰ মূৰৰ ওপৰত নিজৰ অৱসৰৰ সময়ছোৱাই পৰ্বত সমান বোজা হৈ পৰিল। মানুহজন লাহে লাহে বিৰক্ত হ'বলৈ আৰম্ভ কৰিলে। নিৰুপায় হৈ তেওঁ পত্নীক ক'লে— 'বুজিছা, মই বৰ অসহায় হৈ পৰিছোঁ। মোৰ আজিকালি প্ৰতিটো কথাতেই আমনি লাগি থাকে।' সকলো পত্নীনিৰ্ভৰ অসহায় পুৰুষৰ দৰে তেৰোঁ এজন পত্নী নিৰ্ভৰ অসহায় পুৰুষ। প্ৰতিটো বন্ধ তলাৰে চাবি-কাঠী পত্নীৰ হাততে থাকে বুলি সকলো পুৰুষে ভবাৰ দৰে তেৰোঁ ভাবে। পত্নীয়ে কিবা এটা সমাধান দিব বুলি তেওঁৰ দৃঢ় ধাৰণা আছিল। পত্নীয়ে তেওঁৰ প্ৰশ্নৰ সমিধান দিলে— 'হুঃ আমনি লাগে, আমনি লাগে। চাকৰি শেষ হোৱাৰে পৰাই একেডাল কথাই কাণ ঘোলা কৰিছেগৈ। নহ'বৰ হ'ল। বাকীবোৰ মানুহনো আছে কেনেকৈ? মানুহজনীৰ কপালখন কুঞ্চিত হৈ পৰে। নাকটো কোচ খাই যায়, আৰু শৰীৰ সঞ্চালনত বিয়পি পৰে এটা অৱজ্ঞাৰ ভাব। আমিনো কেনেকৈ ইমান দিন ঘৰতে সোমাই থাকিলোঁ? কেতিয়াবা পদূলি মূৰটোকে দেখা নেপাওঁগৈ। আমাৰনো আমনি লাগে নে নেলাগে কোনেও দেখোন নেভাবিলেই। বান্দী হৈ সোমালোঁ, বান্দী হৈ ওলাবগৈ লাগিব। শাকনি-ফুলনিত লাগি, কিতাপ-কাগজ পঢ়ি, ওলাই-সোমাই থাকিবৰ সময় ভগবানে মিলাই দিছে। বুজি নেপাওঁ দেও কেনেকৈ আমনি লাগে।'

মানুহজনীয়ে অধিক কথা কয়। তেওঁ মনে মনে ভাবিলে। বোধহয় তিৰোতা মানুহ মাত্ৰেই কথা চহকী, আৰু বাক্‌পটু। মুখখননো কেলেই আছে? কথা ক'ব পৰা তিৰোতাই মুখখন বন্ধ কৰি নিৰ্বাক হৈ থকা আজিলৈকে কেনোবাই দেখিছেনে শুনিছে? আৰু এই যে মানুহজনী— দীৰ্ঘদিন একেলগে থকাৰ পিছত মানুহজনে বুজি উঠিছে যে এইজনী মানুহ কথা কোৱাত আৰু এখাপ চৰা। তেওঁ সকলোতে অধিক। কথা কয় অধিক— এটাত দহটা, কাম কৰে অধিক, শাসন কৰে অধিক, মৰমো কৰে অধিক। কাপোৰ-কানি, পিন্ধা-উৰাতো অধিক পৰিপাটি, খোৱা-বোৱাত অধিক চিক্‌চাক্। ক'ম কিহত? পাণ-তামোলখনো তেওঁ অধিক বিলাসী আৰু সুন্দৰকৈ খাব জানে। পুত্ৰ-

পুত্ৰবধূ, জী-জোঁৱাই সকলোৰে যিকোনো সমস্যা তেওঁ অধিক দক্ষতাৰে চম্ভালিব পাৰে। সেয়ে ঘৰুৱা সকলো কথাতে মানুহজনীৰ মন্তব্য অতি প্ৰয়োজনীয় বুলি গণ্য কৰা হয়। অথচ, ঘৰখনৰ যিজন মূল মানুহ তেওঁক কেৱল ঘৰুৱা সমস্যাটো অৱগত কৰোৱাহে হয়, তেওঁৰ বিশেষ ভূমিকা একো নেথাকে। গৃহিণীগৰাকীৰ ভূমিকা ঘৰখনৰ সকলোতে অধিক নেকি? ক'ব পৰা নেযায়। কি আৰু কৰা যায়? উপায় নাই। স্বীকাৰ নকৰো বুলি খুঁটি পুতি বহিলেও স্বীকাৰ কৰিবলৈ বাধ্য। জগতৰে নিয়ম। 'শাকনি-ফুলনিত লাগো দেখোন।' কিছু ভয় আৰু কিছু সংকোচৰে মানুহজনে উত্তৰ দিয়ে। দীৰ্ঘদিনীয়া অভিজ্ঞতাৰে মানুহজনে বুজি পাইছে যে তেওঁৰ দীৰ্ঘদিনীয়া সংগিনীগৰাকীৰ কথাৰ সুৰ বৰ তীৰ্যক। পোন কথা তেওঁ ক'বই নেজানে নে নকয়েই। 'কিতাপ-কাগজো পঢ়োঁ। জ্যেষ্ঠ নাগৰিকৰ সভাৰ বাদেও অইন সভা-সমিতিলৈকো যাওঁ। নাতি দুটাক স্কুলৰ পৰা অনা-নিয়া কৰা, বজাৰ-সমাৰ কৰা কামো ময়েই কৰো। তুমি জানো দেখা নাই? তথাপিও আমনি লাগে, মই কি কৰিম? তুমি নুবুজা।'

'এৰা, আমিনো বুজিম কেনেকৈ? ইমানখিনি কথা বুজিব পৰা হ'লে হাকিম-মুন্সিফ হৈ কলম চলালোঁহেঁতেন। তাতে আমাৰ দুখ-ভাগৰো নাই, বেজাৰ-আমনিও নাই নহয়।'

'কথাবোৰ কিয় তেনেকৈ কোৱা?'

'আমনি লাগিবলৈ দিলে আমনি লাগিবই। বিলাস, বিলাস। কি কৰা যায়? এনেকুৱা দামী বিলাস এটা লালন-পালন কৰাই উচিত।'

কথাৰ সুৰত তীক্ষ্ণ ধাৰ এটা আছে। আজীৱন শুনি থাকিবলগীয়া হৈছে। শুনি থকাৰ বাদে অন্য উপায় নাই। আজীৱন শুনি থকাৰ বাবে এতিয়া আৰু এনে ধৰণৰ কথাই মনত কোনো ক্ৰিয়া-প্ৰতিক্ৰিয়াৰ সৃষ্টি নকৰে।

কিন্তু আমনি লগা কথাটোওতো সমানেই সত্য। পত্নীয়ে অৱজ্ঞাভৰা কণ্ঠেৰে কৈছে বিলাস বুলি। বিলাস হ'লেওতো সত্য। কেতিয়াবা এনে লাগে যেন ঘৰ-সংসাৰ এৰি থৈ ক'ৰবাৰ হিমালয়ৰ পৰ্বতে-কন্দৰে যেন ঘুৰি-পকি ফুৰিবগৈ। গছৰ গুটি খাব, নিজৰাৰ পানী খাব, উপল শয্যাত নিদ্ৰা যাব, বল্কল পৰিধান কৰিব, আৰু হিমালয়ৰ অসীম অনাবিল সৌন্দৰ্যত মচগুল হ'ব। হিমালয়ৰ নিৰ্জনতাত ডুব গৈ পাৰমাৰ্থিক চিন্তা কৰি মনত উদয় হোৱা বিৰক্তি আৰু আমনিৰ উপদ্ৰৱৰ পৰা ৰক্ষা পোৱাৰ সেই সিদ্ধান্তকে ৰূপ দিবলৈ প্ৰথম পৰ্যায়ৰ কাম হিচাপে তেওঁ হাতত ল'লে দুৰণিবটীয়াকৈ উলিয়াই দিয়া জীয়েকৰ ঘৰত এমাহ নহ'লেও দহ-পোন্ধৰ দিনমান থাকি অহাটো। তেওঁ মহা আড়ম্বৰেৰে এদিন গৈ জী-জোঁৱাইৰ ঘৰত উপস্থিত হ'লগৈ, আৰু এসপ্তাহ নৌহওঁতেই উলিটিও আহিল। পত্নীয়ে সুধিলে— 'কি হ'ল?' তেওঁ উত্তৰ দিলে— 'নাঃ, নোৱাৰি।'

পত্নীৰ কপাল পুনৰ কুঞ্চিত হৈ পৰিল— 'নাতি দুটা আছে, তাৰ পিছতো নোৱাৰিনে?'

তেওঁ সেই কথাৰ উত্তৰ নিদিলে। উত্তৰ দিবলৈ গ'লেই ধুৰন্ধৰ উকিলৰ জেৰাৰ সন্মুখীন হ'বলগীয়া হ'ব পাৰে। তেওঁৰ জেৰালৈ বৰ ভয়।

'তেন্তে বন্ধু-বান্ধৱ বিচাৰি যোৱাই ভাল।'

'এৰাতো।' মানুহজনে ভাবিলে। তেওঁৰ দীৰ্ঘদিনীয়া সংগিনীগৰাকীয়ে জীৱনত প্ৰথমবাৰৰ বাবে কোনো তীৰ্যক, কোনো ইতিকিং-উপলুঙা বা অৱজ্ঞাৰ ভাব প্ৰদৰ্শন নকৰাকৈ এটা সু-পৰামৰ্শহি দিছে। এনে হোৱা সাধাৰণতে দেখা নাযায়। সম্ভৱহয় দীৰ্ঘদিনীয়া সংগিনী বাবে তেওঁৰ মনটোও আজিকালি মানুহজনৰ দুৰ্দশাত মাজে মাজে বিচলিত হৈ পৰে। বহুদিন বৰষুণৰ অভাৱত শুকাই খৰাং হৈ থকা কটুৰ মাটিডৰাও বৰষুণ পৰিলে কোমল হৈ পৰে। মানুহৰ মনহে। নুকুমলিবনে? কিন্তু মানুহজনীৰ বাবে এটা নতুন কথা।

মানুহজনৰ মনটো দখল কৰি সাৰ্বভৌমত্ব প্ৰতিষ্ঠা কৰিব খোজা বিৰক্তিবোধ দূৰ হ'বলৈ আৰম্ভ কৰিছে নেকি বাৰু লাহে লাহে? ইমান অকণমানতে? ইমান সোনকালে? এটা সৰু কথাতে? তেওঁ পত্নীক ক'লে— 'আজি অকণমান ওলাই যাওঁ ব'লা। বহুত দিন তুমিয়ে-ময়ে ক'লৈকো ওলাই যোৱা নাই।'

'ক'লৈ?' পত্নীয়ে তেওঁৰ মুখলৈ চালে।

'এনেয়েই। বাটে বাটে।'

'বাটে বাটে?' মানুহজনীক কিছু পৰিমাণে আচৰিত হোৱা যেন দেখা গ'ল। তেওঁ আকৌ সুধিলে, 'বাটে, বাটে?'

'এৰা, বাটে বাটে।' মানুহজনে শব্দ দুটা পুনৰ উচ্চাৰণ কৰিলে।

'বাটে বাটে গৈ থাকিম, গৈ থাকিম, গৈ থাকিম। তুমি যে আগতে কৈছিলা, পুৰণি গাড়ী এখন— এহাল বুঢ়া-বুঢ়ী মানুহ নিজান হৈ থকা বাট— বাটৰ দুইকাষে আহিন মাহৰ সজাল ধৰা ধাননি— সময় সন্ধিয়া লাগো লাগো—

'কৈছিলোঁ, কৈছিলোঁ।' হঠাতেই মানুহজনৰ পত্নীৰ চকুত বৰ অদ্ভুত ধৰণৰ জেউতি এটাই খেলা কৰিবলৈ ধৰিলেহি। 'আমি সৰু কালতেই দেখা।' চকুত খেলি থকা জেউতিটোক খেলি থকাৰ পূৰ্ণ স্বাধীনতা প্ৰদান কৰি মানুহজনীয়ে ক'লে। 'এহাল বুঢ়া-বুঢ়ী মানুহ। বুঢ়াজনে অতি ধীৰগতিত পুৰণি গাড়ী এখন চলাই আছে। বুঢ়া-বুঢ়ীহালৰ স'তে গাড়ীখন মিলি পৰে। দুয়োটাই প্ৰাচীন। দুয়োটাৰে গতি ধীৰ, আৰু দুয়োটাৰে একোটা একোটা ইতিহাসো আছে। পথৰ দাঁতিৰ ধাননি পথাৰখনৰ কাষত দুয়ো বহে। সজাল ধৰা ধানৰ উত্তাপ আৰু সুগন্ধই বুঢ়া-বুঢ়ীহালক উজ্জীবিত কৰিব খোজে হ'বলা।

কেতিয়াবা আকৌ গাড়ীখন ৰখাই তেওঁলোক ধাননিখনৰ মাজেৰে যোৱা সৰু আলিটোৰে গৈ, বৈ যোৱা জানটোৰ গৰাত গজা ইকৰা গছৰ জোপাটোৰ ওচৰ পায়গৈ। জোপাটোৰ ওচৰত কেতিয়াবা বহে, কেতিয়াবা নবহে। সৰু সৰুকৈ কথা পাতে। কেতিয়াবা বুঢ়া মানুহজনে বুঢ়ীজনীৰ হাত এটা নিজৰ হাতৰ মুঠিত ভৰাই থয়।' চকুৰ জেউতিটোৱে পূৰ্ণ স্বাধীনতা লাভ কৰি তেতিয়াও মানুহজনীৰ চকু দুটাৰ মণিৰ মাজত নাচি আছিল। মানুহজনৰ পুৰণি কথা এটা মনত পৰিব খুজিছিল। বহুত দিনৰ আগতে এসময়ত এটা জেউতি আছিল, আৰু জেউতিটো মাজে মাজে এজনী মানুহ হৈ পৰিছিল। ইতিহাস, ইতিহাস। প্ৰাচীন হৈ পৰা কথা কিছুমান মাজে মাজে বৰ নিৰ্মম ইতিহাস হৈ পৰে।

'আমাৰো এখন পুৰণি গাড়ী আছে।' মানুহজনীয়ে ক'লে।

'আৰু পুৰণি গাড়ীখন ল'ৰাহঁতে নচলায়, ময়েই চলাওঁ।'

'তুমি লাহে লাহে গাড়ী চলোৱা— এতিয়া নহয়, আগৰে পৰাই।'

'ধাননি পথাৰ এখন—'

'নতুবা দূৰৈৰ পৰা বৈ অহা সৰু একা-বেঁকা জুৰি এটা—'

'জুৰিৰ পাৰত ইকৰা গছ—'

'কঁহুৱা ফুল ফুলি থাকিলেও বেয়া নেলাগিব—'

'যাবানে এবাৰ?'

বৰ আবেগ আৰু বিশ্বাসেৰে দুয়োজনে দুয়োজনৰ চকুলৈ চালে। বুজি পোৱা গ'ল, নিৰ্ধাৰিত কামবোৰে দুয়োকে বৰ আমনি লগাবলৈ আৰম্ভ কৰিছে। দৰাচলতে সকলো ধৰণৰ সুখকৰ কামেই ৰুটিন আবদ্ধ হৈ পৰিলে সি আৰু কাম হৈ নাথাকে। সুখকৰ হৈ থকাটো দূৰৰে কথা। সি হৈ পৰে বিৰক্তি আৰু বন্দীত্ব। জীৱন উদ্‌যাপন কৰাৰ আনন্দক জীৱন-যাপন কৰাৰ বাধ্যবাধকতাই মষিমূৰ কৰি পেলায়। আচলতে জীৱন-যাপন কৰি হায়ৰান হোৱা মানুহে জীৱন উদ্‌যাপন কৰাৰ কথা ভাবিবই নোৱাৰে।

উদ্‌যাপন কৰিব লাগিব। জীৱনটোক উদ্‌যাপন কৰিব লাগিব। অৱসৰকালীন সময়। জীৱনটোক উদ্‌যাপন কৰাৰে সময়। পত্নীৰ হয়তো চকু থিৰ হ'ব। 'এতিয়া? এই বয়সত?' তেওঁ হয়তো আচৰিত হৈ ক'ব। 'ইমানদিনে আমিনো কি কৰিলোঁ? জীৱন-যাপন নে জীৱন উদ্‌যাপন?' আচৰিত হৈ তেওঁৰ পত্নীয়ে এনে ধৰণৰ প্ৰশ্নও কৰিব পাৰে। ৰাতিপুৱাই তামোলখন চোবাবলৈ নেপালে যি জীৱনটো অথলে গ'ল বুলি ভাবে, তেনে মানুহৰ পৰা এই প্ৰশ্নতকৈ বেলেগ আৰু কি আশা কৰিব পাৰি?

তেওঁ মানুহজনীৰ ফালে চালে। জীৱন উদ্‌যাপন কৰাৰ সম্পৰ্কে তেওঁ বা আকৌ কি মতামত দিয়ে। নাই, মানুহজনীয়ে তলমূৰকৈ কিবা এটা ভাবি আছে। বোধহয় যাপন কৰা আৰু উদ্‌যাপন কৰা— এই শব্দ দুটাই মানুহজনীক থত্‌মত খুৱাই পেলাইছে। কিবা

ভাবি থত্‌মত খাই আছে যদিও তেওঁক বৰ দৃঢ় যেন দেখা গৈছে। লাহে লাহে মানুহজনীয়ে মূৰটো তুলিলে আৰু স্বামীৰ ফালে চালে। চকুত আজীৱন জ্বলি থকাৰ তীৰ্যক বা ইতিকিং, বা অৱজ্ঞা একো নাই। মাথোঁ জেউতি এটা জিলিকি আছে। যিটো জেউতি আজিৰ পৰা বহুত দিনৰ আগতে তেওঁৰ চকুত ধৰা পৰা হ'লে মানুহজন মাতাল হৈ পৰিলহেঁতেন। বহুদিন বহু কাৰণত তেওঁ মাতাল হৈছে, কিন্তু সাধাৰণ মানুহ এজনীৰ চকুৰ জেউতিয়েও যে মানুহ মাতাল কৰিব পাৰে সেই কথা তেওঁ আজিহে বুজি পালে। চুলিত বয়সৰ হাত বুলনি, শৰীৰৰ শিথিল বান্ধোন, মুখৰ ছালত সময়ৰ চাপ, চকুত গধূৰ ডাঠ কাচৰ চশমা। কিন্তু চশমাৰ ডাঠ কাচ ভেদ কৰি অহা জেউতিটো তেওঁৰ বুকুত প্ৰতিফলিত হৈছে। এই মানুহজনী, নে এই জেউতিটো— কোনটো সত্য? কাক তেওঁ বিচাৰি ফুৰি নেপায় হতাশা, বিৰক্তি আৰু আমনিত ঢোকাঢোকে পানী খাইছিল? মানুহজনীক নে মানুহজনীৰ চকুৰ জেউতিটোক? কাক? ক'ত যে কেনেকৈ লুকাই থাকে মানুহবোৰ। বিচাৰি পোৱা নেযায়। ক'ত লুকাই থাকে? বুকুৰ মাজত নে চকুৰ ভিতৰত? ঘৰৰ চুকত নে শাকনিবাৰীত?

বেলিয়ে লাহ দিয়া কিমান পৰ হ'ল জানো। মানুহজনীৰ মুখত কথাৰ আখৈ ফুটিছে অবিৰাম। পুৰণি হোৱা গাড়ীখনত এহাল পুৰণি হোৱা মানুহৰ নিৰুদ্দেশ যাত্ৰা। মাথোঁ গৈ থাকিম, —গৈ থাকিম— আৰু গৈ থাকিম।

'গৈ গৈ?'

'গৈয়েই থাকিম।'

'ক'ৰবাত জানো নৰম?'

'ওহো।'

'গাড়ীৰ তেল শেষ হ'লে?'

'তেতিয়াও নৰওঁ।'

'নাতি-নাতিনীহঁতে তোমাক বিচাৰিব। নাতিনীজনীয়ে দেখোন চিকৰাটো লগা দি তোমাৰ গাতে লাগি থাকে। তাই তোমাক নেপালে কান্দোনত গছৰ পাত সৰুৱাব। তাইৰ কি হ'ব?'

'কান্দিব আকৌ সুস্থিৰ হ'ব। সুস্থিৰ হোৱাৰ পিছতো কান্দিব— পুনৰ সুস্থিৰ হ'ব। এদিন তাইৰ কান্দোন শেষ হ'ব আৰু আগৰ দৰে হাঁহি-মাতি ধূলি খেলি থাকিব।'

মানুহজন পুনৰ অবাক হ'ল। এনেকুৱা কথাও কয় নে এইজনী মানুহে? এইজনী মানুহ তেওঁৰ পৰিচিত নে অপৰিচিত? তেওঁ অবাক হৈয়েই মানুহজনীক সুধিলে— 'তুমি ক'ৰ মানুহ? ক'ত তোমাৰ দেশ? কোনখন নদীৰ পাৰৰ পলসুৱা মাটিয়ে তোমাৰ শৰীৰ গঢ়িছিল? কোনখন নদীৰ বতাহে তোমাক লালিত-পালিত কৰিছিল? তুমি কোন?'

মানুহজনীৰ ওঁঠৰ কোণত হাঁহি এটা জিলিকিল। 'ক'ৰ মানুহ মই? কোনখন পৃথিৱীৰ? তুমি জনাই নাছিলা নহয়নে? শুনা, মই এটা কোঠাৰ মানুহ। প্ৰত্যেক তিৰোতা মানুহেই একো একোটা কোঠাৰে মানুহ। মাৰ পেটৰ মাজৰ কোঠা এটাত মোৰ জীৱনৰ আৰম্ভণি হ'ল; দেউতাৰ বুকুৰ মাজৰ কোঠাটোত মই মৰম-স্নেহেৰে লালিত-পালিত হৈ ডাঙৰ-দীঘল হ'লোঁ। বিয়াৰ পিছত মই দুটা কোঠা পালোঁ। এটা শোৱনি কোঠা, আৰু এটা পাকঘৰ। এতিয়া মই মোৰ কোঠাৰ পৰা ওলাই আহিছোঁ। জীৱনত প্ৰথমবাৰৰ বাবে ওলাই আহিছোঁ। মোক আৰু কোঠাই আবদ্ধ কৰি থ'ব নোৱাৰে।'

'এইবাৰেই প্ৰথম নহয়। ইয়াৰ আগতেও তুমি বহুবাৰ মোৰ লগত ফুৰিবলৈ বুলি তুমি কোৱা কোঠাৰ পৰা ওলাই আহিছিলা।'

'তেতিয়া কোঠালৈ উলটি অহাৰ তাড়না এটা আছিল।'

'আজি?'

'জীৱন-যাপন কৰি আমনি লাগিছেগৈ। জীৱন-উদ্‌যাপন কৰোঁ আহা।'

'তুমি? তোমাৰো আমনি লাগে?'

'চাবা, সাৱধানে গাঁত আছে। তোমালোক পুৰুষ মানুহৰ কিছুমান কথা চকুতেই নপৰে। আজীৱন চকুত নপৰে। আচৰিত।

পথটো খলা-বমা। বোধহয় অব্যৱহৃতৰো। নদীখনৰ পাৰৰ এই পথটো দৰাচলতে পথেই নহয়। ডাঙৰ ডাঙৰ গণ্য-মান্য লোকে বাস কৰা চহৰ এখনক সুৰক্ষা দিবৰ বাবে এসময়ত নদীখনৰ পাৰে পাৰে মথাউৰি এটা বন্ধা হৈছিল। পিছলৈ নদীখনেই বহুত দূৰলৈ আঁতৰি গ'ল। নদীয়ে গতি সলোৱাই নিয়ম। গতি সলালে। আগৰ মূল নদীখন দুটা সুঁতিত পৰিণত হ'ল। সুঁতি দুটাৰ মাজত আকৌ এটা বিস্তীৰ্ণ বালি চাপৰি। চাপৰিটো এসময়ত সামাজিক বনানীকৰণ আঁচনিৰ হাত পৰিল। একেচিয়া আৰু ইউক্লিপটাচ গছৰে চাপৰিটো ঢাক খালে। বাৰিষা সুঁতিটো পাৰ হৈ এইপাৰৰ পৰা চাপৰিটোলৈ যাবলৈ হ'লে হাত নাও এখনৰ প্ৰয়োজন হয়। খৰালি ক'ৰবাত এপতা পানী— ক'ৰবাত পানী নেথাকেই। খোজ কাঢ়িয়েই ইপাৰ-সিপাৰ হ'ব পাৰি। খৰালি চাপৰিটোত কাষৰীয়া গাঁওখনৰ গৰু-ছাগলীবোৰ চৰি ফুৰা দেখা যায়। বাৰিষা আহিল কি নাহিলেই একেচিয়া গছবোৰ সৰু সৰু অকণি অকণি ফুলেৰে পৰিপূৰ্ণ হৈ পৰে। বতাহত খেলি থাকে একেচিয়া ফুল আৰু ইউক্লিপটাচৰ পাতৰ গোন্ধ। বাৰিষা সুঁতি দুটা পানীৰে টগবগাই থাকে। সুঁতি দুটাই নিজকে এখন বিশাল নদী বুলি ভাবিবলৈ লয়। জীৱনৰ প্ৰাণ-প্ৰাচুৰ্যৰে পৰিপূৰ্ণ হোৱা গাভৰু ছোৱালী একোজনী নিজৰ শাৰীৰিক সুষমাত অহংকাৰী হৈ পৰাৰ দৰে সুঁতি দুটাও তেতিয়া অহংকাৰী হৈ পৰে। বাৰিষা চাপৰিটোৰ গছৰ মাজে মাজে দেখা পোৱা যায়। দুৰন্তভাৱে প্ৰবাহিত হৈ থকা মূল

নদীখন। ৰিণিকি ৰিণিকিকৈ যেন দেখা দি যায় আকাশৰ বিজুলীৰ চকা-মকা আঁচ এডালৰ দৰে এডাল আঁচহে। নদীখনে। খৰালি এইপাৰৰ পৰা দেখা পোৱা যায় কেৱল বিশাল বিস্তীর্ণ বালিচৰটো। এজনী দুৰ্দান্ত আৰু অপৰাজিত মানুহৰ দৰে বালিচৰটো শুই থাকে দূৰৈৰ নদী এখনৰ কাষত। তাৰ বাদে আৰু একো নাই। নাইনে একো কাষৰীয়া মিচিং গাঁওখনো বহুত দূৰৈত। তদুপৰি গাঁওখনো বৰ সেৰেঙা। বানে খেদা মানুহ দুঘৰ-এঘৰকৈ আহি বহিবলৈ লৈছেহি। চহৰখনো দূৰৈত। মথাউৰিটোৰ কাষে কাষে পাতলীয়াকৈ হাবি এখনো নিজে নিজেই গঢ় লৈ উঠিছে। মথাউৰিটোৰ ওপৰৰ খলা-বমা পথটোৰে একেৰাহে গৈ থাকিলে চহৰৰ মূল পথটোত উঠিবগৈ পৰা যায়। কিন্তু চহৰৰ মূল পথটোত উঠাৰ বিকল্প ব্যৱস্থা আছে বাবে কোনেও এই পথটো ব্যৱহাৰ নকৰে। বৰ আচম্বিতে মানুহজনে এদিন পথটো আবিষ্কাৰ কৰি পেলাইছিল। পথ এটা আবিষ্কাৰ কৰাটোও এটা কম কথা নহয়। বিশেষকৈ জীৱন দুর্বিসহ কৰা বিৰক্তি আৰু আমনিৰ পৰা ৰক্ষা পোৱাৰ পথটো। সেই উচিত পথটো। কাৰণ উচিত পথ এটাইহে মানুহক আমনিদায়ক জীৱন-যাপনৰ পৰা অব্যাহতি দি জীৱন উদ্‌যাপন কৰাত সহায় কৰে।

বৰ সাৱধানে গাড়ী চলাব লগা হৈছে। কোনটো বা বাট, কোনটো বা আওবাট একো ধৰিবই নোৱাৰি। অৱশ্যে এটা কথা ঠিক যে বাট বাটেই— আৰু আওবাট চিৰদিনেই আওবাট। আওবাটলৈ মানুহ ভুলতো যাব পাৰে, আৰু যাওঁ বুলিও যাব। যাওঁ বুলি যোৱাজনেও বাট ভুল কৰে আৰু ভুলতে যোৱাজনেও ভুল কৰে। কথা সিমানেই।

ল'ৰাহঁতে তেওঁ গাড়ী চলোৱাটো পছন্দ নকৰে। 'ইমান কষ্ট কৰিব লাগে কিয় এই বয়সত? জন্ম দিলা, লালন-পালন কৰিলা, শিক্ষা-দীক্ষা দি প্ৰতিষ্ঠিত কৰিলা, আমাৰ প্ৰতি তোমাৰ দায়িত্ব শেষ। এতিয়া আমাৰ দায়িত্ব আমাক পালন কৰিবলৈ দিয়া।' সিহঁতৰ মনৰ এই ভাব। যেন পিতৃ-মাতৃক সুখত ৰখাৰ প্ৰতিযোগিতাহে চলিছে দুয়োটা ককাই-ভাইৰ মাজত। এতিয়া দেউতাকে নিজে গাড়ী চলাব বুলি শুনি দুয়োটা ডাং খাই উঠিল। তাতে দেউতাকৰ সাতামপুৰুষীয়া পুৰণি ফিয়েট গাড়ীখন। বৰপুত্ৰই কর্তৃত্বৰ সুৰত ক'লে— 'যাব খুজিছা যোৱা। তুমি নিজে গাড়ী চলাবা কেলেই? ড্ৰাইভাৰ বিচাৰি আনো, নতুবা আমাৰ অফিচৰ মইনুলকে কওঁ, সিয়েই তুমি ক'লৈ যোৱা মোৰ নতুন গাড়ীখনত লৈ যাওক।'

'তোক দেখোন গাড়ীখন লাগিয়েই থাকে দাদা। দেউতাই মোৰ গাড়ীখন লৈ যাওক।'

'হ'ব দে, হ'ব দে।' তেওঁ দুই পুত্ৰক উদ্দেশ্যি কোৱা কথা। 'মোক বুঢ়া বুলি নেভাবিবিচোন। তাতে, মাৰো যাব যেতিয়া—'

'মা যাবই লাগিব। তুমি অকলে যোৱাৰ কথা ভাবিছা নেকি? মা নগ'লে কেনেকৈ হ'ব?' বৰপুত্ৰৰ কথাষাৰত এনে এটা ভাব ফুটি উঠিল যেন গাড়ীৰ খুঁটি-নাটি একো বুজি নোপোৱা মানুহ এজনী তেওঁৰ লগত একেখন গাড়ীতে নেথাকিলে মানুহজনৰ ভয়ংকৰ অসুবিধা হ'ব। বাটে-পথে যদি গাড়ীখনত কিবা বিজুতি দেখা দিয়ে, তেন্তে উদ্ধাৰ কৰিব কোনে? নিশ্চয় গাড়ীখনৰ খুঁটি-নাটি একোকে বুজি নোপোৱা মানুহজনীয়ে।

'কিয় নেযাব মাৰ? যাব। এতিয়া মাৰক এৰি থৈ অকলে মই ক'লৈ যাম?' জীৱনত তেওঁ এই প্ৰথম এনে এষাৰ কথা ক'লে য'ত দুটা অৰ্থ আছে। একেষাৰ কথাতে দুটা অৰ্থ প্ৰকাশ কৰিব পৰাটো তেওঁ ইমান দিনে পত্নীৰে একচেতীয়া অধিকাৰ আৰু ক্ষমতা বুলি গণ্য কৰি আহিছিল। কোনে কি বুজি কি অৰ্থত কথাষাৰ গ্ৰহণ কৰে কৰক। তেওঁ কিন্তু কৈ পৰম স্বস্তি অনুভৱ কৰিলে।

'এইফালে গৈ থাকিলে আমি কি পামগৈ?'

'নেজানো।'

'আমি কিমান দূৰ আহিলোঁ?'

'দূৰত্বৰ কথা নুসুধিবা। অন্য কথা সোধা। একো কথাই নাইনে তোমাৰ?'

'জীৱনটো এনেয়েই গ'ল।'

'কি কৰিম বুলি ভাবিছিলা?'

একো কৰিম বুলি ভবা নাছিলোঁ বাবেইতো জীৱনটো এনেয়েই গ'ল।'

'এতিয়া কৰিব নোৱাৰি নেকি? আমাৰ সময় জানো একেবাৰেই কম?'

'বোধহয় পাৰি। হয়তোবা নোৱাৰি। মই নেজানো। তুমি জানানে?'

'ময়ো নেজানো।'

'জীৱন সম্পৰ্কে আমি নজনা কথাই বহুত বেছি নহয়নে?'

'জনা কথাও কম নহয়। জীৱন সম্পৰ্কে আমি বহুত কথাই নেজানো, অথচ কিমান কথা জানো, নহয়নে?'

'তুমি ঠিকেই ভাবিছা।'

মথাউৰিটোৰ ওপৰৰে ধীৰ গতিত পুৰণি হোৱা আৰোহী দুজনক লৈ পুৰণি গাড়ীখন গৈ থকা দেখা গ'ল। মথাউৰিটোৰ সিপাৰে পুৰণি গাড়ীখনৰ দৰেই ধীৰ আৰু অলস গতিৰে বৈ আছিল প্ৰাচীন নদীখন। এইখিনিৰ পৰা ৰূপালী ৰঙৰ ক্ষীণ ৰেখা এডালৰ দৰে লাগে দেখিবলৈ। নদীৰ জিলমিল পানী আৰু উদং বালিচৰটো অতিক্ৰম কৰি অহা বতাহজাকে সুঁতি দুটাৰ মাজৰ একেচিয়া আৰু ইউক্লিপটাচ গছৰ অৰণ্যখনত খুন্দা মাৰিছিলহি আৰু সো-সোৱনি শব্দ এটাত পৰিণত হৈছিল। শব্দটোৱেই নে বতাহ

চাটিয়েই কঁপাইছিল মানুহজনীৰ চাদৰখনৰ আঁচল আৰু কপালৰ আগৰ চুলি। আৰু বোধহয় বুকুৰ ভিতৰৰ ক'ৰবাত অনাবিস্কৃত হৈ থকা এখন সুবাসিত অৰণ্য।

মথাউৰিটো বৰ নিজান হৈ আছে। এনেয়েও দলদোপ-হেন্দোলদোপ হ'বলৈ কোনো কাৰণেই নাই। বহুত দিনৰ পৰাই মথাউৰিটো নিজান। আহিন মাহ গ'ল। কাতি মাহৰ প্ৰথম পষেক। সোনকালেই অন্ধকাৰ হয়। অন্ধকাৰ এতিয়াও গাঢ় হোৱাগৈ নাই। পশ্চিম আকাশখনে ময়ূৰৰ পাখিৰ ৰং লৈছে। সুঁতিৰ ক্ৰমাৎ শীৰ্ণ হৈ অহা বুকুখন এখন চিত্ৰ-বিচিত্ৰ ৰঙীণ চাদৰ হৈ পৰিছে। পাৰৰ ঘন বননিখনৰ ছাঁ পৰিছে সুঁতিৰ শীৰ্ণ বুকুত। এই অচিনাকি পথ আৰু অচিনাকি পৰিবেশটো নিৰুদ্বেগ নিৰুদ্দেশ যাত্ৰাৰ স'তে খাপ খাই পৰিছে।

'আমি কোন ফালে আহি আছোঁ? কোন দিশত? মোৰ খেলি-মেলি লাগিছে দেখোন। তোমাৰ লগা নাইনে?'

'আমি পশ্চিমলৈ গৈ আছোঁ। দেখা নাই আকাশখন? বেলি ডুব যোৱা দিশ বুজিছা, এই দিশতেই বেলি ডুব যায়। বেলি ডুব যোৱা দিশলৈ গৈ থকাতো মজা এটা আছে, নহয়নে? নে কি কোৱা তুমি?'

'তোমাৰ কথা বুজিবলৈ টান।'

'কালিলৈকে বুজি আছিলা, আজি বুজিবলৈ টান হ'লেইনে?'

'কেতিয়াবা বহু কথা বুজিছোঁ বুলি ধৰিহে লোৱা হয়, যিদৰে জীৱনৰ বহু ৰহস্য উদ্‌ঘাটন কৰা হ'ল বুলি আমি ধৰি লওঁ। কিন্তু সকলো কথা বুজাও নহয়, সকলো কথা উদ্‌ঘাটন কৰাও নহয়। এইটোও তেনেকুৱা ধৰণৰ কথা। সুঁতিৰ পানীত ছাঁ আৰু পোহৰৰ খেলা চলিছে, তুমি মন কৰিছানে? পাৰৰ ইকৰা গছত সৰু সৰু চৰাইবোৰে জঁপিয়াই আছে। আকাশখনলৈ চোৱাচোন। হাবিডৰালৈ চোৱা। আঃ—

'চাম, চাম। চাবলৈকেতো ওলাই আহিছোঁ। বহুদিন এইবোৰ একো দেখাই নাছিলোঁ। তোমাকো দেখা নাছিলোঁ। তুমিও বোধহয় দেখা নাছিলা মোক।'

'ঠিকেই কৈছা, ঠিকেই কৈছা।

কেৱল কাম আৰু কাম। ফলাফল কি হ'ল ক'ব নোৱাৰো। কিন্তু প্ৰচুৰ কাম কৰিলোঁ। একেখিনি কামেই ঘূৰাই-পকাই। ফলাফলো চাগৈ ভালেই হ'ল। কিন্তু মাজে মাজে এনে লাগে ফলাফললৈ আশা নকৰাকৈ নিজে ভালপোৱা কাম এটাও কৰা নহ'ল।'

'এটা বয়সৰ পিছত কামৰ ফলাফল আশা নকৰাই শ্ৰেয়। কাৰণ, জীৱনত কৰা সমস্ত কামৰ ফলাফল বিশেষ এটা বয়সতেই সীমাবদ্ধ হৈ থাকে। সেই বয়সৰ পিছত কৰা কামবোৰ কেৱল পুনৰাবৃত্তি। চোৱাচোন, পানীত প্ৰতিফলিত হোৱা জোনাকবোৰে সন্ধিয়াটো কেনেদৰে ৰূপালী ৰঙৰ কৰি পেলাইছে। গছৰ মাজে মাজে জোনাকৰ ভূমুকা

ভূমুক। মোৰ ভাল লাগিছে। তোমাৰ ভাল লাগিছেনে?

'ভাল লাগিছে, ভাল লাগিছে। বহুত দিন হ'ল, মনটোৱে ভাল লাগিবলৈ বাদেই দিছিল। ভালো নেলাগে, বেয়াও নেলাগে। দুখো নেলাগে, আনন্দিতো নহয়। আচৰিত কথা নহয়নে? বহুত দিনৰ পিছত মনটোৱে হেৰাই যোৱা অনুভূতি এটা ঘূৰাই পাইছে। অ' এইটো আকৌ কি?'

মথাউৰিটোৰ ওপৰত গাড়ীখন ৰৈ গ'ল। ঘপহকৈ গাড়ীখন ৰৈ যোৱাত মানুহজনীয়ে ভাবিলে, পুৰণি গাড়ী কিবা বিজুতি ঘটিছে হ'বলা। তেওঁৰ কপাল কুঞ্চিত হ'ব খুজিছিলেই, কিন্তু গম পালোঁ চালকেহে নিজ ইচ্ছাৰে গাড়ীখন ৰখাইছে। একাষত সুঁতিটো। একাষত পাতলীয়া হাবিয়নিডৰা, মাজত মথাউৰিটো। আকাশ আৰু পৃথিৱী জুৰি ধীৰ পদক্ষেপেৰে নামি অহা সন্ধ্যাকাল। সুঁতিৰ তৰাং পানীত সন্ধ্যাকালৰ আকাশ। চৰাইৰ মাতৰ বাদে একো শুনা নেযায়। নিৰ্জন বন প্ৰান্তৰত মানুহজনীৰ বুকুখনো কঁপিবলৈ লাগিল। তেওঁ সহযাত্ৰীজনৰ মুখলৈ চালে। চিৰদিনৰ নিৰ্বাক নিৰুদ্বেগ মুখ। চিন্তা কৰিবলৈ একো নাই নে নকৰোঁ বুলিহে চিন্তা কৰা নাই, বুজিব পৰা নেযায়। অৱশ্যে দীৰ্ঘদিনীয়া সংগিনী হিচাপেই তেওঁ এটা কথা বুজি পাইছে যে মানুহজন বহু পৰিমাণে আঁকোৰগোজ স্বভাৱৰ। সৰল হ'ব পাৰে, আৰু সৰল কাৰণেই নিশ্চয় তেওঁ আঁকোৰগোজ হৈ পৰিছে।

'কি হ'ল?' মানুহজনীয়ে স্বামীৰ মুখৰ ফালে চালে। মানুহজনে মুখেৰে কোনো উত্তৰ নিদি সুঁতিটোৰ ফালে আঙুলিয়াই দেখুৱালে।

সন্ধিয়াৰ চকা-চন্দা পোহৰ। শুক্লপক্ষৰ ভৰপূৰ জোনটোৱে সন্ধিয়াৰ পোহৰখিনি বঢ়াই তুলিছে। মানুহজনীয়ে সুঁতিটোৰ ফালে চালে। তেওঁ একো মনিবই পৰা নাই নে একো লক্ষ্যই কৰা নাই? সুঁতিটোৰ দাঁতিত মথাউৰিটোৰ পাৰতে গজি উঠা শিমলু গছজোপা ওখ আৰু প্ৰকাণ্ড হৈ পৰিছে। গছজোপাৰ একেবাৰে আগত কেইটামান শগুণেই নে বৰটোকোলাই ধ্যানমগ্ন ভংগীৰে বহি আছে। আৰু তাৰ তলতে— শিমলুজোপাৰ তলতে সেইখন— সেইখন কি? মানুহজনী দুখোজমান আগবাঢ়ি গ'ল। লগে লগে আগবাঢ়ি গ'ল মানুহজনো। বহু নিলগেদি সন্ধ্যাকালৰ ছায়াময় মাদকতাৰে পৰিবেষ্টিত হৈ বৈ গৈছে ক্ষীণ হ'বলৈ আৰম্ভ কৰা বিশাল নদী এখন। পাৰত বিস্তীৰ্ণ বালিচৰৰ শোভা। আকাশত উজ্জ্বল ভৰপূৰ জোন এটাই আকাশখনত খদমদম লগাই আছে।

দুয়োজন আগবাঢ়ি গ'ল, আৰু শিমলুজোপাৰ তল পালেগৈ। 'চোৱা, চোৱা এইখন এখন জাহাজ।' দুয়োজনে দুয়োজনকে কথাষাৰ ক'লে। 'এখন পুৰণি জাহাজ। আমাৰ গাড়ীখনৰ দৰেই এখন পুৰণি জাহাজ।'

'বোধহয় দুয়োটা সুঁতি একেলগ হৈ এখন বিশাল নদী হৈ থাকোঁতেই জাহাজখন ইয়াত ৰখাই থোৱা হৈছিল। আৰু নদীখন ক্ৰমাৎ আঁতৰি যোৱাত জাহাজখন বালিত লাগি ধৰিলে। কোনেও লৈ নোযোৱাত জাহাজখন ইয়াত এনেদৰেই থাকি গ'ল।'

'জাহাজখন বহু বছৰ ধৰি তেনেকৈয়েই পৰি থাকিল। পাৰত খোচ মাৰি লগাই থোৱা লংগৰ বালিত পোত গ'ল। লোহাৰ ৰছী মামৰে ধৰাত ছিগি থাকিল। কালক্ৰমত জাহাখনো ভাগি-ছিগি যাবলৈ আৰম্ভ কৰিলে। কাঠবোৰ ৰ'দে-বৰষুণে পচিল। কিন্তু বালিৰ বুকুত এডোখৰ পোত খোৱা জাহাজখন বছৰৰ পিছত বছৰ ধৰি তেনেকৈয়েই থাকি গ'ল।'

'থাকি গ'ল নে থাকি নগ'ল? এইখন জানো এখন জাহাজ?

'থাকি গ'ল, থাকি গ'ল। আৰু এইখননো জাহাজ নহয় কি? যদি তুমি জাহাজ বুলি ক'বলৈ বেয়া পোৱা, তেন্তে ক'ব পৰা জাহাজ এখনৰ সোঁৱৰণি। এটা স্মৃতি।'

'সকলো নোহোৱা হৈ যায়, কিন্তু স্মৃতি থাকি যায়, নহয়নে?'

'নোহোৱা হ'লেও, কোনেও গম নেপালেও সকলো স্মৃতিতেই থাকি যায়।'

দুয়ো দুয়োৰে ফালে কিছুপৰ একেথৰে চাই ৰ'ল। একো নাই। এৰি থৈ অহা দিনবোৰ তেওঁলোকে সামৰণ কাপোৰযোৰৰ দৰে জপাত আলফুলে ভৰাই থৈ দিব নোৱাৰিলে। বোধহয় কোনেও নোৱাৰে। মাথোঁ অচল পুৰণি জাহাজ এখনৰ দৰে সকলো কথাই একো একোটা সোঁৱৰণি হৈ পৰিব পাৰে। যাক দুখৰ সময়তো সুখৰ বাবে, আৰু সুখৰ সময়ত অধিক সুখৰ বাবে চাৰণ কৰিব পাৰি, বোধহয় এটা বয়সৰ পিছত মানুহৰ সকলো কথাই সোঁৱৰণিত পৰিণত হয়।

দুয়ো দুয়োৰে ফালে একেথৰে কিছুপৰ চাই ৰোৱাৰ পিছত চকু ফুৰালে। উদাস বিষণ্ণ হৈ পৰিছে দুযোৰ চকু। সোঁৱৰণিয়ে মানুহৰ চকু চুই যায় জানো? সন্ধিয়া লগাৰ সময়ত সোঁৱৰণিয়ে মানুহক বোধহয় উদভ্ৰান্ত কৰিও পেলায়। দুয়োকে দুটা সোঁৱৰণিৰ প্ৰতিচ্ছবি যেন দেখা গ'ল। ছাঁ-আলোকৰ মাজত ডুব যাব খোজা বেলিটো আৰু আকাশলৈ উঠি অহা জোনটোৰ দৰে দুয়ো দুয়োৰে বাবে পৰম সত্য হৈ পৰিল।

জাহাজখনৰ মাজৰ খোল অংশটোত সৰু চাকি এটা টিপ্‌টিপকৈ জ্বলি আছিল। সৰু চাকিটোৰ টিপ্‌টিপাই থকা পোহৰটো মাজত লৈ দুজন মানুহক বহি থকা দেখা গ'ল। তেওঁলোকে পতা কথাবোৰ অস্পষ্ট শব্দ একোটাৰ ভগ্নাংশৰ দৰে শুনা গৈছিল। দুয়োৰে মাজত দুটা দীঘল বটল, আৰু কাগজ এখিলাত ভজা বুট-মাহসহ নিমখ আৰু জলকীয়া। আবেলি আৰু সন্ধিয়াটো উপভোগ কৰিবৰ বাবে মানুহ দুটাই উপযুক্ত স্থানেই নিৰ্বাচন কৰি লৈছে। বটলৰ পানীয় শেষ হ'ল হ'বলা। এটাই পৰম বিৰক্তিৰে বটলৰ মুখখন নিজৰ হাতৰ তলুৱাত খুন্দিয়াবলৈ ধৰা দেখা গ'ল। হাতৰ তলুৱাত এফোঁটামান পানীয়

লাগিল, আৰু মানুহটোৱে সেই ফোটকে চেলেক মাৰি লৈ বটলটো বালিলৈ দলিয়াই দি থিয় হ'ল। দুয়োটা মানুহেই জাহাজখনৰ পৰা ঢলংপলংকৈ নামি আহিল, আৰু বেসুৰাকৈ গান এটা গাই গাই মথাউৰিটোৰ ওপৰেৰে গৈ থাকিবলৈ ধৰিলে। সিহঁতে জ্বলাই থৈ যোৱা চাকিটো জাহাজৰ খোলা অংশত টিপটিপাই জ্বলি থাকিল।

মানুহজনীৰ ভয় লাগিছিল। নিজান ঠাইখনৰ অচল জাহাজখনৰ ওপৰত টলংভটংকৈ খোজকঢ়া মানুহ দুটা। এনেকুৱা এটা পৰিৱেশত সাধাৰণতে এনেকুৱা মানুহ দুটা দেখিলে ডকাইত বা তস্কৰ বুলি ভাবিবলৈ মন যায়। মানুহজনী আৰু দুটা খোজ আগবাঢ়ি আহি মানুহজনৰ বুকুৰ ওচৰ পালেহি। ভয় ভয় কণ্ঠেৰে ক'লে— 'উলটি যাওঁগৈ ব'লা।'

'ৰ'বাচোন ৰ'বা আৰু অকণমান পৰ।'

'তোমাৰ ভয় লগা নাইনে?'

'মোৰ মনে কৈছে, আৰু এটা ঘটনা ঘটিব।'

'কি ঘটনা?'

'তাকে চাই যাওঁ ৰ'বা।'

'তুমি নিজকে ডেকা ল'ৰা বুলি ভাবি আছা নেকি? বৰ সাহস দেখুৱাইছা দেখোন।'

তুমি লগত থাকিলে মই সদায় সাহসী।'

চুপটি নেমাৰিবা।'

কি ঘটনা ঘটিব পাৰে, যাৰ আগজাননী পাইছে মানুহজনে? তেওঁ জানো ভূত-ভৱিষ্যৎ গণনা কৰিব পৰা সৰ্বজান্তা? অথবা তেওঁ জানো এজন কাহিনীকাৰ? মানুহজনীয়ে নেজানে। মাথো স্বামীৰ বুকুৰ ওচৰত থিয় হৈ চুটি-চাপৰ মানুহজনীয়ে পৰিবৰ্তিত পৰিস্থিতিত ঘটনাই কি ধৰণৰ গতি-প্ৰকৃতি ল'ব পাৰে তাকে অনুধাৱন কৰিবলৈ লাগিল।

লাহে লাহে সন্ধিয়াটো আৰু গাঢ় হৈ আহিবলৈ ধৰিলে। মানুহজনী মানুহজনৰ বুকুৰ কাষতে শিমলু গছজোপাৰ তলত ৰৈ থাকিল। বহু দূৰেদি বৈ যোৱা নদীখনৰ বুকুৰ মাজৰ পৰা গুচি অহা বতাহজাকে সকলোকে চুই গ'ল। কঁপাই গ'ল টিপটিপাই জ্বলি থকা চাকিটোৰ শিখা। পুৰুষ আৰু নাৰী কণ্ঠৰ গুণগুণনি এটা শুনিবলৈ পোৱা গৈছে। হয়, তেওঁলোকৰ আগফালৰ পৰা গুণগুণনিটো আহিছে। পাহোৱাল ডেকা ল'ৰা এটা আৰু এজনী যুৱতী। পাহোৱাল যুৱকটোৰ গাত হাত খৰা চোলা এটা। যুৱতীয়ে পিন্ধিছে তেজৰ দৰে ৰঙা শাড়ী এখন। তাইৰ এখন হাতত শিকলিৰে বান্ধি ধৰি আনিছে ক'লা-বগা ৰঙৰ কুকুৰ এটা।

মানুহজনে তেওঁৰ বুকুৰ ওচৰত ভয়ে ভয়ে বৈ থকা মানুহজনীক ফুচফুচাই ক'লে— 'কুকুৰ এটাও আছে।'

'থলুৱা জাতৰ কুকুৰ, কিন্তু বৰ স্বাস্থ্যবান।'

'ডেকা ল'ৰাটো দেখিছানে, কেনে স্বাস্থ্যবান। তাৰ গাৰ মাংসপেশীত জোনাক পৰি তিৰবিৰাই আছে।'

'ছোৱালীজনীও ধুনীয়া। জোনাকত তায়ো জিলিকিছে।'

দুয়ো শিমলুজোপাৰ তলেদি নামি গৈ জাহাজখনত উঠিল। ছোৱালীজনীয়ে জ্বলি থকা চাকিটো তাইৰ বুকুৰ ওচৰলৈ তুলিলে। চাকিৰ পোহৰে তাইৰ মুখখন পোহৰাই পেলালে। জাহাজখনৰ ভিতৰলৈ বুলি কুকুৰটোৰে সৈতে তাই সোমাই গ'ল। পাহোৰাল ডেকা ল'ৰাটো শিমলুজোপাৰ তলৰ বাটটোৰে মথাউৰিলৈ উঠিল, আৰু খোজ ল'লে।

মানুহজনে মানুহজনীক ক'লে— 'আহা, যাওঁগৈ।'

মানুহজনীয়ে মানুহজক সুধিলে— 'ঘটনাটো কিবা বুজি পালানে?'

ঘটনাটো শব্দৰূপ দিয়া হ'ল। মানুহজনে এদিন সন্ধিয়া পত্নীক পঢ়িও শুনালে। পৃথিৱীৰ সকলো ঘটনাৰে চোক আৰু ধাৰ সময়ত কমি আহে। এইটো ঘটনাৰো কমিল। তথাপিও দুয়ো বহুত দিনলৈকে ঘটনাটো মনত পেলাই চাই তাৰ চোক আৰু ধাৰ অপৰিৱৰ্তিত কৰি ৰাখিব বিচাৰিছিল। যিদৰে মানুহে অপৰিৱৰ্তিত কৰি ৰাখিব খোজে নিজৰ জীৱন আৰু যৌৱন। নিজৰ ভাল লগা সময় ভাল লগা মানুহবোৰক। স্মৃতিচাৰণ কৰিলেহে কিছুমান ঘটনা কিছুমান মানুহৰ বাবে মূল্যবান হৈ পৰে, এনেই তাৰ একো মূল্যই নেথাকে। ◈



# ২ দুৰ্বহ

অপৰ্ণা গোস্বামী

'মাইছ.... এ.... মা.... ই.... ছ....'

উদগ্ৰীৱ নেত্ৰে বাতৰি কাকতখনৰ বাবেহে বাটলৈ চাই আছিলোঁ। হ'কাৰজনে আজি কেলৈ জানো ইমান পলম কৰিছে। এনেতে গেইট খুলি খৰধৰকৈ বাইজনী সোমাই আহিল আৰু পাৰ হৈ যোৱা মাছ বেপাৰীটোলৈ আঙুলিয়াই ক'লে 'বাইদেউ মাছ নাৰাখেনেকি? লওক অলপ মই বাছি দিওঁ।'

কাণত যেন মৌহে বৰষিল। স্ব-ইচ্ছাই মাছ বাছিবলৈ আগবাঢ়ি অহা জবাজনীলৈ মই আচৰিত হৈ চালোঁ। আনফালে এই কামটোৰ বাবেই তাইক কত অনুনয়-বিনয় কৰিব লাগে। কিন্তু সন্দেহৰ ছাঁটোক অকণো প্ৰশ্ৰয় নিদি মনত সোণসেৰীয়া যেন লগা তাইৰ কথাযাৰৰ মিচিকি হাঁহিৰে প্ৰত্যুত্তৰ দিলোঁ, প্ৰায় লগে-লগেই।

'আজিচোন তোৰ একেবাৰে বিপৰীত ৰূপ অ' জবা। ৰ তেনেহ'লে অলপ লওঁ' —এইবাৰ মই আগ্ৰহেৰে অপেক্ষা কৰিলোঁ আন এটা মাছ বেপাৰীৰ আশাত।

ইতিমধ্যে কেবাটাও বেপাৰী ঘৰৰ সন্মুখৰ ৰাস্তাটোৰে পাৰ হৈ গৈছে। পুৱাৰ ৰাঙলি আভাই ধৰাৰ বুকু পোহৰাই তোলাৰ আগতেই আৰম্ভ হয় ইহঁতৰ এই যাত্ৰা। চাইকেলৰ কেৰিয়াৰত মাছেৰে ভৰপূৰ ডেক্চিটো বান্ধি এইদৰে নিতৌ পুৱাবেলা অহৰহ সিহঁতৰ চিঞৰে কাণ ঘোলা কৰে। ইখনৰ পিছত সিখন চাইকেল। ৰ'দ-বৰষুণ সকলো আওকাণ কৰি অবিশ্ৰান্ত দেহাৰে নিজৰ কৰ্তব্য সম্পন্ন কৰাতে ব্যস্ত। মাজে মাজে খন্তেকৰ বাবে গতিত স্থবিৰতা আহে— গ্ৰাহকৰ দাবী পূৰণ কৰিবলৈ এপোৱা, আধাকেজি, তিনিপোৱা— ঘৰে ঘৰে জীয়া মাছৰ যোগান ধৰে। কেতিয়াবা কৌতূহল

নিবাৰণ কৰিয়ে বিদায় লয়।

'কি মাছ অ?'

সৰু মাছ? ভাঙোন নে?

জীয়া নে মৰা?

কিমান ডাঙৰ চাওঁ —

দাম?

জঁপিয়াই থকা ৰূপোবালী মাছ কেইটালৈনো কাৰ লোভ নালাগে। পিছে খাবঁলৈ মজা হ'লেও সমস্যা মাছ বছাৰ হে। বিশেষকৈ আমাৰ দৰে চাকৰিয়ালসকলৰ নিৰ্দিষ্ট সময়ত ঘৰুৱা কাম-বন সামৰি ন-দহ বজাত ওলাই যাবলগীয়া সকলৰ পুৱাৰ আহাৰত মাছ বাছি ৰান্ধি খোৱাৰ প্ৰশ্নই নুঠে। তথাপিও গৃহস্থ আৰু সন্তানবো মনৰ ভাব বুজি এদিন পাৰ্ট টাইমাৰজনীক ক'লো, 'জবা, মাছ দুটামান বাছি দিবি দেই।' তাই জকৃজকাই উঠিল। 'নাই নাই মই নোৱাৰোঁ। মোৰ টাইম নাই আৰু তিনিঘৰত কাম আছে।' আশাত চেঁচা পানী ঢালিলে তাই।

গৃহস্থই সন্ধিয়া বজাৰৰ পৰা কাটি বাছি লৈ অহা ডাঙৰ মাছ খাই খাই আমনি লগাত পুনৰ জুতি সলাবলৈ মন গ'ল। এইবাৰ জবাক বুধিয়কৰ দৰে টোপ এটা দিলোঁ। 'জবা, মাছ এভাগ তোমাৰ বাবেও ৰাখো দিয়া। ফ্ৰিজত থৈ দিম। তুমি পিছবেলা কামলৈ আহোঁতে লৈ যাবা'— তেতিয়াৰে পৰা তাই আমাক মাছ বাছি দিয়ে কাচিৎ। বৰ আগ্ৰহেৰে নহ'লেও মুখখন এন্ধাৰমুৱা নকৰে। পিছবেলাৰ কাম সামৰি মুখত কাঁচিজোনৰ পোহৰ বিকিৰণ কৰি মাছকেইটা আৰু পাচলি দুটামানেৰে পলিথিনিৰ পেকেটটো লৈ তাই যায়গৈ।

আজি কিন্তু সঁচাকৈয়ে মোৰ আচৰিত হোৱাৰ পাল। তাইৰ মাতটিও যথেষ্ট কোমল হৈ ওলাইছে।

বেলিৰ পোহৰ ইতিমধ্যে চোকা হৈ আহিছে। চোতালৰ দুবৰিবনৰ আগত জিলিকি থকা মুকুতা সদৃশ নিয়ৰকণাবোৰো লাহে লাহে অদৃশ্য হ'বলৈ ধৰিছে। বিহঙ্গৰ কাকলিৰে পৰিবেশ আৰু মুখৰিত হৈ থকা নাই। হ'কাৰজনে বাতৰিকাকত দুখন দলিয়াই থৈ যোৱাও ভালে পৰ হ'ল। প্ৰতিবেশী এগৰাকীৰ ঘৰত ছাদ ঢালাইৰ কাম পূৰ্ণ গতিত। মেচিনৰ ঘৰ্ ঘৰ্ শব্দে কাণ তাল মাৰি ধৰিছে। নাই। মাছ বেপাৰীৰ দেখা-দেখি নাই। মাছৰ চিন্তাতে বাতৰি কাকত দুখনো বুটলি আনিবলৈ পাহৰিছোঁ। আনদিনা আকৌ চাহকাপ

খাই উঠাৰ পিছতে কাকতখনত চকু ফুৰাবলৈ ব্যাকুল হৈ পৰোঁ।

সেয়া— 'মাইছ'।

আগতে আমনি পোৱা চিঞৰটি শুনি আগ্ৰহেৰে বেপাৰীজনক ৰ'বলৈ ইঙ্গিত দিলোঁ। কাম এৰি জবায়ো আগবাঢ়ি আহিল।

'অই মাছ। ভাঙোন আছে?'

'মিক্স পাব বাইদেউ'

চাওঁ—

পলিথিনিৰ ঢাকোন খুলি সি যি মাছ দেখুৱালে। সেয়া কুঢ়ি মাছৰ পোৱালি হে।

'নালাগে যা।'

মই কাক্ৰতখনতে চকু ফুৰাবলৈ ধৰিলোঁ। জবাই কোঠাকেইটা মচিবলৈ ল'লে। আজি দেওবাৰ বাবে কামৰ তাৰা-হুৰা নাই। এনেতে আকৌ চাইকেলৰ টিলিঙা শুনা গ'ল। সিও মাছ দেখুৱালে। তেনেই সৰু। তাকো যাবলৈ দিলোঁ।

জবা, আজি দেখোন ভাল মাছ অহাই নাই। 'আহিব ৰ'ব বাইদেউ।'

জবাৰ আগ্ৰহে মোকো উৎসাহিত কৰিছে। তাইৰ ছাঁগে খাবলৈ মন গৈছে। ঘৰত তাহাঁত চাৰিটি প্ৰাণী। বস্তুৰ যিহে আকাশলঙঘী দৰ। দিনক্ দিনে বাঢ়ি আছে। কিনো কিনে, কেনেকৈনো কিনে? পাচলিৰ বজাৰকে চাবা নে দালি-চেনিৰ! এই সৰু মাছবোৰৰে পোৱা ৫০ টকা আমাৰে কিনিবলৈ চকু কপালত উঠে। মাছৰ লগতে আলুও দুটামান দিব লাগিব বুলি মই মনতে ভাবি থ'লোঁ।

কিন্তু তৃতীয় মাছ বেপাৰীটোৰ বাবে আমাৰ আশা আৰু অপেক্ষা দুয়োটাই নিস্ফল হ'ল। চাহ খাই তাই যাবলৈ ওলাল। সেমেনা-সেমেনি কৰি তাই ক'লে, 'সেই পোনামাছকেইটাৰে অলপ ৰাখিব পাৰিলেহেঁতেন....' 'এহ্.... কেএৱা আঙুলিটোমান মাছকেইটা বাছোঁতে তোৰ আধ্যা পৰিলেহেঁতেন। হ'ব দে কাইলৈ ৰাখিম?' তাই গ'লগৈ।

পিছদিনা ৰাতিপুৱাই প্ৰথম বেপাৰীজনৰ পৰাই গৃহস্থই আধা কেজি মাছ ৰাখি থ'লে। ভাতৰ লগত গৰম গৰম মাছ ভাজি খোৱাৰ কথা মনলৈ আহোঁতেই জিভাৰ পানী পৰিল। গোসাঁই চাকি দি পাকঘৰত সোমোৱাৰ লগে লগে মোৰ মুখ শুকাই গ'ল। যোৱা ৰাতিৰ বাচনবোৰ তেনেকৈয়ে পৰি আছে। কাষতে মাছৰ চৰিয়াটো। ঘৰ সৰা-মছাৰ কোনো উম-ঘামেই নাই। আনদিনা মই বাথৰুমত থাকোঁতেই তাই পাকঘৰৰ কাম শেষ কৰে। তাৰ মানে তাই আৰু এইবেলা নাহে। মাছখিনি পলিথিনিৰ বেগত ভৰাই

ফ্রিজত থৈ মই মোৰ দৈনন্দিন ৰুটিনখনৰ প্ৰস্তুতি চলালোঁ। আবেলি কলেজৰ পৰা অহাৰ পিছতো তাই কামলৈ নাহিল। অগত্যা, সন্ধিয়া মই মাছখিনি নিজেই বাছিলোঁ। বাচনবোৰো ধুই-মাজি থ'লোঁ। বাল্টিত চাবোন সানি থোৱা কাপোৰ তেনেকৈয়ে থাকিল। নিশাৰ আহাৰ আটায়ে তৃপ্তিৰে খালোঁ যদিও চাকৰি, ঘৰুৱা কাম আৰু বাহিৰ চিন্তাই এনেদৰে জুমুৰি দি ধৰিলে যে পছোৱা বতাহজাকে আকাশ-মেঘাচ্ছন্ন কৰি তোলাৰ দৰে মোৰো মুখমণ্ডল এজাক মেঘেৰে যেন আবৃত হৈ ৰ'ল। জবাৰ ওপৰত খঙে চুলিৰ আগ পালেগৈ। তায়ো যে মাছ অকণ ঘৰলৈ নিবলৈ বিচাৰিছিল সেয়া মোৰ মনলৈকে নাহিল।

পিছদিনাও তাই নহা দেখি মই বাধ্য হৈ ছুটী ল'বলগীয়া হ'ল। গৃহস্থ আৰু ল'ৰাক খুৱাই-বুৱাই ভাগে-ভাগে পঠিয়াই, মেখেলা কোঁচাই, কঁকালত চাদৰৰ আঁচল খুচি একেবাৰে যুদ্ধকালীন প্ৰস্তুতিৰে বাহী বনত ধৰিলোঁ। আমাৰ বাবে এইটো একো নতুন কথা নহয়। মাজে সময়ে তাই ক্ষতি কৰিলে গতানুগতিক জীৱনধাৰা এইদৰেই ওলট-পালট হৈ যায়।

আগচোতালখন সাৰিবলৈ লওঁতেই আন এজনী বাই বাটেৰে গৈ থকা চকুত পৰিল। তাইকে মাতি জবাৰ খবৰ সুধিলোঁ। 'মা টা মাৰা গেছে না। তিনিদিন হ'ল'— কৈ উঠিয়ে তাই আৰু নৰ'ল। হয়তো ভয় কৰিলে জবা নহা কেইদিন জানোচা তাইকে মই কামলৈ আহিবলৈ কওঁ!....

মোৰ কামৰ অন্ত পৰাই নাই। ইটোৰ পিছত সিটো ওলায়ে আছে। ভাগৰে দেহা-মন অৱশ কৰি পেলাইছে। দুপৰীয়া ভাত খাই উঠাৰ পাছত পাকঘৰটো কোনোমতে সামৰি বিছনালৈ যাওঁ বুলি ভাবোঁতেই কলিং বেল বাজিলে। বিৰক্তিৰে দুৱাৰখন খুলি দেখো— জবা থিয়া হৈ আছে। মুখ শুকান। চুলি জপৰা-জপৰী। দুৱাৰমুখতে তাই লেপেটা কাঢ়ি বহি ল'লে।

'অ, তোৰ মাৰ ঢুকাল হেনো। তইতো খবৰ এটা দিব পাৰ। কিবা অসুখ-বিসুখ....।'

'এমাহমান বিছনাতে পৰি আছিল বাইদেউ। খাব ব'ব ভালকৈ নোৱাৰে। দাঁতৰ বিষ, পেটৰ বিষত জৰ্জৰিতা বয়সো হৈছে। চকুৰেও ভালদৰে নমনে....

'ডাক্তৰৰ ওচৰলৈ নিয়া নাছিলি জানো?'

'চৰকাৰী ডিচপেনচেৰীখনলৈ কেবাদিনো গৈছিল আগতে। ভালদৰে নাচায়ে নেকি! ঔষধবোৰেও কাম নিদিয়ে। হওঁতে আমাৰ ঘৰৰ কাষতে ডাঙৰ ডাঙৰ ডাক্তৰ,

দাঁতৰ ডাক্তৰৰ ক্লিনিক আছে। কিন্তু আমিনো এইবোৰত দেখুৱাবলৈ ইমানগাল টকা ক'ত পাম!' 'কেলৈ, মেডিকেললৈতো নিব পাৰ। কাষতে দাঁতৰ কলেজো আছে। তাতেটো ফ্রিতে....' 'মোৰ ল'ৰাটোৰ লগত পঠিয়াইছিলো বাইদেউ। আধাবেলা ভোকে-পিয়াঁহে ৰৈ থকাৰ পিছত ডাক্তৰে মাতিলে। চাই-মেলি চাৰিটা দাঁত সৰুৱাৰ আৰু দুটা ফিলআপ-কৰাৰ কথা ক'লে। ঔষধো কিনিবলৈ দিলে এগাল। এমাহমান হেনো গৈ থাকিব লাগিব। ল'ৰাৰ স্কুল। ময়ো কামৰ ক্ষতি কৰিব নোৱাৰোঁ। এনেদৰে ইমান দিন কেনেকৈনো লৈ যাওঁ। দুখন দুখন বাছ সলাই অহা-যোৱা কৰাটোও জানো মুখৰ কথা!' মই বুজিলোঁ, চৰকাৰী আঁচনি গৰীব-দুখীয়ালোকৰ বাবেই কৰা হৈছে যদিও কোনোটোৱে সহজলভ্য নহয়।

চলচলীয়া চকুৰে তাই আকৌ ক'লে— 'মা থকা বাবেই বহুখিনি নিশ্চিন্ত হৈ আছিলোঁ। ছোৱালীজনী ডাঙৰ হৈ আহিছে। মা এটি সাহসৰ দৰে আছিল।' মই এমাহৰ দৰমহা অগ্ৰীম দিয়াৰ লগতে টকা দুশও দিলোঁ। তাই দুহাত পাতি লৈ যাবলৈ ওলাল। তাৰ বাহিৰে আৰু কিয়ে বা কৰিব পাৰো! অসহায় যন্ত্ৰণাকাতৰ বৃদ্ধা এগৰাকীৰ কৰুণ ছবি এখন চকুৰ আগত ভাহি উঠিল। পুতেক বোৱাৰীয়েকৰ ৰুক্ষ ব্যৱহাৰত তিষ্ঠিব নোৱাৰি তাহ জীয়েকৰ লগতে থাকে। জবাৰ গিৰীয়েকটোও ঢুকাইছে। তায়ে চাৰিঘৰমানত কাম কাৰ পাৰঁয়ালটো পুহি আছে। ল'ৰা-ছোৱালী দুইটাকে স্কুলতো পঢ়ুৱাইছে। সিহঁতৰ সংগ্ৰামী জীৱনৰ কথা ভাবি মোৰ মনটো সেমেকি উঠিল। কিন্তু সেই মুহূৰ্তৰ আগলৈকে মই সপোনতো ভাবিব পৰা নাছিলোঁ যে ইয়াতকৈয়ো কৰুণতম পৰিস্থিতি এটিৰ মই সন্মুখীন হ'ব লাগিব, মুৰ্মূষু ৰোগী এজনীৰ অন্তিম অপূৰ্ণ বাঞ্ছা এটিয়ে মোৰ অন্তৰ দেই-পুৰি নিব!! হাঁহাঁকাৰ কৰি দিব হৃদয়ত।

থোকাথুকি মাতেৰে, যাওঁতে জবাই কৈ গ'ল— 'মৰাৰ আগদিনা সৰু মাছৰ জোল অকণেৰে ভাত এমুঠি খাব বিচাৰিছিল। তাকো খুৱাব নোৱাৰিলোঁ — কিবা এটা অস্ফুট শব্দ মোৰ মুখেৰে ওলাব খুজিও নোলাল। নিৰ্বাক— একেবাৰে নিস্পন্দ যেন হৈ একেথৰে চাই ৰ'লো মই— তাইৰ ওভতনি (গতি) যাত্ৰা। মুৰ্মূষু ৰোগী এজনীৰ অন্তিম অপূৰ্ণ বাঞ্ছা এটিয়ে মোৰ অন্তৰ দেই পুৰি গ'ল। হাঁহাঁকাৰ লগাই থাকিল হৃদয়ত।◈

# ৩ হেৰুৱা দিনৰ মায়া

## লীলাৱতী শইকীয়া বৰা

আন দিনাৰ দৰে আজিও সৰলা আগফালৰ বাৰাণ্ডাৰ এমূৰে থকা আৰামী চকীখনত বহিলগৈ। আজু শহুৰেকৰ দিনৰে চেগুণ কাঠৰ আৰামী চকী। সময়ে সময়ে বাৰ্ণিছ কৰাই থকাৰ কাৰণে আজিও চিক্‌চিকাই আছে— যেন সৌ সিদিনাহে সজা। আজু শহুৰেকৰ পিছত শহুৰেক বহিছিল। তাৰ পিছত সেইখন গাঁৱৰ ঘৰৰ পৰা চহৰৰ এমূৰে নতুনকৈ সজা ঘৰটোলৈ আনি পৰমানন্দই নিজে বহা কৰিলে। এদিন হঠাৎ পৰমানন্দও ঢুকাই থাকিল। তাৰ পিছত কিছুদিন চকীখন তেনেকৈ আগৰ ঠাইতে পাৰি থোৱা আছিল। দুই-এক চুবুৰিয়াই লগ পালে সৰলাক কয়— 'বাইদেউ, খালী চকীখন দেখিলে ছাৰলৈ বৰকৈ মনত পৰে। সেই চকীতে বহি চাৰে কিতাপ পঢ়িছিল, বাতৰি কাকতৰ পাত লুটিয়াইছিল। কেতিয়াবা হঠাৎ মূৰ তুলি চাই চিনাকি আমাক দেখিলে সুধিছিল— 'ভালে আছানে?' এৰা, চকীখন দেখিলে সৰলাৰো বুকুখন চিৰিংকৈ মাৰিছিল। জীৱনৰ শেহৰ ফালে সেইখন চকিতে বহি পৰমানন্দই সৰলা কামৰ পৰা উভতি অহালৈ ডিঙি মেলি বাট চাই আছিল। চকীখন সেই ঠাইৰ পৰা আঁতৰাই থোৱাই ভাল হ'ব। এদিন সৰলাই চকীখন নি পিছফালৰ বাহিৰা বস্তু থোৱা কোঠাটোৰ এচুকত থৈ দিলেগৈ। লাহে লাহে মানুহে চকীখনৰ কথা পাহৰি পেলালে। সৰলাইও।

পৰমানন্দ ঢুকোৱা আজি পাঁচ বছৰৰো ওপৰ হ'ল। সৰলাৰো বয়স হৈ আহিল। অৱসৰ পোৱাৰ পিছত আজৰি পৰত জিৰাবৰ বাবে সৰলাই আকৌ আৰামী চকীখন মছি-কাছি বাৰ্ণিছ কৰাই আগফালৰ বাৰাণ্ডাৰ সেই নিৰ্দিষ্ট ঠাইকণত পাৰি ল'লে। কেতিয়াবা আগবেলা আৰু কেতিয়াব দুপৰীয়া ভাত-পানী খাই উঠি সেইখন চকীতে

বহি সৰলাই ভূত-ভৱিষ্যত ভাবি থাকে। দুজনী ছোৱালী আৰু এটা ল'ৰাৰে ভৰা ঘৰখন এতিয়া তেনেই নিমাও মাও। ছোৱালী দুজনী উলিয়াই দিয়াৰ পিছত ল'ৰাটোৱেই একমাত্ৰ সঙ্গী আছিল। বিয়াবাৰু কৰোৱাৰ পিছত হঠাৎ এদিন চৰকাৰী চাকৰি এৰি এটা ডাঙৰ প্ৰাইভেট কোম্পানীৰ চাকৰি লৈ সিও সপত্নীৰে বাঙ্গালোৰ পালেগৈ। অকলশৰীয়া ঘৰখনত তেওঁৰ লগত থাকিল মাত্ৰ পৰমানন্দ ঢুকোৱাৰ সময়তে একমাত্ৰ ভায়েকে নগাঁৱৰ চাহ বাগিচা এখনৰ পৰা আনি দিয়া ৰাধিকা আৰু এই প্ৰাণহীন চকীখনকে ধৰি ঘৰৰ আচবাব-পত্ৰবোৰ। কিমান কষ্টৰে গোটাইছিল পৰমানন্দই এই বস্তুবোৰ! আজু শহুৰ গ'ল, শাহু গ'ল, স্বামী গ'ল— কিন্তু চেগুণ কাঠৰ সেই চকীখন এতিয়াও মজবুত হৈয়ে আছে তিনিটা পুৰুষৰ স্মৃতি বুকুত লৈ। এদিন সৰলাও যাবগৈ। চকীখনো এদিন পচি জহি-খহি যাব। এৰা পৃথিৱীত একোৱেই স্থায়ী নহয়; পতি-পত্নী, পুত্ৰ-কন্যা আত্মীয়-স্বজন, ঘৰ-সংসাৰ সকলো পানীৰ বুদ্‌বুদ তথাপি মানুহৰ বাৰু ইমান আক্ৰোহ কিয়? কিয় লাগে এজন মানুহক কোটি কোটি টকা? কিয় লাগে এটা মাথোন সন্তানৰ কাৰণে দহ-বাৰ ঠাইত ঘৰ-মাটি? তাইৰ ল'ৰাই কিহৰ দুখত পঞ্চাশ হাজাৰ টকীয়া চাকৰি লৈ বাঙ্গালোৰ পালেগৈ— সেয়াও সৰলাই নাজানে। তাই কাকো বাধা নিদিয়ে। ধনৰ প্ৰতিযোগিতাত দৌৰি যদি সিহঁতে শান্তি পায়, পাওক। তাই ইয়াতেই, পৰমান্দই সজোৱা অসম আৰ্হিৰ এই আহল-বহল ধুনীয়া ঘৰটোতেই থাকিব আমৰণ। লগত থাকিব ৰাধিকা। ৰাধিকাৰ মাক-দেউতাক, ভাই-ভনী কোনো নাই। সৰলাক পাই ৰাধিকাই যেন নিজৰ ঘৰখনহে পালে। কম সময়ৰ ভিতৰতে তাই ঘৰখনৰ আটাইকে আপোন কৰি ল'লে। ৰাধিকা এতিয়া সৰলাৰ যেন সোঁহাত। কিতাপ, দৰৱ কাপোৰ, চচ্‌মা আদি বিচাৰি দিয়াৰ পৰা চব কামতে কেৱল ৰাধিকা আৰু ৰাধিকা। কেতিয়াবা চচ্‌মাযোৰ পিন্ধি থাকিও ৰাধিকাক চিঞৰিব, 'ৰাধিকা, মোৰ চচ্‌মাযোৰ ক'ত?' বেচেৰীয়ে গোটেইখনতে বিচাৰি চলাথ কৰি নাপাই শেষত সৰলালৈ চাই কয়, 'সেইযোৰ দেখোন আপুনি পিন্ধি আছে!' 'এ হয়নেকি?' বুলি লাজ লাজ হাঁহি এটা মাৰি সৰলা মনে মনে থাকে। এদিন পুৱা ফ্ৰীজটো খুলি ৰাধিকা অবাক। আগ দিনাৰ পৰা বিচাৰি ফুৰা সৰলাৰ পেইনটো ফ্ৰীজৰ ভিতৰত। এনেকৈয়ে দুয়োজনী চলি আছে।

আজিকালি খাই-বৈ আজৰি হৈ সৰলাই আৰামী চকীখনতে আউজি বহি ৰাধিকাক পকা চুলি তুলিবলৈ লগায়। সত্তৰৰ ওচৰা-উচৰি হ'ল যদি ড° সৰলাৰ চুলি কোছা। মৰাপাটৰ দৰে বগা হৈ পৰা নাই। মাজ মূৰৰ আৰু কপালৰ দুয়োফালৰ কুম

দুটাৰ কাষৰ চুলিখিনি পকিছে। কঁকাললৈকে পৰা পিছফালৰ চুলিকোছা কিন্তু এতিয়াও প্ৰায় কেঁচা হৈয়ে আছে। মাজে মাজে থকা দুই-এডাল পকা চুলি তুলি দিলে আৰাম লাগে। আৰামী চকীত বহি থকা সৰলাৰ চুলিখিনি লিৰিকি-বিদাৰি দুই-এডাল পকা চুলি তুলি ৰাধিকাই প্ৰায়ে সৰলাৰ গাঁৱৰ কথা শুনে। পকা চুলি তুলি থকাৰ সময়খিনিত সৰলাই প্ৰায়ে গাঁৱৰ কথা কয় আৰু ৰাধিকাই হুয়! হুয়ে! আদি শব্দ কৰি সঁহাৰি দি যায়। নিজৰ গাঁওখনৰ কথা ক'বলৈ পালে সৰলাক আৰু একো নালাগে। পাহৰি যায় তাইৰ বৰ্তমানৰ স্থিতি। 'বুইছ ৰাধিকা'— এই বুলি সম্বোধন কৰি সৰলাই অনৰ্গল কৈ যায় গাঁওখনৰ মানুহখিনিৰ মৰম-চেনেহৰ কথা, সমনীয়াৰ লগ লাগি বাঢ়নী পানীত বৰশী বোৱা, কচু-ঢেঁকীয়া বিচৰা নৈত গামেচাৰে মিছা মাছ ধৰা, মাজ নিশালৈকে নামঘৰত জন্মাষ্টমী, শিৱৰাতিত নাম গাই মতলীয়া হোৱা, ধান কটাৰ পিছত ধাননি পথাৰত লেছেৰী বুটলা, মাঘ বিহুত পদুলিমূৰৰ বিশাল পথাৰখনত ম'হ যুঁজ চোৱা, মাঘ মাহত পতা বৰ সবাহত যশোদা হোৱা, বহাগ আহিলেই কেতেকী ফুল বিচাৰি হৈ চৈ কৰা আদি কথা। একেখিনি কথাকে সামান্য ইফাল-সিফাল কৰি কৈ থাকে যদিও সৰলাৰ কথা কোৱাৰ সুন্দৰ ভঙ্গীৰ কাৰণে ৰাধিকাৰ অকণো আমনি নালাগে। মাজে মাজে প্ৰশ্ন কৰি তাই সৰলাক কথা ক'বলৈ বেছি উৎসাহিতহে কৰে।

আজি ৰাধিকা নাই। সৰলাক ভাত বাঢ়ি দি আৰু নিজেও খাই ওচৰৰে বৰুৱানীৰ ঘৰলৈ গৈছে। ৰঙালী বিহুলৈ আৰু চাৰিদিনমান আছে। বিহুৰ পিঠা-পনাৰ কাৰণে চাউলকেইটামান তিয়াইছে। খুন্দাত সহায় কৰি দিব লাগে। এৰা, এতিয়া চহৰৰ বিহুনো কি! গৰু-গাই নোওৱা-ধোওৱা কথাতো নায়েই, পাৰিলে কেইটামান পিঠা বনোৱা সামৰ্থ থাকিলে পৰিয়ালৰ আপোনজনক দিবলৈ দুই-এখন নতুন কাপোৰ আৰু গামোচা কিনা— সিমানেই। আজিৰ পোলাও-বিৰিয়ানিৰ লগত আগৰ চিৰা-দৈয়েনো কি ফেৰ মাৰিব! তথাপি ওচৰৰে চাৰিআলিৰ বজাৰখনৰপৰা দুই-একে দৈৰ চুঙা একোটা কিনে, যদিও বিহুত আজিকালি দৈ-চিৰা নচলেই।

ৰঙালী বিহু আহিলেই সৰলাৰ গাঁৱলৈ বৰকৈ মনত পৰে। পঞ্চাশ-ষাঠি বছৰৰ আগৰ মৰমৰ গাওঁখন যেন সৰলাৰ মনৰ মাজলৈ ভাহি আহে। কিমান আপোন আছিল গাঁওখনৰ মানুহবোৰ! সৰলাই আপোনা আপুনি কৈ যায়— 'বুইছ ৰাধিকা, তেতিয়া আমাৰ দেউতা আছিল গাঁওখনৰ বয়োজ্যেষ্ঠ লোক। গতিকে দেউতাতকৈ সৰু আটাইবোৰেই আছিল আমাৰ খুৰা। আমাৰ ফুৰা-চকা, স্বভাৱ-চৰিত্ৰ লৈ খুৰাহঁতহে বেছি

সচেতন আছিল। আমাৰ ঘৰখনত কাৰোবাৰ বেমাৰ-আজাৰ হ'লে চুবুৰিটো উবুৰি খাই পৰেহি। কাৰোবাৰ ঘৰত কোনোবা ছোৱালী ডাঙৰ হ'ল— কথাটো ওলাবলৈহে পালে, হাতত টোপোলা লৈ আহিলেই কোনোবা জেঠাই বা খুৰী। সেই কেইদিন কইনাই কি খাব। কেনেকৈ থাকিব লাগিব— সেয়া কইনাৰ মাকতকৈও জেঠায়েক বা খুৰীয়েকেহে যেন বেছি জানে। কথাখিনি কৈ থকাৰ মাজতে সৰলা অলপ সময় তভক মাৰি ৰয়। কিবা এটা যেন বৰ ভাল লগা কথা মনত পৰিছে। কথাটো মনত পৰাৰ লগে লগে লাজৰ ভাব এটাও যেন মুখমণ্ডলত বিয়পি পৰিছে। হয় হয়, তেতিয়া সৰলাই পঞ্চম শ্ৰেণীলৈ প্ৰমোচন পাইছিল। সৰলাৰ স্পষ্ট মনত আছে— চ'ত মাহৰ ২৫ তাৰিখ আছিল সেইদিনা। বেয়া বতৰৰ বাবে সেইবাৰ সৰলাৰ দেউতাকৰ কুঁহিয়াৰ পেৰাৰ কাম তেতিয়াও চলি আছিল। সৰলাহঁতেও কুঁহিয়াৰ পেৰাত দেউতাকক সহায় কৰি দিছিল। সেইদিনা এহাতত কৰাইগুৰিৰ টোপোলাটো আৰু আনটো হাতত চাহৰ জগটো লৈ সৰলা পথাৰৰ মূৰৰ তেঁতেলী গছৰ তলত পতা কুঁহিয়াৰশালত চাহ-জলপান দিবলৈ গৈছিল। ন-মান বাজিছিলনেকি! পথাৰৰ মাজেৰে আধা বাট গৈয়ে সৰলা বেগাই ঘৰলৈ উভতি আহিছিল আৰু চ'ৰাঘৰৰ মাজতে চাহ-জলপানৰ টোপোলা থৈ দুৱাৰখনৰ চুকত সোমাই উচুপি উচুপি কান্দি আছিল। ভঁৰালৰ তলৰ পৰা কাঠখৰি দুডালমান নিবলৈ ওলাই আহি সৰলাৰ মাক চ'ৰাঘৰতে থমকি ৰৈছিল। মাটিত চাহ-জলপানৰ টোপোলা আৰু দুৱাৰ চুকত সৰলা। মাকে বাৰে বাৰে কি হ'ল বুলি সোধাত সৰলাই ফ্ৰকটো দেখুৱাই কান্দি কান্দি ক'লে, 'এয়া চোৱাচোন কি হ'ল?' মাকে সেইপিনেই বহি পৰিল। এই কণমানি অসুখীয়া ছোৱালীজনীয়ে কি কৰিব এতিয়া! মাকৰে দুগালেদি চকুলো বাগৰি আহিল। ইতিমধ্যে বায়েক দুজনী আৰু খুৰীয়েকহঁতো আহিল। কুঁহিয়াৰশালতে খবৰ পাই দেউতাক দৌৰি আহিল। কি ক্ষণত ডাঙৰ হ'ল, যোগ কি— এয়া চোৱাবলৈ ওচৰৰে গোসাঁই গাঁৱৰ কনকদেউৰ ঘৰ পালেগৈ। সেয়া চোৱাই আহিলেহে কন্যাকাল পোৱা সৰলা নিৰ্দিষ্ট ঠাইত বহিব পাৰিব। ইতিমধ্যে শোৱা কোঠাত থকা দুখন বিছনাৰে এখন ভাঙি তাতে উৰুলি দি আৰৈ চাউল চটিয়াই কলমাৰুলিৰে সৰুকৈ সৰলাক এখন বিছনা পাতি দিলে। মূৰৰ শিতানৰ ফালে তামোল-পাণ দক্ষিণাসহ একাঠি চাউল থ'লে, ঘটি এটাত আমডালি সহ এঘটি পানী থৈ কাষতে এগছি বন্তি জ্বলাই দিলে। কাঁচি এখন কলঠৰুবাৰ বিছনাৰ তলত থ'বলৈ দিলে। দেউতাকে গণকৰ তাত চোৱাই অহাৰ পিছত সৰলা সেইখন বিছনাতে বহিল। চাৰিদিনলৈ গা ধোৱা মানা। দেউতাক, ভায়েক কোনো পুৰুষে তাইক

চাব নোৱাৰিব। সাতদিনলৈ ভাতো খাব নোৱাৰিব। সেইকেইদিন বুত-মগু-কল-কুঁহিয়াৰ আৰু গাখীৰ খাই থাকিব লাগিব। খবৰ পাই ওচৰৰ খুৰীয়েকহঁতে মাহ-কলৰ টোপোলা লৈ আহিলেই। চাৰি দিনৰ দিনা সৰলা যেতিয়া গা ধুবলৈ বাহিৰলৈ ওলাল, তাইৰ ভৰিটো কিবা উৰি গৈ মাটিত পৰা যেন লাগিল। তাইৰ গাটো ইমান পাতল আগতে কেতিয়াও লগা নাছিল। গা ধুই ভিতৰলৈ আহি মাকক ক'লে, 'এনেকুৱা হ'লে গাটো পাতল হৈ যায় নেকি?' মাকৰ বুকুখনত শোকে খুন্দা মাৰি ধৰিলে। কেই মুহূৰ্তমান জীয়েকলৈ চাই থাকি সেপ ঢুকি ক'লে, 'মাজনী, কেইবাদিনো ভাত নাখালে আউটাইৰে এনে হ'ব। ভয় নকৰিবা। আৰু দুদিনহে আছে। সাত দিনৰ ৰাতিৰ পৰা তুমি চব খাব পাৰিবা।' সৰলাৰ হেনো পতিহিতা যোগ। বৰ ভাল যোগ। ব্ৰত নাই। মাত্ৰ চ'ত মাহ হোৱাৰ বাবে বামুণক কিবা এটা দান দিব লাগিব। দুটা দিন নাযায় নুপুৱায়। শেষত সাত দিনটো আহি পালে। বহাগৰ এক তাৰিখ। চাৰিদিনৰ দিনা মাহ-হালধিৰে গা ধুই সূৰ্য-প্ৰণাম কৰি গোট খোৱা গোপিনীৰ আগতে সেৱা লৈ সৰলা ভিতৰ সোমাইছিল। তাৰ পিছত এয়া সাত দিনৰ দিনা পুৱা ন-দহমান বজাত সৰলাক মাহ-হালধিৰে গা ধুওৱা হ'ল। ধুৱালে তাইৰ বান্ধৱী কালিন্দীয়ে। সেই দিনাৰ পৰা কালিন্দী তাইৰ সখী হ'ল। আগফালৰ চোতালত ডাঙৰ ৰভা। চাৰিওফালে গোপিনী বহিছে। মাজতে মড়ল এটা সাজি তাত চাকি-বন্তি লগাইছে। মড়লটো সমুখত লৈ মাজতে কালিন্দীৰ লগত সৰলা বহিছে। গাত নতুন চাদৰ-মেখেলা পিন্ধাইছে। ডিঙি-কাণতো সোণৰ অলংকাৰ। তাৰ পিছত এয়া কি? ডিমৰুগুটি আৰু পোৱালমণি ৰঙা সূতাৰে বান্ধি এখন কাপোৰেৰে মেৰিয়াই কনাই সাজি সেইটো এবাৰ মাকে কোলাত লৈছে, এবাৰ তাইৰ কোলাত দিছে। এনেকৈ তিনিবাৰ কৰাৰ পিছত মাকৰ গালত কোনোবা আয়তীয়ে কেঁচা পিঠাগুড়ি সানিছে। মাকেও ওলোটাই সানিছে। তাৰ পিছত কোনোবা এগৰাকীয়ে ছমহীয়া কেচুৱা ল'ৰা এটা আনি সৰলাৰ কোলাত দিছে আৰু সৰলাই ওচৰৰ কাঁহীখনৰ পৰা কেঁচা পিঠাগুড়িৰ লাৰু এটা তাৰ হাতত দি চুমা খাই ল'ৰাটো ওভোটাই দিছে। এইদৰে হাঁহি-ফূৰ্তিৰ মাজেৰে গোপিনীসকলে বিয়াৰ জা-জলপান খালে। আবেলিলৈ বিয়া ভাগিল। সৰলাক আশীৰ্বাদ দি আটায়ে ঘৰাঘৰি গ'ল।

পুৰুষৰ প্ৰবেশ সন্ধ্যাৰ পৰাহে। আন্ধাৰ হোৱাৰ আগে আগে নামঘৰৰ পাঠক আহিল। লগতে কেইজনমান ভকত। থপনা পাতি নাম-প্ৰসঙ্গ আৰম্ভ কৰিলে। নাম শেষ হৈছেহে মাথোঁ সাতখন গাঁৱৰ নিৰ্বাচিত ৰাইজ আহিল হুঁচৰি গাবলৈ। সৰলাৰ চকুত ভাহি

উঠিল ৩০-৩৫ জনমান মানুহ। তাই আপোনা-আপুনি ক'বলৈ ধৰিলে 'বুইছ ৰাধিকা, আমাৰ আহল-বহল চোতালখনত আটাইবোৰ ৰাইজ কেইবাশাৰী হৈ বহিল। ৰাইজৰ হুঁচৰিৰ ধ্বনিত গাঁওখন যেন টলবল হ'ল। হুঁচৰিৰ শেষত মা-দেউতা আৰু পৰিয়ালৰ আটাইৰে লগতে ময়ো সেৱা ল'লো। মোক উদ্দেশ্য কৰি ৰাইজে আকৌ এবাৰ আশীৰ্বাদ দিলে।' আৰামী চকীখনত আউজি চকু মুদি সৰলাই অতীতৰ লগত যেন উমলি আছিল। মুখত হাঁহিৰ ৰেশ এটাও বিয়পি আছিল। 'জেঠাই, আপুনি হ'বলা এতিয়াও বহিয়েই আছে? নুশুলেনেকি?' ৰাধিকাৰ মাতত সৰলা উচপ খাই উঠিল। হয়তো, খিৰিকিৰে কোঠাৰ বেৰৰ ঘড়ীটোলৈ চাই দেখিলে, পাঁচ বাজিবৰ হ'ল। সোঁৱৰণীৰ সোণালী জগতখনৰ পৰা সৰলা বাস্তৱলৈ উভতি আহিল। ৰাধিকাক লক্ষ্য কৰি ক'লে, 'এহ্, মই গমকে নাপালোঁ ইমান সময় কেনেকৈ হ'ল। বাৰু হ'ব দে। শুনচোন, কালিলৈ আমাৰ কাৰণেও বৰা চাউলকেইটামান তিয়াবি। ইহঁতবোৰ নাহিলেও ওচৰৰ কোনোবা আহিব পাৰে। ল'ৰাৰ কোম্পানীৰ চাকৰি। ছুটী নাই। জী-জোঁৱাইনো হঠাৎ কেনেকৈ আহে! সাত সাগৰ তেৰ নদীৰ সিপাৰে থাকে। ওচৰতে থকা হ'লে পিঠা-পনা দুটামানকে পঠাই দিব পাৰিলোহেঁতেন। নাতি দুটাই পিঠা খাই বৰ ভাল পায়।' অলপ পৰ বৈ হুমুনিয়াহ এটা কাঢ়ি ক'লে, "ৰাধিকা, তই কেতেকী ফুল দেখিছনে? পদুম ফুলৰ দৰে ৰং। দীঘল ঠাৰি এডালৰ মূৰত ডেৰবেগেতমান ফুল। লাৰু খাই থাকে। গছবোৰ কিছু ওখ যদিও জোপোহা। পাতবোৰ পাঁচ আঙুলমান বহল আৰু দীঘলীয়া। পাতবোৰৰ দুয়োকাষে কাঁইট। ঠাৰিৰে সৈতে ফুলপাহ গছজোপাৰ মাজত এনেদৰে লুকাই থাকে যে ওচৰেদি গ'লে মানুহে গোন্ধহে পায়, ফুল পাহ নেদেখে। কেতেকী ফুলৰ তীব্ৰ গোন্ধত সাপবোৰ মতলীয়া হয়। য'তেই কেতেকী ফুল, ত'তেই সাপৰ বাহ। জোপোহা ভাঙি ফুল বিচাৰি অনা যে কি কষ্টকৰ! আমাৰ গাঁৱৰ এমূৰে এডৰা কেতেকী ফুল আছিল। বুইছ ৰাধিকা, বিহুৰ সময়ত কেতেকীৰ গোন্ধত গাওখন যেন 'দুলি' আছিল।" খন্তেক বৈ ক'লে, 'বাৰু তই এটা কাম কৰিবি। বিহুৰ দিনা বাৰান্দাৰ এই ওলোমা টাব দুটাত সজাবলৈ বৰুৱানীৰ তাৰপৰাই কপৌ ফুলৰ ঠানি দুটা আনিবি।' ৰাধিকা ইতিমধ্যে ভিতৰলৈ গৈছিল। তাই ভিতৰৰ পৰাই চিঞৰি ক'লে, 'সেইবোৰ হ'ব বাৰু। আহক, এতিয়া চাহ খাওকহি।' সমুখৰ উদং পথাৰখনলৈ চাই সৰলা চকীৰ পৰা উঠি বিষণ্ণ মনেৰে ভিতৰলৈ সোমাই গ'ল। ◈

# ৪ তাই নিৰাপদে আছেনে?

বন্দিতা ফুকন



শাৰীৰ আঁচলেৰে হাত মচি মচি ৰুক্মিণী আহি মিচেছ্ বৰুৱাৰ ওচৰত উপস্থিত হ'ল। মিচেছ্ বৰুৱাই বাতৰি কাগজখনৰ পৰা মূৰ তুলি নোচোৱাকৈয়ে ৰুক্মিণীক সুধিলে—

'কামবোৰ শেষ হ'লনেকি?'

'কাম হৈ গৈছে বাইদেউ।'

'তেনেহ'লে তই এতিয়া যাব পাৰ। কাইলৈ পুৱা সোনকালে আহিবি।'

আচলতে ৰুক্মিণীয়ে দিনটো থকাকৈ মিচেছ্ বৰুৱাহঁতৰ ঘৰলৈ কাম কৰিবলৈ আহে। যোল্ল নে সোতৰ বছৰীয়া ছোৱালীজনী চাফ-চিকুণ। পুৱা সাত বজাতে আহি বৰুৱাহঁতৰ পাকঘৰটো চম্ভালি লয়। মিঃ বৰুৱা আৰু মিচেছ্ বৰুৱা দুয়োজনেই উচ্চ পদস্থ চৰকাৰী বিষয়া, তেওঁলোকৰ একেটি সন্তান ধনে— এইবাৰ দ্বাদশ শ্ৰেণীৰ ফাইনেল পৰীক্ষাত বহিব। এই সৰু তিনিজনীয়া ব্যস্ত পৰিয়ালটোৰ বাবে এগৰাকী বিশ্বস্ত পৰিচাৰিকাৰ খুবেই প্ৰয়োজন। কিন্তু আজিকালি চৌবিশ ঘণ্টা ঘৰত থকাকৈ সহায়কাৰী মানুহ পোৱা নাযায়। আগৰ সেই ঘৰত থাকি কাম-বন কৰিবলৈ অহা পাত-গাভৰু ছোৱালীবোৰ গৈ নোহোৱাত পৰিছে। গাঁৱৰ বেছিভাগ ছোৱালীয়ে হয় পঢ়া-শুনা কৰে নতুবা আত্মসহায়ক গোটবোৰত যোগ দি দুপইচা উপাৰ্জন কৰিবলৈ লৈছে। এনে ছোৱালীৰ অভাবৰ কাৰণে চাকৰিয়াল গৃহিণীখিনিৰ শাৰীৰিক আৰু মানসিক বোজা বৰ বেছিকৈ বাঢ়ি গৈছে। যাৰ ঘৰত কণ কণ শিশুহঁত আছে, সিহঁতৰ চোৱা-চিতা কৰাৰ বাবে ভাল ছোৱালী লাগেই।

একমাত্ৰ ধনৰ কেঁচুৱা অৱস্থাত মিচেছ বৰুৱাই মেঘালয়ৰ পৰা অহা এগৰাকী খাচিয়া সুদক্ষ মহিলাক গুৱাহাটীৰ ঘৰত থকাকৈ পাই গৈছিল। বৰ্তমান এনে মহিলা পাবলৈ নোহোৱা হৈছে আৰু সৌভাগ্যক্ৰমে পালেও তেওঁলোকৰ বেতন হ'ল আকাশলংঘী। ধনৰ ছবছৰ বয়স হোৱাৰ পিছত সেই খাচিয়া মহিলাক ভালদৰে বিদায় দিয়া হ'ল। তাৰপিছত দুজনীমান পাতগাভৰুক ঘৰত থকাকৈ পোৱা গ'ল। অৱশেষত আহিল ৰুক্মিণী। তাই দিনটো বৰুৱাৰ ঘৰত থাকি ৰন্ধা-বঢ়াকে ধৰি ঘৰখন চম্ভালি থাকে, সন্ধিয়াপৰত নিজৰ ঘৰলৈ যায়গৈ। এই ব্যৱস্থাটো মিচেছ বৰুৱাই ভালেই পালে। সন্ধিয়া অফিচৰ পৰা অহাৰ পিছত তেওঁৰ নিজৰো পাকঘৰলৈ গৈ দুই-এপদ ব্যঞ্জন ৰান্ধিবলৈ মন যায়। ধনো এতিয়া ডাঙৰ হৈছে, সি নিজৰ কামখিনি চম্ভালি ল'ব পৰা হৈছে।

....আচলতে এই তিনি সন্ধিয়াখন লাইট জ্বলাই পুৱাৰ বাহী কাগজখন তেওঁ ইমান মনোযোগেৰে পঢ়াৰ যুক্তি নাছিল। কিন্তু পুৱা অফিচলৈ ওলোৱাৰ লৰালৰিৰ কোবত তেওঁৰ কাগজকেইখন পঢ়াই নহ'ল। অফিচতো কামৰ হেঁচাত অফিচত সদায় লৈ থকা কাগজ দুখনো তেওঁ পঢ়িবলৈ সময় উলিয়াব নোৱাৰিলে। আবেলিৰ পিনে কামবোৰ পাতল হৈ অহাৰ সময়তে তেওঁৰ সহকৰ্মী অনিন্দিতা শইকীয়াই কৈছিল—

'আজিৰ কাগজখন পঢ়িছানে? বনুৱা ছোৱালী এজনী চহৰৰ মাজ-মজিয়াত ধৰ্ষিতা হৈছে। দোষীবোৰ ভাল ভাল ধনী-অভিজাত ঘৰৰ ল'ৰা। এই চহখনৰ পৰিৱেশ যে দিনে দিনে ইমান বেয়ালৈ নামি গৈছে! কোনো মহিলাই গধূলি অকলশৰে আলিবাটত খোজ কাঢ়ি ফুৰিবলৈ সাহস কৰিব নোৱাৰে, ডিঙিৰ চেইন, হাতৰ ম'বাইল ছেট কঢ়াটো সাধাৰণ ঘটনাত পৰিণত হৈছে। গাড়ী এখোখন পাৰ্ক কৰি থওঁতেও নানা দুশ্চিন্তা, কোন মুহূৰ্তত কোনে গাড়ীখন চুৰ কৰি নিয়ে তাৰ কি ঠিক। স্কুল-কলেজৰ ছোৱালীহঁতে চিটিবাছত উঠাৰো সমস্যা হৈছে। যিখিনি পুৰুষে বাছৰ ভিতৰত অশালীন আচৰণ কৰে, তেওঁলোকক প্ৰতিবাদ জনাবলৈ বাকীসকল পুৰুষ আগবাঢ়ি নাহে, যাৰ যি হৈছে হৈ থাকক— প্ৰতিদিনে এনেবোৰ ঘটনা দেখি তেওঁলোক ইমান অভ্যস্ত হৈ গৈছে বা নিজা ব্যস্ততা ইমান বেছি বাঢ়ি গৈছে যে এনেবোৰ ঘটনাক সাধাৰণ ঘটনা বুলি আওকাণ কৰা হৈছে।' আৰু বহুতো কিবাকিবি অনিন্দিতাই কৈ গৈছিল, মিচেছ বৰুৱাই অৱশ্যে কিছুমান ঘটনাৰ বিষয়ে আন কিছুমান তলতীয়া মহিলা কৰ্মচাৰীৰ পৰাও শুনি থাকে। অৱশ্যে চিটিবাছ সংক্ৰান্তীয় ঘটনাবোৰৰ ভুক্তভোগী তেওঁ নিজে নহয়, কাৰণ এজন জ্যেষ্ঠ বিষয়া হিচাপে অফিচৰ গাড়ীয়ে প্ৰতিদিনে তেওঁক ঘৰৰ পৰা অফিচলৈ অনা-নিয়া কৰি থাকে।

সেয়েহে কিছুমান অস্বস্তিকৰ ঘটনাৰ পৰা তেওঁ ৰেহাই পায়। কোনো কোনোৱে আকৌ মন্তব্য দিয়ে যে মহিলা বা ছোৱালীবোৰৰ সাজ-পোছাক দিনে দিনে দৃষ্টিকটু হৈ পৰাৰ কাৰণেহে এনেবোৰ ঘটনা ঘটিবলৈ পাইছে। পিছে চহৰৰ উপকণ্ঠৰ পৰা অহা অথবা নিম্ন মধ্যবিত্ত ঘৰৰ ছোৱালীবোৰৰ তেনে দৃষ্টিকটু দামী পোছাক পিন্ধাৰ সামৰ্থই বা ক'ত? সেই চহৰৰ উপকণ্ঠৰ পৰা প্ৰতিদিনাই মিচেছ্ বৰুৱাহঁতৰ অফিচত নিম্নবৰ্গৰ চাকৰি কৰিবলৈ অহা দুখীয়া ঘৰৰ ছোৱালী কপাহী সূতাৰ মেখেলা-চাদৰ শাৰী মাৰ্জিতভাৱে পিন্ধি থকা উৎপলাইতো সেই চিটিবাছৰ অশালীন ঘটনাবোৰৰ পৰা ৰেহাই পাব লাগিছিল। আচলতে গোটেই সমাজখনতে অবক্ষয় চলি আছে সস্তীয়া হিন্দী ছবি, চিডি, কলা ধনৰ পয়োভৰ, বিজ্ঞাপনত ব্যৱহাৰ হোৱা স্বল্প বস্ত্ৰ নাৰীদেহৰ ছবি, চোৰাং বজাৰৰ ব্লু-ফিল্ম— এইবোৰেই নিশ্চয় সেই অশালীন ঘটনাবোৰৰ কাৰক।

উপৰোক্ত বিষয়বোৰক দায়ী কৰাৰ আগতে মিচেছ্ বৰুৱাৰ নিজৰ বা নিজৰ কেইঘৰমান বন্ধু তথা আত্মীয়লোকৰ পৰিয়ালবোৰৰ ঘৰ একোখনৰ ওপৰত চকু ফুৰাবৰ মন গ'ল। চাকৰি, ঘৰ-সংসাৰ আদি এশ এটা ব্যস্ততাৰ মাজত তেওঁ তেওঁৰ সেই ওঠৰ বছৰ বয়সৰ কোঠাত ভৰি দিব লগা একমাত্ৰ ধনৰ কথা কিমান ভাৱে? তাৰ উঠি অহা যৌৱনদীপ্ত, প্ৰাণোচ্ছল সময়খিনি সি কেনেকৈ ব্যৱহাৰ কৰে তাৰ খবৰ তেওঁনো কিমান ৰাখে? অৱশ্যেই তেওঁ ধনৰ খবৰ পাৰ্যমানে ৰাখিবলৈ চেষ্টা কৰি আহিছে। কোনো জৰুৰী প্ৰয়োজন নাথাকিলে ধনে সদায় গধূলি নিৰ্দিষ্ট সময়ত ঘৰ সোমাবহি লাগে তাৰ খবৰ ল'বলৈ অহা বন্ধুবোৰ কেনে, কোনবোৰ বিষয়ত সিহঁত অনুৰাগী, সিহঁতৰ পৰিয়ালবোৰৰ বিষয়ে জানিবলৈ তেওঁ খুবেই চেষ্টা কৰে। ইংৰাজী সাহিত্য বুলিয়েই যিদিনা চৈধ্য বছৰীয়া ধনে তাৰ কোনো বন্ধুৰ পৰা চিডনী চেলডনৰ কিতাপ এখন পঢ়িবলৈ মেলি লৈছিল, তেওঁ উত্তেজিত নহৈ, চিএৰ-বাখৰ নকৰি শান্ত মাতেৰে কৈছিল— "ধন, তই সেইখন কিতাপ আৰু দুদিনমানৰ পিছত পঢ়িলেও হ'ব। সেইখন কিতাপ পঢ়িবলৈ তোৰ গোটেই জীৱনটো পৰি আছে। তাতকৈ হাতত সময় থাকোঁতেই আমাৰ অসমীয়া কিতাপ সেই বেণুধৰ শৰ্মাদেৱৰ 'মজিয়াৰ পৰা মেজলৈ' নামৰ কিতাপখন পঢ়। দেখিবি কিমান কষ্টৰ মাজেৰে শৰ্মাদেৱে নিজক আৰু অসমৰ বুৰঞ্জী সাহিত্যত কিমান বহুমূলীয়া অৱদান দি থৈ গ'ল।"

ইংৰাজী মাধ্যমত পঢ়া ধনৰ অৱশ্যে সেইখন কিতাপ পঢ়োঁতে বহুদিন লাগিল। কিন্তু এসময়ত সি সেইখন পঢ়ি শেষ কৰিলে। তাৰ পিছত এদিন সি নিজেই গৈ জিলা

পুথিভঁৰালৰ পৰা 'প্ৰফেচৰ বৰুৱাৰ চিঠি' নামৰ কিতাপখন ঘৰলৈ লৈ আনিলে। বহুত ভাবি-চিন্তিয়েই মিচেছ্ বৰুৱাই তেওঁৰ ঘৰতে বছৰৰ পিছত বছৰ থাকি গাভৰু হোৱা ৰত্নাক ঘৰতে অনুষ্টুপীয়াকৈ বিয়া পাতি উলিয়াই দিলে— ৰত্নাৰ দৰা আছিল মিঃ বৰুৱাৰ অফিচৰে চৰকাৰী গাড়ীচালক নৃপেন। মিচেছ্ বৰুৱাৰ উদ্দেশ্য দেউতাক নথকা ৰত্নাৰ জীৱনটো ঠিকে-ঠাকে গত লগাই দিয়াটোৱেই নহয় তেওঁৰ আন এটা উদ্দেশ্যও আছিল। সেয়া হ'ল ধনে বুজক যে দিনৰ পিছত দিন ধৰি এইখন ঘৰৰ সকলোৰে মন যোগাই সেৱা-শুশ্ৰূষা কৰা ৰত্নাহঁতৰ দৰে ছোৱালীবো এটা নিৰাপদ সুস্থ ভৱিষ্যতৰ প্ৰয়োজন আছে। নিজা প্ৰয়োজনৰ খাতিৰত তেনে এজনী ছোৱালীক ঘৰতে বুঢ়ী কৰি ৰখা বা প্ৰয়োজন শেষ হৈ যোৱাৰ লগে লগে সেই ছোৱালী এজনীক বোজাৰ দৰে বিধবা মাক বা ৰুগীয়া দেউতাকৰ ওচৰলৈ ওভোটাই পঠিওৱাটো মুঠেই ন্যায়সংগত হ'ব নোৱাৰে।

'বাইদেউ!'

ৰুক্মিণীৰ মাতষাৰত মিচেছ্ বৰুৱা বাস্তৱলৈ উভতি আহিল। তেওঁ আচৰিত হৈ সুধিলে— 'তই এতিয়াও ঘৰলৈ যোৱা নাই ৰুক্মিণী?' 'আন্ধাৰ হৈছে, যাবলৈ ভয় লাগে বাইদেউ!' এইবাৰ মিচেছ্ বৰুৱাই প্ৰায় ষোল্ল বছৰীয়া যেন লগা ৰুক্মিণীৰ ওপৰত চকু ফুৰালে। আন বিহাৰী ছোৱালীবোৰৰ দৰেই ৰুক্মিণীয়ে আজি এখন সেউজীয়া ৰঙৰ ওপৰত হালধীয়া ফুল থকা শাৰী পিন্ধিছে; তাইৰ চকুত কাজল, ৰঙচুৱা চুলিকোচাৰে আঁটি আঁটি এডাল দীঘল বেণী বান্ধি থৈছে। কপালত জিলিকিছে এটা ৰঙা সৰু টিপ।

হঠাতে মিচেছ্ বৰুৱাৰ বুকুখন বিষাই উঠে সেই ধৰ্ষিতা হোৱা বনুৱা ছোৱালীজনী বাৰু দেখাত ৰুক্মিণীৰ দৰেই আছিলনেকি? তাইও চাগৈ সপোন দেখিছিল যে ৰূপ কথাৰ ৰাজকোঁৱৰে এদিন তাইক মধুৰ সংসাৰ এখনৰ মাজলৈ আদৰি নিব। কেৱল সেই বনুৱা ছোৱালীজনীয়েই নহয় সমাজৰ যিকোনো স্তৰৰ এনে এজনী ধৰ্ষিতা গাভৰুৱে বিশ্বাস কৰিবলৈ টান পাব যে একেখন সমাজতে বাস কৰা আন কিছুমান পুৰুষৰ ওচৰত আশ্ৰয়, নিৰাপত্তা, নিস্বাৰ্থ বন্ধুত্বৰ প্ৰতিশ্ৰুতি আশা কৰিব পৰা যায়। এইবাৰ মিচেছ্ বৰুৱাই ভিতৰলৈ চাই মাতিলে—

'ধন, ধন'।

ভিতৰৰ পৰা ধন ওলাই আহিল।

'ধন, তই ৰুক্মিণীক নিৰাপদে ঘৰত থৈ আহিব পাৰিবিনে?'

'পাৰিম মা।'

ধনে তাৰ চাইকেলখন পিছফালৰ বাৰাণ্ডাৰ পৰা উলিয়াই আনিলে। আগে আগে ৰুক্মিণী আৰু পিছে পিছে চাইকেলৰ পেডেল লাহে লাহে কোবাই ধন গৈ থকা দৃশ্যটো মিচেছ বৰুৱাই বাৰণ্ডাত থিয় হৈ চাবলৈ ধৰিলে। তেনেতে সেই মাত্ৰ অফিচৰ পৰা উভতি ধনৰ পিতৃ মিঃ বৰুৱাই দৃশ্যটো দেখি ক'লে—

'এঃ ধনক পঠিওৱাতকৈ ময়েই দেখোন ৰুক্মিণীক ঘৰত থৈ আহিব পাৰিলোহেঁতেন।'

মিচেছ বৰুৱাই উত্তৰ দিলে—

'তোমাৰতো অফিচৰ পৰা আহোঁতে বেছ দেৰি হয়। সেয়েই ধনকেই পঠিয়াই দিলোঁ। ধনে বুজক যে ৰুক্মিণী এজনী দুখীয়া ছোৱালী হ'লেও তাইৰো নিৰাপত্তাৰ প্ৰয়োজন আছে। দুখীয়াই হওক বা ধনীয়েই হওক, শিক্ষিত হওক বা অশিক্ষিতেই হওক, সেই সকলোবোৰ ছোৱালীয়েই এদিন এখন সংসাৰৰ গৃহিণী, মাতৃ হ'বগৈ লাগিব। ধনৰ দৰে উঠি অহা যুৱকখিনিয়ে বুজিবলৈ শিকক যে জীৱনত আহৰণ কৰিবলগীয়া আন ভাল গুণবোৰৰ লগতে সমাজৰ সকলো শ্ৰেণীৰে ছোৱালীক নিৰাপদে ৰখাৰ কৌশলবোৰো শিকাৰ বাবে অত্যন্ত প্ৰয়োজন হৈ পৰিছে। ◈



# ৫ নিস্কৃতি

অঞ্জলি বৰুৱা

বাছখন আহি পাওঁতে পূৰা এঘণ্টা পলম হৈছিল। পুহ মাহৰ নিশা। আঠ বজাতে বহু ৰাতি হোৱা যেন লাগিছিল। বাচষ্টেশুতো মানুহ-দুনুহ কম, ৰিক্সা, অটো' বৰ বেছি নাছিল। প্ৰভাত ফুকনে বাছখনৰ পৰা নামি ইফালে-সিফালে চাবলৈ ধৰিলে। গাড়ীলৈ জিতু বা মিতু ক'ত বা বৈ আছে? হওঁতে কেবাখনো গাড়ী বৈ থকা ফুকনে দেখা পাইছিল। তাৰে কেইখনমানত ৰাতি যোৱা বাচৰ যাত্ৰী আহিছিল। বাকী কেইখনত নিজৰ আহিব লগা সকলক লৈ এখন এখনকৈ গুচি গ'লগৈ। বহু দূৰলৈকে চায়ো তেওঁ নিজৰ মানুহ কাকো নেদেখিলে, সময় বৈ নেথাকে। দুটা ডাঙৰ ট্ৰাঙ্ক আৰু ডাঙৰ হাত বেগটো লৈ তেওঁ মহা সমস্যাত পৰিল। ইমানবোৰ মাল-পত্ৰৰে ৰিক্সাত যাব নোৱাৰি। অটো'ৱালা কেবাজনকো সোধ-পোঁচ কৰিলে, কিন্তু ইমান ৰাতি সেইটো অঞ্চললৈ অটো' নিবলৈ কোনো ৰাজী নহ'ল। কাৰণ চহৰৰ সেই মূৰৰ পৰা ঘূৰি অহোঁতে পেচেঞ্জাৰ পোৱা টান। অৱশেষত ফুকনে অহা-যোৱা দুয়োটাৰে ভাড়া দিবলৈ গাত লোৱাত, এজন অটো' ড্ৰাইভাৰ সৈমান হ'ল। ঘৰ পাওঁতে নিশা দহ বাজিছিল। ঠাণ্ডাতে ফুকনৰ হাত-ভৰিবোৰ ঠেৰেঙা লাগিছিল। কলিং বেলটো বাজোঁতে ঘৈণীয়েক ৰত্নাহে দৌৰি অহাদি আহি দুৱাৰখন খুলি দিছিল। পুতেক-বোৱাৰীয়েকহঁত খোৱা-বোৱাত ব্যস্ত। ৰত্না আৰু তেৰেঁই টানি-আঁজুৰি বাকচকেইটা কোঠাটোত ভৰালে। আলহী শোৱা সৰু কোঠাত বস্তুকেইটা ভৰাই দিয়াৰ পাছতে কোঠাটো ভৰি পৰা যেন লাগিল। ফুকনে বিছনাখন আৰু কোঠাৰ বস্তুবোৰত ওপৰে-ওপৰে চকু ফুৰালে। এইটোতো তেওঁৰ কোঠা নহয়। কোঠাটো সলনি কৰাৰ কথা ৰত্নাই ঘূণাক্ষৰেও তেওঁক জনোৱা নাছিল। তেওঁলোকৰ কোঠাটোত কোন শোৱে?

ভাত-পানী খাই উঠি বৰ পুতেক জিতুৱে মাত লগালে, 'দেউতা আহিলা, তোমাক আনিবলৈ গাড়ীখন লৈ গৈছিলোঁ, পিছে বাছ আহি পাওঁতে পলম হ'ব বুলি কোৱাত গুচি আহিলোঁ। ভাবিছিলোঁ ম'বাইলৰে তুমি ফোন কৰিবা, বাৰু হ'ব, তোমাৰ ছাগে ভাগৰ লাগিছে। ৰাতিও ভালেমান হ'ল। তুমি খাই বৈ শুই থাকা।' সৰু পুতেক নিতু আৰু বোৱাৰীয়েক আহি মাত একেষাৰ দি দিহা-দিহি শুবলৈ গ'ল। ৰত্নাই গা-ধোৱা ঘৰত গৰম পানী এবাল্টি দি ক'লে 'আপুনি কাপোৰ-কানি সলাই হাত-ভৰি ধোৱক, মই ভাত বাঢ়িছোঁ।'

সুদীৰ্ঘ একুৰি পোন্ধৰ বছৰ অৰুণাচলৰ নিৰজুলিত চাকৰি কৰি থকা তাপবিদ্যুত কেন্দ্ৰৰ প্ৰশাসনিক বিষয়াঁ প্ৰভাত ফুকন অৱসৰৰ পাছত ঘৰলৈ আহিছে। এনেয়ে প্ৰতিবছৰে একোবাৰ ঘৰলৈ আহে যদিও, যোৱা দুবছৰে আহিব পৰা নাছিল। কামৰ চাপ বেছি হৈছিল। মেনেজিং ডাইৰেক্টৰ অনিমেষ মিত্ৰ ছমাহৰ ট্ৰেইনিঙৰ কাৰণে বিদেশলৈ গৈছিল। তাৰোপৰি কেইজনমান ইঞ্জিনীয়াৰ আৰু বিষয়াৰ বিৰুদ্ধে চি, বি, আই,ৰ অনুসন্ধান চলি থকা কাৰণে, অফিচৰ বহু দায়িত্ব তেওঁৰ মূৰৰ ওপৰতে পৰিছিল, অনুসন্ধান চলি থকা অৱস্থাত তেওঁ কৰ্মস্থলীও এৰিব নোৱাৰা অৱস্থাত পৰিছিল। মাত্ৰ ছমাহ মানৰ আগতেহে সকলোবিলাক স্বাভাৱিক অৱস্থালৈ ঘূৰি আহিছিল আৰু তেৰোঁ সময়মতেই অৱসৰ ল'ব পাৰিব বুলি আশ্বস্ত হৈছিল। কাম কৰি তেওঁ ভাল পাইছিল। এজন নিষ্ঠাবান, পৰিশ্ৰমী, দুৰ্নীতিমুক্ত প্ৰশাসনিক বিষয়া হিচাপে এটা নিকা ভাবমূৰ্তি আছিল সকলোৰে মাজত। কিন্তু কেতিয়াবা এনেকুৱা কিছুমান অনাহুত পৰিস্থিতিৰ উদ্ভৱ হয়, সেইবিলাকৰ সন্মুখীন হ'ব লগা হ'লে বৰ অসুবিধাও হয়। কথাটোৱে তেওঁক কষ্ট দিয়ে। কৰ্তব্যৰ খাতিৰত, নিজৰ অফিচটো অপবাদমুক্ত কৰি ৰাখিবলৈ, দৃঢ়স্থিতি ল'ব লগা হয়। এনেবিলাক বহুত তিতা-কেহা অভিজ্ঞতা, অথচ হাঁহি আনন্দৰে মিশ্ৰিত চাকৰি জীৱন অন্ত হোৱাৰ পাছত, উন্মুক্ত আকাশৰ তলত, পো-বোৱাৰী, নাতি-নাতিনীৰে এক আনন্দময় জীৱন-যাপন কৰাৰ কথা ভাবি ভাবি বিভোৰ হৈ পৰিছিল। অৱসৰলৈ দুমাহ থকাৰ পৰাই তেওঁৰ নতুন জীৱনৰ পৰিকল্পনাৰ কথা সকলোৰে আগত কৈছিল। সাধাৰণতে সকলোকে 'তই' বুলি মতা ফুকন দাদাই মনৰ আবেগতে সেইদিনা বহুতো নোকোৱা কথা কৈ পেলাইছিল।

প্ৰায় এমাহ সকলোৰে ঘৰে ঘৰে খাই, যোৱাৰ এসপ্তাহৰ আগতে ফুকনে নিজেই এটা পাৰ্টী দিছিল। নিৰজুলিত চাকৰি কৰা কালছোৱাত এইটোৱেই তেওঁৰ প্ৰথম আৰু শেষ পাৰ্টী আছিল। সেইদিনা তেওঁ জীৱন কোঁৱৰক কৈ ভাল হুইস্কি দুবটল মানৰো

যোগাৰ কৰিছিল। তহঁত ডেকামখাই ভাল পাব কাৰণেই জীবনক আনিবলৈ কৈছিলো। ফুকনদাৰ শেষ পাৰ্টীত যোগ দিবলৈ অফিচৰ চকিদাৰ, পিয়ন পৰ্যন্ত আহিছিল। সকলোৱেই ফূৰ্তি কৰিছিল সেইদিনা। ফুকনেও সেইদিনা পানীয় পৰ্বত অংশ গ্ৰহণ কৰি আনন্দ আৰু আবেগত উথলি উঠি কৈছিল— 'মই কেনেকৈ পঢ়িছিলো আৰু মোৰ ল'ৰাই কেনেকৈ পঢ়িছিল, তহঁতক কোৱাই নাছিলোঁ। লাওলোৱা-টোকোনাৰ ঘৰৰ ল'ৰা আছিলোঁ মই। পিতাৰ কেই বিঘামান খেতিৰ মাটি আছিল, তাৰে ছমাহো খাবলৈ নুজুৰিছিল। পাঁচ মাইল বাট খোজ কাঢ়ি মই হাইস্কুলত পঢ়িছিলোঁ। পুহ মহীয়া ঠেৰেঙা লগা জাৰত আয়ে গাত মেৰিয়াই দিয়া এৰি চাদৰখন লৈ খালি ভৰিৰে ঘৰতে পোৱা বেঙেনা কৰ্কৰা ভাত এমুঠি খাই স্কুললৈ গৈছিলোঁ। আয়ে তিনি পোৱামান গাখীৰৰ কৰীয়া এটা হাতত দি কৈছিল— 'গাখীৰকণ চহৰৰ কোনোবা এঘৰত দি পইচা দুটামান যোগাৰ কৰি আনিলেহে সূতা কিনি কাপোৰ বৈ পিন্ধিব পাৰিম।' 'মই চহৰৰ বৰা উকিলৰ ঘৰতে গাখীৰকণ দি কৰীয়াটো তাতে থৈ স্কুললৈ গৈছিলোঁ। গণিত, উচ্চ গণিত আৰু বিজ্ঞান, তিনিটা বিষয়ত সৰ্বোচ্চ নম্বৰলৈ মই মেট্ৰিক পাচ কৰিছিলোঁ। সেইদিনা চহৰৰ সকলো হাইস্কুলৰ ছাত্ৰ-ছাত্ৰী শিক্ষকসকলে মিলি মোক সম্বৰ্ধনা জনাইছিল। কাৰণ জিলাখনৰ ভিতৰতে মই প্ৰথম হৈছিলোঁ। আমাৰ স্কুলৰ ছাত্ৰ শিক্ষকসকলে পইচা তুলি সেইদিনা খোৱা-বোৱাৰো আয়োজন কৰিছিল। সকলোৱে খুব ফূৰ্তি কৰিছিল। ইপিনে ঘৰত পিতায়ে হিয়া ঢাকুৰি কান্দিছিল 'হীৰাৰ টুকুৰা মোৰ পোণাটোক মই কলেজত কেনেকৈ পঢ়ুৱাম। তই বোপাই মোৰ ঘৰত জন্ম লৈ ভুল কৰিলি। মই এটা বৃত্তি পাইছিলোঁ। বৃত্তিৰ পইচাৰে হোষ্টেলত থাকি কলেজত পঢ়াৰ খৰচ নোলাইছিল। পঢ়াৰ কষ্ট নহ'বৰ বাবে পিতায়ে দিনে-নিশায়ে হাড়ভঙা খাটনি কৰিছিল। দিনটো হাজিৰা কৰাৰ উপৰিও ৰাতি গিৰিধাৰীলাল মহাজনৰ গুদামত ধানৰ বস্তা কঢ়িয়াইছিল। আমি বুজিছ, এনে অৱস্থাৰে তিনিজন ল'ৰাই খেৰৰ সৰু ঘৰ এটাতে চহৰৰ এচুকত মেছ কৰি আছিলোঁ। ঘৰৰ পৰা আটাইবোৰে চাউল শাক-পাচলি সপ্তাহত এদিন গৈ আনি মুঠতে খোৱাৰ লেঠা মাৰিছিলোঁ। প্ৰথম বছৰ মহাবিদ্যালয়ত খুব ভালদৰে পঢ়া-শুনা কৰিছিলোঁ। দ্বিতীয় বছৰতে পিতা বেমাৰত পৰিল। তেতিয়া মোক খৰচ দিয়ক চাৰি, মোৰ ওপৰতহে ঘৰ চলোৱাৰ দায়িত্ব আহি পৰিল। পঢ়াৰ মাজতে মই টিউচন কেইটামান যোগাৰ কৰি ল'লোঁ। তাৰে কেইটামান টকা মোৰ হাতত ৰাখি, বাকী টকা পিতাক দৰৱ কিনাৰ বাবদ দিছিলোঁ। পঢ়া-শুনা কৰিবলৈ সময় নোপোৱা হৈছিলোঁ। হায়াৰ চেকেণ্ডেৰীত প্ৰথম বিভাগ পালোঁ যদিও ভাল নম্বৰ নেপালোঁ। সকলোৱে আশা কৰাৰ দৰে, ময়ো আশা কৰিছিলোঁ আমৰে মৌজাত ময়েই

প্ৰথম ডাক্তৰ হ'ম। মেডিকেল পঢ়াৰ কাৰণে নম্বৰ কম হ'ল। ভাবিলোঁ, ধন উপাৰ্জন কৰি বিজ্ঞান বিষয়ত ভাল নম্বৰ পোৱা আশা কম। সেইকাৰণে মই কৰ্মাচত নাম ভৰ্তি কৰিলোঁ। ইয়াত বিজ্ঞানৰ দৰে মৰি পৰি পঢ়িব নেলাগে। মই ভালকৈ টিউচন কৰিও পঢ়িব পৰা হ'লো। একাউণ্টিঙ্গিত মেজৰ লৈ মই প্ৰথম শ্ৰেণী পালোঁ। ইপিনে ঘৰত পিতাৰ মৃত্যু হৈছিল। ভনী দুজনীকো কলেজত নাম লগোৱাৰ সময় হৈছিল। মই পঢ়া-শুনা বাদ দিলোঁ। ভাল দৰমহা দেখি চহৰৰে এটা চাহ বাগিছাৰ অফিচত চাকৰি কৰিবলৈ ল'লো। আমি থকা মেছৰ খেৰী ঘৰটোৰ মালিক বিহাৰী বুঢ়াটোৱে ঘৰে-মাটিয়ে বেঁচ ঘৰলৈ যাবগৈ বুলি কোৱাত সস্তাতে পাই মই ঘৰে-মাটিয়ে কিনিয়ে ল'লো। আচলতে ভনী দুজনীৰ কলেজত পঢ়াৰ সুবিধাৰ কাৰণেই কিনা হৈছিল। আই আৰু ভনী দুজনী তাতে থাকি পঢ়া-শুনা কৰিবলৈ ধৰিলে। ইতিমধ্যে মই এই চাকৰিটো পালোঁ। ভাল চাকৰি, যথেষ্ট দৰমহা-পাতি, গতিকে যোগ দিলোঁ। চাকৰি পোৱাৰ দুবছৰৰ ভিতৰত ভাল ল'ৰা পাই ভনী দুজনীকো বিয়া দি উলিয়াই দিলোঁ। আইক মোৰ লগতে ৰাখিছিলোঁ যদিও আইৰ স্বাস্থ্যও দিনে দিনে পৰি আহিছিল। মোক বিয়া কৰিবলৈ জোৰ কৰিলে। ভাবিলো বুঢ়া বয়সত আইক চাবলৈকে এজনী আনিব লাগিব। ভনী দুজনীয়ে ছোৱালী চালে। ৰত্না, ছোৱালীজনী ভাল আছিল, আইৰ বৰ যতন লৈছিল। কিন্তু আইৰ হাৰ্টৰ অসুখ আছিল। বিয়াৰ তিনি মাহৰ পাছতে মৃত্যু হৈছিল। আমাৰ মাজলৈ দুটা ল'ৰা আহিল। পঢ়াৰ সুবিধাৰ কাৰণে সিহঁতক চহৰৰ ঘৰলৈ পঠাই দিলোঁ। আইহঁত থাকোঁতেই মই ঘৰটো ভালকৈ সজাই লৈছিলোঁ।

ল'ৰা দুটা সৰু থাকোঁতে সিমান খৰচ নাছিল বুজিছ। জানিছিলো, ইংৰাজী মাধ্যমৰ ডাঙৰ স্কুলত পঢ়িলে জোতা-মোজা, কাপোৰ-কানি, ফিজতে বিশ্ববিদ্যালয়ৰ শিক্ষাৰ্থীৰ দুই-তিনিগুণ বেছি টকা খৰছ হয়। কিন্তু সিহঁত নৱম শ্ৰেণী পাওঁতে সিহঁতৰ খৰচৰ নমুনা দেখি ত্ৰাহি মধুসূধন সুঁৱৰিছিলোঁ। একোযোৰ জোতাৰ দামেই দুই-তিনি হেজাৰ টকা। তাৰ লগত মিলাই ব্ৰেণ্ডেট জীনচ্ পেন্ট-চাৰ্ট। দুয়োটাই চাৰি পাঁচোটা বিষয়ত টিউচন লয়। আগতে মই চাৰিটা টিউচন কৰি যিমান ধন আৰ্জিছিলোঁ ল'ৰাহঁতৰ এটা টিউচনতে তাতোকৈ বেছি ধন লাগে। তাৰোপৰি টিউচন যাবলৈ সিহঁতক বাইকহে লাগে। একেখনতে যাবলৈ দুয়োটাৰে অসুবিধা। সেই কাৰণে ষাঠি হাজাৰ টকীয়া দুখন বাইক কিনি দিব লগা হ'ল। কি কৰিবি এইটোৱেই হেনো 'মডাৰ্ণ লাইফষ্টাইল।'

দৰমহাটো মই ভালেই পাওঁ। আধুনিক ধৰণে ঘৰটো সজোৱা দহ লাখ টকা ধাৰৰ বোজা মোৰ ডিঙিত ওলমি আছিলেই, সকলো কাটি মই মুঠ বোল্ল হেজাৰ টকা ঘৰলৈ

আনিছিলোঁ। তাৰে বাৰশ টকা ৰাখি বাকী পোন্ধৰ হেজাৰ টকা ৰত্নালৈ পঠাই দিছিলোঁ। তাৰে পাঁচ হাজাৰ টকা তেওঁৰ নামত বেঙ্কৰ একাউন্টত জমা ৰাখিবলৈ কৈছিলোঁ। খৰছ কমাবৰ কাৰণে জগদীশৰ লগত থাকিবলৈ ল'লো। তাৰবাবে মাছ-মঙহো এৰিলোঁ। এহেজাৰ টকাহে মাহেকত খোৱাৰ খৰছৰ বাবদ দিছিলোঁ। বাকী দুশ টকা মোৰ সম্বল হৈছিল কি কৰিবি, বিহু, পূজাৰ চান্দা মই কেনেকৈ দিওঁ? তহঁতৰ দৰে কেণ্টিনত মুৰ্গী মাংস পৰঠা খাব নোৱাৰোঁ। নতুন কাপোৰ-কানিও ল'ব নোৱাৰা হ'লো। আৰ্জি খাব পৰা হোৱাৰ পৰা পিন্ধা-খোৱাত খুব চখ হৈছিল। বন্ধু-বান্ধৱক খুৱাইছিলো— নিজেও খুব খাইছিলো। ৰত্নাক কৈছিলো, খোৱাত মোক বাধা নিদিবা। জীৱনৰ এচোৱা কাল পোৰা গৰৈ মাছ, পোৰা বেঙেনাৰে পইতা কৰ্কৰা খাই পাৰ কৰিলোঁ। এতিয়া কিন্তু ভালকৈ খাম। পিছে আলচা কথা নহয় সিদ্ধি বাটত থাকে কণা বিধি। ভবাৰ দৰে একো নহ'ল। পৃথিৱীখন সলনি হ'ল। এতিয়া বুজিছো, মানুহে টকালৈ ইমান লোভ কৰে কিয়? অৱশ্যে এতিয়া সেই চোৱা পথ শেষ হ'ল। দুয়োটা ল'ৰাই চাকৰি কৰিছে। সিহঁতৰ একোখন সংসাৰ হ'ল। নিজৰ ভৰিত থিয় হ'ল যেতিয়া আমি এতিয়া আমাৰ। এতিয়া জীৱন, দীপাঙ্কৰ, উৎপল, বিমানহঁতৰ দৰে ময়ো প্ৰতিবছৰে বিবাহ-বাৰ্ষিকী পাতিম ধুম ধামকৈ। তেতিয়া তহঁতক নিমন্ত্ৰণ দিম, যাবি। ৰত্নাক লৈ প্ৰতি বছৰে এমাহমানৰ কাৰণে ফুৰিবলৈ যাম। মোৰ দুয়োজনী বোৱাৰী বৰ ভাল। সিহঁতে আমাৰ বৰ যত্ন লয়। গতিকে অৱসৰৰ পাছত এটা আৰামৰ জীৱনেই পাম।'

নিজৰ ঘৰলৈ আহি ফুকনে দেখিলে তেওঁ কৰ্ম জীৱনৰ পৰা অৱসৰ ল'লে যদিও, ৰত্না সংসাৰ জালত বেছিকৈহে মেৰ খাই গৈছে। মানুহজনী বৰ আজলী। সেয়ে যি কয়, তাকে শুনে। কোনো কথাতে না বুলি ক'ব নোৱাৰে, প্ৰতিবাদ কৰাটো দূৰৰে কথা। সকলোকে সুখী কৰিব পৰাটোৱেই তেওঁৰ প্ৰধান কাম। তেওঁ অহাৰে পৰা ভালকৈ বহি ঘৈণীয়েকৰ লগত কথা এষাৰকে পাতিব পৰা নাই। ইমানেই ব্যস্ত মানুহজনী। নাতি-নাতিনী বিলাকেও তেওঁৰ লগ নলয়। সৰুৰে পৰা নেপালে কাৰণেই সিহঁতৰ কাৰণে অচিনাকি হৈয়ে ৰ'ল। আগতে ছুটীতে ১০/১৫ দিন মানৰ কাৰণে আহিলে ডাঙৰজনী বোৱাৰীয়েকে ভালকৈ মাত বোল কৰিছিল। চাহ-ভাতো দিছিল। এতিয়া দুয়োজনী ল'ৰা-ছোৱালীৰ লগতে ব্যস্ত। সৰুজনীয়ে চাকৰি কৰে কাৰণে চাৰিমহীয়া ছোৱালীজনী ৰত্নায়ে চাব লগা হৈছিল। কেঁচুৱাটিয়ে গোটেই ৰাতি শোৱে, দিনটো আমনি কৰে। মানুহজনীয়ে ৰন্ধা-বঢ়াই কৰিবনে, কেঁচুৱাকে নিচুকাব নে তেওঁৰ ওচৰত বহি দু-আষাৰ কথা পাতিব। বোৱাৰীৰ অফিচ ছুটী হয় পাঁচ বজাত। ল'ৰা দুটায়ো অফিচৰ পৰা আহি চাহ-তাহ খাই

আকৌ ওলাই যায়। সৰুটোৱে নাট্যচৰ্চা কৰে। ডাঙৰটোৱে ৰাজহুৱা অনুষ্ঠানৰ লগত জড়িত হৈ সদায় মেল-মিটিঙতে ঘূৰি ফুৰে। সিহঁতো ৰাতি বহু দেৰিকৈহে আহে। তেতিয়াহে ৰত্নাই আটাইকে খুৱাই-মেলি ভাত খাব পাৰে। অকলে বহি থাকি মানুহটোৱে আমনি পায় পাক ঘৰত ৰত্না ৰন্ধা-বঢ়াতে ব্যস্ত থাকে। ডাঙৰ বোৱাৰীয়ে ল'ৰা-ছোৱালী পঢ়ুৱায়। দিনটো কামৰ পৰা ভাগৰত আহি সৰু বোৱাৰীয়ে সন্ধিয়াৰে পৰা কেঁচুৱাটোৰ লগতে বিছনাত শুই থাকে। দুয়োৰে কোঠাত দুটা ডাঙৰ ৰঙীন টি.ভি. নিজৰ ভাগে চায়। ল'ৰা-বোৱাৰী আটায়ে জলা, তেল মচলা দিয়া মাছ-মাংস খাই ভাল পায়। ফুকন এইবোৰ খাদ্যত অভ্যস্ত নহয়। তেওঁ শাক-চাকৰ জালুকীয়া, টেঙা আদিহে খাই ভাল পায়, ৰত্নাই জানে। পাহৰিলে ছাগে। ৰত্নাক সোঁৱৰাই দিয়া মানে তেওঁৰ কাৰণে আকৌ আছুতীয়াকৈ ৰন্ধা-বঢ়া কৰিব, তেওঁক সন্তুষ্ট কৰিবৰ কাৰণে। তেওঁৰ বাবে মানুহজনীয়ে কষ্ট কৰাটো ফুকনে নিবিচাৰে। ভাত-ডাইল, ডাইলতে দুটামান পাচলি দিলেই তেওঁ খাই ভাল পায়। এনেয়ে ৰত্নাই তেওঁৰ লগত কথা পাতিবলৈ আহৰি নেপায়। কিন্তু পুতেক-বোৱাৰীয়েকহঁতে কিবা ক'বলৈ ক'লে কয়হি। দেউতাকৰ লগত সিহঁতে আগৰ দৰে কথা নেপাতে। তাতে কিছুমান কথা ক'বলৈ অসুবিধাও পায়। গতিকে মাকক ক'বলৈ কয়। কথাটো এনেকুৱা, সিহঁত দুয়োটা গধূলি অতি ব্যস্ত থাকিব লগা হয়। বজাৰ-সমাৰ কৰিবলৈ সময় উলিয়াব নোৱাৰে, দেউতাক যেতিয়া ঘৰত এনেয়ে থাকে, বজাৰখনকে কৰি দিলে ভাল। ঘৰতে শুই-বহি থাকিলে বেমাৰহে হ'ব। বজাৰখনলৈ ওলাই গ'লে মন-চনো ভাল লাগিব, চাই-চিতি ভাল বস্তু কিনিবও পাৰিব। শাক-পাচলি বাৰু মাকে পুৰণা চৱজীৱালাটোৰ পৰা ঘৰতে কিনিব পাৰে। মাছ, মাংস, কণীহে বজাৰৰ পৰা চাই-চিতি কিনিব পৰা যায়। দেউতাই বজাৰ কৰিব জানেও। দিনত সিহঁতে শুদাই-নিকাই এমুঠি খাই যাব পাৰে। ৰাতি মাছ-মঙহ নহ'লে কোনেও ভাত খাব নোৱাৰে। আগৰে পৰা খোৱাৰ অভ্যাস হ'ল। ৰত্নাৰ কথাবোৰ ফুকনে শুনি গৈছিল। কিন্তু মুখেৰে একো উত্তৰ দিয়া নাছিল। নিজৰ ঘৰলৈ অহাৰে পৰা ফুকনে ৰত্নাৰ হাতত পইচা দিয়া নাই। ল'ৰা দুটাই বোধহয় মাকৰ পৰা বজাৰৰ পইচা ল'ব পৰা নাই, সেই কাৰণেই সু-পুত্ৰহঁতে মাকক বজাৰৰ কথাটো কৈছে, ফুকনে বুজি পালে। চাব্বাছ বেটা! ফুকন বজাৰলৈ যায়। সপ্তাহত এদিন মাংস, দুদিন মাছ, দুদিন কণী, বাকী দুদিন নিৰামিষ। পেঞ্চনৰ টকাৰে চম্ভালিব পৰাকৈ তেওঁ ৰুটিন এখনো বনাই ল'লে। এইখন ৰুটিনৰ মতেই তেওঁ বজাৰৰ পৰা চাই-চিতি বস্তু কিনি আনে। ল'ৰা-বোৱাৰীয়ে বেয়া পাই বুলি দাম দি হ'লেও লোকেল মাছেই বিচাৰি আনিছিল। নিজেতো তেওঁ মাছ-মঙহ খাবলৈ এৰিয়ে দিছে। কিন্তু এদিন

নিশা জিতুৱে মাকক বকি থকা তেওঁ শুনিবলৈ পাইছিল। মা, তুমিতো জানা আমি ৰাতি সদায় মাংস খাওঁ। ৰাতিপুৱা শুদাই এমুঠি খাই লৰ মাৰো কামলৈ। ৰাতিটো ভালকৈ খাবলৈ পাব লাগে। বুবু, বাবীয়ে মাছো নেখায়। ডাইল ভাত নেখাওঁ বুলি সদায় উঠি যায়। তুমি জানো দেখা নাই। দেউতাৰ খোৱাৰ বয়সো নাই। সেইবুলি সকলোৱে নোখোৱাকৈ থাকিবনে? শোৱা কোঠাৰ পৰাই ফুকনে পুতেকৰ প্ৰত্যেকটো কথা স্পষ্টকৈ শুনিবলৈ পাইছিল। এইখিনি কথা সিহঁতে মাকক নকৈ তেওঁকো ক'ব পাৰিলেহেঁতেন। বেচেৰী ৰত্নাজনী। তাইৰ মনটো বা কেনেকুৱা লাগিছে। এইবোৰ কথা তাই তেওঁক ক'বলৈ আহিব। কালি তেওঁ ড্ৰয়াৰৰ পৰা ৰত্নাৰ পাচ বুকখন উলিয়াই চাইছিল। প্ৰতি মাহে তেওঁ পঠোৱা পোন্ধৰ হেজাৰ টকাৰ এটা পইচাও বেঙ্কত জমা হোৱা নাই।

কথাবোৰে ফুকনক বাৰুকৈয়ে আমনি দিবলৈ ধৰিলে। যিটো হেপাহ, যিটো উৎসাহ, যিটো উত্মা লৈ, ইমানবোৰ আশা বুকুত বান্ধি, নিজৰ ঘৰখনত অৱসৰৰ দিনবোৰ অতিবাহিত কৰাৰ সোণালী সপোন দেখিছিল, সেয়া ধূপৰ ধোঁৱাৰ দৰে উৰি নিঃশেষ হৈ গ'ল। নিজৰ ঘৰ, নিজৰ পত্নী, নিজৰ সন্তান— এই নিজৰখিনিৰ কাৰণে কি কৰা নাছিল? কিমান ত্যাগ স্বীকাৰ কৰিব লগা হৈছিল। পঁচিশ হেজাৰ টকা দৰমহা পোৱা মানুহটোৱে দহটকা খৰচ কৰিবলৈ দহবাৰ চিন্তা কৰিছিল, কেৱল ল'ৰা-ছোৱালী আৰু ঘৰখনৰ বাবেই। গোটেই কাৰ্যালয়ত সকলোৰে শ্ৰদ্ধা-সন্মানৰ পাত্ৰ আছিল ফুকন। কাৰণ নিকা ভাবমূৰ্তিৰ তেওঁ আছিল অতি নিষ্ঠাৱান বিষয়া। মেনেজিং ডাইৰেক্টৰ অনিমেষ মৈত্ৰৰ অতি বিস্বস্ত ব্যক্তি। কিন্তু আঁৰত ডেকাবোৰে তেওঁক 'কনজুচ' 'মাখি চুচ'— আখ্যা দিছিল। বিয়াৰ পাছতে ডেকা ইঞ্জিনিয়াৰ জীৱন ফুকনৰ পত্নী নৱনীতাই তেওঁক ধুনীয়া হাইনেকৰ ফুল অভাৰ এটা গুঁঠি দিছিল। একাউণ্ট ব্ৰাঞ্চৰে মুৰব্বী বিমান ঘোষৰ পত্নী নমিতাই কলিকতাৰ পৰা এটা ধুনীয়া টুইডৰ কোট আৰু একেৰঙৰ মূৰত পিন্ধা টুপী আনি দিছিল। নীলোৎপলে বম্বেৰ পৰা দামী ম'বাইলৰ হেণ্ডচেট এটাও উপহাৰ স্বৰূপে দিছিল। বহুতে তেওঁক চাৰ্ট, পেণ্ট, টাই উপহাৰ দিয়ে। সিহঁতে তেওঁক সন্মান জনাইছিল নে পুতৌ কৰিছিল? তেওঁ বুজা নাছিল। তেওঁৰ মাৰ্কা মৰা কাপোৰ দুযোৰ দেখি সিহঁতৰ ছাগে চকু বিষাইছিল। জীৱনে এদিন ধেমালি কৰি কৈছিল— 'বাইদেৱে আপোনাক বিহুৰ কাপোৰ নিদিয়ে নেকি?' ফুকনেহে কথাষাৰ পাতলাই কৈছিল— 'তহঁতৰো যে কথা! এই বয়সত বিহু চোলা পিন্ধি নাচিবলৈ গ'লেহে হ'ব। তহঁতে দিয়া কাপোৰ পিন্ধিয়েই শেষ কৰিব পৰা নাই।' নীলোৎপলে দিয়া ম'বাইলটো ফুকনে জগদীশক দিলে, ফোনটোৰো এটা খৰছ আছে। লাহে লাহে সকলোৱে বুজিছিল ঘৰুৱা

দায়িত্বৰ কাৰণেই ফুকনদাই ইমান টানি-আঁজুৰি চলিব লগা হৈছিল। পিছলৈ কোনেও তেওঁৰ পৰা পূজা, বিহুৰ চান্দা বিচাৰি নহা হ'ল। কিন্তু সকলোতে ফুকনদাৰ স্থান সকলোৰে আগত দিয়া হৈছিল। প্ৰত্যেক শনিবাৰে কাৰোবাৰ ঘৰত নিমন্ত্ৰণ থাকেই। সপ্তাহত এদিন দাদাক মাছ-মঙহ খুৱাবৰ কাৰণেই হয়তো এইবোৰ আয়োজন। ইমান মৰম, ইমান শ্ৰদ্ধা-মৰম চেনেহৰ অভাৱ কোনো দিনেই তেওঁ অনুভৱ কৰিব পৰা নাছিল। আৰু জগদীশৰ ঘৰখন! জগদীশ, ৰাধা, মুনু সৰু ঘৰখনত তেওঁ দি পোৱা নাছিল। বিহাৰী হ'লেও জগদীশ আৰু ৰাধাই তেওঁক দেউতা বুলি মাতিছিল আৰু মুন্নাই মাতিছিল "কক্কা" বুলি। ৰাতিপুৱা ৰঙা চাহকাপৰ লগত ৰাধাই পিঠা বা মালপোৱা এটা ভাজি দিছিল। তেওঁ বাৰান্দাৰ আইনাখনত দাড়ি খুৰুৱা দেখিলে, গৰম পানী এবাল্টি গা ধোৱা ঠাইত থৈ যায়। সিহঁত ৰুটী খোৱা মানুহ। তথাপি তেওঁ ৰাতিপুৱা ভাত মুঠি খাই ভাল পাইছিল কাৰণে, আটাইৰে কাৰণে ভাতকে ৰান্ধিছিল। জগদীশৰ এটা সৰু ব্লেক এণ্ড হোৱাইট টি ভি আছিল। ফুকনৰ ৰুমতে সজাই থৈছিল। গধূলি খন্তেক তেওঁ টি.ভি চাবও পাৰিছিল। ঠাণ্ডা দিনত বাহিৰৰ চালিখনৰ তলতে জগদীশে জুই ধৰে, আৰু সিহঁতে আটায়ে তাতে বহি জুই ফুৱায়। বাৰীৰ কুমলীয়া গোমধান দুই-তিনিটা আনি জগদীশে অঙঠাত পোৰে, আৰু নিমখ-জলকীয়া গুৰি সানি সকলোকে খাবলৈ দিয়ে। বুঢ়া গোমধানবোৰৰে মিলত আটা পিছি ৰাধাই বনাই দিয়ে ৰাতি ফুকনে খাই বৰ ভাল পায়। গধূলি আঠমান বজাতে আটয়ে খোৱা-বোৱা কৰে। জগদীশে সৰু টেবুল এখন জুইৰ ওচৰতে পাতি দিয়ে। ফুকনক তাতে গৰম ৰুটী ভাজি বা ঘুগুণী, আচাৰেৰে সৈতে খাবলৈ দিয়ে। কেতিয়াবা ডাইলৰ চাৰিটামান বৰা ভাজি দিয়ে। নতুবা পাপৰ পুৰি দিয়ে, ফুকনে পৰম তৃপ্তিৰে খায়। শোৱাৰ সময়তে ৰাধাই এগিলাছ গাখীৰ দি যায়। ৰাধাই দুজনী গাই পুহিছিল। তাৰে কেই লিটাৰমান গাখীৰ বিক্ৰী কৰি বাকীখিনি খোৱাৰ উপৰিও, দৈ আৰু কেতিয়াবা ক্ষীৰ বনায়। ৰাধাৰ হাতখনো বৰ ভাল। বৰ লক্ষ্মী ছোৱালী। সাধাৰণ ঘৰখনকে ইমান পৰিপাটিকৈ সাৰি-মূচি সজাই থয়। মুন্নাই তেওঁৰ লগত লুডু খেলে। তাচৰ মেম'ৰী টেষ্ট খেলে। বন্ধৰ দিনত কিন্তু তাৰ লগত ক্ৰিকেট খেলিব লগা হয়। সি যে কি মৰম লগা ল'ৰা যেই কোনো কথা সি মাক-বাপেকেক নকয়। কক্কাকক কয়হি। পঢ়িবলৈ আহে তেওঁৰ ওচৰলৈকে। খুব সহজ নিয়মেৰে তেওঁ তাক অঙ্ক শিকায়। সি ভালকৈ বুজিও পায়। পৰীক্ষাত ভাল নম্বৰ পাই প্ৰথমো হয়। সিহঁতৰ ঘৰখন এৰি আহিবলৈ তেওঁৰ যথেষ্ট কষ্ট হৈছিল। তেওঁৰ এটাই সান্ত্বনা আছিল, ইয়াৰ পৰা গৈ নিজৰ ঘৰখন পাব, পো-বোৱাৰী, নাতি-নাতিনী পাব। বেচেৰা

জগদীশটোৱে ইমান কান্দিছিল। তাক বুজনি দিয়াৰ ভাষা হেৰাই গৈছিল। সি সদায় কৈছিল— 'মোৰ মা-দেউতা নাই। আপুনিয়ে আমাৰ মা-দেউতা, মা-দেউতা আমাৰ কাৰণে ভগৱান।' আহিবৰ দিনা ৰাধাই নতুন সৰু টিফিন কেৰিয়াৰ এটাত তেওঁ ভাল পোৱা মেঠী শাকৰ পৰঠা, শুকান আলু ভজা, আচাৰ অকণমান আৰু এবাটি ক্ষীৰ ভাগে ভাগে ভৰাই দুপৰীয়া আহাৰৰ কাৰণে দিছিল। সেয়াই তেওঁৰ অতি 'চেনেহৰ জী' ৰাধাৰ হাতৰ শেষ খোৱা। ৰাধা, জগদীশ, জীৱন, বিমান, নীলোৎপল অনিমেষ মৈত্ৰ কোনোজনেই তেওঁৰ আপোন নাছিল। প্ৰত্যেকেই বেলেগ ৰাজ্যৰ মানুহ। চাকৰিৰ কামত এই নিৰ্জান পাহাৰীয়া সৰু চহৰখনত বনবাস খাটি আছে। তাত তেওঁ কোনোদিনেই অকলশৰীয়া নাছিল। সকলোৱে মৰম-চেনেহৰ বান্ধোনেৰে আবৰি ৰাখিছিল। কিন্তু সকলো থাকিও ইয়াত তেওঁ একেবাৰে অকলশৰীয়া, ইমান নিসঙ্গ। ইয়াত কোনেও কাকো একো দিব নোৱাৰে, কেৱল বিচাৰে। কথাবোৰ ভাবিলে পুৰণি কথাবোৰ মনলৈ আহে। টোপনিও লাহে লাহে কমি আহিছে। কিতাপ পঢ়িও তেওঁৰ মনটোক চিন্তামুক্ত কৰিব নোৱাৰা হৈছিল। আগতে তেওঁৰ কিতাপেই বেমাৰৰ মহৌষধ আছিল। এতিয়া সেইবোৰ ঔষধেও কাম নিদিয়া হৈছে। টোপনি নাহিলে মনটো অস্থিৰ হৈ পৰে। ৰত্নাক কিছমান কথা ক'ব পৰা হ'লে মনটো কিজানি পাতল লাগিলেহেঁতেন। কিন্তু তেওঁ দুবলেও আহে বহুত দেৰিকৈ। দিনটো খাটনিৰ পাছত বিছনাত পৰি দিলেই মানুহজনী ক'ব নোৱাৰা হয়। দীৰ্ঘদেহী মজবুত চেহেৰাৰ মানুহজনী ক্ষীণাই লিচ্‌পিচিয়া হ'ল। ৰত্নাই অৱশ্যে কৈয়ো থাকে, 'আপুনি একো খাবলৈ মন নকৰে। কি হৈছে ডাক্তৰক দেখুৱাই ল'বচোন।' ফুকনে কয়, তেওঁৰ কোনো বেমাৰ নাই। ৰত্নাই চিন্তা কৰিব নেলাগে। কিছুদিনৰ পাছৰ পৰা প্ৰায়ে তেওঁৰ মূৰটো বিষাবলৈ ধৰিলে। নিৰজুলি সেই পাহাৰীয়া ঠাণ্ডা, বতাহ বৰষুণৰ মাজতো তেওঁৰ সাধাৰণ কাহ, পানীলগাও হোৱা মনত নপৰে। এতিয়া মূৰটো ইমান বিষাই কিয় ভাবি নাপায়। পিছত তেওঁ নিজেই এজন চায়'ক্ৰিয়েট্ৰিক চিকিৎসকক লগ ধৰাৰ সিদ্ধান্ত কৰিলে। মানসিক চিকিৎসক ডাঃ গোস্বামীৰ লগত ফোনেৰেই যোগাযোগ কৰি থ'লে। ডাঃ গোস্বামীয়ে গধূলি সাত বজাত তেওঁৰ চেম্বাৰলৈ যাবলৈ ক'লে। ডাক্তৰৰ ওচৰলৈ যোৱাৰ কথাও তেওঁ ঘৰখনৰ কাৰো আগতে নক'লে, কেৱল ওচৰৰে ৰিক্সাবালা ৰহমতক গধূলি ছয় বজাতে আহিবলৈ কৈ থ'লে।

পাঁচ বজাৰ পৰাই তেওঁ সাজি-কাচি ৰিক্সাবালাৰ কাৰণেই বাহিৰত বৈ আছিল। সি পলম কৰা দেখি তেওঁৰ চিন্তাই লাগিছিল। এইটো অঞ্চলত দৰকাৰী সময়ত বাহন পোৱা টান। তাতে বৰষুণৰ বতৰ, বাহিৰত চিপ্‌চিপ্‌কৈ বৰষুণ দিয়েই আছিল। ৰহমত

নাহা দেখি তেওঁ অস্থিৰ হৈ পৰিল। বাৰন্দাৰ ইটো মূৰৰ পৰা সিটো মূৰলৈ ঘূৰি ফুৰিবলৈ ধৰিলে। তেনেতে দূৰত ৰিক্সা এখন দেখিলে— হয় ৰহমতৰে ৰিক্সা। তেওঁ নিজে ৰিক্সাৰ ফালে খৰ্‌ধৰকৈ আগবাঢ়ি গৈছিল। তেনেতে তেওঁলোকৰ কোঠাৰ ফোনটো বাজি থকা শুনিবলৈ পালে। এইটো সময়ত ৰত্না সদায় গোসাঁই ঘৰত চাকি জ্বলাই নাম লয়। ৰহমতক খন্তেক ৰ'বলৈ কৈ তেওঁ কোঠালৈ উভতি আহিছিল। পেটে পেটে তেওঁ খং উঠিছিল। যাত্ৰাৰ সময়ত উভতিব লগাটো অমংগল যেন লাগে। বিৰক্তিৰে তেওঁ ফোনটো তুলি ল'লে— সিফালৰ পৰা পুৰুষ কণ্ঠ ভাঁহি আহিল,— 'দাদা ভালে আছে?' ফুকনে প্ৰথমে থতমত খালে। চিনা চিনা লাগিছে কাৰ মাত বাৰু? সিফালৰ পৰা পুনৰ পুৰুষ কণ্ঠ ভাঁহি আহিল— 'মোক পাহৰি গ'ল দাদা— মই অনিমেষ মৈত্ৰ— এম,ডি'। কেইমুহূৰ্তমানৰ কাৰণে ফুকন যেন বোবা হৈ গৈছিল। তাৰ পিছত উত্তেজিত হৈ কৈছিল 'চাৰ— আপুনি আপুনি চাৰ।' 'হয়— শুনক আপোনাৰ এটা খবৰ আছে আমাৰ দৈ মুখ প্ৰজেক্টত কন্‌ট্ৰেক্‌ত বেচিচত এজন A.O. নিযুক্তি দিব। মই আপোনাৰ নামটো ৰিকমেণ্ড কৰি দিছো। আপোনাৰ দৰে অনেষ্ট, ক্লীন এফিচিয়েণ্ট অফিচাৰ আমাক লাগে। প্লিজ দাদা— আপুনি আহি যাওক, না নক'ব। এসপ্তাহ ভিতৰতে খবৰটো দিব। কাৰণ অহা মাহত কামত জইন কৰিব লাগিব। অনিমেষৰ মাতটো শুনিলেই তেওঁৰ অন্তৰ মন ভৰি গৈছিল। আকৌ অনিমেষ মৈত্ৰৰ লগত কাম কৰাৰ কথাটো ভবাৰ লগে লগে, উৎসাহ-আনন্দত মনটো উজ্বলি উঠিল। এইবাৰ লগত ৰত্নাক লৈ যাব লাগিব।

পুৰা ছমাহৰ পাছত তেওঁ উপলব্ধি কৰিলে, তেওঁৰ কোনো বেমাৰ নাই। ৰহমতে ৰিক্সাখন লৈ ৰৈয়েই আছে। বাহিৰত বৰষুণ— তিতিছেও সি। বৰষুণৰ মাজতে ফুকন ৰহমতৰ ওচৰ পালেগৈ। কৃপণ ফুকনে এইবাৰ একো চিন্তা নকৰাকৈ বিশ টকাৰ নোট এখন উলিয়াই ৰহমতৰ দি ক'লে— গাটো এতিয়া ভাল পাইছোঁ অ'— ডাক্তৰৰ ওচৰলৈ নগ'লেও হ'ব। ◈



# ৬ এখন যুদ্ধ দুখন হৃদয়

কাছেমা খাতুন

১৯৯৯ চনৰ জুলাই মাহ।

কাৰ্গিলৰ যুদ্ধ শেষ হ'ল যদিও হিংসাৰ বীজ ৰৈ গ'ল। যুদ্ধত ভাৰতবৰ্ষৰ বিভিন্ন প্ৰদেশৰ সৈনিকে দেশ ৰক্ষাৰ বাবে প্ৰাণ আহুতি দিলে। তেজৰ বিনিময়ত ভাৰতবৰ্ষই বিজয় পতাকা উৰুৱালে যদিও নগালেণ্ডৰ পৰা ৰাজস্থানলৈ, লাডাখৰ পৰা তামিলনাডুলৈকে বীৰ সৈনিকৰ মৃত্যুৰ বাতৰিয়ে ভাৰতবাসীক শোকাকুল কৰি তুলিলে।

কাৰ্গিলৰ যুদ্ধ জনসাধাৰণৰ যুদ্ধ নাছিল। আছিল দুই দেশৰ সীমান্ত সৈনিকৰ মাজত।

দুৰ্গম টাইগাৰহিলৰ বৰফ আৰু শিলৰ মাজত পাকিস্তানৰো কোনো লোক নাই। ভাৰতৰো নাই। কেৱল অ'ত ত'ত বৰফৰ টিলা। বৰফে ঢকা টিলাৰ আঁৰত দুই দেশৰ অসহায় জোৱান। প্ৰাণৰ বিনিময়ত চলিছে শক্তিৰ প্ৰতিযোগিতা। তাতেই 'কত পিতৃ পুত্ৰহাৰা হ'ল। কত মাতৃৰ বুকু শুদা হ'ল।'

কাৰোবাৰ যৌৱনৰ উত্তপ্ত তেজ কাৰ্গিলৰ টাইগাৰহিলত বৰফ হৈ ৰ'ল। কথা দি উভতি আহিম বুলি কোৱা প্ৰেমিকাৰ বাসনা অপূৰ্ণ হৈয়ে ৰ'ল।

১৯৯৯ চনৰ ৪মে'।

কেপ্তেইন ইন্দ্ৰনীলে বাটালিকৰ 'তজুৰবা' কেম্পলৈ গৈ আছিল। সন্মুখত দলং।

দলঙৰ সীপাৰে এজাক ভেৰা। ইন্দ্ৰনীলে সেইপিনে দৃষ্টি ঘূৰালে। ওচৰে-পাঁজৰে কোনো মানুহ নাই। তেওঁ গাড়ীৰ পৰা নামি আকৌ চাৰিওফালে চাবলৈ ধৰিলে। লাহে-লাহে তেওঁৰ দৃষ্টি দলংখনৰ তললৈকে গ'ল। তাত বৈছে বৰফ মিশ্ৰিত পানীৰ

সোঁত প্ৰকৃতিৰ এনেকুৱা মোহনীয় দৃশ্যই বিমোহিত কৰে ইন্দ্ৰনীলক। বন্য কোলাহলৰ মাজত নিজৰাৰ লয়লাস গতিময় ছন্দ আৰু কুলু কুলু সুৰৰ কিযে অপূৰ্ব মাধুৰ্য।

তেওঁ আৰু দুখোজ আগুৱাই গ'ল। দলঙৰ তলত কিবা এটা লৰচৰ কৰি উঠিল। তৎক্ষণাত মৰাণাস্ত্ৰটো সেইফালে টোৱাই সৈন্যবোৰক সন্তম হ'বলৈ ইঙ্গিত দিলে। ইন্দ্ৰনীলে ভালকৈ লক্ষ্য কৰিলে— সেয়া এটা ভেৰালেখীয়া জন্তুহে। জন্তুটো কঁপি আছে।

জন্তুটোনো কিয় কঁপিছে! তেওঁ জন্তুটোৰ কাষ চাপি গ'ল। জন্তুটোৰ চকু দুটা চাই তেওঁ চমকি উঠিল। চকু দুটা নৰ-মনিচৰ। মুহূৰ্ততে গৈ তেওঁ থাপ মাৰি ধৰিলে। ওপৰৰ জন্তুৰ পোছাক পিন্ধা আবৰণটো সুলকি গ'ল। কঁপি কঁপি এগৰাকী দিপ্‌লিপ গাভৰুৱে ইন্দ্ৰনীলৰ মুখৰ পিনে করুণ দৃষ্টিৰে চাই ৰ'ল।

সৈন্যবোৰে তাইক ঘেৰি ধৰিলে।

সোধ-পোছ কৰাৰ পিছত তাই নিজৰ পৰিচয় দিলে।

তাইৰ নাম জুলেখা। পাকিস্তান চোৰাংচোৱা বিভাগত কাম কৰে। তাইৰ কামিজৰ পিছ পকেটত আছিল এটি সুৰু কেমেৰা, এটা টেপ ৰেকডাৰ, কিছু কাগজ-পত্ৰ, এখন সৰু ডায়েৰী আৰু আত্মৰক্ষাৰ বাবে এটা পিস্তল।

তাই প্ৰথম অৱস্থাত অস্বীকাৰ কৰিলেও শেষত গৈ ক'বলৈ বাধ্য হৈছিল যে শৃঙ্গত শত্ৰুসেনা আছে। ৬ মে' পাকীস্তানী অনুপ্ৰৱেশকাৰীয়ে জুলেখাক বিচাৰি আহি চাৰিজন ভাৰতীয় সেনাক হত্যা কৰে।

ইন্দ্ৰনীলে জুলেখাৰ পৰা জানিব পাৰে যে ৯ মে' তাৰিখে পাকিস্তানী সেনাই ভাৰতীয় ১৭৫ কোটি টকা মূল্যৰ যুদ্ধাস্ত্ৰ নিশ্চিহ্ন কৰি দিব। সেইমতে ভাৰতীয় অস্ত্ৰ ভাণ্ডাৰত বোমাও দিছিল। ১২মে'ৰ পৰা জুলেখাক আছুতীয়া শিবিৰত নজৰ-বন্দী কৰি ৰখা হয় আৰু ভৰতীয় বিমান বাহিনীৰ আকাশী জৰিপৰ দ্বাৰাই মস্কো উপত্যকাকে আদি কৰি পাকিস্তানী অনুপ্ৰৱেশকাৰীৰ ৩৫ টা শিবিৰৰ সম্ভেদ পায়। ২৬ মে'লৈকে ৩০-৪০ হাজাৰ ভাৰতীয় সৈন্যই অনুপ্ৰৱেশকাৰীৰ বিৰুদ্ধে সক্ৰিয় হৈ উঠে। জুলেখাৰ পৰা বহুতো গোপন তথ্যৰ সম্ভেদ পায়। সেইমতে কেপ্তেইন ইন্দ্ৰনীলে পাকিস্তানী সৈন্যৰ আক্ৰমণ প্ৰতিহত কৰিবলৈ পাহাৰত চূড়ান্ত চকী স্থাপন কৰে।

যুদ্ধত ভাৰত জয়ী হয়।

জুলেখাই কৈছিল--- কাৰ্গিলৰ পৰা ১৭ কিলোমিটাৰ দূৰৈৰ বাটালিক এলেকা সমুদ্ৰপৃষ্ঠাৰ পৰা প্ৰায় পাঁচ হাজাৰ মিটাৰ ওখত অৱস্থিত। অক্টোবৰৰ পৰা এপ্ৰিললৈকে

তাত বৰফৰ ধুমুহা বলি থাকে। উষ্ণতা শূন্যৰ পৰা বিশ ডিগ্ৰী ছেলচিয়াচৰ তললৈ যায়। গতিকে ড্ৰাছ, কাৰ্গিল, বাটালিক এলেকা অতিশয় দূৰ্গম। জনপ্ৰাণীবিহীন আৰু শীত মৰুভূমিৰে ভৰা। এই অঞ্চলৰ পৰ্বতবোৰ ভাৰতৰ ফালে থিয় আৰু পাকিস্তানৰ ফালে এঢলীয়া। পাকিস্তানে সেই ফালেদিয়েই ভাৰতক আক্ৰমণ কৰিব। 'পয়গাম' নামৰ পাকিস্তানী শিবিৰত অস্ত্ৰ-শস্ত্ৰৰ মজুত ভাণ্ডাৰ আছে। জুলেখাৰ সম্ভেদমতে কেপ্টেইন ইন্দ্ৰনীলে সাফল্য লাভ কৰে।

যুদ্ধ সমাপ্ত হোৱাত মানৱীয় সমবেদনাত ভাৰতীয় সৈন্যই জুলেখাক মুক্তি দিয়ে।

জুলেখাই ইতিমধ্যে মৰিশালি ভূমি কাৰ্গিলৰ গোলা-বাৰুদৰ ধোঁৱাৰ মাজত ভাল পাই পেলাইছে ইন্দ্ৰনীলক।

আচলতে মানুহ যেতিয়া বিপদ বা মৃত্যুৰ মুখামুখি হ'বলগীয়া হয় তেতিয়া কিজানি জাতি-ধৰ্ম বুলি একো নামানে। প্ৰেমৰ কোন জাত নাথাকে। কোনো ধৰ্মও নাথাকে। প্ৰেম জাতি ধৰ্মৰ ওপৰত।

ভাৰতৰ পৰা মুক্তি পোৱা জুলেখাই ইন্দ্ৰনীলক শেষ বিদায় দিছিল এইদৰে— 'আঃ'— জুলেখাৰ অৰ্ন্তভেদী ওলাই আহিল এক দীৰ্ঘশ্বাস, তাই ইন্দ্ৰনীলৰ সোঁহতখন টানকৈ ধৰিলে।

—ইন্দ্ৰনীল তুমি মোক বিয়া কৰাই লৈ যোৱা। ঘৃণাভৰা এই ড্ৰাছ কাৰ্গিল বাটালিকৰ যুদ্ধভূমিত মই থাকিব নিবিচাৰো। ভাতৃৰক্ত পিপাসু অত্যাচাৰী তেজৰ চোকা বৰফেৰে ভৰা এই যুদ্ধৰ ভূমি, দুৰ্গম গিৰিপথত এতিয়া কেৱল গোলা-বাৰুদৰহে গোন্ধ।

ইন্দ্ৰনীলে তাইৰ হাতখন খামুচি ধৰিলে।

—জুলে এয়া জানো সম্ভৱ? তুমিতো জানা গাৰোৱাল ৰাইফলচৰ কেপ্তেইন মই। ঘৰত মোৰ মা-দেউতা, ভনী আৰু দেশে মোৰ বাবে প্ৰতাশাৰে বাট চাই আছে।

জুলেখাৰ দুগালেদি লোতক বৈ গ'ল। তাই ইন্দ্ৰনীলক সাৱটি ধৰি হুক্‌হুকাই কান্দিব ধৰিলে।

—চোৱা নীল। ইয়াত এতিয়া কেৱল ধ্বংসস্তুপ, নীস্তব্ধ শব্দহীন অৰণ্যভূমি, ভগা-ছিঙা তম্বু, ক'তো মানুহৰ বিচৰণ নাই। আমাৰ গাঁওখন, য'ৰ পৰা মই ভেৰাৰখাৰ ছলেৰে আহি তোমালোকৰ হাতত বন্দী হ'লো সেই গাওঁখনো তোমালোকে গোলা-বাৰুদৰে উৰুৱাই দিলা।

মোৰ শৈশৱৰ বাটৰ দলং সেয়াও দ্বিখণ্ডিত।

মোৰ আম্মিজান আৰু আব্বা এতিয়াও লাহোৰত। মই মৃত বুলি তেওঁলোকে

ইমান দিনে হয়তোবা ভাবিয়ে লৈছে। কোনসতে মই উভতিম।

ইন্দ্রনীলে তাইৰ চকুপানী মচি দি ওঁঠত চুমা আঁকি দিলে। বাহু আলিংগনৰ পৰা তাইক মুক্ত কৰি দি ক'লে—

চোৱা জুলে। এফালে মাতৃভূমি— আনফালে তুমি। মই যেন ক্ষুধা আৰু খাদ্যৰ মুখামুখি। এই মুহূৰ্তত কি কৰিম থিৰাং কৰিব পৰা নাই।

তাইক আকৌ সাবটি ধৰিলে।

তেওঁলোকৰ হাতত সময় নাছিল।

ইন্দ্রনীলৰ গাড়ী আহি গৈছিল। তেওঁ চলচলীয়া চকুৰে জুলেখাৰ কান্ধত হাত থৈ ক'লে— সৌৱা তোমাক সীমাৰ সিপাৰে আগবঢ়াই দি আহিবলৈ ভাৰতীয় সেনাৰ দেহৰক্ষী বাহিনী ৰৈ আছে।

ইন্দ্রনীলৰ গাড়ীৰ হৰ্ণ বাজি উঠিল।

ইন্দ্রনীলে থোক-থুকি মাতেৰে ক'লে— হো ছকেতো খত লিখনা।

জুলেখাৰ দুচকুত বাৰিষাৰ ঢল।

নিজকে সংযত কৰি তাই হাত জোকাৰি ইন্দ্রনীলৰ পৰা বিদায় ল'লে— 'খুদা হাফিজ।'

পাহাৰৰ গাত খুন্দা খাই প্রতিধ্বনিত হ'ল— খুদা হাফিজ খু....দা... হা....ফি....জ।◈

৭ 

# সহযাত্ৰী

হীৰা দেৱী

অফিচৰ বিশেষ অধিবেশন এখনত অংশগ্ৰহণ কৰিবলৈ শিখা ফুকন নামৰ ৩৪-৩৫ বছৰীয়া সুন্দৰী মহিলাগৰাকীৰ শিৱসাগৰৰ পৰা লক্ষীমপুৰলৈ যাবলৈ নিৰ্দেশ তথা নিমন্ত্ৰণ আহিল। প্ৰথম অৱস্থাত শিখাৰ এই ভ্ৰমণৰ নিৰ্দেশ বাতিল কৰিবৰ বাবে শিখাৰ স্বামী অৰবিন্দ ফুকন আৰু শিখাই বৰ যত্ন কৰিছিল। কিয়নো শিখাৰ দৰে ৰূপৱতী মহিলা এগৰাকীৰ অকলে লক্ষীমপুৰলৈ অহা-যোৱা কৰা, তাত গৈ থকা-মেলা আদিৰ অসুবিধাৰ উপৰিও বিশেষ অসুবিধা হ'ব সিহঁতৰ সৰু ল'ৰা দুটাক লৈ। শিখাৰ তালৈ অহা-যোৱাকে ধৰি মুঠতে পাঁচদিন হ'ব। কিন্তু এই পাঁচোটা দিন, শিখাবিহীন ঘৰখনৰ বাবে পাঁচোটা সপ্তাহ, পাঁচোটা মাহ হৈ যাব। কিয়নো সিহঁতৰ চাৰে ছয় বছৰীয়া আৰু চৈধ্য মহীয়া ল'ৰা দুটাক কোনে চাব? শিখাৰ অবিহনে ল'ৰা দুটাৰ কি হ'ব? বিশেষকৈ সৰু ল'ৰাটোৰ! ৰাতিপুৱা দহ বজাৰ পৰা দিনৰ এটা বজালৈকে, আবেলি দুটা বজাৰ পৰা চাৰে চাৰিটা বজালৈকে সি কাম কৰা ছোৱালীজনীৰ লগত থাকে। শিখাৰ ভাগ্য ভাল আছিল যে তাইক সৰুতেই মাক দেউতাকহঁতে কেতিয়াবা আৱশ্যক হ'ব পাৰে বুলিয়েই চাইকেল কিনি চাইকেল চলাবলৈ শিকাই থৈছিলে। শিখাৰ ডাঙৰ ল'ৰাটো জন্ম হোৱাৰ এবছৰৰ পিছতে তাইৰ সুবিধাৰ বাবেই অৰবিন্দই এখন চানী স্কুটি কিনি তাইক শিকাই পাকৈত কৰিলে। এতিয়া তাই এইখন চলাই কম সময়তে অফিচলৈ অহা-যোৱা কৰাৰ উপৰিও ডাঙৰ ল'ৰাটোক এটা বজাত স্কুলৰ পৰা আনি ঘৰত থৈ, সৰুটোক খুৱাই পুনৰ অফিচলৈ গৈ চাৰে চাৰি বজাত ঘৰলৈ উলটি আহে। শিখা উলটি অহাৰ পিছৰে পৰা তাই তাইৰ সৰু ল'ৰাটোৰ বাবে তাৰ একচেটিয়া সম্পত্তি হৈ থাকিব লগা হয়। সি শিখাৰ কোলাৰ পৰা নানামে। আনকি সি তাৰ দেউতাককো চিনি নোপোৱা মানুহৰ দৰে

ব্যৱহাৰ কৰে। অৱশ্যে ৰাতিপুৱা সি সকলোৰে লগ লয়। তদুপৰি আৰু ১৫ দিনৰ পিছতেই ডাঙৰ ল'ৰাটোৰ পৰীক্ষা হ'ব। এনেবোৰ অসুবিধাৰ বাবেই শিখাৰ ভ্ৰমণ বাতিল কৰাটো আৱশ্যক হৈ পৰিল। শিখা লক্ষীমপুৰলৈ নাযাব বুলি শিখাৰ মাকে শিখাক ফোন কৰিও ক'লে— 'দুলা! (শিখাৰ ঘৰত মতা নাম) তই তোৰ লক্ষীমপুৰৰ মিটিং কেন্সেল কৰ। তোৰ ল'ৰা দুটাতকৈ মিটিংখন ডাঙৰ নহয়। আৰু মিটিংও যে পাতিছে। একেবাৰে লক্ষীমপুৰত। তাকো তিনিদিনীয়াকৈ। তহঁতৰ অফিচাৰবোৰে মাইকী মানুহৰ কিবা অসুবিধা হ'ব পাৰে, অকলে অহা-যোৱা কৰিব নোৱাৰে, এইবোৰ চিন্তা নকৰে নেকি বাৰু? তথাপিতো যদি মিটিংখন গুৱাহাটীতে হ'লহেঁতেন, তেতিয়া হ'লে মামাৰৰ ঘৰতে থাকিব পাৰিলিহেঁতেন! এতিয়া লক্ষীমপুৰত গৈ ডাক বাংলাত মতা মানুহবোৰৰ লগত কেনেকৈ থাকিবি? ক'ৰবাত কিবা হেৰফেৰ হ'লেই বদনাম ওলাব ছোৱালীজনীৰ! গতিকে তই নাযাবি। মেডিকেল ছুটী লৈ ঘৰতে বহি থাক। ছুটীৰ দিনকেইটাত ক'তো বাহিৰলৈ নোলাবি। ছোৱালী মানুহৰ বহুত ধৰণৰ বেমাৰ হোৱা দেখুৱাব পাৰিবি বুজিছ— আৰু তোৰ কাম কৰা ছোৱালীজনী! তায়ো দিনে দিনে বৰ চঞ্চল হৈ গৈছে। পাঁচ দিনকৈ তাইক এৰি থৈ যোৱাও চিন্তা। গতিকে তই যেন-তেনে মিটিং কেন্সেল কৰ। তই নাযাবি—' শিখাৰ মাকে শিখাক লক্ষীমপুৰলৈ নাযাবলৈ বুলি আৰু বেছি কাৰণ দৰ্শালেহেঁতেন। কিন্তু চকুৰ আগত পি.চি.অ'ৰ ফোনৰ বিলখন বাঢ়ি গৈ থকা দেখি, তেওঁ ফোনটো থৈ দিলে।

এনেবোৰ নানান অসুবিধাৰ বাবে অনিবাৰ্য কাৰণ দেখুৱাই শিখাৰ ভ্ৰমণ বাতিল কৰিবলৈ চিন্তা কৰোঁতেই শিখাই অফিচত বিশ্বস্ত সূত্ৰে জানিবলৈ পালে যে, লক্ষীমপুৰত শিখাহঁতৰ যিখন মিটিং হ'ব, তাত শিখাহঁতৰ সমাজ কল্যাণ বিভাগৰ যিসকল কৰ্মচাৰীয়ে নিজৰ কৰ্মৰাজিৰ বিষয়ে, বৰ্তমানে কি কাম কৰি আছে, ভৱিষ্যতৰ কৰ্মৰাজিৰ আঁচনিৰ বিশদ বৰ্ণনা সহ প্ৰতিবেদন পাঠ কৰা কাৰ্যৰ উপৰিও, আলোচনাচক্ৰত অংশ গ্ৰহণ কৰি নিজৰ পাৰদৰ্শিতা দেখুৱাব পাৰিব, তেওঁলোকৰ বাবে প্ৰমোচনৰ দুৱাৰখন মুকলি হ'ব। এই আলোচনাচক্ৰ, প্ৰতিবেদন পাঠ আদি বিভিন্ন কাৰ্যসূচী সমূহত উপস্থিত থাকিব বিভাগীয় উচ্চ পদস্থ বিষয়াসমূহৰ উপৰিও সমাজ কল্যাণ বিভাগৰ মন্ত্ৰী মহোদয়। (মন্ত্ৰী অৱশ্যে শেষৰ দিনাহে উপস্থিত থাকিব)। শিখাহঁতৰ প্ৰমোচনৰ ক্ষেত্ৰত যাতে কোনো ধৰণৰ পক্ষপাতিত্ব কৰা নহয়, যোগ্যজনৰ হে যেন প্ৰমোচন হয়, তাৰবাবে এই অনুষ্ঠানসমূহত নিজে উপস্থিত থাকি তদাৰক কৰিব, সৎ কৰ্তব্যপৰায়ণ ডেপুটি ডাইৰেক্টৰ ড° এম, কে ৰয় ডাঙৰীয়াই।

এই খবৰ পোৱাৰ পিছতেই শিখাই আগতে যেনেকৈ ভ্ৰমণ বাতিল কৰিবলৈ যত্ন

কৰিছিল, এতিয়া তেনেকৈ বাতিল নহ'বলৈ যত্ন কৰিলে। এই যাত্ৰাৰ বাবে দুখ মনেৰে সহায়ৰ হাত আগবঢ়ালে শিখাৰ স্বামী স্বয়ং অৰবিন্দই। কিয়নো এই ভ্ৰমণলৈ শিখাক পঠাবলৈ সংগোপনে অৰবিন্দও অনিচ্ছুক। ল'ৰা দুটাৰ কষ্টৰ উপৰিও সুন্দৰী পত্নীৰ নিৰাপত্তাৰ চিন্তা। যদিওবা অৰবিন্দৰ পত্নী শিখাৰ ওপৰত এগৰাকী বিশ্বাসী পত্নীৰ ওপৰত থাকিব লগা সমান বিশ্বাসেই আছে— তথাপি— তথাপি! যুগ যুগ ধৰি নাৰী সম্পৰ্কে প্ৰচলিত হৈ অহা বিভিন্ন অপবাদবোৰ! পৰকীয়া প্ৰেমৰ বিচিত্ৰ মুখৰোচক কাহিনীবোৰ!! এইবোৰে অৰবিন্দক কিঞ্চিত হ'লেও প্ৰভাবিত নকৰাকৈ নাথাকিল। কিন্তু এতিয়া অৰবিন্দই মনলৈ অযথা কিছুমান সন্দেহ শংকা আনি শিখাৰ যাত্ৰা-পথত হেঙাৰ সৃষ্টি কৰিব নোৱাৰে। কিয়নো এই ভ্ৰমণৰ লগত জড়িত হৈ আছে বুদ্ধিমতী শিখাৰ ভৱিষ্যৎ। গতিকে অৰবিন্দই বেঙ্কৰ পৰা এদিনৰ বিশেষ ছুটী লৈ শিখাৰ অফিচৰ ফাইল ঘৰলৈ অনাই, বিভিন্ন তথ্য-পাতিবোৰ নিজে পঢ়ি, শিখাৰ পৰা বুজি লৈ, নিজৰ আয়ত্বলৈ আনি শিখাৰ প্ৰতিবেদন প্ৰস্তুত কৰি, শিখাৰ হাতৰ আখৰৰ পৰা সমস্যাৰ সৃষ্টি নহ'বৰ বাবে প্ৰতিবেদনখন টাইপ কৰাইয়ো আনিলে। এইখিনি কাম তেওঁ কৰিবই লাগিব। কিয়নো হাতত সময় বৰ কম। মিটিঙৰ খবৰ পোৱাৰ প্ৰথম দিনকেইটা দুয়ো ভ্ৰমণ বাতিলৰ যত্নত অতিবাহিত কৰিলে। তাতে এই কেইদিন শিখা অফিচৰ কামত বেচি ব্যস্ত হোৱাৰ উপৰিও ব্যস্ত হ'ব লগা হৈছে ঘৰুৱা কামবোৰত। শিখা নথকা দিনকেইটাত [illegible]খনত যাতে কোনো ধৰণৰ অসুবিধা নহয় তাৰবাবে তাই যিমানখিনি কাম কৰি থৈ যাব পাৰে, সিমানখিনি কাম কৰিবলৈ যত্ন কৰিলে। বিশেষকৈ ল'ৰা দুটাৰ কামবোৰ। ডাঙৰ ল'ৰাটোৰ স্কুলৰ কামবোৰ। তাৰ কিতাপ-বহীকেইখন, পেঞ্চিল, ৰবৰ টিফিনৰ টেমা কেইটা। তদুপৰি স্কুলৰ মোজা কেইযোৰ! এইবোৰ তাই কাম কৰা ছোৱালীজনীক দেখুৱাই ভাগে ভাগে বেগত ভৰালে। তাই কাম কৰা ছোৱালীজনীক এই কথাও ক'লে যে তাই যেন ডাঙৰ ল'ৰাটোৰ মোজাবোৰ সৰু ল'ৰাটোক নিপিন্ধায়। শিখাই জানে তাই নথকা দিনকেইটাত তাইৰ ডাঙৰ ল'ৰাটোৱে কাম কৰা ছোৱালীজনীৰ কথা নুশুনে, তাইৰ লগ নলয়। শিখা নথকা দিনকেইটাত ল'ৰা দুটাৰ লগত থাকিবলৈ শিখাৰ মাক আহিব। কিয়নো দুয়োটা ল'ৰাই আইতাকৰ লগ বৰকৈ লয়। শিখাৰ মাকৰ কষ্ট হ'লেও উপায় নাই। তেওঁ আহিবই লাগিব আৰু শিখা যাবই লাগিব। মাকৰ কষ্ট নহ'বৰ বাবে শিখাই কাম কৰা ছোৱালীজনীক সদায় কৰি থকা কামবোৰকে ভালকৈ কৰিবলৈ বাৰে বাৰে সঁকিয়াই দিয়াৰ উপৰিও তাইক আশ্বাস দিলে, শিখাই লক্ষীমপুৰৰ পৰা তাইলৈ এযোৰ ধুনীয়া চুৰিদাৰ আনিব, খাৰু আনিব। তদুপৰি তাই যদি শিখা নথকা দিনকেইটাত ভালকৈ ঘৰৰ কাম কৰে, ল'ৰা দুটাক যদি বৰকৈ মৰম কৰে, তেন্তে শিখাই তাইক একেবাহে

এসপ্তাহ টিঃ ভিঃৰ চিনেমা চাবলৈ দিব।

শিখা লক্ষীমপুৰলৈ যোৱাৰ দুদিন আগৰে পৰা শিখাৰ সৰু ল'ৰাটোক আইতাকৰ লগত শুৱাবলৈ অভ্যাস কৰালে। শিখাই মাকক শিকালে ৰাতি কেনেকৈ মাজে মাজে কণমানিটোৰ সৰু অথচ লোডোৰ-পোডোৰ তপিনাটোত হাতখন থৈ আইতাকে (তেতিয়া তাৰবাবে মাক) 'শুই থাকা-শুই থাকা' বুলি কৈ কৈ থপৰিয়াই আইতাক তাৰ নিচেই কাষতে শুই তাক নিশ্চিত নিৰাপত্তা, নিশ্চিত সুৰক্ষা দি থকাৰ প্ৰমাণ দি থাকিব লাগিব। তেতিয়া তাইৰ কণমানিটো মহাৰাজটো হৈ ওৰে নিশা শুই থাকিব। লগতে শিখাই মাকক এই কথাও ক'লে যে মাকে যেন মাতটো তাইৰ দৰে উলিয়াবলৈ যত্ন কৰে। ডাঙৰ ল'ৰাটোৰ বাবে চিন্তা নাই। সি সদায় দেউতাকৰ লগত শোৱে।

শিখাৰ লক্ষীমপুৰ যাত্ৰাৰ সময় সমাগত হ'ল। শিৱসাগৰৰ পৰা চাৰে ছয় বজাতে বাছ। তাইৰ সৰু ল'ৰাটো আইতাকৰ বুকুৰ মাজত উম লৈ শুই আছে। তাই অন্যখন বিছনাত শুই থকা ডাঙৰ ল'ৰাটোলৈ চালে। সিও গভীৰ নিদ্ৰাত নিমগ্ন। সিহঁত দুটাক এৰি থৈ যাব লগা হোৱাৰ বাবে তাইৰ অন্তৰত গভীৰ বেদনাৰ ছাপ পৰিছে। যিকোনো ক্ষণতে চকুলো বোৱাবলৈ তাইৰ ধুনীয়া চকুযুৰি সাজু হৈ উঠিছে— 'কিন্তু এই সময়ত তাই যদি চকুলো বোৱাই ওলাই যায় যদি কি হ'ব বাৰু?? তাইৰ মাকৰ লগতে তাইৰ গিৰীয়েকেও বেয়া পাব। গতিকে তাইৰ অন্তৰৰ ব্যথা প্ৰকাশ নকৰিবলৈ দৃঢ় হ'ল আৰু দুখ প্ৰকাশ নহ'বৰ বাবে কৃত্ৰিমতাৰ আশ্ৰয় লৈ সৰু সৰু মাতেৰে ক'বলৈ ধৰিলে 'ভাগ্য ভাল মইযে মাত্ৰ পাঁচ দিনৰ বাবেহে ইহঁত দুটাক এৰি থৈ যাব লগা হৈছে নহয় মা? কেনেবাকৈ এমাহ মানৰ বাবে যাব লগা হোৱা হ'লে কি হ'লহেঁতেন বাৰু মা? আৰু তুমিও যে গুৱহাটীৰ পৰা আহিব পাৰিলা....!'

মাকে বুজি পালে জীয়েকৰ মনৰ অৱস্থাৰ কথা আৰু এইবোৰ কথা যে শিখাৰ আত্মসন্তুষ্টিৰ বাহিৰে অন্য একো নহয়, সেই কথাও তেওঁ নুবুজাকৈ নাথাকিল....।

'বাৰু হ'ব। এতিয়া বেগেতে ওলা। ৬ টা বাজিলেই। কিবা দৰকাৰী বস্তু থাকি যাব। এবাৰ চাই ল। মাত্ৰ নিজকে চম্ভালি থাকিবি। আজিকালি দিন-কাল বৰ বেয়া। যিহকে-তিহকে নাখাবি আৰু কোনোবাই উপযাচি কিবা খাবলৈ দিলেও নাখাবি। আৰু শুন অকলে কোনো মতা মানুহৰ লগত কেনিও নাযাবি, লাগে তোৰ অফিচৰে হওক, য'লৈকে যাব, লগত এজনী লৈ যাবি। ৰাতি বাথৰুমলৈ অকলে নাযাবি। ইহঁতৰ বাবে চিন্তা একেবাৰেই নকৰিবি। মাত্ৰ নিজৰ দায়িত্ব নিজে লৈ ভালে-কুশলে ঘূৰি আহগৈ....

ল'ৰা দুটাই সাৰ পাব বুলি মাকে কথাখিনি লাহে লাহে ক'লেও কথাখিনি অৰবিন্দইয়ো শুনিলে। কিয়নো অৰবিন্দও এতিয়া সিহঁতৰ ডাঙৰ শোৱা কোঠাটোতে

আছে। অৰবিন্দই নিজে চাৰে পাঁচ বজাতেই সাজপাৰ পিন্ধি শিখাৰ মিটিঙৰ বাবে প্ৰস্তুত কৰা প্ৰতিবেদন, শিখাৰ আইডেনটিটি কাৰ্ড, মিটিঙৰ নিমন্ত্ৰণী পত্ৰ, শিখাই নিব লগা টকা খুচুৰা পইচা আদি সঠিকভাৱে, শিখাই হাত দিলেই পোৱাত আছেনে নাই, পুনৰ পৰীক্ষা কৰাত ব্যস্ত। এতিয়া অৰবিন্দই শাহুৱেকে জীয়েকৰ প্ৰতি দিয়া উপদেশ ভৰা সৰ্তক বাণীবোৰ শুনি নিজেও সংগোপনে বৰ আনন্দ পালে। স্বামী হিচাপে এনেবোৰ কথা শিখাক ক'বলৈ তেওঁৰো বৰ ইচ্ছা হৈছিল। কিন্তু অৰবিন্দই কোৱা মানেই শিখাক অৰবিন্দই বিশ্বাস কৰা নকৰাৰ বিষয়ও উত্থাপন হ'ব পাৰে.... শিখাই অৰবিন্দক বেয়াও পাব পাৰে.... শিখাৰ অভিমানী মনটোক অৰবিন্দই ভালকৈয়ে জানে।

'এতিয়া আমি সাজু। আপুনি এওঁক আৰু কিবা ক'ব নেকি মা?'

ক'বলগা কিবা মানে উপদেশ বাণীৰ কথাই অৰবিন্দই বুজালে। তেতিয়া অৰবিন্দৰ হাতত শিখাৰ হেণ্ডবেগ আৰু ভি.আই.পি.।

'মোৰ ক'বলগা খিনি মই তাইক ক'লোৱেই। মোৰ কথাবোৰ তোৰ মনত আছে নহয় দুলা?'

'আছে মা। মই তোমাৰ সকলো কথা মনত ৰাখি চলিম। মই যাওঁ মা....'

'যা মই গুলায় নাযাওঁ। বাবাটোৱে সাৰ পাই যাব'

'হ'ব তুমি আহিব নালাগে....'

ইতিমধ্যেই শিখা তাইৰ কাম কৰা ছোৱালী চম্পাৰ মুখামুখি হ'ল। 'মই যাওঁ চম্পা। তই ভালকৈ থাকিবি দেই। মাৰ কথা শুনিবি আৰু ডাবুৰ লগত দন নকৰিবি।' (ডাবু শিখাৰ ডাঙৰ ল'ৰা)।

তই মাৰ কথা শুনিবি, কামবোৰ ভালকৈ কৰিবি, ডাবুৰ লগত দন নকৰিবি আদি কথাবোৰ এই কেইদিন শুনি শুনি চম্পা বিৰক্ত হৈ গৈছিল। গতিকে চম্পাই শিখাৰ কথাৰ কোনো উত্তৰ নিদি ক'লে—

'বাইদেউ, আপুনি মোলৈ চুৰিদাৰ নানিব। মই এতিয়াৰে পৰা চুৰিদাৰ নিপিন্ধো। জীন্‌ছৰ স্কাৰ্ট আৰু টপ্ আনিব। খাৰুও নানিব। বগা বাখৰ থকা কাণৰ দুল আনিব।' ....চম্পাই শিখাক কথাবোৰ এনেদৰে ক'লে, শিখা যেন চম্পাৰ বাবে বস্তু কিনিবলৈ বজাৰলৈহে গৈছে।

'মই তোৰ বাবে ধুনীয়া বস্তু আনিম। তই মাত্ৰ ভালকৈ থাকিবি।' শান্ত স্বৰে শিখাই কৈ কৈ অৰবিন্দৰ স্কুটাৰত উঠিলগৈ।

শিখাহঁত বাছষ্টেণ্ড পালেহি। বাছত উঠাৰ আগমুহূৰ্তত শিখাই অৰবিন্দক ক'লে 'তুমি কালিলৈ বজাৰৰ পৰা ভাল জীনছৰ স্কাৰ্ট আৰু ব্লাউজৰ চেট এটা আনি একো

নাম নথকা বেগ এটাত ভৰাই গডৰেজত ভৰাই থৈ দিবা। মই লক্ষীমপুৰত ক'ত বজাৰ কৰিব পাৰিম বাৰু? মই উলটি আহি চম্পাক সেইযোৰ কাপোৰকে দিম লক্ষীমপুৰৰ পৰা আনিছো বুলি। আৰু শুনা এই কাম যাতে ডাবুৱে গম নাপায়....। তদুপৰি কাপোৰ যোৰ ভাল কিনিবা। জানা নহয়, চম্পাৰ যিকোনো বস্তু পচন্দেই নহয়! কাপোৰযোৰ নাপালে তাইৰ মোৰ ওপৰত বিশ্বাস নাইকিয়া হ'ব....।'

'হ'ব বাৰু। মই আনি থ'ম।' ....শিখাক ভাল চিট এটাত বহুৱাই অৰবিন্দই তাইক কেইটামান শুভেচ্ছামূলক কথা কোৱাৰ পিছতেই বাছ চলিল....।

এতিয়া মনোমোহা বসন্তৰ আগমনৰ সময়। ধাৰাষাৰ বৰষুণে ধুই পৰিষ্কাৰ কৰা ধৰণীৰ গছ-লতা, ফুল-পাত এই সকলোতে বসন্তৰ আগমনৰ চিন স্পষ্ট।

খিড়িকীয়েদি শিখাই পথৰ কাষে কাষে চাই যাবলৈ ধৰিলে। প্ৰকৃতিৰ এই লহ্পহীয়া মনোমোহা ৰূপে তাইক মোহিত কৰিলে। তথাপি পথৰ দাঁতিত, ঘৰৰ চোতালত নাইবা অন্য ক'ৰবাত কোলাত কেঁচুৱা লৈ বৈ থকা নাইবা গৈ থকা মহিলা দেখিলে তাইৰ মনটো বেদনাক্ৰান্ত হৈ পৰে। তাইৰ কণমানিটোৱে তাইক বৰকৈ বিচাৰিব নেকি বাৰু? তাইৰ অবিহনে মনৰ দুখত সি বাৰু নোখোৱাকৈ থাকিব নেকি? ডাওৰটোৰ বাবে বাৰু চিন্তা নাই, সি বহুত কথা বুজে, আইতাকৰ লগ সি বৰকৈ লয়।

তাই বোকাখাট পালেহি। হোটেলত সোমাই চাহ খাই হোৱাৰ পিছতে তাই লক্ষীমপুৰ অভিমুখী বাছ এখন পাই তাতে উঠি বহিলহি। বাছত যাত্ৰী বৰ কম। তাইৰ কাষৰ চিট উদং। তাই ভালেই পালে। আৰামেৰে বহি বহি তাই কলীয়াভোমোৰা দলং পালেহি। লুইতৰ বিশাল জলৰাশি এতিয়া মাত্ৰ মাজতহে আছেগৈ। আৰু কিছুদিনৰ পিছতেই ফেনে-ফোটোকাৰে ওফন্দি পৰিব। তাই ঘৰখনৰ কথা পাহৰি যাবলৈ যত্ন কৰি মাত্ৰ পথৰ দাঁতিৰ বিচিত্ৰ ৰূপ চাই চাই যাবলৈ ধৰিলে। তাই তেজপুৰ পালেহি।

'নামক— নামক— তেজপুৰ—' প্ৰায় ১৮-১৯ বছৰীয়া বাছৰ ল'ৰাটোৱে যাত্ৰী কেইজনক উদ্দেশ্য কৰি অস্থিৰভাৱে চিএঞৰি উঠিল।

অচিনাকি ঠাই টুকুৰাত বাছৰ পৰা নামি দোকান এখনৰ পৰা কল কেইটামান কিনি অনাৰ কথা ভাবিলে। কিন্তু বাছৰ ল'ৰাটো—! যিটোৱে হেণ্ডীমেনৰ কাম কৰিছিল!! সি শিখাৰ ফালে চাই চিএঞৰিলে.... 'নামক— নামক, তেজপুৰ— তেজপুৰ—' সি মাত্ৰ চিএঞৰাই নহয়, শিখাৰ ভি.আই.পি., বেগো নমাবলৈ উদ্যত হ'ল।

'মোৰ বেগ ননমাবা। মই লক্ষীমপুৰলৈ যাম.... এইয়া মোৰ টিকট—'

'বাছ লক্ষীমপুৰ নাযায়....! বাইদেউ নামক— নামক—' তাৰ একেই স্বাভাৱিক স্বৰ।

'কি কৈছা তুমি? বাছ কিয় নাযাব? মোৰ টিকট এইয়া....' শিখাই টিকট দেখুৱালে।

'লক্ষীমপুৰৰ পেচেঞ্জাৰ নাই। খালী বাছ লৈ গ'লে আমাৰ মালিকে আমাক গালি পাৰিব....।' চাকৰিৰ পৰা খেদিব। নামক বাউদেউ.... নামক....'

'কি কথাবোৰ কৈছা বাৰু তুমি? মোক তেন্তে কিয় আনিছিলা? মই অকলে আহিছোঁ। ৬ টা বজাৰ আগতেই লক্ষীমপুৰ পাবগৈ লাগিব। কালিলৈ মোৰ মিটিং আছে। এতিয়া ইয়াৰ পৰা মই কেনেকৈ যাওঁ? তোমাৰ বাছৰ মালিকক মাতি আনা....' তাইৰ মাতত ৰুক্ষতা প্ৰকাশ হ'ল।

'বাছৰ মালিকক মাতি আনিলেও লাভ নাই বাইদেউ। মাত্ৰ দুজন পেচেঞ্জাৰ লৈ বাছ নাযায়। আপুনি অন্য বাছত যাব লাগিব বাইদেউ....' এইবাৰ ল'ৰাটোৱে তাইৰ বেগ হাতত ল'লে।

সম্পূৰ্ণ অনিচ্ছাৰে তাই বাছৰ পৰা নামি তেজপুৰৰ মাটিত ভৰি দিলে। গভীৰ হতাশাত তাই ভাগি পৰিল। প্ৰচণ্ড ইচ্ছাশক্তিৰে, প্ৰচণ্ড প্ৰাণশক্তিৰে বৈভৱশালী তাইৰ মনটো পলকতে চুচুৰ্মৈ হৈ পৰিল। ইতিমধ্যেই তাই এৰি থৈ অহা তাইৰ ঘৰখনৰ চিন্তা, কালিৰে পৰা হ'ব লগা তাইৰ মিটিংৰ চিন্তা, সেই আচহুৱা পৰিৱেশত নিজকে চম্ভালি থকাৰ চিন্তাৰে তাইৰ মনটো ভৰপূৰ হৈ আছিলেই। তদুপৰি তাই যদি লক্ষীমপুৰ দেৰিকৈ পাবগে, তাইক বাছৰ পৰা নিবলৈ যদি মহাক নাহে! তেতিয়া কি হ'ব বাৰু? এইবোৰ চিন্তা যে আছেই! তাইৰ চকুয়েদি চকুলো বাগৰি অহাৰ উপক্ৰম হ'ল। কিন্তু পলকতে তাই আত্মস্থ হ'ল। নিষ্প্ৰাণ হৈ আহিব খোজা তাইৰ প্ৰাণশক্তি পুনৰ যেন জাগ্ৰত হ'ল! তাই দৃঢ় হ'ল, তাইৰ যাত্ৰাপথ তাই নিজেই মুকলি কৰিব! তাই প্ৰতিবাদ কৰিব....

'তোমাৰ বাছৰ মালিকক মাতি আনা.... এনেদৰে কিয় বাছৰ পৰা মোক নমাই দিব? মোৰ লক্ষীমপুৰ যোৱাৰ ব্যৱস্থা কৰক....' তাইৰ ৰুক্ষস্বৰ শুনি ওচৰতে থকা বাছৰ কণ্ডাক্টৰজন আগবাঢ়ি আহি ক'লে....

'আপুনি সেই বেঞ্চখনতে বহকগৈ বাইদেউ। আৰু এঘণ্টা পিছতে অন্য এখন বাছ আহিব। মই তাতেই আপোনাক উঠাই দিম....'

'বাছ যদি নাহে? মই আজি লক্ষীমপুৰ পাবগৈয়ে লাগিব....' তাইৰ ৰুক্ষ স্বৰ....

'আহিব। এখন ভাল বাছ আহিব। আপুনি অলপ বহক....' এইটো ল'ৰা অন্য ল'ৰাটোত কৈ ভাল। ভদ্ৰ।

সম্পূৰ্ণ অপৰিচিত ল'ৰা এটাৰ কথাকে বিশ্বাস কৰি তাই বেঞ্চখনত বহি থাকিলেগৈ। এবাৰ তাই ঘৰলৈ উলটি যোৱাৰ কথাও ভাবিলে। কিন্তু তাই এতিয়া এনে

এক অৱস্থাত আছেহি যে যি কোনো প্ৰকাৰে লক্ষীমপুৰলৈ যোৱা নাইবা শিৱসাগৰলৈ উলটি যোৱা, এই দুয়োটা পথেই তাইৰ বাবে বিপদসঙ্কুল। তথাপি তাই যদি লক্ষীমপুৰ পায়গৈ, তেতিয়া হ'লে তাইৰ ল'ৰা দুটাৰ কষ্ট, মাকৰ কষ্ট, অৰবিন্দৰ কষ্ট, তাইৰ কষ্টও সাৰ্থক হ'ব। গতিকে তাই যিকোনো প্ৰকাৰে লক্ষীমপুৰলৈ যাবলৈকে সিদ্ধান্ত ল'লে। বহি বহি চিন্তাত ভাৰাক্ৰান্ত হৈ তাই এবাৰ হেণ্ডীমেন ল'ৰাটোক গালি পৰাৰ কথাও ভাবিছিলে। কিন্তু তাই তাৰ ৰুক্ষ চেহেৰা, মলিয়ন পোচাক, অযত্ন পালিত চুলি দেখি বুজি পাইছে, সি এটা দুখদায়ক অতীত পাৰ কৰি আহিছে। সময়ে অসময়ে সি তাৰ অভিভাৱক নাইবা মালিকৰ গালি-গালাজ, চৰ-ভুকু খাই নিশ্চয় এনেদৰে অভ্যস্ত হৈ পৰিছে যে, তাইৰ গালি তাৰ বাবে হ'ব সামান্য তেনেই হাস্যকৰ কথা, তাইৰ গালিক সি উপহাস কৰিব। হাতত থকা ঘড়ীটোলৈ চাই, বাছষ্টেণ্ডলৈ অহা-যোৱা কৰি থকা বিভিন্ন যাত্ৰীসমূহলৈ চাই চাই তাই বহি ৰ'ল। তাইক বাছত উঠাই দিম বুলি কোৱা ল'ৰাটোৰ ওপৰতো তাই দৃষ্টি আবদ্ধ কৰি ৰাখিছে। এতিয়া এই সময়ত সম্পূৰ্ণ অচিনাকি, অপৰিচিত ল'ৰা এটাৰ কথাকে বিশ্বাসত লৈ তাই যে এনেদৰে ক'ত বহি আছে এই কথা বাৰু অৰবিন্দ নাইবা মাক, এওঁলোক কোনেও নিশ্চয় কল্পনাও কৰা নাই....। তদুপৰি তাই যে ষ্টেণ্ডত সোমোৱা প্ৰতিখন বাছত চকু ৰখাৰ উপৰিও তাইৰ বেগ কেইটাৰ ওপৰতো দৃষ্টি ৰাখিব লগা হৈছে। তাই যে খাবলৈ অনা বস্তু বেগতে আছে! তাই খাবলৈও মন নাইকিয়া হৈ গৈছে।

'বাইদেউ.... আহক, আহক। বাছ আহিলে উঠি লওকগৈ। বাছ সেইখন। আপোনাৰ চিটৰ নম্বৰ ১২'। অন্য এটা ল'ৰাৰ মাতত তাই উচপ্ খাই উঠিল আৰু ভি.আই.পি., বেগ হাতত লৈ খপ্‌জপ্‌কৈ বাছখনত উঠি বহিলগৈ। প্ৰকৃততে তাই খিড়িকিৰ কাষৰ চিটটোত বহি ভাল পায়। কিন্তু ১১ নম্বৰ ছিটত কোনোবা আছে। তাত এখন পেপাৰ থৈ যাত্ৰীজন নামি গৈছে। কোনোবা মহিলা সহযাত্ৰী হয় যেন.... তাই মনতে ভাবিলে। হাতত থকা বেগটো (যিটোৰ ভিতৰত খোৱাপানী বটল, কল, বিস্কুট আদি আছে) কোলাত লৈ তাইৰ কাষৰ ছিটত বহিব লগা গৰাকীলৈ, বাছখন চলি যোৱালৈ অধীৰ আগ্ৰহেৰে বাট চাই ৰ'ল। কেনে কিছুমান ভয়ানক অস্বস্তিকৰ সময় পাৰ কৰি তাই এতিয়া বাছত বহিছেহি বাৰু!! তাইৰ এই যাত্ৰালৈ ধিক্কাৰ উপজিল।

বাছখনত থকা অন্য যাত্ৰীসকললৈও তাই এবাৰ মূৰ ঘূৰাই চালে। লক্ষীমপুৰলৈ বুলি কোনোবা চিনাকি মানুহক যদি তাই লগ পাই যায়! নাই কোনো নাই। যি কি নহওক লক্ষীমপুৰলৈ বুলি যাবলগীয়া এই নতুন বিলাসী বাছখনৰ আৰামদায়ক চিটটোত তাইৰ নিজৰ দেহাটো এৰি দি স্বস্তিৰ নিশ্বাস পেলালে.... তাই আজি সঁচাকৈয়ে নিজৰ গন্তব্যস্থল

পাবগৈ....।

ড্ৰাইভাৰে গাড়ী ষ্টাৰ্ট দি হৰ্ণ বজালে। তাইৰ অপৰিচিত সহযাত্ৰী অহা নাই। কোন আহিব বাৰু? সুদীৰ্ঘ এই পথছোৱা তাই বাৰু কাক সহযাত্ৰী হিচাপে পাব?

এনেতেই বাছখনলৈ এজন মানুহ উঠি আহিল। বাছৰ কণ্ডাক্টৰজনে মানুহজনৰ প্ৰতি সামান্য সন্মান প্ৰদৰ্শন কৰিলে। মানুহজন তাইৰ কাষৰ খালী চিটটোৰ ফালে আগবাঢ়িল। এপলক তাই সহযাত্ৰী হ'ব লগা মানুহজনৰ চকুলৈ চাই বুজি পালে, সুদৰ্শন এই পুৰুষজন কোনোবা সম্ভ্ৰান্ত পৰিয়ালৰ। তাই বহাৰ পৰা উঠি তেওঁক বহিবলৈ সুবিধা কৰি দিলে। লাহে লাহে বাছখন চলিবলৈ ধৰিলে।

শিখাৰ সহযাত্ৰীজনলৈ কৌতূহল উপজিল। তেওঁ কোন, ক'ৰ পৰা আহিছে, ক'লৈ যাব, তেওঁৰ জাতি কি, ভাষা কি আদি বিভিন্ন কথা জানিবলৈ তাই ব্যগ্ৰ হৈ পৰিল। বিশেষকৈ তেওঁ বাৰু কিমান দূৰ যাব!! তাইযে তেওঁৰ বিষয়ে একো কথাকেই অনুমান কৰিব পৰা নাই! আনকি তেওঁৰ বয়সো! এইবাৰ তাই সামান্যভাবে কেৰাহিকৈ তেওঁলৈ চালে। দেখিলে, তেওঁ ডাঠ চকলেট ৰঙৰ পেন্ট আৰু পাতল নীলা তাত বগা চেক্ থকা চাৰ্ট পিন্ধিছে। তাইৰ ফালে থকা তেওঁৰ সোঁহাতৰ ধুনীয়া আঙুলিত! শিল্পীৰ দৰে গঢ়িত তেওঁৰ ধুনীয়া বগা আঙুলিবোৰৰ তিনিটা আঙুলিত পিন্ধিছে সোণেৰে বন্ধোৱা মূল্যবান পাথৰৰ তিনিটা আঙঠি। কোনোবাই কোৱা তাইৰ মনত পৰিল, গ্ৰহৰ আঙঠি পিন্ধা মানুহ সৎ আৰু ধাৰ্মিক হয়। এতিয়া এই অপৰিচিত যাত্ৰাপথত তাই যদি সঁচাকৈয়ে এজন সৎ মানুহক সহযাত্ৰী হিচাপে পাই যায়। আৱশ্যক মতে যিজনে তাইক সহায় কৰিব পাৰিব। কিয়নো তাই ভবা ধৰণে দিনতেই লক্ষীমপুৰ গৈ পোৱাৰ আশা ক্ষীণ হৈ আহিছে। কিন্তু তাই এতিয়া তেওঁৰ লগত বাৰু কি ভাষাৰে কথা পাতিব? বাছলৈ উঠি আহোঁতে তেওঁক যেতিয়া তাই সন্মুখৰ পৰা এপলকৰ বাবে দেখিছিল, তেতিয়া তেওঁক তাইৰ অসমীয়াতকৈ অন্য সম্প্ৰদায়ৰ মানুহ যেনহে লাগিছিল। তেওঁ যেন হিন্দী নাইবা বেঙ্গলী নাইবা ইংৰাজী ভাষাহে বুজি পাব। যদিওবা তাই এই তিনিওটা ভাষাই সুন্দৰকৈ ক'ব পাৰে, তথাপি তাই এতিয়া তাইৰ অপৰিচিত সহযাত্ৰীৰ লগত বন্ধুত্ব গঢ়াৰ উদ্দেশ্যেৰে তাইৰ মনৰ ভাব প্ৰকাশ কৰিবলৈ পৃথিৱীৰ সৰ্বোকৃষ্ট মনোৰম ভাষাটো ব্যৱহাৰ কৰি বিনয়েৰে ক'লে— 'আপুনি কিমান দূৰ পাবগৈ বাৰু?'

'মই লক্ষীমপুৰলৈ যাম'

আৰু শিখা! তাইক তাইৰ মাক আৰু অৰবিন্দই কৈ পঠাইছিলেযে বাছত যদি তাই কোনোবা লক্ষীমপুৰলৈ যোৱা যাত্ৰী পাই যায়, তাই নিজে উপযাচি বন্ধুত্ব গঢ়িবলৈ যেন সংকোচ নকৰে। কিয়নো তাইৰ কিবা অসুবিধা হ'লে তেৱেঁই তাইক সহায় কৰিব

পাৰিব। এই কথা মনলৈ অহাৰ লগে লগে তাই উৎসাহেৰে সহযাত্ৰীজনক উপযাচি ক'লে 'মইয়ো লক্ষীমপুৰলৈকে যাম। শিৱসাগৰৰ পৰা আহিছোঁ মই। অসম চৰকাৰৰ সমাজ কল্যাণ বিভাগত মই চাকৰি কৰো। কালিৰে পৰা তাত আমাৰ এখন অধিবেশন হ'ব। তাত উপস্থিত থাকিবৰ বাবেই মই যাওঁ' নিজে সংক্ষেপে তাইৰ পৰিচয় দাঙি ধৰি তাই সহযাত্ৰীৰ উত্তৰৰ অপেক্ষাত ৰ'ল। 'হয় নেকি? আপুনি অকলে আহিছে?'

'হয় মই অকলেই আহিছোঁ। মোৰ স্বামীয়ে বেঙ্কত চাকৰি কৰে। জানে নহয়, বেঙ্কৰ চাকৰিৰ ব্যস্ততাৰ কথা। তাতে আমাৰ সৰু ল'ৰা দুটাও আছে। মোৰ মা আমাৰ ঘৰত এইকেইদিনৰ বাবে আছেহি যদিও, মাৰ হাতত দুয়োটা ল'ৰাকে এৰি থৈ এওঁ মোৰ লগত অহাও সম্ভৱ নহয় বাবেই মই অকলেই আহিব লগা হ'ল। মইয়ো নাহিলোহেঁতেন। কিন্তু যেতিয়া জানিব পাৰিলো যে এই মিটিংতেই হেনো কৰ্মচাৰীসকলৰ প্ৰতিবেদন আদি চাই প্ৰমোচনৰ বাবেও গোপনে পৰীক্ষাও হৈ যাব, তেতিয়া আৰু মই নহাকৈ থাকিব নোৱাৰিলোঁ।'

'তেনে পৰিস্থিতিত আহিবই লাগিব' তাইৰ সহযাত্ৰীৰ চমু উত্তৰ। চমু হ'লেও তেওঁৰ সমৰ্থনে তাইক পুনৰ কথা ক'বলৈ উৎসাহ যোগালে। উদ্দেশ্য বিপদত বন্ধুত্ব গঢ়াৰ।

'কি যে আৰু আমাৰ বিভাগটো! মিটিং পাতি প্ৰমোচনৰ বাবে প্ৰাৰ্থী নিৰ্বাচন কৰা বিভাগ বোধ হয় আমাৰটোৱেই।'

তেওঁৰ নীৰৱতাই তাইক কথা কোৱাত উৎসাহ যোগালে আৰু পুনৰ ক'বলৈ ধৰিলে, 'মোৰ মাৰো বৰ খং উঠিছে। কৈছে তহঁতৰ অফিচাৰবোৰে মিটিংখন কিয় গুৱাহাটীত নাপাতিলে। গুৱাহাটীত পতা হ'লে তহঁতৰ কিমান ভাল হ'লহেঁতেন! লক্ষীমপুৰত মিটিং পাতে নেকি? মায়ে আৰু বহুত কিবা-কিবি কৈছে। মইয়ো এতিয়া মাৰ কথা, এওঁৰ চিন্তা বৰ বেছিকৈয়ে সত্য বুলি উপলব্ধি কৰিছোঁ— কিয়নো ৰাতিপুৱা চাৰে ছয় বজাৰ পৰা আহি আহি এতিয়া এইখিনি পাইছোহি' তাই থুলমূলকৈ কেনেকৈ এইখন বাছত উঠিব লগা হ'ল তাকো ক'লে।

তাইৰ সহযাত্ৰীয়ে তাইৰ কথা সহৃদয়তাৰে শুনাৰ লগতে, তেওঁ যথেষ্ট ভদ্ৰতা অৱলম্বন কৰি বহি গৈছে, যাতে তাইৰ ফালে থকা তেওঁৰ ভৰি-হাতৰ কোনো অংশই তাইক স্পৰ্শ কৰিব নোৱাৰে। তাৰবাবে তেওঁ সতৰ্ক আৰু শিথা! তায়ো পিন্ধি অহা ডাঠ নীলা তাত বগা ফুল থকা শাৰীৰ আঁচল কোনো মতেই যাতে তেওঁৰ গাত নালাগে, তাইৰ বাহুৰ কোনো অংশই যাতে তেওঁক স্পৰ্শ কৰিব নোৱাৰে তাৰবাবে তাই অতি সতৰ্ক। কিয়নো তাই নিজেও জানে, তাইৰ গঢ়িত মুখ, বুদ্ধিদীপ্ত তাইৰ দুচকু, সেন্দুৰ বগা

তাইৰ দেহৰ বৰণে অতি সহজেই যি কেনো পুৰুষকে আকৰ্ষণ কৰে। কলেজত পঢ়ি থকা অৱস্থাতে তাই 'মিছ আৰ কে কলেজ' আখ্যা পাইছিল। এই সতৰ্কতাৰ বাবেই, কেতিয়াবা বাছৰ। জোকাৰণিৰ পৰা ৰক্ষা পাবলৈ, কেতিয়াবা বাছখন এঢলীয়া হৈ গ'লে, সহযাত্ৰীৰ গাত ভেজা নিদিবলৈ তাই সন্মুখৰ চিটৰ হেণ্ডেল ডালত হাতেৰে জোৰেৰে খামুচি ধৰে।

কোনোবা এটা ষ্টপেজত বাছখন ৰ'ল। বাছৰ প্ৰায় সকলো যাত্ৰীয়েই নামি গ'ল। তাইৰ সহযাত্ৰীও নামিবলৈ উদ্যত হৈ ক'লে—

'আপুনি নানামে নেকি?'

'নানামো' —তাই মনত ৰাখিছে তাইৰ মাকে কোনো পুৰুষৰ লগত অকলে ক'লৈকো নাযাবলৈ সঁকিয়াই দিছিলে। এতিয়া সহযাত্ৰীয়ে যদি একেখন দোকানলৈ চাহ খাবলৈ লগ ধৰে!

'সেইখন দোকানত ভাল চাহ পায়....' তাইৰ সহযাত্ৰীৰ পুৰুষসুলভ কণ্ঠৰ গম্ভীৰ স্বৰ।

একাপ চাহৰ অভাৱ তায়ো ভালকৈয়ে অনুভৱ কৰিছিলে। একাপ চাহ খাবলৈ তাই যদি দোকানলৈ যায়, তাই সহযাত্ৰীৰ ওচৰত নবহে। যদিওবা বাছত তাইৰ তেওঁৰ কাষতেই বহি আহিছে তথাপি এতিয়া যদি দোকানত তেওঁৰ ওচৰৰ চকীত বহে তেন্তে হ'লে মানুহে সিহঁতক নিশ্চয় পতি-পত্নী বুলি ভাবিবই।

কিন্তু জানো, চাৰিজনীয়া টেবুলখনৰ তাইৰ বিপৰীত দিশৰ চকীখনত তাইৰ সহযাত্ৰী বহিল আৰু তাইৰ দৰেই তেওঁৰো ৰসগোল্লা আৰু চাহহে খালে।

শিখাই তেওঁতকৈ আগে-ভাগে খাই আহি কাউণ্টাৰত পইচা দিবলৈ বুলি বেগ খোলোঁতেই হোটেল বয়টোৱে তাইৰ সন্দেহখিনি, শংকাখিনি সত্যত পৰিণত কৰি চিঞৰি উঠিল— দুকাপ চাহ আৰু দুটা ৰসগোল্লা....' 'দুকাপ নহয়.... একাপ একাপ....। সেইজন মানুহ বেলেগ আৰু তেওঁ নিজে দিব....' কৈয়ে তাই খৰকৈ বাছলৈ বুলি আগবাঢ়িল। হোটেল ল'ৰাটোৱে তাইক উদ্দেশ্য কৰি চিঞৰি কোৱা কথাখিনি আৰু তাইৰ সহযাত্ৰীয়েও শুনিলে নেকি? এইবাৰ তেওঁৰ ওচৰত বহিবলৈ লাজ লাগিল। অচিনাকি যাত্ৰীসকলৰ বহুতেই তাইক আৰু সহযাত্ৰীজনক নিশ্চয় পতি-পত্নী বুলি ভাবিছে। কিন্তু তথাপি তাই নিৰুপায়। তাই তেওঁৰ লগত বহি যাবই লাগিব— অকস্মাতে মাজ ৰাস্তাত এই নতুন বিলাসী বাছখন যদি দুৰ্ঘটনা সন্মুখীন হৈ ৰৈ যায়— তেতিয়া তাই এওঁৰেই সহায় ল'ব লাগিব.... আজিৰ এই যাত্ৰাপথত তাইৰ ৰক্ষক হিচাপে ভগৱানে যেন এওঁকেই পঠাইছে। বাছ ষ্টাৰ্ট দিলে। তাইৰ সহযাত্ৰী আহিল। ধীৰ-স্থিৰ তেওঁৰ খোজ। তেওঁৰ চিটলৈ যাবলৈ

বুলি সুবিধা কৰি দিবৰ বাবে তাই থিয় হ'ল....।

'আপুনি যদি খিড়িকীৰ কাষত বহিবলৈ ইচ্ছা কৰে তেনেহ'লে যাব পাৰে....। মই ইয়াতে বহিম।'

তাই ভালেই পালে আৰু খিড়িকীৰ কাষলৈ গ'ল। তাইৰ সহযাত্ৰী পুনৰ নীৰব। তেওঁৰ নীৰৱতা তাইৰ ভাল নালাগিল। কিয়নো তাইৰ তেওঁৰ লগত কথা পাতি ভালেই লাগিছে। (যদিওবা তেওঁ কম কথা কৈছে) আৰু তেওঁৰ ভদ্ৰ আচৰণত তাই মোহিত হৈছে। তদুপৰি এই আমনিদায়ক যাত্ৰাপথত, তেওঁৰ লগত কথা পাতি তাইৰ মৰমৰ ঘৰখনৰ কথা সামান্য হ'লেও পাহৰি যাব খুজিছে। গতিকে তাই নিজেই আৰম্ভ কৰিলে।

'যেতিয়া এইটো চাকৰিৰ বাবে ইন্টাৰভিউ দিছিলোঁ, তেতিয়া কেতিয়াও ভবা নাছিলোঁ এনেদৰে প্ৰমোচনৰ বাবে কষ্ট কৰি আহিব লগা হ'ব বুলি। এওঁ বাৰে বাৰে কৈ পঠাইছিলে প্ৰতিবেদনখন এবাৰ বাছতেই চকু ফুৰাই চাই যাবলৈ— কিন্তু এতিয়া আৰু নোবাৰোঁ। এওঁ যেনেকৈয়ে ৰেডী কৰি দি পঠাইছে তেনেকৈয়ে আছে। 'অৱশ্যে হয়— বাছত পঢ়াৰ পৰিৱেশ নাথাকে' তেওঁ ক'লে আৰু পুনৰ নীৰৱতা অৱলম্বন কৰিলে। তেওঁৰ নীৰৱতাই তাইক তেওঁৰ ব্যক্তিগত জীৱনৰ খা-খবৰ লোৱাত প্ৰতিবাৰেই বাধা জন্মায়। তাইৰ জানিবলৈ মন যায়, তেওঁৰ ঘৰত ল'ৰা-ছোৱালীৰ বাহিৰে কোন কোন আছে, তেওঁৰ জীৱিকা কি, লক্ষীমপুৰত তেওঁৰ কোন থ'কে। অনেক কথা। তেওঁৰ দৰে মানুহজন কিয় নিজৰ গাড়ীৰে অহা-যোৱা নকৰে আদি অনেক কথা। তাই ভাবিলে হয়তো তেওঁ দীৰ্ঘ দূৰত্বৰ যাত্ৰাপথত আহি আহি ক্লান্ত হৈ পৰিছে। তথাপি পুনৰ আৰম্ভ কৰিলে।

'আমি বাৰু লক্ষীমপুৰ কেইটামান বজাত পামগৈ?'

'চাৰে সাত মান বজাত পামগৈ। আপুনি বাছষ্টেশুৰ পৰা নিজে গৈ মাহীয়েকৰ ঘৰ উলিয়াব পাৰিবগৈনে?'

'মহা নিবলৈ অহাৰ কথা। কিন্তু ইমান দেৰি মহা বাছষ্টেশুত বৈ থাকিব জানো? বাটত মোৰ দুঘণ্টা সময় নষ্ট হ'ল।' চিন্তিতভাৱে শিখাই ক'লে।

'চিন্তা কৰিব নালাগে? অসুবিধা হ'লে মই আপোনাক যিকোনো প্ৰকাৰে মহাকৰ ঘৰত থৈ আহিমগৈ'। সহযাত্ৰীয়ে ক'লে।

তথাপি— তথাপি সময়বোৰ ক্ৰমাৎ আগবাঢ়ি গৈ থকাৰ লগে লগে আন্ধাৰ হৈ আহিবলৈ ধৰিলে, তাইৰো ভয়-চিন্তা বাঢ়ি যাবলৈ ধৰিলে। বাছৰ ভিতৰৰ লাইট জ্বলি উঠিল। আন্ধাৰৰ মাজে মাজে বাছখন তীব্ৰগতিত গৈ থাকিল। —তাইক নিবলৈ যদি মহাকজন যদি নাহে....! অপৰিচিত এই মানুহজনৰ লগত একেখন বিস্নাত নাইবা অ'টোত

উঠি তাই কেনেকৈ মহাকৰ ঘৰ বিচাৰি উলিয়াব? আৰু যদি মহাকৰ ঘৰ বিচাৰি নাপায় কি হ'ব? সহযাত্ৰীয়ে যদি 'এতিয়া আপোনালোকৰ ডিপাৰ্টমেন্টৰ পৰা ঠিক কৰা অতিথিশালা বিচাৰি যোৱাতকৈ ব'লক মোৰ লগতে। ৰাতিটো মোৰ লগতে থাকিব। এই ৰাতি মহাকৰ ঘৰ নাইবা ডিপাৰ্টমেন্টৰ পৰা ঠিক কৰি থোৱা অতিথিশালা বিচাৰি ফুৰা আপোনাৰ দৰে ৰূপাৱতী মহিলা এগৰাকীৰ বাবে একেবাৰেই নিৰাপদ নহয়। তেতিয়া তাই কি কৰিব? এনেকৈ অজস্ৰ চিন্তাৰে গৈ গৈ এটা সময়ত সিহঁতৰ বাছখন বাছষ্টেশুৰ ভিতৰত ৰ'লগৈ।

খিড়িকীৰে উদিগ্নতাৰে তাই বাছষ্টেশুৰ ঠাইবোৰত চকু ফুৰালে— ক'ত আছে তাইৰ মহাক মাহীয়েক— ক'ত আছে?

'সেইয়া— সেইয়া মোৰ মহা' —উলাহেৰে তাই সহযাত্ৰীক ক'লে।

'ভাল কথা। নহ'লে মইয়ো বৰ চিন্তাত পৰিলোহেঁতেন। অৱশ্যে মই যিকোনো প্ৰকাৰে আপোনাক মহাকৰ ঘৰত থৈ অহাৰ ব্যৱস্থা কৰিলোহেঁতেন।' এইবাৰ তাইৰ সহযাত্ৰী নামিবলৈ বুলি থিয় হৈ তাইৰ চকুলৈ স্থিৰভাৱে চাই ক'লে—

'মই ঘুৰি ফুৰা মানুহ। কেতিয়াবা ক'ৰবাত অকস্মাতে আপোনাক আকৌ লগ পাই যাব পাৰো। তেতিয়া নিশ্চয় ভাল লাগিব আৰু তেতিয়া নমতাকৈ নাথাকিব....।'

'আপোনাক আকৌ লগ পালে মোৰো ভাল লাগিব। আপোনাক নমতাকৈ নাথাকো— নিশ্চয় মাতিম। এতিয়া যাওঁ, সেইয়া মোৰ মহা।'

তাই বাছৰ পৰা নামি মহাকৰ ফালে আগবাঢ়িল। তাই দেখিলে তাইৰ সহযাত্ৰীকো দুজন ভদ্ৰলোকে আহবঢ়াই নিছে। তাইৰ ভাৱ হ'ল, তাইৰ সহযাত্ৰীয়ে যেন তাইৰ চৌদিশে এজাক সুগন্ধি বতাহ এৰি থৈ গ'লগৈ। তাইৰ তেওঁক আকৌ এবাৰ লগ পাবলৈ মন গ'ল। তাইৰ নিজলৈকে খং উঠিল, তাই কিয় তেওঁৰ ঠিকনা নাৰাখিলে- তাইযে তেওঁৰ বিষয়ে বিশেষ একোৱে নাজানিলে— মাত্ৰ জানিলে তেওঁৰ ঘৰ মঙলদৈত আৰু তেওঁৰ ক্লাচ চিক্স আৰু ফ'ৰত পঢ়া এহাল ল'ৰা-ছোৱালী আছে। উলটি যাওঁতে যদিহে তেওঁক আকৌ লগ পায় যায়, তেনেহ'লে তাই তেওঁৰ ব্যক্তিগত জীৱনৰ বিভিন্ন কথা সুধিব।

মহাকে তাইৰ হাতৰ পৰা তাইৰ গধূৰ ভি. আই. পিটো ল'লে। মহাকৰ লগত একেখন ৰিক্সাত উঠি তাই মহাকৰ সৰু ঘৰখনত সোমালগৈ। অৰবিন্দ আৰু তাইৰ মাকে তাইক, মাহীয়েকৰ ঘৰখন সৰু হ'লেও, অৱস্থাস্পন্ন নহ'লেও অন্ততঃ প্ৰথম ৰাতিটো তাতেই থাকিবলৈ বাৰে বাৰে কৈ পঠাইছিল। অধিবেশন আৰম্ভ হোৱাৰ পিছত তাইৰ লগত থাকিবলৈ মহিলা সহকৰ্মী পালেহে তাইক বিভাগীয় অতিথিশালালৈ লৈ যায় যেন।

পিছদিনা তাইক তাইৰ মহাকৰ ল'ৰাটোৱে অধিবেশন হ'ব লগা ঠাইত থৈ আহিলগৈ।

প্ৰথম দিনা বিশেষ কাম নাছিল। কিন্তু তাই তাত বিভিন্ন ঠাইৰ পৰা অহা কেইবাগৰাকীও মহিলা সহকৰ্মী পালে। তেওঁলোকে ইতিমধ্যে বিভাগীয় অতিথিশালাত প্ৰথম নিশাটো পাৰ কৰিলেই আৰু শিখাকো তালৈ আহিবলৈ বৰকৈ অনুৰোধ কৰিলে। বিভাগীয় নীতি নিয়ম মানি, তাইৰ সুবিধাৰ বাবে মহাকৰ ঘৰৰ পৰা বিদায় লৈ তায়ো অতিথিশালালৈকে আহিল। পিছদিনা আৰম্ভ হ'ব সাক্ষাৎ আৰু আবেলিলৈ আলোচনাচক্ৰ, প্ৰতিবেদন পাঠ আদি।

এই বিশেষ সাক্ষাতৰ দিনটোৰ বাবেই অত আয়োজন। তাইৰ কিমান কষ্ট, কিমান চিন্তা। অৱশ্যে মাত্ৰ তায়েইতো নহয়— ইয়ালৈ অহা সকলো প্ৰতিনিধি কৰ্মচাৰীৰে একেই কষ্ট, একেই চিন্তা, একেই উৎকণ্ঠা। কাৰ ভাগ্যলৈ বাৰু প্ৰমোচন আহিব!

আজিৰ এই বিশেষ সাক্ষাতৰ দিনটোৰ বাবে তাই পিন্ধিলে বগা পাটৰ তাত ডাঠ সেউজীয়া ৰঙৰ ফুল থকা, বুটা বছা মেখেলা-চাদৰ আৰু লগত মিলা চেটৰ ব্লাউজ। ডিঙিত ঘৰৰ পৰা পিন্ধি অহা সোণৰ দীঘল চেইন। কাণত পিন্ধিলে তাই সযত্নে বেগত ভৰাই অনা, তাইৰ স্বৰ্গীয় শাহুৱেকে তাইক প্ৰথম বাৰ চাবলৈ যাওঁতে দিয়া, তিনিটাকৈ মুক্তাখচিত সোণৰ ধুনীয়া টপযোৰ। এইযোৰক তাই সৌভাগ্যৰ প্ৰতীক হিচাপেও গণ্য কৰে। চুটি তাইৰ চুলিখিনি বেণু মাৰি বান্ধিলে। মুখত সামান্য প্ৰসাধন। টিপ ফোঁট। সামান্য লিপষ্টিকৰ প্ৰলেপ। তাইৰ নতুন সহকৰ্মী বান্ধৱীহঁতে তাইৰ ৰূপৰ ভূয়সী প্ৰশংসা কৰিলে। কেনে অপৰূপা তাই!!

সাক্ষাৎ আৰম্ভ হ'ল। স্থানীয় কলেজখনৰ নতুন আহল-বহল কোঠাটোত কৰ্মচাৰী প্ৰতিনিধিসকল বহি ৰ'ল। তায়ো। তাৰ পৰাই এজন এজনকৈ মাতি নি আছে, নি আছে। এটা সময়ত মানুহ এজনে ক'লে 'শিখা ফুকন- শিৱসাগৰ'। তাইৰ হৃদয় কঁপি উঠিল পলকতে নিজকে সংযত কৰি ধীৰে স্থিৰে তাইৰ পেঞ্চিল হিলৰ টুক টুক শব্দ কৰি মানুহজনক অনুসৰণ কৰি আগবাঢ়িল। তাইৰ বাৰু সাক্ষাৎ ভাল হ'বনে? প্ৰমোচন হ'বনে?

মানুহজনে দেখুৱাই দিয়া পথেৰে আগবাঢ়ি তাই পৰ্দা ঠেলি ডাঙৰ কোঠা এটাত প্ৰৱেশ কৰিলে। কোঠাৰ মাজত থকা সুদৃশ্য ডাঙৰ টেবুলখনৰ চাৰিওকাষে বহি আছে ভব্য গব্য পাঁচজন পুৰুষ।

কোনোবা এজনে ক'লে — 'বহক'।

ওচৰৰ চকীখনত বহি পৰিল।

কোনোবা এজনে ক'লে — আপুনি শিখা ফুকন।

'হয়'।

আপোনাৰ প্ৰতিবেদন আৰু আইডেন্টিটি কাৰ্ডখন দিয়ক।'

কোন, কোন, কাৰ ইমান চিনাকি মাত? কোনে তাইৰ প্ৰতিবেদন বিচাৰিছে? সাজু কৰি থোৱা তাইৰ প্ৰতিবেদন আৰু কাৰ্ডখন আগবঢ়াই দি ল'ব খোজা মানুহজনৰ চকুলৈ এপলক চাই বিস্ময়ত বোবা হৈ গ'ল। কোন— কোন এই পুৰুষ? তাইৰ লগত বাছত বহি অহা সেই সুদৰ্শন সহযাত্ৰী নহয়নে? যিজনৰ ওচৰত তাই দুখদায়ক ভ্ৰমণটোৰ বাবে তাইৰ বিভাগটোকে দোষী বুলি ভাবি নানান বদনাম গাই অহাৰ উপৰিও তাইৰ প্ৰতিবেদনখন অৰবিন্দই যুগুতাই দিয়া বুলিও কৈছিল। কিন্তু তাইৰ সহযাত্ৰীজন এইজনেই হয়নে নহয়, দ্বিতীয়বাৰ তেওঁৰ মুখলৈ চাই নিশ্চিত হ'বলৈ তাইৰ সাহস ক'ত? ভয়ে ভয়ে অতি সন্তৰ্পণে তাই তেওঁৰ সোঁহাতৰ আঙুলি কেইটালৈ চালে, হয়— শিল্পীৰ দৰে ধুনীয়া তেওঁৰ আঙুলিকেইটাত তিৰবিৰাইছে মূল্যবান পাথৰৰ আঙঠি তিনিটা।

তাইৰ মুখৰ বৰণে তেজৰঙা গোলাপৰ পাপৰিৰ বৰণ ল'লে। কি হ'ব তাইৰ? তাইৰ প্ৰতিবেদনৰ কথা তাইৰ সহযাত্ৰীয়ে কি সুধিব বাৰু? তেওঁৰ তাইক সুধিবলৈ কিয়েইবা আছে।

আৰু তাইৰ সহযাত্ৰী জন!

তাইৰ বিবৰ্ণ হৈ পৰা মুখৰ ৰং দেখি তাইলৈ তেওঁৰ মৰম লাগিল— তাইলৈ তেওঁৰ দয়া উপজিল। তেওঁৰ হৃদয় তাইৰ প্ৰতি সহানুভূতিশীল হৈ পৰিল। তাইৰ মনৰ অৱস্থা তেওঁ ভালকৈয়ে উপলব্ধি কৰি তাইক সহজ কৰিবৰ বাবে ক'লে—

'পৰহি এখেত আৰু মই একেখন বাছতে আহিছিলোঁ। মই আপোনাক আকৌ লগ পাম বুলি কোৱা নিশ্চয় মনত আছে।'

'আছে চাৰ' এইদৰে কোৱাৰ উপৰিও তাইৰ ক'বলৈ মন গৈছিল, কিন্তু এনেকৈ লগ পাই যাবলৈ মই বিচৰা নাছিলোঁ।

এইবাৰ অন্য এজনে তাই যুগুতাই অনা ভবিষ্যতৰ কাৰ্যপন্থাৰ আঁচনিৰ বিৱৰণীখন বিচাৰিলে।

তাই আগবঢ়াই দিলে।

পিছতে তাই জানিব পাৰিছিলে তাইৰ সহযাত্ৰীজনেই কৰ্তব্যপৰায়ণ বিষয়া, ডেপুটি ডাইৰেক্টৰ ড° এম. কে ৰয় ডাঙৰীয়া।

আবেলি হ'ব লগা আলোচনাচক্ৰৰ বাবে তাইৰ জড়তা আঁতৰাবলৈ যত্ন কৰিছিল। ইয়াতো উপস্থিত থাকিব তাইৰ সহযাত্ৰী।

উলটি যাওঁতে যদি তাই তেওঁক আকৌ লগ পায় যায়— তাই সেই সুগন্ধি বতাহজাক আকৌ পাবনে? তাই বাৰে বাৰে ভাবিলে। ◈

# ৮ | দ্বীপাশ্ৰিত

## দীপিকা চৌধুৰী



কিছুমান মানুহ চৰিত্ৰবান হৈ থকাৰ মূলতেই হেনো প্ৰকৃত সুযোগ-সুবিধাৰ অভাৱ। মানুহজনে অনুভৱ কৰিছিল, কিমান সঁচা কথা কৈছিল দাৰ্শনিকজনে। তাৰমানে প্ৰকৃত সুযোগ-সুবিধাৰ অভাৱতেই অতবছৰে মানুহজন চৰিত্ৰবান হৈ আছিলনেকি? নিজৰ ওপৰত কেনে ভ্ৰান্ত ধাৰণা লৈ তেওঁ জীয়াই আছিল! কিমান আত্মগৌৰৱ, কিমান আত্ম অহংকাৰ। অকল তেওঁৰ নিজৰেইনে? তেওঁ জন্ম হোৱা ঘৰখনৰ, গাঁওখনৰ, লগ-সমনীয়াৰ আৰু তেওঁৰ পত্নী উৰ্মিৰ। সকলোৰে বাবেইতো তেওঁ সৎ চৰিত্ৰৰ প্ৰতীক। সকলোৰে প্ৰিয় এচিষ্টেণ্ট ইঞ্জিনিয়াৰ পৰাণ বৰুৱা। স্বভাৱে-চৰিত্ৰই, কামে-কাজে, পিন্ধনে-উৰণে চাফা। পৰাণ বৰুৱাৰ, তেওঁ নজনাকৈয়ে এটা উপনামো আছিল, আছিল মানে তেওঁৰ বাদে আনবোৰৰ বাবে বৰ্তমানেও তেওঁ সেই নামেৰেই পৰিচিত, 'মিষ্টাৰ ক্লিন বৰুৱা'। তেওঁৰ সহকৰ্মী, একালৰ তেওঁৰ সহপাঠী শইকীয়া ইঞ্জিনিয়াৰে জোকাইছিল, 'নামটো বেয়া হোৱা নাই। তুমি মানুহটো দেখিছো সলনি নহ'লা, কলেজত পঢ়াৰ পৰাই সেই একেই।' মানুহজনে কোনো প্ৰতিক্ৰিয়া প্ৰকাশ কৰা নাছিল। এনেকুৱা নাম পোৱাৰতো তেওঁ যোগ্যই।

শুনিছিল, আগে-পিছে তেনেকুৱা ঘটনা তেওঁ বহু শুনিছিল। কাকতে-পত্ৰই পঢ়িছিল। বাহিৰত ছিঃ ছিঃ কৰি উঠা মানুহজনৰ ভিতৰত সেইবোৰ মানুহৰ প্ৰতি এক ধৰণৰ ঘৃণা উপজিছিল। ছিঃ মানুহ নে কি? কেনেকৈ পাৰে ইমান নিকৃষ্ট কাম কৰিবলৈ?

আৰু এতিয়া? যোৱা কেইদিনমান ধৰি সেই একেধৰণৰ এক ঘৃণাৰ ভাব, বিতৃষ্ণতাৰ ভাব তেওঁ নিজৰ প্ৰতি পোষণ কৰি ফুৰা নাইনে?

এক ভয়ংকৰ ভ্ৰান্ত ধাৰণা অন্তৰত লৈয়েই হয়তো তেওঁৰ জীৱনটো শেষ হৈ গ'লহেঁতেন। আত্মভিমানেৰে বুকু ফিন্দাই তেওঁ গোটেই জীৱন দপদপাই ফুৰিলেহেঁতেন, যদিহে দাৰ্শনিকজনে কোৱাৰ দৰে চৰিত্ৰহীন হোৱাৰ সুযোগ তেওঁৰ জীৱনলৈ নাহিলহেঁতেন, কিন্তু আহিছিল। কোনোদিনেই কল্পনা নকৰা ঘটনা এটা তেওঁৰ জীৱনত ঘটি গৈছিল।

সেই ভয়ানক ঘটনাৰ সাক্ষী হৈ হীৰাই সোঁ চকুৰ ওপৰৰ নীলা পৰা টেমুনাটোৰে তেওঁৰ সমুখত ঘূৰি ফুৰিছিল। পোনে-পোনে তাইলৈ নাচালেও, আঁৰ চকুৰে তেওঁ লক্ষ্য কৰিছিল টেমুনাটো। আৰু তেওঁৰ হাতত, তেওঁৰ বুকুত লাগি থকা সেই উষ্ণ পৰশ? তেওঁৰ কাপোৰত লাগি থকা সেই ৰহস্যময় গোন্ধ? বাৰিষাৰ প্ৰথমজাক বৰষুণত ভাহি অহা মাটিৰ দেহৰ দৰে গোন্ধ? আৰু আটাইতকৈ ডাঙৰ সাক্ষী হৈ ৰোৱা সেই দেৱী মূৰ্তি?

কি নাম দিব তেওঁ সেই ঘটনাক? বিকৃত ৰুচি? বিকৃত মানসিকতা? নে তেওঁৰ ভিতৰত সংগোপনে বাহ লৈ থকা চৰিত্ৰহীন হোৱাৰ প্ৰৱণতা?

সেই ঘটনাটোৰ পিছৰ পৰা প্ৰায় পঁচিশ ত্ৰিশ বছৰৰ আগৰ ঘটনা এটা ঘূৰি ঘূৰি মানুহজনৰ মনলৈ আহিছিল। কিমাননো আছিল তেতিয়া তেওঁৰ বয়স, খুউব বেছি সাত-আঠ। ক'ৰবাত যেন দুয়োটা ঘটনাৰ মাজত এক সাদৃশ্য আছে। এক যোগসূত্ৰ আছে। প্ৰায় গাওঁখনলৈ আহিছিল চুনপাপৰিবালাটো। আইনাৰ বাকচত ৰঙা, গোলাপী গোল গোল চুনপাপৰিবোৰ। মানুহটোৰ হাতত ডম্বৰুটো। কি এক যাদুকৰী শব্দ। কি এক অবৰ্ণনীয় অনুভূতি। মাকৰ সজাগ চকুকো ধূলি মাৰি ল'ৰাটোৱে পাকৈত চোৰৰ নিপুণতাৰে উঠাই লৈছিল থাপনাৰ সমুখত থকা ভগুনীয়া পইচা দুটামান। সেই সময়ত ল'ৰাটোৰ কাণত মাথো সেই যাদুকৰী শব্দ আৰু জিভাত তুলাৰ দৰে কোমল চুনপাপৰিৰ সোৱাদ। তাৰ বাদে সকলো মিছা। মিছা মাকৰ হিতোপদেশৰ সাধু। মিছা শিক্ষকৰ চেকনিৰ আগৰ সজ শিক্ষাৰ পাঠ। সঁচা মাথোঁ সেই শব্দ। সঁচা মাথোঁ জিভাত দিলেই পমি যোৱা চুনপাপৰিৰ সোৱাদ। আছে, ক'ৰবাত এক সাংঘাটিক মিল আছে। সম্ভৱ সৰুৰে পৰাই তেওঁৰ ভিতৰত অন্তৰ্লীনভাৱে বৈ আছে চৰিত্ৰহীন হোৱাৰ এক সুযোগ সন্ধানী মন। দুৰ্নিবাৰ। অপ্ৰতিৰোধ্য।

সেই ঘটনাটোৰ আগতে, আনকি ঘটনাটোৰ পিছতোতো কোনো দিন তেওঁ তাইৰ প্ৰতি কোনো ধৰণৰ আকৰ্ষণ অনুভৱ কৰা নাছিল।

উৰ্মিক পঞ্চামৃত খুৱাবৰ সময়ত উৰ্মিৰ মাকেই হীৰাক লগত লৈ আহিছিল। উৰ্মিয়ে লাগ বুলিলেই কাষতে পোৱাকৈ, কেঁচুৱাটো হোৱাৰ পিছত সৰু-সুৰা কাম-বনবোৰ

কৰিবলৈ, কেঁচুৱাটোৰ লগত খেলিবলৈকে বুলি উৰ্মিৰ মাকে তাইক থৈ গৈছিল। তেতিয়া তাইৰ বয়সেইনো কিমান! বাৰ-তেৰ বছৰীয়া ছোৱালী। কুটকুৰা এমূৰ চুলি। বৰ কষ্টেৰেহে যেন মেলি ৰাখিছে, তেনেকুৱা চকু এহালেৰে মৰা বৰালী মাছৰ দৰে শেঁতা ছোৱালীজনী দেখি পৰাণৰতো ভয়েই লাগিছিল। 'টিবি-চিবি নাইতো মা?' হীৰাই নুশুনাকৈ সি শাহুৱেকক সুধিছিল।

কেঁচুৱাৰ লগত খেলিবলৈ অহা ছোৱালীজনী কোন সময়ত যে গৈ পাকঘৰ পাইছিলগৈ সিহঁতে ততেই ধৰিব পৰা নাছিল। ৰহানৰ দ্বিতীয়টো জন্মদিনত অহা শাহুয়েকে পৰাণক জোকাইছিল, 'টিবি-চিবি থকা ছোৱালীজনীয়ে ৰন্ধা মাংস মই নাখাওঁ দেই।'

বছৰবোৰ পাৰহৈ গৈছিল। হীৰাৰ শেঁতা বৰণটো তেজগোৰা হৈছিল। বয়সতকৈ যেন বেছি বাঢ়িছিল ছোৱালীজনী। ঘন চুলিকোচা কঁকাল পাইছিল। ৰঙা-বগা ছোৱালীজনীয়ে চুলিখিনি লৰাই লৰাই ঘৰখনৰ ভিতৰখনত ঘূৰি ফুৰিছিল। ঘৰখনৰ তিনিটা প্ৰাণীৰ আলপৈচান ধৰিছিল। কোনো ওজৰ-আপত্তি নাই। কোনো দুখ ভাগৰ নাই। উৰ্মিৰ পুৰণা চুৰিদাৰ দুযোৰমান, পুৰণা নাইটি দুটা মানেৰেই সুখী ছোৱালীজনীলৈ দেখুৱাই উৰ্মিয়ে প্ৰায়ে মানুহজনক কৈছিল, হীৰাৰ চুলিকোচা চোৱাচোন। কেনেকৈ ইমান ধুনীয়া হ'লহে? ঘামি-জামি পাকঘৰৰ পৰা ওলাই অহা হীৰাৰ তেজ ফুটো-ফুটো গালদুখন দেখি উৰ্মি আচৰিত হয়, 'একেইতো খাওঁ, তথাপিও তাইৰ ৰঙটো ইমান উজ্জ্বল কেনেকৈ?' মানুহজনে উৰ্মিয়ে বেয়া পাব বুলিয়েই তাইলৈ চাইছিল। 'কিনো ডাঙৰ কথা। ভালকৈ খাবলৈ-ল'বলৈ পাইছে। ৰ'দ-বতাহ নলগাকৈ ঘৰৰ ভিতৰত আছে। মানসিক কষ্ট নাই। তোমাৰ দৰে ৰ'দে-বৰষুণে কষ্ট কৰি অফিচলৈ অহা-যোৱা কৰা নাই নহয়!'

ঘটনাটোৰ পিছৰ পৰা মানুহজন যেন এক সুযোগৰ অপেক্ষাত আছিল। কিবা এটা উপাই কৰি হীৰাক ঘৰলৈ পঠিয়াব পাৰিলে! সেই নীলা টেমুনাটোৰে তেওঁ গচকি অহা নাইটিটোৰে তাই তেওঁৰ সমুখেৰে অহা-যোৱা কৰি আছে। 'অকণমান সাৱধান হ'বিচোন, এনেকৈনো দুৱাৰত খুন্দা খাব লাগেনে?' বুলি উৰ্মিয়ে টেমুনাটোলৈ চাই প্ৰতিদিনেই তাইক স্নেহভৰা মৃদু ভৰ্ৎসনা কৰিছে। অন্ততঃ ঘটনাটোক চিলমিলিয়া টোপনিৰ মাজৰ এটা ভাল নলগা সপোন বুলি ধৰি লোৱাৰ চেষ্টা কৰিবলৈকেতো মানুহজনক এটা উপযুক্ত পৰিৱেশৰ প্ৰয়োজন। সুযোগ সঁচাকৈয়ে আহিছিল। উৰ্মিৰ মাকেই ফোন কৰিছিল। হীৰাৰ দেউতাকে হেনো তাইৰ কাৰণে ল'ৰা এটা ঠিক কৰিছে। হীৰাৰ দেউতাক আহি তাইক লৈ যাব। সিহঁতে চিন্তা কৰিব নালাগে, হীৰাৰ দেউতাকৰ লগতে তেওঁ আদহীয়া মানুহ এজনী পঠিয়াব।

হীৰা গুচি গৈছিল। দেউতাকৰ স'তে তাইক নি তেওঁ বাছত তুলি দিছিল। তেওঁ

পোনে পোনে তাইৰ টেমুনাটোলৈ চাইছিল। আৰামী চকীখনৰ হেণ্ডেলডাল বেয়াকৈয়ে লাগিছিল। বাহুত উঠিবৰ সময়ত তাই তেওঁৰ ভৰিত ধৰি সেৱা কৰিছিল। 'কিবা ভুল কৰিছিলো যদি ক্ষমা কৰি দিব দাদা।'

মানুহজনে তাইক ক্ষমা কৰা নকৰাৰ প্ৰশ্নই অহা নাছিল। তেওঁ নিজৰ চিন্তাতেই মগ্ন আছিল। ইমান ঘৃণনীয়? ইমান নিকৃষ্ট? তাই গুচি যোৱাৰ পিছতো তেওঁ ঘটনাটোক চিলমিলিয়া টোপনিৰ মাজৰ সপোন বুলি নিজকে পতিয়ন নিয়াব পৰা নাছিল।

ৰাতিপুৱাৰ পৰাই গোমা হৈ থকা বতৰটোৱে সেইদিনা দুপৰীয়ালৈ ভয়ানক ৰূপ ধাৰণ কৰিছিল। এনেকুৱা বতৰত প্ৰায়ে মানুহজনক আমনি দিয়া মূৰৰ বিষটোৱে তেওঁক অতিষ্ঠ কৰি তুলিছিল। মানুহজন ঘৰলৈ উভতি আহিছিল। ৰহানক কাষৰ ডিভানখনত শুৱাই মাটিত লেপেটা কাঢ়ি বহি টিভিৰ পৰ্দাত হীৰা এনেদৰে সোমাই পৰিছিল যে মানুহজনে বাৰাণ্ডাৰ পৰা মাতি থকাও তাই শুনা নাছিল। টিভিৰ পৰ্দাত সেই সময়ত কোনো বিদেশী ছবিৰ দৃশ্য। আলিংগনবদ্ধ প্ৰায় নিৰাভৰণ নায়ক-নায়িকাৰ কামনা-আতুৰ অভিনয়ত হীৰা মগ্ন। মানুহজনে পিছুৱাই গৈ খণ্ডেৰে বেলটো বজাই দিছিল। তেওঁ ভিতৰ সোমাই মানে টিভিত কিবা খোৱা বস্তু বনোৱাৰ অনুষ্ঠান এটা চলি আছিল। টিভিটো বন্ধ কৰি পোনে পোনে তেওঁ শোৱনিকোঠা পাইছিলগৈ। অসহ্যকৰ মূৰৰ বিষটোৰ লগতে হীৰাৰ ওপৰত টিঙিচকৈ উঠি অহা খংটোৰেই তেওঁ বিছনাৰ কাষৰ আৰামী চকীখনত দেহটো এৰি দিছিল। কিছুসময়ৰ পিছত চাহ একাপ আনি কাষৰ টেবুলখনতে থৈ হীৰাই সুধিছিল, 'দাদাৰ আজিও মূৰ বিষাইছে নেকি?' চকুহাল মুদি মানুহজন মনে মনে বহি আছিল।

ৰহানক আনি শোৱনি কোঠাৰ বিছনাখনত শুৱাই হীৰাই ভিক্সৰ বটলটো লৈ মানুহজনৰ ওচৰ চাপি আহিছিল। 'ভিক্স অলপ সানি দিলে ভাল পাব নেকি!' নালাগে বুলি ক'ব খুজিও মানুহজন ৰৈ গৈছিল। অসহ্যকৰ বিষটোৰ পৰা অলপমমান সকাহ পালেও!

মানুহজনে মূৰৰ বিষটোৰ পৰা বহুখিনি সকাহ পাইছিল। উৰ্মিয়ে ঠিকেই কয়, ছোৱালীজনীয়ে সঁচাকৈয়ে যাদু জানে। প্ৰত্যেকটো কামেই ইমান নিখুঁত। তাইৰ ওপৰত উঠি অহা খঙটো মূৰৰ বিষৰ লগতে লাহে লাহে জামৰি আহিছিল আৰু কেতিয়াযে আৰামী চকীখনতে মানুহজনৰ টোপনি আহি গৈছিল তেওঁ গমেই পোৱা নাছিল।

কিমান সময় পাৰ হৈ গৈছিল তাৰ উমান তেওঁৰ নাছিল; মাথো হঠাৎ তেওঁ অনুভৱ কৰিছিল এক অচিন স্পৰ্শ। এক অদ্ভুত ধৰণৰ শিহৰণ, এক অবাধ্য অনুভৱ তেওঁৰ শিৰা-উপশিৰাবোৰৰ মাজেদি পাৰ হৈ গৈছিল। তেওঁৰ বুকুত হীৰাৰ আঙুলিৰ

উষ্ম পৰশ। হীৰাৰ ঘন ঘন তপত নিশ্বাস তেওঁৰ মুখৰ ওপৰেদি বুকুৰ ওপৰেদি বগাই ফুৰিছিল। বাৰিষাৰ প্ৰথম বৰষুণ জাকত ভাহি অহা মাটিৰ দেহৰ গোন্ধৰ দৰে এক সজীৱ সতেজ গোন্ধ বাৰে বাৰে তেওঁৰ উশাহৰ স'তে বুকুৰ ভিতৰলৈ গতি কৰিছিল। নিচাগ্ৰস্ত মানুহৰ দৰে বিবশ মানুহজন বহি আছিল নিশ্চুপ হৈ। পলে-পলে যেন পাপ-পুণ্য, পাই-নাপাইৰ উৰ্দ্ধৰ এক নিৰাপদ স্থানলৈ মানুহজনে গতি কৰিছিল। তেওঁ অনুভৱ কৰিছিল সেইয়া তেওঁৰ প্ৰেম নহয়, আবেগ নহয়, মাথোঁ এক উদগ্ৰ জৈৱিক তাড়াণাই তেওঁক কাবু কৰি আনিব খুজিছিল। অৱশ হৈ আহিছিল তেওঁৰ শৰীৰ।

মাথো কেইটামান মুহূৰ্ত। আকাশ বিদাৰি হঠাৎ ওচৰতে ক'ৰবাত বজ্ৰ পৰিছিল। লগে লগে নামি আহিছিল ধাৰাষাৰ বৰষুণ। মানুহজন জাপ মাৰি চকীখনৰ পৰা উঠি থিয় হৈছিল। থৰ হৈ গৈছিল মানুহজন। আগমুহূৰ্তৰ টিভিৰ নায়িকাৰ দৰে কামনা-আতুৰ হীৰা তেওঁৰ সমুখত। যেন খনিকৰৰ তুলিকাৰ পৰশত প্ৰাণ পাই উঠা দেৱীৰ নিৰাভৰণ শৰীৰ।

খন্তেকৰ বাবে মানুহজন মূৰ্তিৰ সমুখত ৰৈ যোৱা নিপুণ খনিকৰজনহে। বিভোৰ, বিগলিত, বিস্মৃত। বসনাবৃত কৰাৰ আগমুহূৰ্তত খনিকৰৰ সন্ধানী চকু দুটাইহে যেন বিচৰণ কৰিছিল দেৱীৰ মসৃণ গোলাপী শৰীৰৰ প্ৰতিটো অংগত।

হঠাৎ মানুহজনৰ সম্বিত ঘূৰি আহিছিল। আগমুহূৰ্তৰ সঞ্চাৰীভাব আছাৰি সেই দেৱী মূৰ্তিক ঠেলা এটা মাৰি প্ৰায় দৌৰি অহাদি আহি তেওঁ বাহিৰ পাইছিলহি। আহোঁতে গচকি আহিছিল মাটিত পৰি থকা উৰ্মিৰ পুৰণা নাইটিটো।

বেঁকা-বেঁকিকৈ পৰি থকা বৰষুণজাকৰ ছিটিকনি তেওঁৰ দেহত পৰিছিলহি। মূৰটো ভয়ানক ধৰণে গৰম হৈ আহিছিল। আকৌ আৰম্ভ হৈছিল প্ৰচণ্ড মূৰৰ বিষ। সেমেকা কাপোৰ সাজেৰেই তেওঁ বাহিৰৰ চকী এখনত বহি ৰৈছিল উৰ্মি অহালৈকে।

'কি হ'ল? মনটো মাৰি আছা যে?' বাৰাণ্ডাত উঠিয়েই উৰ্মিয়ে সুধিছিল।

'নাই, এই মূৰৰ বিষটো।'

'হীৰাক নক'লা কিয়? তাই মালিচ কৰি দিলেহেঁতেন।' কৈ কৈয়েই উৰ্মি ভিতৰ পাইছিলগৈ।

হীৰা যাবৰ প্ৰায় এসপ্তাহমানেই হৈছিল। নতুনকৈ অনা মানুহজনীক উৰ্মিয়ে আকৌ কামবোৰ শিকাই-বুজাই লৈছিল।

মানুহজনৰ যেন সকলো শেষ হৈ গৈছিল। আত্মগৌৰব, আত্মঅভিমান আৰু বহুত কিবাকিবি। থান-বান হৈ গৈছিল তেওঁৰ ভিতৰখন। মূৰৰ বিষটো প্ৰায় স্থায়ী হৈছিল। তেওঁ মুক্তি বিচাৰিছিল। ভাৰমুক্ত হ'ব বিচাৰিছিল।

আৰু এদিন তেওঁ সিদ্ধান্ত লৈ পেলাইছিল। তেওঁ কৈ দিব। উৰ্মিক সকলো কৈ দিব। ফলাফলৰ বিষয়ে তেওঁ চিন্তা নকৰে। তেওঁ মাথোঁ এই অসহ্যকৰ যন্ত্ৰণাৰ পৰা মুক্তি বিচাৰে। আকৌ আগৰ দৰে নিৰ্ভাৰ হ'ব বিচাৰে।

কোমল নীলাভ পোহৰত বিছনাত তেওঁৰ কাষত উৰ্মি।

'কেইদিনমানৰ পৰা তোমাক কথা এটা কওঁ বুলি ভাবি আছোঁ; কিন্তু তুমি খং কৰিবা। বেয়া পাবা।

'কোৱানা। মই তোমাক বেয়া পাব পাৰো নেকি? তোমাৰ দৰে মানুহ এজনক কোনেও বেয়া পাব নোৱাৰে।'

'নহয়, মই জানো তোমাৰ সাংঘাটিক খং উঠিব।'

'ধেৎ, নুঠে বুলি কৈছো নহয়।'

কিছুপৰ মানুহজন নিশ্চুপ হৈ পৰি ৰ'ল। কথাখিনি শুনাৰ লগে-লগে উৰ্মি চাগে খণ্ডত কিবাহে পৰিব। তেওঁক ঘীণ কৰিবলৈ ল'ব। অৱজ্ঞা কৰিবলৈ ল'ব। এটা সময়ত যদি ঘটনাটো বাহিৰতো প্ৰচাৰ হৈ যায়? তেওঁৰ নামটো? তেওঁৰ 'ক্লিন' ভাৱমূৰ্তিটো? কিন্তু, তেওঁ যে নিৰ্ভাৰ হ'ব বিচাৰে!

উৰ্মিৰ কেঁকোৰা-কেঁকুৰি কোমল চুলিৰ পৰশ তেওঁৰ কপালত, মুখত। উৰ্মি আৰু অলপ্প কাষ চাপি আহিছিল।

'কোৱানা।' টোপনি গধূৰ মাতটোৰে উৰ্মিয়ে সোঁৱৰাই দিছিল।

'ৰহানৰ পাঁচবছৰ হ'লহি। মই কি ভাবিছো জানা, তুমি যদি বেয়া নোপোৱা, মানে তোমাৰ যদি অসুবিধা নহয় ৰহানৰ ভাইটি বা ভণ্টি এজনী. ..।

পৰম আস্থাৰে উৰ্মিয়ে তেওঁক সাবটি ধৰিছিল। উৰ্মিৰ কোমল চুলিখিনিত হাত বুলাই বুলাই মানুহজন পৰি ৰৈছিল। নিৰোত্তাপ, নিৰ্বাক হৈ।

দুৰৈত ক'ৰবাত শিয়ালে হোৱা দিছিল। ৰহানে টোপনিতে খুকখুকাই হাঁহিছিল। মিহি-মিহি নাকৰ শব্দটোৱে উৰ্মি ভৰ টোপনিত পৰাৰ উমান দিছিল।

মানুহজনৰ বুকুখন গধূৰ হৈ আহিছিল। উজাগৰী নিশাটো একমাত্ৰ নিজৰ স'তে পাৰ কৰা মানুহজনে এটা সময়ত উপলব্ধি কৰিছিল, সেই যন্ত্ৰণা-গধূৰ বুকুখন লৈয়েই দেৱী মূৰ্তিৰ দেহৰ ভাঁজে ভাঁজে বগাই ফুৰিব খোজা হাতখন লৈয়েই তেওঁ যাত্ৰা কৰিব লাগিব একান্ত অকলশৰে, আমৃত্যু।

কাৰণ, নিজক উদঙাই দিবলৈ হ'লে মানুহ সাহসী হ'ব লাগিব।

দুৰ্দান্ত সাহসী। শিৰত মুকুট লৈ মূৰ দাঙি ফুৰিব খোজা মানুহ ইমান সাহসী হ'ব পাৰিবনে? ◈

# ৯ জননাধিকাৰ

নিৰুপমা মিশ্ৰ



আলিৰ দাঁতিতে মানুহজন পৰি আছিল। ব্যস্ত ৰাজপথ। কাৰোফালে কোনোজনৰ চাবলৈয়ে আহৰি নাই। আনকি মানুহজন মৃত নে জীৱিত এই কথাটোও জানিবৰ বাবে যেন কোনেও ইচ্ছুক নহয়। কাষেৰেই হৰ্ণ বজাই তীব্ৰ গাত্তত গুচি গৈছে মটৰ গাড়ীত যোৱাসকল। ৰিক্সা-চাইকেলৰ আৰোহীসকলো তেনেদৰেই টিলিঙা বজাই পাৰ হৈ গৈছে। খোজকাঢ়ি যোৱাসকল দুই-চাৰিজনে হয়তো মূৰটো বেঁকাকৈ, চকুদুটা কেঁৰাকৈ এটা ক্ষীণ দৃষ্টি পেলাই আকৌ খোজ পেলাইছে সন্মুখৰ ফালে। হয়তোময়ো তেনেকৈয়ে মানুহজনক অতিক্ৰম কৰি গুচি গ'লোহেঁতেন মোৰ গন্তব্যস্থানলৈ। পিছে নাই, মই নোৱাৰিলোঁ। কিবা এটা উৎকণ্ঠাই মোক আগুৰি ধৰিলে। অনিচ্ছাকৃতভাৱে হ'লেও গাড়ীখনৰ ষ্টাৰ্ট বন্ধ কৰি আলিৰ দাঁতিত ৰাখি নামি গ'লোঁ। ক্ষীণ-মিন মানুহজনৰ জোঙা নাক, প্ৰশস্ত কপাল আৰু ডাঙৰ ওঁঠযুৰিয়ে যেন অস্পষ্ট পৰিচয় এটি দাঙি ধৰিলে। ছয়ামময়াকৈ মোৰ চকুৰ আগত অহা-যোৱা কৰিবলৈ ধৰিলে মানুহজনৰ আন এক প্ৰতিচ্ছবি।

এখুজি-দুখুজিকৈ গাড়ীখনৰ কাষলৈ আকৌ ঘূৰি আহিলোঁ। পাছৰ চিতত অৰ্দ্ধশায়িত অৱস্থাত থকা ঘৈণী আৰু ছয়বছৰীয়া ছোৱালীজনীলৈ বোবা চাৱনিৰে চালোঁ। মই নিজকেই একেলগে বহুত প্ৰশ্ন সুধি যেন বিব্ৰত হৈ পাৰিলোঁ।

এনেকুৱাও হ'ব পাৰেনে বাৰু? সেই মানুহজনেই এইজন হয়নে বাৰু। সেই লাখপতি-কোটিপতি মানুহজনেই এনেকৈ আলিৰ দাঁতিত পৰি আছেহিনে? নহয় নহয় মোৰ চাগে ভুলেই হৈছে। এজন মানুহৰ লগত আন এজন মানুহৰ সাদৃশ্য থকাটো একো

অসম্ভৱ কথা নহয়। কি কৰা যায়! আন পথচাৰীসকলৰ দৰে ময়ো মানুহজনক তেনেদৰেই পেলাই থৈ গুচি যামনে?

এনেদৰে ভাবি-চিন্তি থাকোঁতেই ছোৱালীজনীয়ে অধৈৰ্য হৈ মাত লগালে— 'কি হ'ল দেউতা? নোযোৱা নেকি?'

ঘৈণীয়ে বিৰক্তিসূচক ভাব প্ৰদৰ্শন কৰি ক'লে— 'তুমিও যে মানুহজন আৰু য'তেই যি দেখা তাতেই এনেকৈ গাড়ী ৰাখিবলৈ হ'লে হৈছে আৰু!'

ছোৱালীজনীয়ে অস্থিৰতা প্ৰদৰ্শন কৰি আকৌ ক'লে— আমি গৈ কেতিয়া পাম দেউতা? ৰুবী বাৰ জোৰোণ দেখোন হৈয়ে যাব। ব'লানা সোনকালে দেউতা।'

আশ্বাসৰ সুৰত তাইক ক'লোঁ— 'ৰ'বাচোন মাজনী, ওলাই আহিছোঁ যেতিয়া বিয়াঘৰ নিশ্চয় পামগৈ আমি।'

জীৱনত এনেকুৱা কিছুমান মুহূৰ্ত আহে, ভাবি-চিন্তি, সময় জুখি কাম কৰিবৰ ধৈৰ্য নাথাকে। কোনো অদৃশ্য শক্তিয়ে নেপথ্যত থাকি হয়তো মোক সহায় কৰিলে। ছোৱালীজনীৰ আবেগিক আব্দাৰ, ঘৈণীৰ ৰুক্ষ ককৰ্থনা সকলোবোৰ পৰিহাৰ কৰি মোৰ সিদ্ধান্ত গ্ৰহণ কৰিলোঁ।' কি হ'ল, তুমি দেখোন গাড়ী বিপৰীত মুখে ঘূৰালা? তোমাৰ লগত আৰু নোৱাৰি দেই। কালিয়েই গৈ পোৱা মানুহ, আজিও গৈ সময়মতে নাপালে বাইদেৱে ঘেয়া নাপাব জানো?' '—অধৈৰ্য নহ'বা জোনাকী। মই সাংঘাতিক অন্তৰ্দ্বন্দ্ব এটাত ভুগিছোঁ। ৰুবীজনীৰ বিয়াৰ আনুষংগিক বহুতো কাম-কাজ আমি দুয়োজনেই কৰি দিছোঁ। আমি অলপ পলমকৈ গৈ পালেও তেওঁলোকে সিমান বেয়া নাপায় দিয়া। অৱশ্যে হয়, মামনিক বিশেষ আনন্দ এটিৰ পৰা কিছু বঞ্চিত কৰা হ'ব।'

থানাৰ সন্মুখত গাড়ীখন ৰাখি নামি গ'লোঁ। থানাৰ ভাৰপ্ৰাপ্ত বিষয়াক অনুৰোধ কৰি পুলিছ ভানখন লৈ উক্ত স্থানলৈ আকৌ আহিলোঁ। লগত অহা কনিষ্টবল দুজনৰ সৈতে দাং-কোলাকৈ মানুহজনক ভানখনত তুলি দিলোঁ। এজন কনিষ্টবলে অনুচ্চ সুৰত ক'লে— 'একেবাৰে শেষ হোৱা নাই। থানালৈ নহয়, হস্পিতাললৈহে নিব লাগিব।'

মামনি আৰু জোনাকীয়ে ভাবিছিল লেঠা তিমানতে অন্ত হ'ল, আপদ আঁতৰি গ'ল। সিহঁতে আকৌ গন্তব্যস্থান বুলি ঢাপলি মেলিব পাৰিব।

—'হে হৰি, তুমি দেখোন গাড়ী আকৌ আনফালে ঘূৰালা? ব'লা-ব'লা, তোমাৰ মানবীয়তা তুমি দেখুৱালাচোন। হ'ল ব'লা, এতিয়া য'লৈ আহিছো তালৈকে যাওঁ।'

'মোক আৰু আধাঘণ্টা সময় দিয়া জোনাকী, মানুহজনৰ এটি দিহা-পোহা লগাই তোমালোকক মই সময়মতেই বিয়াঘৰ পোৱাই দিম।'

তীব্ৰ গতিৰে আহি গাড়ীখন চৰকাৰী হস্পিতালৰ সন্মুখত ৰাখি নামি গ'লোঁ। মামনি আৰু জোনাকীৰ মুখ দুখন শাওণমহীয়া গোমা আকাশখনযেন হৈ পৰিল। দুয়োজনীয়ে অধৈৰ্যভাৱে অশান্তি মনেৰে গাড়ীতে বহি থাকিল।

খৰধৰকৈ ডাক্তৰৰ লগত প্ৰয়োজনীয় কথাখিনি হ'লোঁ। নিচেই আপোনজন বুলি কোৱাত চিট্ এটাৰ লগতে চিকিৎসাৰো সুব্যৱস্থা কৰিব বুলি চিনাকি ডাক্তৰজনে আশ্বাস প্ৰদান কৰিলে।

বিয়াঘৰৰ গতানুগতিক ৰং-ৰহইচৰ মাজত জোনাকী আৰু মামনি ডুব গ'ল। অশান্ত মন এটি লৈ দাৰুণ অস্বস্তিৰ মাজেৰে মইহে মাথোঁ সময় কটাইছোঁ। মানুহজনৰ জ্ঞান ফিৰি আহিছেনে? এই চিন্তাটোৱে মোৰ লগ এৰা নাছিল। মানুহজনৰ পৰিচয়টোও সন্দেহৰ মাজতে আছে। সুবিধা পালেই বিয়া ঘৰৰ পৰা ওলাই গৈ সঘনাই নগাঁও চিভিল হস্পিতাললৈ ফোন কৰিছোঁ, সেই বাটৰুৱা মানুহজনৰ খবৰ বিচাৰি। পেণ্টৰ জেপত পোৱা ডায়েৰীৰ পৰা মানুহজনৰ নামটো ডাক্তৰে ফোনতে ক'লে। মোৰ মূৰৰ ওপৰত যেন প্ৰচণ্ড জোৰেৰে বজ্ৰপাতহে পৰিল। কথমপি মোবাইলটো পৰি নোযোৱাকৈ ধৰি থাকিলোঁ। ডায়েৰীৰ মাজত এখন যুগ্ম ফটোও পাইছে, হয়তো পৰিচয়টো ভালদৰেই ওলাই পৰিব।

মনে মনে নিজৰ বয়সৰ লেখটো কৰিলোঁ। প্ৰায় বিয়াল্লিছ বছৰীয়া হ'লোহি। তেন্তে? তেন্তে প্ৰায় বত্ৰিশ বছৰ আগতেই দুই মহলা ঘৰ এটিৰ সমুখৰ আইৰণ গেটত এই নামটো মই পঢ়িছিলোঁ ছয়াময়াকৈ আকৌ মনত পৰিল মানুহজনৰ মুখখন, আইৰণ গেটৰ নামটো। সেই দিনটোৰ কথা মনত পৰিলেই জ্বৰ ঘমাদি ঘামি যায় মোৰ শৰীৰটো। হয় অতি সন্তৰ্পণে লোৰ জপনাখন খুলি সোমাই গৈছিল ভদ্ৰ মহিলাগৰাকী। লগত আছিলো মই। কলিং বেলটো বজোৱাৰ লগে লগে ওলাই আহিছিল মানুহজন। আমাক দেখি মানুহজনৰ মুখৰ ৰং সলনি হৈছিল।

মোক বাহিৰতে এৰি থৈ মহিলাগৰাকী মানুহজনৰ পাছে পাছে ভিতৰলৈ গ'লগৈ। পোনতে অনুচ্চ সুৰত, তাৰ পাছত যথেষ্ট উচ্চ সুৰত তেওঁলোকৰ মাজত কটাকটি হ'ল বহুতো কথা। পৰ্দাৰ ফাঁকেৰে ভুমুকিয়াই চাই দেখিছিলোঁ,- মানুহজনে এপাকতে এজাঁপ টকা আনি মহিলাগৰাকীৰ হাতত গুজি দিছিলহি। টকা জাঁপ মানুহজনৰ গালৈ দলিয়াই দি উচাৎ মাৰি ওলাই আহিছিল তেওঁ। চাবি দিয়া পুতলাটোৰ দৰে ময়ো খোজ পেলাইছিলোঁ তেওঁৰ পাছে পাছে।

ভদ্ৰ মহিলাগৰাকীৰ বিষয়ে নানা জনে নানা কথা কোৱা শুনা গৈছিল। তেওঁক

কিন্তু সেইবোৰ কথাই আবেগিক নাইবা উত্তেজিত কৰা নাছিল। বাস্তৱ জীৱনে তেওঁক বয়সতকৈ অধিক সহনশীল আৰু দূৰদৰ্শী কৰি তুলিছিল। সেই দিনটোৰ কিছুদিন পাছতে মানুহজনীয়ে জীৱনৰ সুঁতি সলাই পেলালে। ডাঙৰ চহৰখন ত্যাগ কৰি সৰু চহৰ এখনৰ বুকুত একোঠালি ভাড়াঘৰ এটিত নতুন জীৱনৰ পাতনি মেলিলেহি। মাক-দেউতাকৰ মৃত্যুৰ পাছত ককায়েক-নবৌয়েকে তেওঁলোকৰ সৈতে তেওঁ থকাটো মুঠেই পচন্দ কৰা নাছিল। সম্বন্ধীয় মানুহ এজনেই সৰু চহৰখনৰ সৰু প্ৰেছ এটিত কাম এটা যোগাৰ কৰি দিলে মানুহগৰাকীক।

সেই অলপীয়া আৰ্জনৰেই তেওঁ সংসাৰখন চলাবলৈ লৈছিল। খোৱা-পিন্ধাত হাত ধৰি চলিলেও একমাত্ৰ পুত্ৰ সন্তানটিৰ পঢ়া-শুনাৰ ক্ষেত্ৰত মুঠেই কাৰ্পণ্য কৰা নাছিল তেওঁ। ল'ৰাটিয়েও একান্ত বাধ্য পুত্ৰৰ দৰেই মাকৰ ইচ্ছাত হাত উজান দিছিল। আৰু হয়তো সেইবাবেই ছাত্ৰ জীৱনতে ল'ৰাটি কৃতিত্বৰ অধিকাৰী হ'ব পাৰিছিল। সময়ত গৈ চৰকাৰৰ দায়িত্বশীল কৰ্তব্যপৰায়ণ বিষয়াৰূপেও দক্ষতা অৰ্জন কৰিলে, দুখুনী মাতৃৰ সেই সন্তানটিয়ে।

মানুহগৰাকীয়ে জীৱন সুঁতিৰ সোঁত আকৌ এবাৰ সলাবলগীয়া হ'ল। পুত্ৰৰ কথামতেই প্ৰেছৰ চাকৰিটো তেওঁ এৰি দিলে একান্ত বাধ্য মাতৃৰ দৰেই। পুতেকৰ চাকৰি জীৱনৰ চকৰীটোৰ লগে লগে ঘূৰিব ধৰিলে তেওঁৰ জীৱন। জীৱনৰ শূন্যতাৰে পুত্ৰৰ জীৱনলৈ পূৰ্ণতা অনা মাতৃগৰাকীয়ে কিন্তু পূৰ্ণ আনন্দ লাভ কৰিবলৈ নাপালে। সেই সৌভাগ্য তেওঁৰ নহ'ল। একমাত্ৰ পুতেকৰ বিবাহৰ প্ৰস্তুতি চলাওঁতেই তেওঁ গুচি যাব লগা হ'ল সেই অজান দেশখনলৈ, যিখন দেশৰ পৰা কোনো কালে কোনোজন ঘূৰি আহিব পৰা নাই।

ৰোগশয্যাত পৰি থকা মাতৃয়ে ল'ৰাটোক কৈছিল— 'মই আশা কৰা মতেই তই উপযুক্ত হৈ ওলালি। মই জীৱনত পৰাজিত হোৱা বুলি নাভাবো। সময়ত সকলো কথা তোৰ উপলব্ধিত আহিব। মাত্ৰ দুটা কথা তোক মই ক'বলৈ খুজিছোঁ— জীৱনত কাকো ঠগাবলৈ চেষ্টা নকৰিবি আৰু অসৎ উপায়ে ধন নঘটো বুলি প্ৰতিজ্ঞা কৰিবি।'

মাকৰ মৃত্যুৰ পাছত ল'ৰাটোৱে এদিন মাকে আটোমটোকাৰিকৈ ৰখা বাকচটো খুলি চালে। কিতাপ-পত্ৰ কাগজ আদিৰ মাজত পালে অতি সযতনে ৰাখি থোৱা এহাল ডেকা-গাভৰুৰ এখন ফটো আৰু কেইখনমান প্ৰেম পত্ৰ। বস্তু কেইপদৰ স'তে আন এখন কাকতত গোট-গোট আখৰেৰে লিখা আছে— 'মই কোনো পাপ কাম কৰা নাই কোনো ভুল কৰা নাই। আমাৰ মিলনৰ সাক্ষী আছে— 'মা কামাখ্যা।' কামাখ্যা মাইৰ

মন্দিৰত সেন্দুৰ পিন্ধাই তেওঁ মোক ধৰ্মপত্নী ৰূপে বৰণ কৰিছিল। ঘৰত মাক-দেউতাকে গ্ৰহণ নকৰাৰ অজুহাতত মোক আৰু কিছুদিন মাৰ ঘৰত থাকিবলৈ দি তেওঁ উচ্চ শিক্ষাৰ বাবে গুচি গৈছিল মনে মনে বিদেশলৈ। মাক-দেউতাকৰ মৃত্যুৰ পাছত, বিদেশত কেবা বছৰো থকাৰ অন্তত তেওঁ উভতি আহিছিল। আমাৰ পবিত্ৰ মিলনৰ সাক্ষী ল'ৰাটোক লগত লৈ তেওঁক মই লগ ধৰিছিলোগৈ। তেওঁ আমাক গ্ৰহণ কৰিবলৈ মান্তি নহ'ল। তাৰ বিনিময়ত তেওঁ মোক যাচিছিল বহুত টকা, বহুত টকা। মই হাত পাতি নল'লোঁ। নিজেই নিজৰ ভাগ্য ৰচনা কৰিম বুলি দৃঢ়পতিজ্ঞ হ'লোঁ।'

কথাখিনিৰ তলত লিখা আছিল মহিলাগৰাকীৰ নিজৰ নাম। কথাখিনি পঢ়ি উঠি ফটোখন বুকুত সাবটি ধৰি ল'ৰাটোৱে বহু সময় ধৰি ফেকুৰি-ফেকুৰি কান্দিছিল।

মামনি কইনাৰ লগতে দৰা ঘৰলৈ গ'লগৈ। জোনাকী আৰু মই দৰা কইনা যোৱাৰ পাছত ঘৰলৈ বুলি ৰাওণা হ'লো। নগাঁও চিভিল হস্পিতালৰ সন্মুখত জোনাকীক গাড়ীত এৰি অকলে নামি গ'লো মই। ডাক্তৰৰ স'তে কথা পাতি মানুহজনক নিলগৰ পৰাই চাই গুচি আহিলোঁ।

দুদিন পাছত ডাক্তৰৰ দিহা মতেই ঘৰলৈ লৈ আহিলোঁ তেওঁক। জোনাকীয়ে খুব বেয়া পাইছে, কিন্তু মই নিৰুপায়। মা'ৰ পৰা পোৱা শিকনিয়ে মোৰ মানৱতা জগাই তুলিলে। যথাসাধ্য সেৱা-শুশ্ৰূষা আগবঢ়ালোঁ তেওঁক। কিছু সুস্থ হৈ উঠাত এদিন তেওঁ যাবলৈ ওলাই মোক বহু কথা ক'লে— 'বোপা অসৎভাৱে টকা ঘটিব পাৰি যেনেকৈ, ওলাই যোৱাৰ অসৎ পথো আছে তেনেকৈ। ব্যক্তিগত জীৱনৰ তেনে অকথিত-অলিখিত ইতিহাস সমাজৰ বুকুত ঠাহ খাই আছে আৰু সেই ইতিহাসৰে সফল নায়ক মই। নিজৰ দৃষ্টিভংগীৰে জীৱনটো জুখি চোৱাৰ ক্ষমতা মানুহ মাত্ৰৰে আছে। সেই সূত্ৰেই মই কৈছোঁ, মোৰ জীৱনটো ভুলৰেই সমষ্টি মাথোঁ।'

যৌৱনৰ আৰম্ভণিতে এজনী নিৰীহ সৰলমতীয়া ছোৱালীক প্ৰতাৰণা কৰিলোঁ মই। নাজানোঁ, তেওঁ এতিয়া ক'ত? নাইবা আমাৰ সেই পুত্ৰ সন্তানৰে বা কি হ'ব? হেৰাই গ'ল মোৰ অজস্ৰ ধন-সম্পত্তি পাপৰ পঙ্কিল পথত— আজি মই পথৰ ভিকহু বুলিয়ে ক'ব পাৰা। দ্বিতীয় পত্নীয়ে মোক এৰি থৈ গ'ল চৰিত্ৰ দোষৰ বাবেই। পাৰ্থিৱ সুখ বৰ ক্ষণস্থায়ী বোপা! বৰ ক্ষণস্থায়ী। ইয়ে মানুহক অমানুহ কৰি তোলে।

পথৰ দাঁতিৰ পৰা তুলি আনি কিয় যে তুমি মোক জীৱন দান কৰিলা? মৃত্যুৱেই মোৰ বাবে কাম্য আছিল। মই সঁচাকৈয়ে এজন বেয়া মানুহ বোপা, সঁচাকৈয়ে বেয়া মানুহ—' এইবুলি মানুহজনে ওঁঠ দুটা চেপি ধৰি উচুপি উচুপি কান্দিব ধৰিলে।

কিছু স্থিৰতা অহাৰ পাছত তেওঁ আকৌ যাবলৈ উঠিল। 'অকশমান বহক'— বুলি কৈ মই ভিতৰলৈ গ'লোঁ। সেই ভদ্ৰমহিলাগৰাকীৰ বাকচত পোৱা ফটোখন দেখুৱাই তেওঁক ক'লোঁ—' এইগৰাকী মানুহক আপুনি চিনি পায়নে? এৱেঁই মোৰ মা।'

কঁপা কঁপা হাতেৰে তেওঁ চোলাৰ জেপৰ পৰা ঠিক একেই আন এখন ফটো উলিয়াই আনিলে। ধূসৰ বৰ্ণৰ উৱলি যোৱা ফটো এখন। থোকাস্থুকি মাতেৰে তেওঁ পুনৰাই ক'লে— 'মই অতিকৈ দুৰ্ভগীয়া বোপাই। তই মোক ক্ষমা কৰিবি, তই মোক ক্ষমা কৰিবি'— এইবুলি মানুহজন যাবলৈ আকৌ থিয় হ'ল।

আৱেগভৰা কণ্ঠেৰে মই প্ৰায় চিঞৰি উঠিলোঁ— 'মই আপোনাক যাবলৈ নিদিওঁ দেউতা! এয়া মোৰ জীৱনৰ এক আনন্দময় মুহূৰ্ত। মানুহৰ জন্ম পৰিচয়ে জীৱনৰ প্ৰথম সত্য। ইয়াক অস্বীকাৰ কৰাৰ সাধ্য কাৰো নাই। আজি মই সেই সত্যৰ মুখামুখী হৈছোঁ। পাপ-পুণ্য, ভাল-বেয়া সেইবোৰ মই একো নাজানো— একো নুবুজো। জানো মাত্ৰ, আপুনি মোৰ দেউতা মোৰ জন্মদাতা! ◈

# ১০ জীৱন নদীৰ গান

মৃণালী চেতিয়া



বান্ধৱী বাসন্তীৰ চিঠিখন পঢ়ি থাকোঁতেই বাহিৰৰ পৰা কোনোবাই কলিং বেল বজোৱাত বিৰক্তি অনুভৱ কৰিলে জাহ্নবীয়ে। স্কুলৰ পৰা অহাৰ পিছৰ পৰা তাইৰ গাটো বেয়া লাগি আছে। স্কুলৰ বছেৰেকীয়া পৰীক্ষাৰ বহী চাই মূৰটো এতিয়াও গধূৰ গধূৰ লাগি আছে।

অসহ্য লাগে জাহ্নবীৰ। বৰ্তমানৰ ঘৰুৱা আৰু বাহিৰৰ অতিৰিক্ত কামৰ হেঁচাৰ কাৰণে। মুখত বিৰক্তিৰ ভাৱ লৈ ওলাই আহিল বাহিৰলৈ—, চেনিমাৰীৰ কোনোবা বৰুৱা আহি বিচাৰিছে তাইৰ স্বামীক। 'তেখেত ঘৰত নাই', বুলি একে উশাহতে কৈ তাই লাহেকৈ ভিতৰ সোমাল। তাইৰ স্বামী— মানে, আদিত্য হাজৰিকা ঘৰত নাই। কেতিয়া ঘৰ সোমাব কোনেও নাজানে। অফিচৰ পৰা হয়তো বাহিৰে বাহিৰে গৈ তেওঁৰ বন্ধু মহলৰ লগত জুৱা খেলত বহিছে। খেলাত বহিলে ৰাতি-দিন, খাৱন-শোৱন নাই, সকলো পাহৰি যায়। এই খেলা একেৰাহে চলি থাকিব, যেন জীৱনৰ আচল গতি খেলৰ খোজে খোজেহে আগবাঢ়িব পাৰে। মাজে মাজে চলিব চাহ, মদ আৰু কত কি—। বিৰক্তি, কেউফালে বিৰক্তি। ইয়াৰ যেন শেষ নাই।

কিন্তু ইয়াৰ বাবে দায়ী কোন? তাই নিজে নে, আদিত্য নে, তাইৰ ভাগ্য? অতীতৰ মাজত যেন হেৰাই যাব খুজি জাহ্নবীয়ে জীয়েকৰ মাতত পুনৰ ফিৰি আহিল বাস্তৱলৈ।

'মা, —অ', মা, আজি বজাৰলৈ যোৱাৰ কথা আছিল নহয়। মোৰ নতুন ইউনিফৰ্মৰ ফ্ৰকৰ জোখ লৈ দৰ্জীক চিলাবলৈ দিয়াৰ কথা আছিল যে মা। নোযোৱা নেকি?'

হয় হয় ঠিকেই। তাইৰ একমাত্ৰ সন্তান যিংকিৰ স্কুলৰ ইউনিফৰ্মৰ ফ্ৰক আৰু ঘৰৰ লাগতিয়াল বস্তু আনিবলৈ তায়েই যাব লাগিব। ইফালে ভাগৰ আৰু মানসিক অশান্তিত অস্থিৰ হৈ পৰিলেও জাহ্নবীয়ে জানে তাই আজি বজাৰলৈ যাবই লাগিব। নহ'লে স্কুলত যিংকিয়ে শাস্তি পাব। ইংৰাজী মাধ্যমৰ স্কুলত ছোৱালীজনীক নামভৰ্তি কৰি বেছিখিনি কাম, পঢ়া-শুনাৰ তদাৰক কৰা, ঘৰৰ সকলো বজাৰ যোগাৰ জাহ্নবীয়েই কৰিব লগা হৈছে। ভাগ্যে যেনিবা ওচৰৰ মিনু বৰুৱাৰ ছোৱালীজনীৰ লগত একেলগে ৰিক্সাৰে স্কুললৈ অহা-যোৱা কৰাটো ঠিক কৰি দিছে বুলি ৰক্ষা। তথাপিও কেতিয়াবা ৰিক্সা নাহিলে তায়েই লৈ যাই যিংকিক স্কুললৈ। কামৰ শেষ নাই, চিন্তাৰ অন্ত নাই। স্কুলৰ প্ৰাৰ্থনা শেষ হ'লে ফাইনেল বেল দিয়াৰ পিছত উপাধ্যক্ষা বাইদেউৰ সকলো ক্লাছ চোৱাৰ পিছত শিক্ষয়িত্ৰীৰ অনুপস্থিতিৰ তালিকা কৰা, পলম হ'লে অধ্যক্ষা বাইদেউৰ প্ৰশ্নৰ জবাবদিহি দিয়া আদি সমস্যাৰ সন্মুখীন নোহোৱাকৈ থকা নাই জাহ্নবী। উপায়হীন তাই। চাকৰি কৰিছে যেতিয়া পাংচুৱেল হ'বই লাগিব। বিদ্যালয়ৰ নিয়ম মানি চলিব লাগিব। দায়িত্বশীল হিচাপে থকা তাইৰ সুনামত কেৰোণ লগাবলৈ দিব নোৱাৰি। তদুপৰি শিক্ষক-শিক্ষয়িত্ৰী আৰু ছাত্ৰী সন্মিলিত এই বিদ্যালয়খনেই জাহ্নবীৰ কাৰণে জীৱনত আনন্দপূৰ্ণ এখন সুন্দৰ সমাজ, ঘৰ। বাহিৰৰ বহু সমস্যা, চিন্তাই সৃষ্টি কৰা মানসিক অশান্তিত জাহ্নবী প্ৰায়ে আনমনা হৈ পৰে। লগৰ শিক্ষয়িত্ৰীয়ে কথাটো মন নকৰা নহয়। জানে, বহুত জানে জাহ্নবীৰ ঘৰুৱা অশান্তি, অত্যাধিক কাম আৰু দায়িত্বৰ কথা। সেই কাৰণে প্ৰশ্ন নকৰে কোনেও। কৰিলেও চমু উত্তৰ 'একো হোৱা নাই, গাটো সিমান ভাল লগা নাই,' এনে ধৰণৰ গতানুগতিক উত্তৰ দি পৰিস্থিতি এৰাই চলিবলৈ চেষ্টা কৰে জাহ্নবীয়ে।

কিন্তু তাইৰ এনে অসুখী জীৱনৰ কাৰণে দায়ী কোন? এই একেটা প্ৰশ্নই তাইক বাৰে বাৰে অতিষ্ঠ কৰি তোলাৰ কাৰণ, কিহৰ অভাৱ আছিল জাহ্নবীৰ এটা সময়ত? উচ্চ পদস্থ বিষয়া দেউতাক, দুজনকৈ চৰকাৰী চাকৰিয়াল ককায়েক, একমাত্ৰ ভনীয়েক পল্লৱী আৰু তাহাঁতৰ মৰমত গলি যোৱা চেনেহী মাক। ঘৰত টান কাম বুলিবলৈ একোৱেই নাছিল। বাহিৰা কাম কৰা মানুহে বেছি ভাগ কাম কৰিছিল। তথাপিও কাম কৰিবলৈ ভাল লাগে কাৰণেই ঘৰৰ দুই এটা কাম তাই নকৰাকৈ থকা নাছিল। তেন্তে কি কাৰণে তাই আজি জীৱনৰ এই খলা-বমাত নামিব লগা হ'ল? ভাগ্য? হয়। কথাতে কয় মানুহে নিজৰ ভাগ্য নিজে গঢ়ে, নিজে ভাঙে। জাহ্নবীয়ে নিজৰ ভাগ্য নিজে গঢ়িলে নে ভাঙিলে? এইবিলাক কথাৰ চিন্তাত তাই অতীতৰ জীৱনটোলৈ মাজে মাজে ফিৰি যায়।

সেই হাঁহি ভৰা, আমেজ সনা দিনবোৰ—। ছাত্ৰী হিচাপে জাহ্নবী মেধাৱী

আছিল। প্ৰথম বিভাগত হাইস্কুল শিক্ষান্ত পৰীক্ষাত পাছ কৰি চাৰিটা বিষয়ত লেটাৰ পাইছিল। দেউতাক কৃষ্ণপদ দত্তই বহুত আশাৰে কটন কলেজত নাম লগাই দিছিল। তাৰ পিছত আৰম্ভ হ'ল তাইৰ কলেজীয়া জীৱন। ৰঙ, ৰসৰ প্ৰাচুৰ্যেৰে আছিল জীৱনৰ এক নতুন অধ্যায়। স্কুলত পঢ়াৰ দিনৰে পৰাই জাহ্নবীয়ে সুন্দৰকৈ গান গাব পাৰিছিল। সেই কাৰণেই বিদ্যালয় সপ্তাহৰ সঙ্গীত প্ৰতিযোগিতাত শ্ৰেষ্ঠ গায়িকাৰ বঁটা পোৱাৰ সুনাম তাই লাভ কৰিছিল। জাহ্নবীৰ সেই খ্যাতিৰ কথা কলেজতো জনাজাত হ'ল। অনুৰোধ আহিল, প্ৰস্তাৱ আহিল কলেজৰ 'কাল্‌চাৰেল ফাংশ্যন'ত গান গাবৰ কাৰণে, প্ৰথমে অলপ নাৰ্ভাচ হোৱা যেন লাগিলেও পাছত নিজকে চম্ভালি ল'ব পাৰিছিল জাহ্নবীয়ে।

গানৰ ৰিৰ্হাচেলত ব্যস্ত হৈ থকা জাহ্নবীক সেইদিনা কোনে যেন হঠাৎ মাতিলে— 'আপুনিয়ে নেকি জাহ্নবী দত্ত? সু-গায়িকা হিচাপে আপোনাৰ নাম শুনিছোঁ।' হঠাৎ অচিনাকি সুদৰ্শন যুবক এজনৰ এনে প্ৰশংসা বাক্যত আচৰিত হ'ল তাই, অপ্ৰস্তুতো।

'ধন্যবাদ, মই আপোনাক চিনি পোৱা নাই।'

'মোৰ নাম আদিত্য হাজৰিকা। মই এইখন কলেজত পঢ়োঁ অ, আপোনাৰ গানৰ একম্পেনী গ্ৰুপত ময়ো আছোঁ'

জাহ্নবীয়ে সেইদিনাৰ প্ৰথম পৰিচয় বুজা নাছিল যে আদিত্যৰ সেই দৃষ্টি আৰু পৰিচয়ৰ অন্তৰালত আছিল এষাৰ সত্য কথা— 'তোমাৰ চোখে দেখেছিলাম আমাৰ সৰ্বনাশ।'

সময় আগবাঢ়িছিল। লগে লগে সীমিত আৰু অন্যান্য আনুষ্ঠানিক কামৰ মাজেদি সম্বন্ধ ওচৰ চাপিল জাহ্নবী আৰু আদিত্যৰ। আদিত্য— এখন মধ্যবিত্ত ঘৰৰ ল'ৰা। ঘৰৰ আৰ্থিক অৱস্থা ভাল নহয়। তথাপিও যৌৱনৰ মন যে ফাগুনৰ পচোৱাই পৰশা মন। সকলো ওলট-পালত হৈ গ'ল জাহ্নবীৰ।

ঘৰত কথাটো জানিবলৈ বেছি সময় নালাগিল। জানিলে ককায়েকৰ বন্ধু ৰমেন গোস্বামীৰ পৰা। দেউতাৰ সাৱধান বাণী। ককায়েকৰ কঠোৰ আদেশ আৰু মাকৰ সকীয়নি জাহ্নবীক, —আদিত্য হাজৰিকাৰ কবলৰ পৰা আঁতৰি আহিবলৈ। কিন্তু এই আদেশ তাই কোনোমতেও মানি ল'ব নোৱাৰিলে।

বেছি ভাবিবৰ সময় নাই এই বিষয়ে। বি এ. ফাইনেল পৰীক্ষালৈ আৰু বেছি দিন নাই। জীৱনলৈ সংঘাত আহিলেও জাহ্নবীয়ে নিজৰ পঢ়া-শুনা সদায়ে ঠিকমতে কৰি গৈছিল। তাই মেধাৱী ছাত্ৰী। সেয়েহে বি. এ. পৰীক্ষাত ইংৰাজী বিষয়ত অনাৰ্চত প্ৰথম শ্ৰেণী পাই সুখ্যাতিৰে উত্তীৰ্ণ হ'ল। সেই সময়ত ঘৰৰ সকলোৰে আনন্দ পালেও সেই

আনন্দতে যেন আগৰ উৎফুল্লতা নাই, সেমেকা। আদিত্যয়ো সাধাৰণভাৱে বি.এ. পাছ কৰিলে।

এইবাৰ আহিল জাহ্নৱীৰ অগ্নি পৰীক্ষাৰ দিন। তাইৰ এম.এ. পঢ়িবলৈ একান্ত ইচ্ছা আছিল যদিও দেউতাক, ককায়েকহঁতে জাহ্নৱীৰ বিয়াৰ ঠিক কৰিলে। প্ৰাৰ্থী কেবাজনো আহিছিল যদিও এজনক বিশেষভাৱে পছন্দ কৰিছিল ডাঙৰ ককায়েক অতুল দত্তই। সেইজন হ'ল গুৱাহাটীলৈ নতুনকৈ বদলি হৈ অহা প্ৰশাসনিক বিষয়া ইন্দ্ৰজিৎ চৌধুৰী। সম্ভ্ৰান্ত পৰিয়ালৰ ঘৰৰ ল'ৰা ইন্দ্ৰজিত এজন সৎ আৰু সুদক্ষ বিষয়া বুলি নাম আছিল। জাহ্নৱী ৰূপে-গুণে জাকত-জিলিকা, শিক্ষিতা, বুদ্ধিমতী ছোৱালী। গতিকে অপচন্দৰ কোনো কাৰণ থাকিব নোৱাৰে। জাহ্নৱীৰ ঘোৰ আপত্তি থকা সত্বেও ঘৰত বিয়াৰ ঠিক কৰিলে।

এদিন ইন্দ্ৰজিৎ চৌধুৰী বায়েকৰ সৈতে দত্তৰ ঘৰলৈ নিমন্ত্ৰিত অতিথি হৈ আহিল। উদ্দেশ্য জাহ্নৱীৰ লগত পৰিচয় হ'ব।

জাহ্নৱী উপায়হীন। দেউতাক, ককায়েকৰ নিৰ্দ্দেশমতে তাই আলহীৰ আগত ওলাব লাগিব। কিংকৰ্তব্যবিমূঢ় জাহ্নৱীয়ে হাতত চাহ-জলপানৰ ট্ৰেখন লৈ সেইদিনা ওলাই আহিল ইন্দ্ৰজিতৰ আগলৈ। অতি ভদ্ৰ, ধুনীয়া আৰু অভিৰুচি সম্পন্ন যুৱক। প্ৰথম দেখাতেই বুঁজি পালে জাহ্নৱীয়ে। কিন্তু....। ইন্দ্ৰজিতে জাহ্নৱীক দেখি যেন ইমান দিনে বিচাৰি থকা জীৱনৰ প্ৰথমগৰাকী নাৰীকহে লগ পালে—, এনে চাৱনি স্পষ্টভাৱে প্ৰকাশ পালে। সেই দিনটো....। মনত পৰিলে এতিয়াও তাইৰ শোকত মন ভাগি পৰে।

এটা সময়ত বায়েকৰ লগত ইন্দ্ৰজিৎ ঘৰলৈ গ'ল। ইয়াৰ কিছু দিনৰ পিছত ইন্দ্ৰজিতৰ ঘৰৰ পৰা সন্মতিসূচক চিঠি আহিল। আনন্দত উতলা হোৱা দত্তই বিয়াৰ দিন-বাৰ ঠিক কৰাৰ কথা চিন্তা কৰিলে। কিন্তু কন্যা বিধিয়ে যে বাটতে বিধি পঠালি দি আছিল, সেই কথা কিছু মাত্ৰও ভবা নাছিল ঘৰখনে।

আদিত্য হাজৰিকাই ইতিমধ্যে কথাটো গম পালে। উপায়হীন জাহ্নৱীয়ে নিজৰ জীৱনৰ অতীতৰ ছবিখন মচি পেলাব নোৱাৰিলে। তাই মনে মনে আদিত্যক লগ ধৰি সকলো কথা ক'লে। অৱশ্যে জাহ্নৱীয়ে, নোকোৱা হ'লেও আদিত্য নিজেই আহিলহেঁতেন।

চিন্তাৰ বিষয় হ'ল— জাহ্নৱী আদিত্যৰ বিয়া কেনেকৈ সম্ভৱ হ'ব? আদিত্যৰ নিজৰ কোনো সংস্থাপন নাই। অথচ, জাহ্নৱীকো অন্য এজনৰ হাতত এৰি দিব নোৱাৰে। শেষত লাজ-মান কাতি কৰি জাহ্নৱীয়ে ইন্দ্ৰজিৎ চৌধুৰীৰ ওচৰলৈ যোৱাটোকে ঠিক কৰিলে। ইন্দ্ৰজিতৰ আগত তাই সকলো কথা খুলি ক'ব। তাইৰ বিশ্বাস আছিল যে

ইন্দ্ৰজিতে জাহ্নৱীৰ অৱস্থাটো বুজি ক্ষমা কৰি দিব। সেয়েই হ'লগৈ। এদিন আদিত্য আৰু জাহ্নৱী গৈ ইন্দ্ৰজিতৰ কোৱাৰ্টাৰ ওলালগৈ।

'আপুনি.... তুমি ইয়াত?' বিস্ময় মিহলি কণ্ঠেৰে ইন্দ্ৰজিতে জাহ্নৱীক সুধিলে। শুকাই যোৱা ডিঙিৰ কোনোমতে সেপ ঢুকি জাহ্নৱীয়ে ক'লে— 'হয়, মই আপোনাৰ সহায় বিচাৰি আহিছোঁ।' এইবুলি তাই আদিত্যৰ লগত থকা তাইৰ সম্বন্ধৰ কথা ক'লে আৰু আদিত্যক চিনাকি কৰি দিলে।

ইন্দ্ৰজিৎ হতভম্ব হৈ ৰ'ল। বুকুত কিবা এটাই যেন হেঁচা মাৰি ধৰিছে। ভৱিষ্যতে জাহ্নৱীক লৈ কৰা সুন্দৰ সংসাৰখনৰ ছবিখন যেন ভাঙি চুৰমাৰ হৈ গ'ল। তথাপিও বাহিৰত স্বাভাৱিক যেন হৈয়েই সুধিলে—

'মই কি কৰিব পাৰো?'

'আপুনি মোক পাহৰি যাওক। মোক মুক্তি দিয়ক।' কঁপা মাতেৰে জাহ্নৱীয়ে চালে।

'কি কৰিব পাৰো, চিন্তা কৰি চাম।'

তাৰ পিছত 'যাওঁ' বুলি কৈ পিছলৈ নোচোৱাকৈ জাহ্নৱী আদিত্যৰ সৈতে গুচি আহিছিল সেইদিনা।

ইয়াৰ কেইদিনমানৰ পিছত জাহ্নৱীৰ দেউতাকে মাকক চিঞৰি চিঞৰি মাতি কঁপা কঁপা মাতেৰে ক'লে— 'হেৰা সৰ্বনাশ হ'ল। ইন্দ্ৰজিতৰ এইখন বিয়াত সম্মতি নাই। জাহ্নৱীক পচন্দ হোৱা নাই হেনো। চিঠি দিছে।' মাকে আচৰিত হৈ ক'লে— 'কিয়, সেইদিনাতো ইন্দ্ৰই বায়েকৰ আগতে ছোৱালী পচন্দ হৈছে বুলি আঙুঠি পিন্ধোৱাৰ কথাও কৈছিল। হে ভগৱান, কিথন হ'ল এইয়া। মানুহৰ আগত কেনেকৈ মুখ দেখুৱাম? দেখাত ভদ্ৰ যেন হৈ দেখুৱালেও ভিতৰি ইমান কপট, অভদ্ৰ মানুহক কিয় ঘৰলৈ মাতি আনিছিলোঁ?'

সেইদিনা ঘৰত মাক-দেউতাক, ককায়েক-বৌয়েক আৰু ভনীয়েকৰ হিয়া ভগা দুখৰ দিনটো তাইৰ মনত পৰিল। জাহ্নৱীৰ বুকুত যেন কোনোবাই শেল এপাতহে মাৰি থৈ গ'ল। ওস্, ইমান নিৰ্দোষী, নিষ্কলুষ মানুহজনে সকলো দোষৰ কালিমা নিজৰ মুখত সানি জাহ্নৱীক বচাই দিলে। অসহ্য— আদিত্য আৰু তাই ইমান অন্যায় কৰিলে ইন্দ্ৰজিতক। ভাবিলে বুকু বিষায়, মনটো যেন কোনোবাখিনিত মোচোকা খাই উঠে। ইন্দ্ৰজিৎ, ইন্দ্ৰজিৎ, তাইৰ চিঞৰি ক'বৰ মন গৈছিল সেইদিনা, 'মা, মা, ইন্দ্ৰজিৎ তোমালোকে ভবাৰ দৰে নিষ্ঠুৰ, অভদ্ৰ নহয়, এজন প্ৰকৃত মানুহ।' কিন্তু ক'ব নোৱাৰিলে। কোৱাৰ কোনো উপায় নাছিল।

তাৰ পিছত জাহ্নবীৰ জীৱনলৈ দ্বিতীয়জন প্ৰাৰ্থী অহাৰ আগতেই তাইৰ বান্ধৱী বাসন্তী শৰ্মা, কনিকা বৰা আৰু লগতে আদিত্যৰ তিনিজন বন্ধুৰ সহায়ত ঘৰত নজনোৱাকৈ গোপনে কৰ্টত আদিত্য আৰু জাহ্নবীৰ বিয়া হৈ গ'ল। তাৰ পিছতহে ঘৰত জাহ্নবীয়ে কথাটো জনালে। ককায়েকহঁতে গোপনে ইমান ডাঙৰ কাম কৰাত ককৰ্থনা কৰি জাহ্নবীক ঘৰৰ লগত সম্বন্ধ ছেদ কৰিবলৈ ক'লে। ঘৰখনে আদিত্যক কেতিয়াও জোঁৱাই হিচাপে গ্ৰহণ কৰিব নোৱাৰে।

জাহ্নবী গুছি আহিল আদিত্যৰ লগত; তাহাঁতৰ নগাঁও চহৰৰ এমূৰে থকা ঘৰখনলৈ। আহি জাহ্নবীয়ে কি পালে, কি নাপালে সেই কথা চিন্তা কৰাৰ আগতেই বুজিব পাৰিলে যে এইখন ঘৰত খোজ মিলাওঁতে তাইৰ যথেষ্ট কষ্ট হ'ব। কষ্ট স্বীকাৰ কৰিব লাগিব। হওক, ইমান দুশ্চিন্তাৰ পিছত এখন আশ্ৰয়ৰ ঠাই পাইছে। ঘৰখনৰ আদৰ পাইছে।

ইতিমধ্যে আদিত্যই ওপৰ মহলত বহুত খাটনি ধৰি, খেতিৰ মাটি এডোখৰ বিক্ৰী কৰি তাৰ টকাৰে ওপৰত ভেটি দি কোনোমতে চহৰৰ এটা অফিচত নিম্নবৰ্গৰ সহায়কৰ চাকৰিত সোমাল। জাহ্নবীৰ শহুৰ-শাহু, ননদ, দেওৰেৰে ভৰা ঘৰ। এজনৰ উৰ্পাজনেৰে ঘৰ নচলে। সেয়েহে চহৰলৈ বাট কুৰি বাই তায়ো চাকৰিৰ খবৰ কৰি শেষত এখন স্কুলত চাকৰি এটা যোগাৰ কৰিলে। তাইৰ একাডেমিক ৰেকৰ্ড চাই অস্থায়ীভাৱে চাকৰি দিয়া হ'ল। স্থায়ী হ'বলৈ পাছত 'চিলেক্চন' পাব লাগিব। এইক্ষেত্ৰত সহায়তা কৰিলে ওপৰত হাত থকা তাইৰে এসময়ৰ এগৰাকী শিক্ষয়িত্ৰীয়েও, যিগৰাকীয়ে জাহ্নবীক ছাত্ৰী অৱস্থাৰে পৰাই জানিছিল এগৰাকী সুদক্ষা একাগ্ৰতা থকা ছাত্ৰী বুলি।

দুৰণিবটীয়া হোৱাৰ কাৰণে গাঁৱৰ ঘৰৰ পৰা অহ-যোৱা কৰাত অসুবিধা হোৱাত এটা সময়ত জাহ্নবী আৰু আদিত্যই চাই-চিতি চহৰৰে এটা সৰু ঘৰ ভাড়া ল'লে। ঘৰটো সৰু যদিও মোটামোটি কাম চলি যায়, ভাড়াও বেছি নহয়। বেছি টকাৰ ভাড়াঘৰ ল'বলৈ তাহাঁতৰ সামৰ্থই বা ক'ত?

বিয়াৰ এবছৰৰ পিছত তাহাঁতৰ সংসাৰলৈ আহিল কণমানি যিংকি; মৰম লগা কন্যা সন্তান। তায়েই জাহ্নবীৰ এতিয়া জীৱনৰ সাঁৰথি। পাঁচ বছৰীয়া এই সন্তানটিৰ লগতে ব্যস্ত থাকি তাই বহুত কথা পাহৰি থাকিব পাৰে। নহ'লে আদিত্যৰ পৰা সহায়-সহযোগিতা পোৱাৰ ক্ষেত্ৰত তাই বৰ নিঃকিনতা অনুভৱ কৰে। বিয়াৰ আগৰ আৰু পাছৰ আদিত্যৰ মাজত আকাশ-পাতাল প্ৰভেদ। এতিয়াহে তাই আচল কথাটো বুজিব পাৰিছে। কলেজত পঢ়াৰে পৰাই আদিত্য ঘোৰ নিচাসক্ত আছিল। কথাটো তেতিয়া নেজানিলে জাহ্নবীয়ে। ইয়াকে ক'ব কপালৰ লিখন।

'অ', মা দোকানলৈ নোযোৱা নেকি?' যিংকিয়ে সুধিলে।

'অ', হয়' পাহৰি গৈছিল জাহ্নবীয়ে।

'মাজনী, অকণমান ৰ'বা দেই, মই ওলাইছোঁ।' এইবুলি যিংকিক গাখীৰ এগিলাচ দি, খৰধৰকৈ ওলাই বজাৰৰ বেগ, ইউনিফৰ্মৰ কাপোৰ আৰু বজাৰ কৰাৰ কাৰণে হিচাপ মতে টকা লৈ ৰিক্সাখনত যিংকিৰে সৈতে ওলাই গ'ল বজাৰলৈ।

বস্তুৰ চৰা দাম। আলু, পিয়াজ, চাউল, দালি, মিঠাতেলৰ দাম দিনক দিনে বাঢ়িছে। তথাপিও চাই-চিতি লাগতিয়াল বস্তুখিনি লৈ দৰ্জীক ইউনিফৰ্মৰ জোখ দি ঘৰলৈ বুলি ৰিক্সা এখন চাই থাকোঁতেই কোনো যেন মাতিলে 'ভালনে, আপোনাৰ,' পিছলৈ ফিৰি চাই দেখিলে সেই তাহানিৰ ইন্দ্ৰজিৎ চৌধুৰী। শ্বাসৰুদ্ধ হৈ যাব খুজিছিল জাহ্নবীৰ। কোনোমতে উত্তৰ দিলে— 'ভালেই', অনুশোচনা, লাজত তাইৰ মাটিৰ লগত মিলি যাবৰ মন গ'ল। চৌধুৰীৰ গাড়ীখন গ'লগৈ। জাহ্নবীয়ে দেখিলে গাড়ীত ইন্দ্ৰজিতৰ কাষতে এজনী ধুনীয়া ছোৱালী। সম্ভৱ ইন্দ্ৰজিতৰ পত্নী।

মেঘৰ চপৰাই আকাশখন ক'লা কৰি পেলাইছে। আজি পুৱাৰে পৰা বতৰটো গোমা হৈ আছে। বৰষুণ দিলে ৰিক্সা পোৱা টান হ'ব। জাহ্নবীয়ে কোনোমতে ৰিক্সা এখন ধৰি বজাৰৰ গধুৰ টোপোলাটো লৈ যিংকিৰে সৈতে ঘৰলৈ ফিৰিল। ৰিক্সাৱালাক ক'লে— 'জল্দি চলো।' ঘৰ পোৱাৰ আগতেই মুষলধাৰেৰে বৰষুণজাক আহিল। ৰিক্সাতেই মাক-জীয়েক দুয়ো ভিজি জুৰুলি-জুপুৰি হৈ কোনোমতে ঘৰ সোমাল।

ঘৰত ভিজা কাপোৰ-কানি সলাই ভেন্টিলেটৰ খিড়িকীখন বন্ধ কৰি দিলে জাহ্নবীয়ে। বৰষুণ বেছিকৈ আহিছে। মেঘৰ গাজনিৰে ধুমুহা বতাহ বলিছে। লাইটো নুমাই গোটেইখন এন্ধাৰ হ'ল। আকৌ কেতিয়া লাইট আহিব কোনেও ক'ব নোৱাৰে।

ধুমুহা, বতাহ, বৰষুণ অবিশ্ৰান্ত গতিত চলি আছে। জাহ্নবীয়ে লেমটো জ্বলাই যিংকিক সাবটি ধৰি বিছনাখনতে বহি থাকিল। মুখৰ পৰা ক'ব নোৱাৰাকৈয়ে ওলাই আহিল— 'ইন্দ্ৰ, ইন্দ্ৰজিৎ। মনতে ভাবিলে ইন্দ্ৰজিৎ বা গাড়ীৰে ক'লৈ গ'লগৈ। তাই আজি কেনেকৈ থাকিলহেঁতেন আৰু এতিয়া কেনেদৰে জীৱন কটাইছে। দীঘল হুমুনিয়াহ এটা ওলাই আহিল। এতিয়াও তাইৰ ভাল-বেয়াৰ খবৰ ল'বলৈ তেওঁৰ এটা উদাৰ মন আছে। হঠাৎ যিংকিয়ে সুধিলে— 'ইন্দ্ৰ কোন, মা?' থতমত খাই মাকে ক'লে— 'নহয় অ মাজনী, মই এজন ডাঙৰ দেৱতাৰ নাম লৈছোঁ। ইন্দ্ৰদেৱতা, বুজিছা।'

বাহিৰৰ বতাহ, ধুমুহা এটা সময়ত কমি যাব। কিন্তু জাহ্নবীৰ মনৰ ধুমুহা কোনো কালে ক্ষান্ত নহ'ব, কোনো দিনে ৰুদ্ধ নহ'ব। তাইৰ মন ধুমুহাই সৃষ্টি কৰা জীৱন নদীখন বৈ যাব অবিৰাম গতিৰে। নীৰৱে ধ্বনিত হ'ব তাইৰ জীৱন নদীৰ পাৰ। নীৰৱে। ◈



# ১১ বিৱৰ্তন

আভা বৰা

ব্ৰায়ান মেকমিলানে সিদিনা জিষ্ণুৰ লগত পৰিচয় কৰি দিলে লিয়াং হুই লিয়াঙক। চীনা ছোৱালী। সৰু সৰু চকু দুটাৰে গোল মুখৰ বগা ছোৱালীজনী। মিঠা হাঁহি এটা মাৰি তাই ক'লে— হাই...।

লিফ্‌টত চিনাকি হোৱা ছোৱালীজনী জিষ্ণুৰ বৃটিছ বন্ধু ব্ৰায়ানৰ গাৰ্লফ্ৰেণ্ড। কুৱেইটৰ 'এমেক' নামৰ কোম্পানীটোত ব্ৰায়ানে কাম কৰে। কুৱেইট অইল কোম্পানীত চাকৰি কৰা সূত্ৰেই জিষ্ণুৰ ব্ৰায়ানৰ লগত বন্ধুত্ব। সপ্তাহটোৰ ব্যস্ততাৰ অন্তত মাজে মাজে উইক এণ্ডত সিহঁত লগ লাগে। হোটেল ৰেষ্টোৰাঁলৈ যায়। সাগৰৰ পাৰত ফুৰে। সাধাৰণ বৃটিছৰ তুলনাত ব্ৰায়ান অলপ খোলা-মেলা। হাঁহি-ধেমালি কৰি ভাল পায়। পান কৰিও কিছু ভাল পায়। কিন্তু মদ্যপান নহয়। তাতে কুৱেইট ড্ৰাই কাণ্ট্ৰি। তাত মুকলিকৈ পান কৰাৰ উপায় নাই। ফৰেইন এম্‌বেছীত তেনে বস্তুৰ যোগাৰ অৱশ্যে থাকে। বৃটিছ এম্‌বেছীৰ কোনোবা বিষয়াৰ সহযোগত ব্ৰায়ানেও এবাৰ গলা তিয়াবলৈ সুবিধা পাইছিল। সুবিধা বিচাৰিব জানিলে নামী-দামী ৰেষ্টোৰাঁবিলাকেও ভিতৰুৱাকৈ এইবোৰ বস্তু চাপ্লাই কৰে। কিন্তু ধৰা পৰিলেই নিৰ্ঘাত হাজোত বাস। আৰু তাৰ পিছতে ডিপৰ্টেচন। কাৰণ সেই দেশৰ আইন বৰ কাৰা। সিমানখিনি ৰিস্ক ল'বলৈ ব্ৰায়ান মদাহী নহয়।

প্ৰথমছোৱাত ব্ৰায়ানৰ লগত ফুৰিয়ে জিষ্ণুৱে বিদেশৰ আও-ভাও কিছু বুজিলে। দুইটা বেচেলৰ, সংসাৰৰ ঝামেলা নাই, সেইবাবে সুবিধা পালেই সিহঁত দুয়ো ফুৰিবলৈ ওলাই যায়। ব্ৰায়ানৰ লগত যাওঁতে এবাৰ দেখিলে জিষ্ণুৱে ৰাস্তাৰ মাজত বেচ্ ওখ এটা স্পীড্ ব্ৰেকাৰ। এই খুন্দা মাৰে, এই মাৰে। কিন্তু গাড়ীখন সেইখিনি পোৱাৰ লগে লগে সেইটো বহি গ'ল। গাড়ী পাৰ হৈ যোৱাৰ পিছত আকৌ উঠি গ'ল। জীৱনত প্ৰথমবাৰ সেই অভিজ্ঞতা পাই জিষ্ণুৰ খুব আমোদ লাগিছিল যদিও ব্ৰায়ানৰ আগত একো

প্ৰকাশ নকৰিলে। নহ'লে নিজকে দেখোন বৰ বেকৱাৰ্ড যেন লাগিব।

এবাৰ হেটেল এখনৰ গেটত গাড়ী চেক্ কৰাৰ পদ্ধতি দেখি জিষ্ণুৱে তবধ মানিছিল। সেইদিনাও ব্ৰায়ানৰ লগতে আছিল জিষ্ণু। হোটেলৰ চিকিউৰিটিয়ে গাড়ী ৰখাবলৈ ইংগিত দিলে। দুজন চিকিউৰিটিয়ে হাতে হাতে নলী একোডাল লৈ গাড়ীখনৰ দুইফালে সেই দুডাল বুলাই দিলে। গাড়ীৰ তলতো তেনেকৈ চাই এৰি দিলে। নলীডালৰ মূৰত এক্সৰেৰ দৰে কিবা আছে। ইৰাকৰ আক্ৰমণৰ পাছত নতুনকৈ গঢ়ি তোলা কুৱেইটত চিকিউৰিটী চিষ্টেম বৰ কট্‌কটীয়া। জিষ্ণুৰ তেতিয়া উগ্ৰপন্থী ধৰিবলৈ অসমৰ বাটত গাড়ী চেক্ কৰাৰ কথা মনত পৰিল। মানুহক নানাভাৱে হাৰাশাস্তি কৰি গাড়ী চেক্ কৰিলেও তাৰ মাজতে নিষিদ্ধ বস্তু সাৰি যায়।

ব্ৰায়ানৰ লগতে ৰেডিচন হোটেলৰ পাৰ্টি এটালৈ গৈও জিষ্ণুৰ নতুন অভিজ্ঞতা হৈছিল। জিষ্ণুৱে দেখিলে কাৰ শ্বেডত এগৰাকী আমেৰিকান মহিলাই গাড়ী সুমুৱাইছে। ইউনিফৰ্ম পিন্ধা ল'ৰা এটা দৌৰি আহিল, মহিলাগৰাকীয়ে ব্যস্তভাৱে তালৈ চাবিটো দলিয়াই দি গট্‌গট্‌কৈ হোটেললৈ সোমাই গ'ল। ল'ৰাটোৱে গাড়ীখন লৈ আঁতৰি গ'ল। ব্ৰায়ানেহে ক'লে— এইবোৰ হোটেলত ভলেট পাৰ্কিঙৰ ব্যৱস্থা আছে। ইয়াৰে ৱৰ্ডাৰে গাড়ীৰ পৰা নামিলেই হ'ল, নিৰ্দিষ্ট ঠাইত পাৰ্কিং কৰাৰ বাবে হোটেলৰ নিজৰ ড্ৰাইভাৰ আছে। আকৌ গাড়ীৰ মালিক ওলাই আহিলেই ড্ৰাইভাৰে নি তেওঁৰ সন্মুখত গাড়ী প্লেচ কৰি দিব। পাৰ্টি খাই ওলাই আহোঁতেহে হাঁহি উঠা কাণ্ড এটা হ'ল। ব্ৰায়ানৰ গাড়ীখন উলিয়াই আনোঁতেই দেখিলে সন্মুখৰ জপনাখন বন্ধ। জিষ্ণুৱে খুলি দিবলৈ গৈ চেষ্টা কৰিও সেইখন লৰাবকে নোৱাৰিলে। ব্ৰায়ানে হাঁহি হাঁহি তাক মাৰিলে— গাড়ীত উঠা, মই খুলি ল'ম। একো নুবুজি জিষ্ণু গাড়ীত বহিলহি। ব্ৰায়ানে গাড়ীখন চলাই নিলে, গেটখন আপোনা-আপুনি ডাং খাই গ'ল। ব্ৰায়ান আৰু জিষ্ণু দুয়োটাই হা হা কৈ হাঁহিলে। জিষ্ণুৱে নিজৰ অকৰামীত আৰু ব্ৰায়ানে জিষ্ণুৰ অকৰামী দেখি। এনেকৈয়ে ব্ৰায়ানৰ লগত ফুৰি জিষ্ণুৱে আগতে নেদেখা কেইবাটাও কথা দেখিলে-শুনিলে-জানিলে আৰু দুয়োৰে বন্ধুত্বও গাঢ় হৈ উঠিল।

এমেক এটা ডাঙৰ কোম্পানী। এই কোম্পানীয়ে কে.অ'.চিৰ হৈ প্ৰজেক্ট মেনেজমেণ্ট কনচালটেন্সীৰ কাম কৰে। তেলৰ দাম বঢ়াৰ লগে লগে মধ্য প্ৰাচ্যৰ তৈল সাম্ৰাজ্যত এনে নানা কোম্পানী গঢ় লৈ উঠিছে। বিদেশত কাম কৰাৰ অভিজ্ঞতা লৈ ব্ৰায়ানে ইয়াত কাম কৰাৰ এবছৰো হোৱা নাই।

এনেবোৰ ডাঙৰ ডাঙৰ প্ৰজেক্টত বৃটিছ, আমেৰিকান, কানাডিয়ান, ইণ্ডিয়ান আদি বিশেষজ্ঞ ইঞ্জিনিয়াৰেই কাম কৰি আছে। ব্ৰায়ানে পাঁচ বছৰৰ বাবে চুক্তি স্বাক্ষৰ কৰি ইয়াত কামত সোমাইছেহি।

পুৱাৰ পৰাই কোম্পানীবোৰত কামৰ ব্যস্ততা আৰম্ভ হয়। পুৱা সাত বজাত অফিচত উপস্থিত হ'ব লগা ব্ৰায়ানে গধূলি ছয় বজাতহে ঘৰ সোমায়হি। ব্ৰায়ানৰ বচ আমেৰিকাৰ জন ৱিংটন হ'ল কাম পাগল লোক। নিজে যেনেকৈ আপোন পাহৰি কামত মগ্ন হৈ থাকে তেনেকৈ তেওঁৰ লগত কাম কৰা সকলেও তাকে কৰাটো বিচাৰে। ব্ৰায়ানে নিজেও কাম কৰি ভাল পায়। মুঠতে পাঁচ বছৰৰ ভিতৰত নিজৰ লক্ষ্য পূৰণ কৰিব লাগিব। এই ক্ষেত্ৰত ব্ৰায়ানে সম্পূৰ্ণ গুৰুত্ব দিয়ে।

ইয়াৰ আগতে ব্ৰায়ানে ইটালীত দুবছৰ, চাংহাইত তিনিবছৰ কাম কৰি আহিছিল। চীন দেশৰ চাংহাই ফাষ্ট ডেভেলপিং ৱৰ্ল্ড চিটি। তাত কাম কৰি মজা পাইছিল ব্ৰায়ানে। পিছে তাৰ তিনি বছৰীয়া চুক্তি অন্ত পৰাৰ সময়তে কুৱেইটৰ এই কামটোৰ অফাৰ আহিল ব্ৰায়ানলৈ। পৃথিৱীত তেলৰ দাম বঢ়াৰ লগে লগে কুৱেইটৰ দৰে তেল সম্পদ সমৃদ্ধ গাল্‌ফ কান্ট্ৰিত বিভিন্ন দেশত কৰি অভিজ্ঞ হৈ অহা লোকৰ গুৰুত্ব বৰ বৃদ্ধি পাইছে। অইল গেচ চেক্টৰত এক্সপেৰিয়েন্সড্ যেন পাৱাৰ এতিয়াও বহুত কম। সেইবাবে অভিজ্ঞ লোকৰ বিশেষকৈ পশ্চিমীয়া পাছপোৰ্ট অধিকাৰীৰ ডিমাণ্ড বহুত বেছি। অইল কোম্পানীবোৰৰ পৰা মাহে লাখ লাখ ইউ. এচ. ডলাৰ লাভ কৰা এমেকৰ দৰে কোম্পানীয়ে ব্ৰায়ানৰ দৰে অভিজ্ঞ লোকক নিয়োগ কৰে। তাৰবাবে কোম্পানীবোৰে যথেষ্ট খৰচ কৰে। ব্ৰায়ানতকৈ অভিজ্ঞ লোকৰ বাবে কোম্পানীয়ে তাতকৈ অধিক ধন খৰচ কৰে। জন ৱিংটনৰ দৰে পদবীধাৰী কৰ্মকৰ্তাৰ চেলাৰিটো সাধাৰণ লোকৰ কল্পনাৰো অতীত।

কুৱেইটত চাকৰি কৰাৰ তিনিমাহৰ ভিতৰতে ব্ৰায়ানৰ লিয়াং হুই লিয়াঙৰ লগত বন্ধুত্ব গঢ়ি উঠে। একেটা কোম্পানীতে একেটা বিভাগতে চাবৰ্ডিনেট হিচাপে কাম কৰা লিয়াং ব্ৰায়ানতকৈ আগতেই চাকৰিত সোমাইছিল। হাঁহি-মাতি থকা সহজ-সৰল স্বভাৱৰ লিয়াঙৰ বন্ধুত্বও গঢ়ি উঠিছিল কোম্পানীটোৰ দেশী-বিদেশী কেইবাজনো চাকৰিয়ালৰ লগত। দেশী মানে লিয়াঙৰ নিজৰ দেশৰ, কুৱেইটৰ নহয়। কুৱেইটৰ পুৰুষসকলে মহিলাসকলৰ ফালে মূৰ তুলি নাচায়। অহা-যোৱাৰ বাটত সহকৰ্মী মহিলাক লগ পালেও তললৈ মূৰ কৰি পাৰ হৈ যায়। মহিলাসকলৰ প্ৰতি দেশখনৰ শিক্ষিত সম্ভ্ৰান্ত পুৰুষসকলে অতি সন্মান প্ৰদৰ্শন কৰে।

ব্ৰায়ানৰ লগত লিয়াঙৰ বন্ধুত্ব গঢ়ি উঠাৰো এটা পটভূমি আছে। লিয়াং চীনা ছোৱালী। চাংহাইত তিনি বছৰ কাম কৰি অহা ব্ৰায়ান স্বাভাৱিকভাৱেই চীনা ছোৱালী লিয়াঙৰ প্ৰতি ইন্টাৰেষ্টেড্ হৈ উঠে। সেইবাবেই লিয়াঙৰ লগত ব্ৰায়ানৰ অলাপ-পৰিচয় হয়। পৰিচয়ৰ পাছত বন্ধুত্ব।

লিয়াঙে সদায় নিজৰ টিফিন ঘৰতে তৈয়াৰ কৰি অফিচলৈ লৈ যায়। অফিচ

কেন্টিনৰ খাদ্য খাবলৈ লিয়াঙৰ ভাল নালাগে। নিজৰ জুতি মতে নাপায়। ব্ৰায়ানৰ ৰুমৰ আগেদি টিফিন টাইমত অহা-যোৱা কৰোঁতে লিযাঙে কেইবাদিনো লক্ষ্য কৰিলে ব্ৰায়ানে কেন্টিনৰ পৰা পঠাই দিয়া খাদ্যবস্তুবোৰ লিৰিকি-বিদাৰি মুখত দিওঁনে নিদিওঁকৈহে যেন দিয়ে। খোৱাৰ সময়তো ৰুমটোৰ দুৱাৰখন খুলি ৰখাতো ব্ৰায়ানৰ স্বভাৱ। গতিকে ইচ্ছা কৰিলেই ব্ৰায়ানে কি কৰিছে সহজে চাই যাব পাৰি। লিয়াঙৰ ভাব হ'ল ব্ৰায়ানে যেন বাধ্যত পৰিহে খাইছে। কেতিয়াবা বেগত লৈ যোৱা ফ্ৰুটচ্ খায়ে লাঞ্চ সামৰা ব্ৰায়ানে নেপ্‌কিনেৰে হাত-মুখ মচি কামত ধৰে। তাকে দেখি এদিন লিয়াঙে ব্ৰায়ানক অফিচৰ ওচৰতে থকা ভাৰতীয় ৰেষ্টোৰাঁ দুখনতে খাই চাবলৈ কৈছিল। কিন্তু মছলাযুক্ত ভাৰতীয় আহাৰ খাই ব্ৰায়ানে ভাল নাপলে। ব্ৰায়ানৰ মাকেও তেওঁলৈ ফোন কৰিলেই মছলাযুক্ত আহাৰ নাখাবলৈ সঁকিয়াই থাকে। মাকৰ বৰ ভয় ব্ৰায়ানৰ জণ্ডিচ বা পেটৰ অসুখ হয় বুলি।

সোধো নোসোধোকৈ সেইদিনা লিয়াঙে ব্ৰায়ানক সুধিলে—

ঃ যদি বেয়া নোপোৱা কথা এটা কওঁনে?

ঃ কি কথা?

ঃ মই ঘৰত মোৰ টিফিন বনাই আনো। তুমি যদি ইয়াৰ অকণমান টেষ্ট কৰি চোৱা মোৰ ভাল লাগিব। অলপ দিমনে?

ঃ নিশ্চয়। নিশ্চয়। ব্ৰায়ানে ক'লে আৰু বেচ্ আগ্ৰহেৰে লিয়াঙৰ পৰা পেপাৰ প্লেটত সজাই দিয়া নুডলচ্‌ৰ ভাগ এটা ল'লে। আচলতে কথাটো ঘৰতে ভাবিছিল লিয়াঙে। সেইবাবে কেবেজ, কেৰট, চিকেন দি ৰন্ধা নুডল্‌চ্, চুপ আৰু চাট্‌নিৰে টিফিন বক্সকেইটা ভৰাই তাই অফিচলৈ লৈ আহিছিল। দুপৰীয়াৰ সাজ অপ্ৰত্যাশিতভাবে সুন্দৰকৈ আগবঢ়াই দিয়া আহাৰ পাই বহুত দিনৰ মূৰত ব্ৰায়ান তৃপ্ত হ'ল। ব্ৰায়ানৰ তৃপ্তি ভৰা মুখখন দেখি লিয়াঙৰো বৰ আনন্দ লাগিল।

লিয়াঙৰ কিয় জানো বৰ মৰম লাগে এই বেচেলৰ বৃটিছ ল'ৰাজনলৈ। খোৱা-বোৱাত বিশেষ ৰাপ নথকা ল'ৰাটোৰ চেলেং-পেতংকৈ খোৱা স্বভাৱটোৱেই কিজানি কোনোবা এখিনিত লিয়াঙৰ মনটো চুই যায়। ব্ৰায়ানৰ মাকৰ মমতাখিনি যেন লিয়াঙেও অনুভৱ কৰে।

ব্ৰায়ানৰ ঘৰত ৰন্ধা-বঢ়াৰ কোনো ব্যৱস্থা নাই। ৰাতিপুৱা পৰিজ খাই দিনটো আৰম্ভ কৰি ভালপোৱা ল'ৰাটোৱে ইয়াত নিজৰ পৰিজখিনি বনাই খাবলৈও এলাহ কৰে। সময়ো নাপায়। ছয় বজাত অফিচলৈ ওলাই যাব লগা হোৱা ল'ৰাটো বিছনাৰ পৰা উঠিব পাৰে চাৰে পাঁচ বজাতহে। তাৰ আগত উঠিবলৈ ব্ৰায়ানৰ অকণো মন নাযায়। সাৰ পালেও আকৌ টোপনি যায়। পুৱাৰ টোপনিকণ নেওচা দি উঠিবলৈ বৰ এলাহ লাগে।

আকৌ ব্ৰহ্মপুৰাতে একো খাবলৈও মন নাযায়। সেইবাবে যেনে-তেনে গাখীৰ অকণমান তপত কৰি ব্ৰেড এটুকুৰা বা কৰ্ণফ্লেক্স এমুঠিকে জলপান কৰি ব্ৰায়ান অফিচলৈ যায়। টিফিনত খাবলৈ দুবিধমান ফল গোটে গোটে বেগত ভৰাই নিয়ে। সেইদিনাও কল আৰু আপেল বেগট ভৰাই থাকোঁতে ব্ৰায়ানৰ আগদিনাৰ অপ্ৰত্যাশিত লাঞ্চটোলৈ মনত পৰিল। ব্ৰায়ান থকা ঠাইৰ ওচৰতে থকা ৰেষ্টোৰাঁখনে ব্ৰায়ানৰ নিশাৰ আহাৰ ৰুমতে দি থৈ যায়। সিহঁতক কৈ দিলে সিহঁতে পাছলিৰ ষ্টু, চালাডৰ লগত ব্ৰায়ানৰ পছন্দ অনুসৰি মাংস-মাছ বেক্ কৰি কুৱেইটী খবুজা (খবুজা কুৱেইটী ৰুটী) বা মস্ত মস্ত তণ্ডুৰী ৰুটীৰে যোগান ধৰে। সেইটো খাই ব্ৰায়ানে ভালো পায়। কিন্তু সেয়া নিশাৰ আহাৰহে। অফিচৰ কেন্টিনে কিন্তু ষ্টু বা বেক কৰা বস্তুৰ যোগান ধৰিব নোৱাৰে।

এদিনৰ পাছতে ব্ৰায়ানে লিয়াঙক সিদিনা দিয়া লাঞ্চৰ বাবে আকৌ এবাৰ ধন্যবাদ জনাই ক'লে— বহুত দিনৰ মূৰত এটা টেষ্টী লাঞ্চ কৰিবলৈ পালো।

—তুমি ভাল পাইছা যদি মই মাজে মাজে তোমালৈ টিফিন আনিম?

—যদি কওঁ মাজে মাজে নহয়, সদায় আনিবা?

—গ্লেড্‌লি। তুমি যদি খাই ভাল পোৱা মই আনিবলৈও ভাল পাম।

পাছত এনেকুৱা হ'লগৈ যে ব্ৰায়ানৰ লিয়াঙৰ সান্নিধ্যটোৱেই ভাল লগা হ'ল। দয়োৰে বন্ধুত্ব গাঢ় হৈ পৰিল।

এদিন ব্ৰায়ানে ক'লে— মই এটা টু বেডৰুমৰ ঘৰ লওঁ, আমি দুয়ো একেলগে থাকোঁ, ৰাজী নে?

লিয়াঙে প্ৰস্তাৱটো শুনি বৰ ভাল পালে। নিজৰ এটা ৰুমৰ ফ্লেটটোৰ ভাড়াকে মাহে ষাঠি দিনাৰ দিব লাগে। এৰিয়াটোও বৰ ভাল নহয়। লোকৰ লগত থাকিব পাৰিলে ভাড়াটো বাচি যাব। দুশ দিনাৰৰ দুটা বেডৰুমৰ এটা ফ্লেট ভাড়া কৰি ব্ৰায়ানে লিয়াঙক লৈ তালৈ আহিল। দুশ দিনাৰ মানে ভাৰতীয় টকাৰে পঁইত্ৰিশ হাজাৰ টকা। এতিয়ালৈকে কুৱেইটী দিনাৰৰ মূল্যই পৃথিৱীত সৰ্বাধিক। এক দিনাৰ মানে ভাৰতীয় টকাৰ এশ পঁইসত্তৰ টকা। দুয়োৰে ভিতৰত মৌখিক চুক্তি হ'ল, দুয়ো একেলগে থাকিব, লিয়াঙে খানাটো বনাব আৰু দুয়ো একেলগে অফিচলৈ অহা-যোৱা কৰিব, ব্ৰায়ানৰ গাড়ীত। ইতিমধ্যে ব্ৰায়ানে তাত এখন চেকেণ্ড হেণ্ড কেপ্ৰিচ গাড়ী কিনি লৈছিল। কাৰণ গাড়ী নহ'লে তাত চলিবলৈ টান। চিটিবাছ চলে যদিও চিটিবাছ চাৰ্ভিছ বৰ ভাল নহয়। টেক্সিৰ বাহিৰে যাতায়তৰ অন্য মাধ্যম নাই। লিয়াঙে ইমানদিনে চিটিবাছ ৰখোৱা এটা নিৰ্দিষ্ট পইণ্টলৈ খোজ কাঢ়ি আহি অফিচলৈ অহা-যোৱা কৰিছিল। এতিয়া ঘৰৰ দুৱাৰমুখৰ পৰাই অফিচলৈ অহাৰ সুবিধা হোৱাত তাই বৰ ভাল পালে। গৰমত বা ঠাণ্ডাত খোজকাঢ়ি আহি আলিমূৰত থিয় হৈ থাকিব লগা হোৱা কষ্টৰ ওৰ পৰিল। বন্দোবস্তটোত এইবুলিও

কোৰা হৈছিল যে দুয়ো একেলগে থাকিলেও দুয়োৰে মাজত কোনো বন্ধন নাথাকে। বিয়া পাতি সংসাৰ কৰিবলৈ মন গ'লে বা দুয়োৰে দুয়োকে অসহনীয় যেন লাগিলে দুয়ো আঁতৰি যাব, কোনো দায়বদ্ধতা নাই, কোনো মন বেয়া কৰাৰ কথা নাই। লিয়াঙে আনন্দেৰে সঁহাৰি জনাইছিল— ন' প্ৰব্লেম।

ব্ৰায়ানে তাৰ বন্ধুবৰ্গৰ লগত লিয়াঙক পৰিচয় কৰি দিয়ে। ব্ৰায়ানৰ গাৰ্লফ্ৰেণ্ড হিচাপে লিয়াঙে যথাযোগ্য মৰ্যাদা পায়।

এইবোৰ ব্যক্তিগত কথা, সুধিব নাপায়। ভদ্ৰামিত নপৰে। অশোভনীয় হয়। তথাপি জিযুৰ অসমীয়া মন। সুধিবৰ মন যায়। তেনেকুৱা এদিনতে জিযুৱে ব্ৰায়ানক সুধি পেলাইছিল—

ইফ ইউ ড'ণ্ট মাইণ্ড মে' আই আস্ক ইউ চামথিং?

সোধা, তুমিনো আজি মোক এনেকৈ সুধিব লগা হ'লনে?

তুমি লিয়াঙক বিয়া কৰাবানে?

কিয় সুধিলা? ব্ৰায়ানে আচৰিত হৈ জিযুলৈ চাইছিল। নাই এনেয়ে সুধিলোঁ। সদায় একেলগে আছা। কিজানি কিবা ভাবিছাই—। পাতলীয়াকৈ জিযুৱে কৈ থৈছিল।

কথাটো সুধি পেলাই পেটে পেটে জিযুৰ লাজ লাগিছিল। কি ভাবিছে বাৰু ব্ৰায়ানে? ভাবিছে চাগে এই ভাৰতীয় ল'ৰাটো বৰ ঠেক মনৰ। কি যে কথা কয়?

—কি কোৱা? একেলগে থাকিলো বাবেই বিয়াৰ প্ৰশ্ন আহেনে? অলপ ৰৈ ব্ৰায়ানে আকৌ ক'লে— মোৰ মায়ে খুব ভাল পাইছে এতিয়াযে মই ঘৰুৱা ৰন্ধা-বঢ়া খাবলৈ পাইছোঁ। তেল মছলালৈ আমাৰ বৰ ভয়। মই নিজে কিবা এটা ৰান্ধি খাবলৈও বৰ এলাহ কৰোঁ। সেইকাৰণেই মাৰ বৰ ভয় কিজানিবা কিবা বেমাৰ-আজাৰ হয়। আমাৰ দেউতা হঠাৎ হাৰ্ট এটেক হৈ ঢুকাইছিল। মায়ে দেউতাক বৰ ভাল পাইছিল। সেইকাৰণেই পুনৰ বিয়া নকৰালে। মই মাৰ একমাত্ৰ সন্তান। মোৰ বাবে মাৰ বৰ চিন্তা। মইতো চাকৰি কৰা দিনৰে পৰা ঘৰৰ বাহিৰতে আছোঁ। তথাপি মাৰ চিন্তা। মায়ে নিজৰ চাকৰি কৰে আৰু মোৰ বাবে চিন্তা কৰে। এই দুটাই মাৰ প্ৰধান কাম। লিয়াং মোৰ লগত থকা বুলি জানি মায়ে কিছু সকাহ পাইছে।

ব্ৰায়ানে দীঘলীয়াকৈ কথাখিনি ক'লে। প্ৰশ্নটো সোধাৰ বাবে জিযু নিজৰ আগতে সৰু হ'ল যেন লাগিল। কি কৰিব? যদিও জানে এনেবোৰ কথা আজিকালি ভাৰতীয় সমাজতো ক'ৰবাত ক'ৰবাত চলিছে, তথাপি নিজৰ চিনা-জনাৰ ভিতৰত কোনো নাছিল। অসমীয়া মন, মনৰ মাজত কিছুমান কথা ৰাখিবও নোৱাৰে জিযুৱে। ককায়েকে বিয়া কৰোৱাৰ পাছত এদিন পেহীয়েকৰ জীয়েক ভনীয়েকক বাইকত তুলি ঘৰলৈ আনোঁতে নবৌয়েকৰ মুখখন কিমানদিনলৈ ফুলি আছিল মনত পৰি যায় জিযুৰ।

অস্বস্তিত পৰা জিষ্ণুৰ মুখখন দেখিয়ে হ'বলা পৰিৱেশটো পাতলাবলৈ ব্রায়ানে আকৌ ক'লে, এতিয়া এইবোৰ তেনেই সহজ কথা। কানাডাৰ পৰা অহা আমাৰ কোম্পানীৰ চিনিয়ৰ ইঞ্জিনিয়াৰ জেমচ্ বাল্চকতো চিনি পোৱা, তেওঁ এজনী ফিলিপ্পিনো ছোৱালীৰ লগত লিভ ইন টুগেদাৰ কৰে। ঘৰত মানে কানাডাত তেওঁৰ এটি পুত্র সন্তানসহ পত্নী থাকে। তেওঁ তাত নিজৰ ঘৰুৱা বিজিনেছ চায়।

ফিলিপ্পিনো ছোৱালীজনীয়ে জেমচ্‌ৰ ৰন্ধা-বঢ়া কৰে, ঘৰ-দুৱাৰ পৰিষ্কাৰ কৰে আৰু চাকৰিও কৰে। তেওঁ আহমেদী হস্পিটেলৰ নাৰ্চ। দিনটোৰ আঠঘণ্টা চিকিৎসালয়ৰ কাম কৰি উভতি আহি জেমচ্‌ৰ ঘৰত ৰন্ধা-বঢ়া কৰি খুৱায়, খায়। একেলগে থাকে। এজনী হাউচৱাইফে কৰিব লগা সকলো কাম কৰে। কিন্তু কোনো বন্ধন নাই। বিনিময়ত থকা-খোৱা ফ্রী। একেবাৰে প্রফেচনেল। অলপতে জেমচ্‌ৰ পত্নী আহিব কানাডাৰ পৰা। বিশ দিনমান থাকিব। ছোৱালীজনীয়ে পৰিষ্কাৰ ঘৰ-দুৱাৰকে আৰু ঘঁহি-মাজি চিক্চিকীয়া কৰি তুলিছে। জেম্‌ছৰ পত্নী থকা দিনকেইটাতো সদায় থকাৰ দৰে ফিলিপ্পিনোজনী কাষৰ কোঠাটোতে থাকিব।

—তেওঁৰ ৱাইফে একো নাভাবিবনে? জিষ্ণুৱে সুধিলে।

—কিয় ভাবিব? কিবা ভাবিব লগাই বা কি আছে? বিদেশত থাকিলেও মানুহৰ মেন্টেল নীড, ফিজিকেল নীড দুয়োটাই থাকে। এইবোৰ পূৰণ কৰিবলৈ জেম্‌ছে ৱাইফকতো লৈ ফুৰাব নোৱাৰে। ঘৰৰ ডাঙৰ বিজিনেছ। মানুহগৰাকীয়ে তাত অকলে চম্ভালিব লাগে। ল'ৰাক মানুহ কৰিব লাগে। গতিকে তেওঁ আহি ইয়াত জেম্‌ছৰ লগত থকাৰ কথা ভাবিবও নোৱাৰে। গতিকে এনে ব্যৱস্থা কৰিবলৈতো তেওঁ বাধ্য। হয়নে নহয় কোৱা?

ফুটা নুফুটাকৈ জিষ্ণুৰ মুখৰ পৰা কোনোমতে ওলাল— 'হয়।' 'আৰু শুনা', ব্রায়ানে আকৌ ক'লে— জেম্‌ছৰ গাৰ্লফ্রেণ্ডৰ ওপৰত জেমচ্‌ৰ কোনো ডিমাণ্ড নাই। জেমচ্‌ৰ ওপৰত আধিপত্য কৰাৰ কথা তাই কেতিয়াও নাভাবে। তাইক যিমানখিনিলৈকে এলাউ কৰিব পাৰি তাতকৈ বেছি জেম্‌ছে একো নিদিয়ে। আৰু নিজ পত্নীৰ ওচৰতো জেম্‌ছে একো নুলুকুৱায়। এই কথাত আমি সকলো বৰ ফেইথফুল। গতিকে জেম্‌ছৰ ৱাইফে বেয়া পাব কিয়?

ফেইথফুল!

ফেইথফুল হ'লেই সকলো সহ্য কৰিব পাৰিনে? এনে কথা সহ্য কৰিব পৰা শক্তি স্বামী-স্ত্রীৰ থাকিব পাৰেনে?

চাট্‌কৈ জিষ্ণুৰ মনৰ চকুত ভাহি উঠিল তাৰ খুড়াক-খুড়ীয়েকৰ কথা। পাঁচ বছৰৰ আগৰ এটা দিন। হাইস্কুলত কাম কৰা খুড়ীয়েকে নিজৰ শৈশৱৰে সহপাঠী এজনক বাটত

লগ পাই নিজৰ ঘৰলৈ মাতি আনিছিল। আলহীক আলহ-উলহকৈ বহুৱাই খুড়াকৰ লগত চিনাকি কৰাই দিছিল। হাঁহি মাতি চাহ-তামোল খুৱাইছিল। মানুহজন যাবলৈহে পালে, খুড়াকে উগ্রমূর্তি ধৰি খুড়ীয়েকৰ লগত তর্ক কৰিছিল। সন্দেহ প্রকাশ কৰিছিল মানুহজনৰ লগত একালত খুড়ীয়েকৰ মানসিক সম্পর্ক আছিল বুলি। উচ্চ শিক্ষিত খুড়াকৰ কথাৰ অভব্যতা দেখি খুড়ীয়েক মৰহি গৈছিল। সেইবোৰ কথা ঘৰখনৰ আনে শুনা বাবে লাজত তেওঁ মূৰ তুলিব পৰা নাছিল। বিনাদোষত এনেকৈ আত্মসন্মানত আঘাত পৰা কথা শুনিব লগা হোৱাত তেওঁ খুব কান্দিছিল। যিমান পাৰে নিজকে আনৰ আগৰ পৰা লুকুৱাই ৰাখিছিল। খুড়ীয়েকৰ সেই দুখৰ দিনকেইটা যৌথ পৰিয়ালত থকা জিষ্ণুৰ সদায় মনত থাকিব।

নাৰী-পুৰুষৰ সম্পর্ক সহজ নহয়। ই বৰ জটিল সম্পর্ক। বিচিত্ৰতাৰ ৰসায়ন। তীব্ৰ অথচ সংবেদনশীল। কঠিন অথচ স্পৰ্শকাতৰ। জীৱনৰ বিভিন্ন স্তৰত জিষ্ণুৱে ইয়াৰ উমান পাইছে। তেনেহ'লে এতিয়া ইয়াত দেখা-শুনা কথাবোৰনো কেনেকুৱা? এইবোৰনো কেনেকৈ মানিব পাৰি?

মনৰ মাজত এইবোৰ কথাৰ অহা-যোৱা জিষ্ণুৱে নীৰৱে সহিব নোৱাৰি ব্ৰায়ানক সুধি পেলালে— বাৰু ব্ৰায়ান, জেমচ্‌ৰ ৱাইফৰোতো নীড আছে। তেওঁ যদি এনেকৈ কোনো পুৰুষ বন্ধুৰ ওচৰলৈ যায়, জেমচ্‌ৰ বেয়া নালাগিবনে?

—কিয় বেয়া লাগিব? জেমচ্‌ছ মূৰ্খ নেকি? যিটো কাম নিজে কৰে সেই কামটো আনে নকৰিব বুলি আশা কৰিব পাৰিনে? মানুহৰ চাহিদা মতেইতো কাম কৰিব লাগিব। মানুহটো যন্ত্ৰ নহয়। বিয়া কৰালে বুলিয়ে জেমচ্‌ছে পত্নীক বন্দী কৰিলে নেকি? দুয়ো একেলগে থকা অৱস্থাতটো কোনেও আনৰ সঙ্গ বিচৰা নাই।

থৰ হৈ গ'ল জিষ্ণু। তেনেহ'লে জেমচ্‌ছৰ পত্নীও কাৰোবাৰ লগত থাকে নেকি? বা কাৰোবাৰ ওচৰলৈ যায় নেকি? যদি কথাটোৰ উত্তৰ ইতিবাচক হয়? জিষ্ণুৰ অসমীয়া মনটোৱে কথাটো ভাবিবলৈকে ভয় কৰিলে। এনেকুৱা কথা সহিব পাৰিনে? মানুহৰ আবেগ-অনুভূতিক ইমান নিষ্ক্ৰীয় ইমান বস্তুনিষ্ঠ হ'ব পাৰেনে?

জিষ্ণু মৌন হৈ ৰ'ল। ◈

# ১২ | অভাৱ

**কল্পনা কলিতা**



পৰহি প্ৰবোধ মাষ্টৰৰ ঘৰত চাউল জাৰি থাকোঁতেই খবৰটো শুনিলোঁ। আজি হেনো মেট্ৰিক পৰীক্ষাৰ ৰিজাল্ট দিব। তেতিয়াৰে পৰা মনটো কিবা উগুল-থুগুল লাগি আছে। ঘৰুৱা কাম-বনতো মন বহুৱাব পৰা নাই। ছাগলীজনী খীৰাই গাখীৰকণ তপতালোঁ, চাই থাকোঁতেই উতলি সৰখিনি পৰিলেই—। ছেঃ মনটোৱেই বেয়া লাগি গ'ল। লোকে কোৱা শুনো এইদৰে গাখীৰ উতলি পৰিলে হেনো দিনটোলৈ বেয়া।

ভোটোৰা ঠাৰি এডালেৰে দাঁত ঘঁহি ঘঁহি কিবা চিন্তা কৰি ধনপোণাটোৱে ইফালৰ পৰা সিফাললৈ অহা-যোৱা কৰি আছে। এৰা চাওঁতে চাওঁতে সি ধৰ এটা হ'লহি। বাপেকৰ দৰে সিয়ো বৰ ওখ-পাখ, শকত-আৱত হৈছে। ইমান অভাৱ অনাতনৰ মাজেৰে তাক পঢ়ুৱাইছোঁ লোকৰ ঘৰেঘৰে ধান-চাউল জাৰি, পথাৰত ভূঁই ৰুই, তাঁত-সূত বৈ হাতত পোৱা পইচা কেইটাৰে তাৰ ততৰ মাৰিছোঁ। বাপেকটোৱে লেঙেৰা ভৰি খনেৰেনো আৰু কিমান কৰিব ? তিনিআলিৰ মূৰত দিয়া তামোল-পাণৰ দোকানখনৰ পৰানো কিমান টকা উপাৰ্জন হয় ? তথাপিও ধনপোণাক লগা কিতাপ-কাগজ, চোলা-পেন্ট, স্কুলৰ ফিজৰ টকাকেইটা সময়মতেই দিছোঁ। ঘৰখনত আমি মানুহ হ'লো তিনিটা, জুখি-মাখি চলিছোঁ কাৰণেহে।

টাউনত থকা তাৰ স্কুলখনলৈ বহু দূৰ হয়। ৰ'দে-বৰষুণে ইমান বাট খচকি অহা যোৱা কৰা দেখি মোৰ বেয়া লাগিলত বদন ককাইৰ পৰা পুৰণা চাইকেল এখন লৈ দিলোঁ। বাপেকে আকৌ মোক খঙেই কৰিছিল। কিয়নো তাক চাইকেলখন কিনি দিব লাগে ? পইচা কেইটা সাঁচি থোৱা হ'লে সময়ত কামত আহিলহেঁতেন। এৰা কথাটো অৱশ্যে ঠিকেই, মতা-মানুহবোৰে হক কথাই কয়; কিন্তু এইহেন ৰ'দত পকা থেকেৰা যেন হৈ অহা

পোণাটোৰ মুখখন দেখিহে মোৰ মনটোৱে নসহে। সেয়ে টকা কিটা গোট খাওঁতেই সাউৎকৰে তাক চাইকেলখন লৈ দিলোঁ। আগেয়ে গম পোৱা হ'লে বাপেকে কিনিবলৈকে নিদিলেহেঁতেন।

তপতাই থোৱা গাখীৰকণ গিলাচটোত বাকি শুকান ৰুটিখনত গুৰ অকণ সানি ধনপোণাক খাবলৈ দি ক'লোঁ— পোনা খাই ল শুদা পেটে যাব নালাগে। নামঘৰৰ বাট চ'ৰাৰ মুখত ৰৈ সেৱা এটা কৰি যাবি। গাখীৰৰ গিলাচটো লৈ ৰুটিখনত কামোৰ মাৰি সি ক'লে, দে দে খাই লওঁ, ক'লৈ বা যাওঁ ঠিক নাই। মই চক্ খাই উঠি সুধিলোঁ— ক'লৈনো যোৱাৰ কথা কৈছ? ৰিজাল্ট বেয়া হ'লে ঘৰলৈ আৰু ঘূৰি নাহো, যামগৈ ক'ৰবালৈ। অ' পইচা? সেই বুলি সি ভিতৰলৈ সোমাই গৈ পাউদাৰ টেমা এটা আনি খুচৰি-খুচৰি পইচা কেইটামান উলিয়াই লেখি লেখি ক'লে— এয়া চা, দুই-চাৰি, দহ-বাৰ-চৈধ্য-বিশ, হেই হেই হৈ যাব। ৰে'লত যাম বুজিছ? ৰে'লত গ'লে বিশ টকাতেই বহুত দূৰ যাব পাৰিম? তই আকৌ কন্দা-কটাখন নকৰিবি। সি মুখটিপি হাঁহা দেখিয়েই মই গম পালোঁ সি মোক জোকাইছে, ক'ৰবালৈ গুছি যোৱাৰ ভয় দেখুৱাইছে। এনে সি মাজে মাজে বৰ হাউচ কৰি কথাবোৰ কয়, শুনি মোৰ বৰ ভাল লাগে।

সোধো নোসোধোকৈ তাক আকৌ এবাৰ সুধিলো— পোণা পৰীক্ষা ভালকৈ দিছিলি নহয়? ৰিজাল নোপোৱালৈকে এয়া চা-চোন মোৰ বুকুখনে কেনেকৈ ঢপ্-ঢপাব লাগিছে। সি ক'লে— পৰীক্ষা মইহে দিছোঁ, তোৰ আকৌ কিহৰ বুকুৰ ঢপ্-ঢপনি ? আৰু তইনো কি ৰিজাল ৰিজাল কৰি থাক, ৰিজাল নহয় ৰিজাল্ট-ৰিজাল্ট। তই একেবাৰেই একো নেজান দে।

এনেতে নওলা খুলি উজ্জ্বল আৰু পঙ্কজ সোমাই আহিল। সিহঁত দুটাই লগত অনা চাইকেল দুখন ঘৰৰ বেৰত আঁউজাই থ'লে। দুখনকৈ চাইকেলৰ ভৰ সহিব নোৱাৰি মাটিৰে লিপিথোৱা আধা ভঙা বেৰখনৰ পৰা এচপৰা মাটি খহি পৰিল। উজ্জ্বলে ক'লে— খুৰীদেউ, বৰ ভয় লাগিছে, পঙ্কজে বোলে চিন্তাতে কালি ৰাতি ভাতেই নাখালে। মই ক'লোঁ— প্ৰভুয়ে আটাইকে চকু মেলি চালেই হয় আৰু। ধনপোণাৰ পিনে আঙুলি টোৱাই উজ্জ্বলে ক'লে, ইয়াৰ কাৰণে আপুনি চিন্তাই নকৰিব। ফাৰ্ষ্ট ডিভিজনটো পাবই পাব, লেটাৰো পাব।

লেটাৰ পাই পাচ কৰাৰ অৰ্থটো মই সিদিনাহে বুজিলোঁ। ধনপোণায়েই মোক কৈছিল আতৈৰ নাতিনীয়েক এটাই যোৱা বেলি লেটাৰ পাই পাচ কৰি গুৱাহাটীত কোনোবা ডাঙৰ কলেজ এখনত পঢ়িছেগৈ বোলে। পঙ্কজে ক'লে— সি ভালকৈ পাচ কৰিলে তাকো হেনো গুৱাহাটীত থৈ পঢ়ুৱাব। এতিয়া ৰিজাল্টেহে জানে, ভালকৈ পাচ কৰিব নোৱাৰিলে লেঠাই ছিগিব। উজ্জ্বলৰ দেউতাক মাষ্টৰ, অৱস্থাও ভাল তাৰো চিন্তা নাই। সিহঁত তিনিওটা

ওলাই গ'ল। মই মনতে নামঘৰলৈ তেল-বন্তি আগবঢ়াই থ'লোঁ।

দুপৰীয়া সময়ত দোকানখন বন্ধ কৰি মানুহজনে শুদাই-নিকাই ভাতকেইটা খাই যায়হি। মই জকাই বাবলৈ গ'লেহে কেতিয়াবা মাছ-পুঠিৰ মুখ দেখে। আজি থৌকি-বাথৌখন কৰি থকোঁতেই বেলি এপৰ হ'লহি। খৰখেদা কৰি জুহালত বাঁহখৰি দুডালমান সুমুৱাই দি ফুৰাই-ফুৰাই জুইকুৰা জ্বলাই কেৰাহিটোত মচুৰ দাইল কেইটামান বহাই দিলোঁ। আলুগুটি দুটামানৰ বাহিৰে পাচলি-খাৰধি একোৱেই নাছিল। বাৰিৰ ঢাপৰ পৰাই অথনিয়েই আনি থোৱা ঢেকীয়া মুঠিকে ধুই-পখালি কুটি লৈ বহাই দিলোঁ। গৰম কেৰাহিৰ তেলকণত শাককেইডাল পৰি চেৰেক্‌কৈ উঠিল। ৰিজাল্টৰ কথা ভাবি মোৰ বুকুখনতো ঠিক তেনেকুৱাই কিবা এটাই মৰা যেন অনুভৱ হ'ল।

ভাত-আঞ্জা যেনেতেনে হ'লগৈ তেও। বাপেকো আহি পালেহি। হাত-মুখ ধুই মজিয়াতে পীৰা পাৰি বহিল। মই ভাত বাঢ়ি দিলোঁ। খাই উঠি আগফালৰ বাৰান্দালৈ ওলাই আহি নাল ভগা চকীখনতে বহিলহি। মই তামোলৰ বটাটো উলিয়াই আনিলোঁ। বিচনীখনেৰে বা-লৈ ধনপোণাৰ বাপেকে সুধিলে, সি ৰিজাল্ট আনিবলৈ গ'ল হ'বলা ?— ও গ'ল। এৰা সি পাচ কৰিলে তাক কিবা এটা কামতহে সুমুৱাই দিব লাগিব। কলেজতনো পঢ়ুৱাম কেনেকৈ? মই লাহে লাহে পৰি আহিছোঁ। ইমান টকা ক'ত কেনেকৈ যোগাৰ কৰিম? এহ্ হ'ল বুলিনো আপুনি তাৰ কথা তেনেকৈ ভাবিব লাগেনে? তাৰ বয়সনো হৈছে কিমান? দং দংকৈ বাঢ়িছে দেখিহে। কিবা এটা হ'ব দিয়কচোন। এটা কাম কৰিম, ছাগলী দুজনী পাৰিলে বেছিয়েই দিম। সেই টকাৰে তাৰ কলেজৰ খৰচ নহ'বনেছাগৈ? পাৰিলে আৰু দুঘৰ মানত কাম-বন বিছাৰি ল'ম। অকণমান কষ্ট হ'ব আৰু। আক-তাক ক'লে দুপইচা দি সহায় নকৰিবনে? কিমানদিন তেনেকৈ চলিব? মই ক'লোঁ— চিন্তা নকৰিবচোন। ঈশ্বৰে চকু মেলি চাব নহয়।

এইদৰে গুণা-গঁঠা কৰি থাকোঁতেই ধনপোণা আহি ওলালহি। কি হ'ল? তাৰ দেখোন মনটো মৰা। দেখি মোৰ বুকুখন ধমহকৈ মাৰিলে। তামোল কটাৰী তাতে পেলাই উধাতু খাই তাৰ ওচৰ পালোঁগৈ। কি হ'ল মনটো মাৰি আহিছযে? পঙ্কজে নগুলাৰ মুখতে চাইকেলখন পেলাই লৰ মাৰি আহি ক'লেহি খুৰী, ই অঙ্কত লেটাৰ পাই ফাৰ্ষ্ট ডিভিজনত পাচ কৰিছে। সি সেইদৰে পাচ কৰা বুলি শুনি ধনপোণাৰ বাপেকৰ শেতা পৰা মুখখনত এক সন্তোষৰ হাঁহি বিৰিঙি উঠিল। সি বাপেকক সেৱা এটিও কৰিলে। ক'ব নোবাৰাকৈয়ে মোৰ চকুদুটাৰে দোটোপাল চকুপানী বৈ আহিল। পঙ্কজ-উজ্জ্বল দুয়োটায়ে ভালকৈ পাচ কৰিছে। দুয়োটা যাব পঢ়িবলৈ গুৱাহাটীলৈ।

ধনপোণাই ভালকৈ পাচ কৰা বুলি শুনি আবেলি পৰলৈ ইজন-সিজনকৈ কেইবাজনো

মানুহ আহি ঘৰত গোট খালেহি। বহিবলৈ দিবলৈ চকীয়েই নটা হ'ল। ঢাৰি, পীৰা দুখনমান পাৰি দি মানুহকেইজনক তামোল-চালি দিলোঁ। খেনোৱে ক'লে, সি আমাৰ গাঁৱৰ নাম ৰাখিলে, খেনোৱে ক'লে, সি আমাৰ স্কুলৰ নাম ৰাখিলে। মানুহবোৰে তেনেকৈ কোৱা শুনি মোৰ বুকুখন জুৰ পৰি গ'ল।

ৰাতিৰ ৰাতিটো টোপনি নাহিল। বিছনাখনত পৰি ইফালৰ পৰা সিফাললৈ কাটি সলাই চিট্‌লং-পাট্‌লং কৰি আছো। মনটোত নানানটা চিন্তাই খুন্দিয়াইছেহি। ইমান টকা ক'ত পাম? তেনেহ'লে ধনপোণাৰ আৰু কলেজত পঢ়া নহ'বই নেকি? চিন্তা কৰোঁতে কৰোঁতে ৰাতি পুৱাল। আবেলি ভদৰাম মণ্ডল আহি ক'লেহি ঃ ধনপোণাৰ মাক তাৰ পৰীক্ষাৰ খবৰটো পাই বৰ ভাল লাগিছে। তাক কালিকৈ আমাৰ ঘৰলৈ পঠাই দিবিচোন। ল'ৰা-ছোৱালী দুটাৰ পঢ়া-শুনাকে অলপ চাই দিব। এনেয়ে নহয় মই বাৰু তাক হাত খৰছৰ বাবদ কিবা এটা দিম। মই হাততে সৰগ ঢুকি পোৱা যেন পালোঁ। হওক তেও, দুপইচা তেনেকৈ ওলালেও।

সেই কালিকা লগা দিনটোৰ কথা মনত পৰিলেই কিবা কিবি লাগি যায়। ঘৰতে পৰি থকা ৰেডিঅ'টো ভাল কৰি আনো বুলি ধনপোণাৰ বাপেক টাউনলৈ ওলাই গৈছিল। বোলো ভবা কথা নহয় সিদ্ধি বাটত আছে কণা বিধি। গৈ থকা মানুহটোক পিছফালৰ পৰাই খুন্দিয়াই মহতিয়াই থৈ গ'ল গাড়ী এখনে। মানুহে ধৰি-মেলি নি হাস্পতালত ভৰ্তি কৰালেগৈ। দুদিন মানলৈ সংজ্ঞায়েই নাছিল। খবৰটো পাই মোৰ মূৰত আকাশী-সৰগ ভাগি পৰিল। হাস্পতালৰ ডাঙৰ ডাক্তৰ চৌধুৰীচাৰৰ চিকিৎসাতহে মানুহজন বাচিল যদিও ভৰি এখন চিৰদিনলৈ হেৰুৱালে।

সেইদিন ধৰি আমাৰ দুখ চাই কোনে? লেঙেৰা মানুহটোৱেনো কি কৰি খুৱাব? ইয়ে সিয়ে দিয়া টকা কেইটামান গোটাই চৌধুৰীচাৰ আৰু ডাক্তৰনী বাইদেউৰ দিহা মতেই ধনপোণাৰ বাপেকে তিনি আলিৰ মূৰত পাণ-তামোলৰ দোকানখন পাতি বহিল। গাঁৱলীয়া ঠাই বিক্ৰি-বাৰ্তাও বেছি নহয়। আজি অলপমান দিনৰ পৰাহে শিলগুটি দিয়া ৰাস্তাটোৰে দুই এখন গাড়ী-মটৰ চলিবলৈ লৈছে। বাচ ৰখোৱা ঠাই সেই তিনি আলিতেই অ'ৰ ত'ৰ দুই-চাৰিজন মানুহ আহি গোট খাইহি। আমাৰ ঘৰৰ পৰা সেই খিনিলৈ ভালেমান দূৰো হয়। কাষলতিৰ তলত পেংডাল লৈ লেঙুৰীয়াই লেঙুৰীয়াই অহা দৃশ্যটো দেখিলে মানুহটোলৈ বেয়াই লাগে। বুকুখন ফাটি যাওঁ ফাটি যাওঁ কৰে।

বহুতো কথা ভাবি-চিন্তি চৌধুৰী চাৰৰ ঘৰৰ পৰাই এপাক আহোঁ বুলি ওলালোঁ। ধনপোণাৰ বাপেক হাস্পতালত থকাৰ সময়তে এদিন গৈ ডাক্তৰণী বাইদেউৰ লগত চিনাকি হৈছিলোঁগৈ। তেতিয়াৰে পৰা মই মাজে সময়ে যাওঁ। এনে সাদৰী মানুহজনী। বৰ

মৰম লগাকৈ মাতষাৰ মাতি বৰ ভাল ভাল কথাবোৰ কয়। ঘৰে-দুৱাৰে, গাড়ীয়ে-বাৰীয়ে একেবাৰে জাকত-জিলিকা। বৰ ধনী মানুহ, একোৰে অভাৱ নাই। ধনপোণাৰ বাবে টকা কেইটামান খুজিলে নিশ্চয় দিব। আগে পিছেও মই গ'লেই ইটো-সিটো বস্তু নোখোজাকৈয়ে দিয়ে।

খুতৰা শাক, ঢেঁকীয়া দুমুঠিমান আৰু মধুসোলেং এমুঠি কলপাত এখনেৰে মেৰিয়াই বান্ধি ল'লোঁ বাইদেৱে এই বনশাকবোৰ খাই বৰ ভাল পাই বুলি জানিয়েই। আমাৰ নিচিনা দুখীয়া-গৰীবেনো আৰু কি নিম?

তিনিআলিৰ মূৰত বহুত সময় ৰৈ থকাৰ পিছত বাছ এখন আহিল। ইমানবোৰ মানুহ পাণ জপাদি জাপি আনিছে বহিবলৈ জেগা অকণ নাই। বাছৰ পৰা নামি আৰু এচোৱা বাট যাব লাগে। ৰিক্সাৰেও যাব পাৰি, আকৌ লাগিব পইচা। ভাবি-চিন্তি চাদৰৰ আচলটোৰেই মূৰ ঢাকি খোজকেইটা বেগাই কাঢ়িলোঁ। দুপৰীয়াৰ চোকা ৰ'দটো বৰকৈ লগাত মূৰটো আচন্দাই কৰা যেন লাগিল। কোনোমতেহে গৈ চৌধুৰী চাৰৰ ঘৰ পালোঁগৈ। গেট খুলি সোমাই পিছ দুৱাৰেদি গৈ বাৰাণ্ডাত উঠি একেবাৰে ডাক্তৰণী বাইদেউৰ মুখৰ আগতে ওলালোঁগৈ। মোক দেখি ক'লে— বাই ক'ৰ পৰানো আহিলা? জোনাকী নামৰ বনকৰা ছোৱালীজনীক মাতি মূঢ়া এটা আনিবলৈ দিলে। মই বহিলোঁ। ধনপোণাৰ ৰিজাল্টৰ কথা কোৱাত বাইদেৱে তাৰ কথা বৰকৈ শলাগি ক'লে— সি এটা সময়ত মানুহ হ'ব চাবা।

জোনাকীয়ে মোক চাহ-জলপান দি গ'লহি। খাই উঠি চাউল পাত কিবা জাৰিবলৈ আছেনেকি বুলি সুধিলোঁ। ডলা-চালনী, পীৰা আৰু চাউলৰ মোনা এটা জোনাকীয়ে উলিয়াই আনি মোৰ ওচৰতে থ'লেহি। চাৰ আৰু ল'ৰা-ছোৱালীকেইটাৰ খবৰ সুধিলোঁ। চাৰ হেনো হাস্পতালৰ চাকৰিৰ পৰা ৰিটায়াৰ হ'ল। এতিয়া ফাৰ্মাচি এখন খুলি তাতেই ৰোগী চোৱা-চিতা কৰে। ডাঙৰটো ল'ৰা বহুত দূৰত থাকে, জেগাখনৰ নামটো কৈছিল মইহে মুৰুখমতীয়ে পাহৰিলোঁ। একেবাৰে সাত-সাগৰ তেৰ নদীৰ সিপাৰে। আমাৰ ইয়াত দিন হ'লে তাত হেনো ৰাতি হয়। ল'ৰাটোৰ খা-খবৰ, চিঠি-পত্ৰ কিবা পাইছেনে সুধিলোঁ। দুদিনমানৰ আগেয়ে বাইদেৱে তাৰ লগত ফোনত কথা পাতিছে বুলি ক'লে। ইমান দূৰৈত থাকে ইয়াৰ পৰা ফোনত কথা পাতিলে কথাবোৰ ভালকৈ শুনিনে বুলি সোধাত বাইদেৱে হাঁহি এটা মাৰি ক'লে, শুনি শুনি ভালকৈয়ে শুনি। গৰমৰ বন্ধত ঘৰলৈ আহিব নহয় চাগে? হঠাৎ বাইদেৱে মনটো মাৰি ক'লে— নাই নাহে। সেইবোৰ দেশত আমাৰ স্কুল-কলেজৰ দীঘলীয়া গৰমৰ বন্ধৰ নিচিনা বন্ধ নিদিয়ে। পৰীক্ষা হৈ গ'লে অৱশ্যে কেইদিনমান বন্ধ পাব, কিন্তু তাক আহিবলৈ মানা কৰিছোঁ। মই ক'লো আপুনিও আৰু দিয়ক। মাকজনী হৈ ইমান আঁতৰত থকা ল'ৰাটোক চাবলৈকো আপোনাৰ মন নাযাইনে? চাৰ আৰু আপুনি দুয়োজন এবাৰ

গৈ আহিব পাৰে দেখোন? আমি যাম? হৈছে আৰু দিয়া। তাঁলৈ এটা মানুহ অহা-যোৱা কৰিবলৈকে বহু হাজাৰ টকা লাগে। অন্য খৰছ-পাতিবোৰৰ কথাই নকওঁ। চিন্তা কৰি ৰাতি চকুত টোপনি নহা হৈছে। ইফালে ছোৱালী দুয়োজনী গ'ল দিল্লীত পঢ়িবলৈ। সৰু ল'ৰাটোকো পঠাব লাগে, সিও ইঞ্জিনিয়াৰিঙত চিট্ পাইছে। সিহঁতক মানুহ কৰিব লাগিব। ডাঙৰ ছোৱালীজনীৰ বিয়াৰ ভাল প্ৰস্তাৱ এটাও আহিছে। কিযে কৰোঁ বহুত চিন্তা বুজিছা?

আমি কথা পাতি থাকোঁতেই ধুনীয়া সাজ-পাৰ পিন্ধা বাইদেউ এজনীয়ে দেৱীকা, দেৱীকা বুলি মাতি ভিতৰ সোমাই আহিল। মই তেতিয়াহে জানিলোঁ ডাক্তৰণী বাইদেউৰ নামটো দেৱীকা বুলি। তই হই কৈ কথা পতা দেখিয়েই বুজিলোঁ এইজনী বাইদেউৰ নিশ্চয় বৰ আপোন বান্ধৱী। ওচৰতে থকা ভাতখোৱা টেবুলখনৰ চকী দুখনতে বহি দুয়োজনীয়ে বৰ হলি গলিকৈ কথা পতাত লাগিল। তলমূৰকৈ চাউল বাচি থকাৰ পৰাই মই কথাবোৰ শুনি গ'লোঁ।

সেইগৰাকী গীতা বাইদেউ। ডাক্তৰণী বাইদেৱে গীতা বাইদেউক ক'লে — তহঁত মিনিষ্টাৰ মানুহৰ কথাই বেলেগ। তোৰ ল'ৰাটো কলেজ পায়গৈ মানে ছোৱালীজনী ডাক্তৰ হৈ ওলাবই দেখোন। আমাৰ হে চিন্তা। তই আহিলি ভালেই হ'ল। মই তোলৈ ফোন কৰিম বুলি ভাবিছিলোঁৱেই। ঋতুৱে তাৰ পইচাখিনি সোনকালে পঠাবলৈ কৈছে। এওঁ পাবলগীয়া পেঞ্চনৰ টকাখিনিও পোৱা নাই। বাকী ইহঁত তিনিটাৰখিনিটো বেলেগেই। এতিয়াহে বুজিছোঁ, ল'ৰা-ছোৱালী এজাক জন্ম দি এটা সাংঘাতিক ভুল কৰিলোঁ।

ডাক্তৰণী বাইদেউৰ মুখৰ কথা কাঢ়ি গীতা বাইদেৱে ক'লে ধেৎ কিযে কথাবোৰ কৈছ তই। পিছত যেতিয়া দুটাকৈ জোঁৱাই আৰু দুজনী বোৱাৰী আহি ঘৰ সোমাবহি তেতিয়া তোক কোনে পায়? বাৰু বাদ দে তোক টকা কেতিয়া লাগে কবি। হয় দে আজিকালি ল'ৰা-ছোৱালীক পঢ়ুৱাবলৈ বহুত টকা লাগে। ময়ো বাবলুক এটা সময়ত বাহিৰলৈ পঠাম। সেই ভাবিয়েই তাৰ নামত কেইলাখমান টকা ফিক্স ডিপোজিট কৰি ৰাখি থৈছোঁ। ভৱিষ্যতে যাতে অসুবিধাত নপৰোঁ।

গীতা বাইদেৱে জোনাকীক মাতি ক'লে— এই ছোৱালী এগিলাচ ঠাণ্ডা পানী লৈ আহ। পুৰা ফ্ৰিজৰ নহয়, মিলাই আনিবি। বাইদেৱে সেমেনা-সেমেনি কৰি ক'লে ঃ ফ্ৰিজত ঠাণ্ডা পানী নাইৰ; কেইদিনমান আগতে যে ধুমুহা বৰষুণ হৈ বজ্ৰপাত পৰিছিল, তেতিয়াই ফ্ৰিজ, টি ভি, কম্পিউটাৰ সোপাকে বেয়া হ'ল। গাড়ীখনেও বৰ ট্ৰাবোল দি আছে। নতুন বেটাৰী এটাৰ লগতে টায়াৰ চাৰিটাও নিকিনিলে নহ'ব হেনো। কিমানযে লাগতিয়াল বস্তুৰ প্ৰয়োজন হৈ আছে। আজিকালি এওঁক কথা ক'বলৈকে ভয় লাগে কিবা মুড অফ্ হৈ থাকে। ল'ৰা-ছোৱালীকেইটাক বাহিৰত পঢ়িবলৈ মইহে বোলে উচটালোঁ।

আজিকালি এজনৰ উপাৰ্জ্জনেৰে আমাৰ নিচিনা ঘৰ এখন চলোৱা বৰ মস্কিল। আগৰ পৰাই চাকৰি এটাকে যদি কৰিলোঁহেঁতেন। কলেজ, ইউনিভাৰ্চিটিৰ ডিগ্ৰী লৈ কি লাভ হ'ল ক'? ডাক্তৰণী বাইদেউৰ মাতটো খং আৰু দুখত থোকা-থুকি হৈ পৰিল।

গীতা বাইদেৱে লাহেকৈ ক'লে— মই পিছে আজি তোৰ ওচৰলৈ অন্য এটা কথাৰ বাবেহে আহিছিলোঁ। বাৰু থাকক দে। —কচোন ক' কি কথা বুলি বাইদেৱে গীতা বাইদেউক কেও মেওকৈ ধৰিলে। তেওঁ ক'লে আমাৰ ক্লাবৰ কেইগৰাকীমানে চিঙ্গাপুৰলৈ যাবলৈ বুলি কথা পাতিছে। মই ভাবিলোঁ তোকো এবাৰ কওঁ, নহ'লে পিছত জানিলে তই মোক আকৌ বেয়া পাবি নহয়।

ফুৰা-চকা কৰিবলৈনো কাৰ মন নাযায়? তইটো জানই আমি দুয়োজন কিমান চৌখিন আছিলোঁ। কিন্তু বৰ্তমান পৰিস্থিতিয়ে বাধ্য কৰাইছে। বাইদেৱে হুমুনিয়াহ কাঢ়ি কোৱা কথাখিনি শুনি মোৰ বেয়া লাগি গ'ল। চাউলখিনি বচা হ'লত ডলা-চালনী কেইখন আঁতৰাই ঠাই-ঘৰ সাৰি থ'লোঁ। জোনাকীয়ে চাউলখিনি ভিতৰলৈ দাঙি লৈ গ'ল।

বাইদেৱে ক'লে বাই ভাত খাই যাবা। আগে পিছে গ'লেও মোক ভাত নোখোৱাকৈ নপঠায়। চাহ-তাহ খাই গীতা বাইদেউজনীও গ'লগৈ। বাইদেউৰ মুখৰ কথাবোৰ শুনাৰ পিছত মোৰ ক'বলগীয়া কথাকেইটা ক'বলৈ সতেই নোযোৱা হ'ল। যাওঁ বুলি মাতষাৰ লগালোঁ, অকণমান ৰ'বা বুলি কৈ বাইদেউ ভিতৰ কোঠালিলৈ সোমাই গৈ মেখেলা-চাদৰ এযোৰ আৰু টকা কেইটামান মোৰ হাতত দি ক'লে— কেইদিনমান পিছত আহিবাচোন। ধনপোণাক কলেজত এড্‌মিশ্বন ল'বলৈ ক'বা। পইচাকেইটামান কি পাৰোঁ দিম। এতিয়া তেনেহ'লে আহোহে বুলি কৈ মই ওলাই আহিলোঁ। ওৰে বাটটো ডাক্তৰণী বাইদেউৰ মুখখনলৈকে মনত পৰি থাকিল। ইমান উদাৰচিতিয়া তেওঁ। ঈশ্বৰে মঙ্গল কৰক। ল'ৰা-ছোৱালীকেইটা মানুহ হওক। মইনো আৰু ইয়াতকৈ বেছি কি ক'ব পাৰোঁ।

আমাৰ এইফালে অহা বাছ এখন ৰৈয়েই আছিল। ঠেলা-হেঁচা কৰি বহিবলৈ জেগা অকণ পালোঁ। বাইদেৱে কোৱা কথাবোৰে বাৰে বাৰে মনটো খুন্দিয়াই থাকিল। আজিহে বুজিলোঁ বাইদেউহঁতৰো অভাৱ আছে তেনেহ'লে। আমাৰ অভাৱ আৰু বাইদেউহঁতৰ অভাৱৰ মাজত বেছি তফাৎ মই নেদেখিলোঁ। আমাৰ ধনপোণাই চিএৰি চিএৰি পঢ়া উত্তৰ ভাৰতৰ নদীৰ লগত দক্ষিণ ভাৰতৰ নদীৰ তুলনা লেখিয়া কথাবোৰে মনটো বাৰে বাৰে জুমুৰি দি ধৰিলে। এই ভূ-ভাৰত্তত থকা আটাইবোৰ মানুহৰেই দেখোন অভাৱৰ অন্ত নাই। এইবোৰকেই ভাবি-গুণি আহি কেতিয়ানো ঘৰ পালোহি ক'বই নোৱাৰিলোঁ। ◈

# ১৩ কীটদংশিত এপাহ বন্যপুষ্প

তৰু মিশ্ৰ



দুপৰীয়াৰ ভাতসাঁজ খাবলৈ বুলি টেবুলত সাজু কৰি লৈছিলোহে মাত্ৰ, কলিং বে'লটো বাজি উঠিল। কোনোবাই বোধহয় বে'লটোৰ চুইচটো হেঁচা মাৰি ধৰি আছে গতিকেই চৰাইৰ মাত মতা বে'লটোৰ চৰাইটোৱে 'টেট্ টেট্'কৈ হুলস্থূল লগাই চিঞৰিছে। মোৰ টিঙিচকৈ খংটো উঠি আহিল। কোননো অভদ্ৰই এনে অভদ্ৰামী কৰিছে দুপৰীয়াখন— চাবলৈ বুলি দুৱাৰ খুলিলোঁ। সন্মুখত দণ্ডায়মান এজনী ছোৱালী। অদ্ভুত সাজপাৰ। কান্ধত এখন জোলোঙা। মই কিবা কোৱাৰ আগতেই মুখত হাঁহি এটা লৈ তায়েই কৈ উঠিল— 'বৰমা শুই আছিল হ'বলা, চকু-মুখ তেনেই ফুলি আছে নহয়।' এনেয়ে দুপৰীয়াখন অভদ্ৰৰ দৰে বে'ল বজাইছেহি— তাতে আকৌ এনে প্ৰশ্ন! মোৰ খংটো দুগুণে চৰিল। যথেষ্ট টান মাতেৰে তাইক ধমক এটা দিলো— 'এই থিয় দুপৰীয়াখন ইমান তালফাল লগাই বে'ল বজাইছহি কিয়? গৃহস্থৰ যে অসুবিধা হয় নাজান নেকি?' মোৰ কথা শেষ হ'ল কি নহ'ল, তাই একেই পাতল সুৰত উত্তৰ দিলে— 'অ' আই, বৰমাইনো কি কথা কয়? বাজনাটো এনেকৈ নবজালে আপোনালোক টাউনীয়া মানুহবোৰ ওলাই আহিব হ'বলা? আৰু আপোনালোক নোলালে আমিনো পা-পইচা এটা পাওঁ ক'ৰ পৰা। কথাটো হয়নে নহয় বৰমায়ে কওকচোন? মোলৈ আকৌ প্ৰশ্নটো এৰি তাই হাঁহি এটা মাৰিলে। খঙত মোৰ ব্ৰহ্মতালু জ্বলি যোৱাৰ উপক্ৰম হ'ল। তাইৰ কিন্তু মোৰ প্ৰতিক্ৰিয়ালৈ ভ্ৰূক্ষেপ নাই। মোক আমনি কৰাৰ বাবে অনুশোচনাও নাই। মুখত অমলিন হাঁহিটো লৈয়ে বিহুগীত এটা গুণগুণাই তাই মোলৈ চাই ৰ'ল। অদ্ভুত জীৱ। সঁচায়ে অদ্ভুত। সাজে-পাৰে, কথাই বতৰাই, দেখাই শুনাই।

মোৰ সন্মুখত থিয় হৈ থকা ছোৱালীজনীৰ বয়স আঠাইশ-ত্ৰিশমান যেন লাগিলেও

পিন্ধনত তাইৰ ভৰিৰ কলাফুললৈকে পৰা এটা ভমকাফুলীয়া ফ্রক্। তেল আৰু ফণি নপৰা কুটুলা চুলিকোচা আউল বাউল। কাণত এযোৰ সস্তীয়া দুল। ডিঙিতো কাউৰীমণি জাতীয় মণিৰ মালা এধাৰ। বয়সৰ আঁচোৰ পৰা মুখৰ চাল ৰুক্ষ। কিন্তু মুখৰ হাঁহিটো অতি সৰল। মিঠা। হাঁহিটোৱেই যেন কৈ দিয়ে ছোৱালীজনীও বৰ সৰল। তাইৰ সেই সৰল হাঁহিটোৱেই হয়তো মোৰ উৎকট খংটোত লেকাম লগালে। তাইক মই গালি পাৰি খেদি দিবও নোৱাৰিলো। মাত্র আগৰ দৰেই টান মাতেৰে কলোঁ— 'ভিক্ষা কৰিবলৈ আহিছ হয়, কিন্তু এই ভৰদুপৰীয়াখন কিয় আহিছ? এই সময়ত মই ভিক্ষা-চিক্ষা দিবলৈ টান পাওঁ। আজিৰ পৰা এনেকৈ ইয়ালৈ নাহিবি।' তাইৰ হাঁহিটোৱে মোক হয়তো সন্মোহিত কৰিছিল। মই তাইক আৰু ইয়াতকৈ বেছি একো ক'ব নোৱাৰিলো। তাই পিছে মোক আকৌ জ্ঞান দিবলৈ ধৰিলে—'বৰমাও আৰু ভাল মানুহ দিয়ক, কথাবোৰ বুজিকে নেপায় হ'বলা! ইমান দূৰ গাঁৱৰ পৰা আহোঁ। মানুহৰ ঘৰে ঘৰে সোমাই আহোঁতে ক'ৰবাততো দুপৰীয়া হ'বই। আপোনালোকে সেইবুলি সেইটো ধৰিলে নহ'ব নহয়।' কথাখিনি কৈ তাই আকৌ হাঁহিলে। মই খং চং পাহৰি অবাক হৈ পৰিলো। কি ছোৱালী এইজনী, ভয়-সংকোচ একো নাই। মই আৰু তৰ্ক-বিতৰ্কলৈ নগৈ পইচাকেইটামান দি তাইক বিদায় দিলোঁ।

সেয়াই আৰম্ভণি তাইৰ আমাৰ ঘৰলৈ অহাৰ। ইয়াৰ পিচত যোৱা তিনিবছৰে এক দুই মাহৰ মূৰে মূৰে তাই বহু বাৰ আহিল। সময় কিন্তু সেই একেটাই; ভৰ দুপৰীয়া। বে'লটোও বজায় সেই একেই ধৰণে। আজিকালি আৰু তাইৰ ওপৰত মোৰ খং নুঠে। বৰং দুপৰীয়া সময়ত বে'লটোৰ চিৎকাৰ শুনিবলৈ যেন মোৰ মনটো উদগ্ৰীৱ হৈহে থাকে।

ইতিমধ্যে পাৰ হৈ যোৱা দিনবোৰে বহু পৰিৱৰ্তন আনিলে আমাৰ সম্পৰ্কলৈ। প্ৰথম কেইবাৰমান আহি যোৱাৰ পিচত লাহে লাহে দেখোন তাইলৈ মোৰ কিবা এটা মৰম উপজিবলৈ ধৰিলে। আপোনযেন লগা হ'ল তাইক। মই তাইৰ সুখ-দুখৰ সমভাগী হৈ পৰিলোঁ। পিচলৈ তাই আৰু আগবাৰান্দাতে বৈ পইচাকেইটা লৈ গুচি নাযায়গৈ। মই তাইক পিছবাৰান্দালৈকো বাট দেখুৱাই দিলোঁ। দুপৰীয়াখন ভাগৰি-জুগৰি অহা তাইক শুদা মুখে পঠাই দিবলৈ মোৰ সত নোযোৱা হ'ল।

তাইৰ জীৱনৰ কথাবোৰ ইতিমধ্যে মই জানি পেলাইছো। ঘৰৰ ভেটিটোৰ বাহিৰে আৰু এলোচাও মাটি নথকা দুখীয়া পৰিয়ালৰ ছোৱালীজনীৰ দেউতাক কেতিয়াবাতে ঢুকাল। মাকক বয়সতকৈ বেমাৰ আৰু দৰিদ্ৰই বেছি বুঢ়া কৰিলে। একমাত্ৰ ককায়েকটো জীৱিকাৰ সন্ধানত গোৱালপাৰাৰ ফালে গৈ তাতে ছোৱালী এজনী চপাই লৈ বৈ গ'ল। এতিয়া মাক আৰু মাক মৰা ভাগিনিয়েকটোৰ ভৰণ-পোষণৰ দায়িত্ব তাইৰ। ভিক্ষা কৰাৰ বাহিৰে তাইৰো ধন ঘটাৰ উপায় নাই। প্ৰথম অৱস্থাত মই এদিন কৈছিলো— 'তই যে

এনেকৈ ভিক্ষা কৰি ফুৰ, মানুহৰ ঘৰত কাম-বনতো কৰিব পাৰ। তোতকৈ কত বয়সীয়াল মানুহে পথাৰে-ঘৰে কাম কৰে। গাভৰু ছোৱালী এজনীক মানুহে সদায় সদায়নো কিয় ভিক্ষা দিব?' তাই লগে লগে খৰাংখাচ উত্তৰ দিলে— 'মই হাঁপানী বেমাৰীজনীক কোনেনো ঘৰত কাম কৰিবলৈ দিব বৰমা, আপুনি হ'বলা দিব? মোৰ কাঁহৰ ভমক দেখিলেই মানুহে খেদি পঠায়। ৰোৱা-তোলা কৰিব নোৱাৰো। কিন্তু ধান দাবলৈ যাওঁ। পিচে পইচানো পাওঁ কিমান। আৰু তাৰে তিনিটা পেটে বছৰটো খাবলৈ হয় জানো— আপুনিয়েই কওকচোন?' তাই মোলৈ প্ৰশ্ন এসোপা এৰি উত্তৰ বিচাৰে। মোৰ উত্তৰ নাথাকে। তাইৰ যুক্তিৰ ওচৰত মোৰ অভিযোগ সেও মানে।

তাই মোক বৰমা বুলি মাতে। মাজে মাজে মোৰ হাঁহি উঠে। তাইৰ দেউতাকৰ বয়সৰ হিচাপেৰে মোৰ গৃহস্থ কোনোপধ্যেই বৰদেউতাক হ'ব নোৱাৰে। কিন্তু তাইৰ মুখৰ 'বৰমা' সম্বোধনটো মোৰ ভাল লাগে। তথাপি এদিন সুধিলো—'তইনো প্ৰথমদিনাই মোক কিয় বৰমা বুলিছিলি অ।' আমাৰ এওঁক বুঢ়া মানুহ বুলি ভাবিছিলি নেকি? তাই তাইৰ চিৰপৰিচিত মিঠা হাঁহিটোৰে উত্তৰ দিলে—"এঃ বৰমা, আপোনাক সেই পহিলা প্ৰথম দেখাৰ দিনাই 'মা' বুলি মাতিবলৈহে মন গৈছিল। পিচে তেনেকৈ মাতোনো কেনেকৈ? সেয়ে 'বৰমা'কে বুলিলো আৰু। সেইকাৰণে বৰমাই বেয়া পাইছে হ'বলা?" তাইৰ কথাখিনিয়ে যেন তাইৰ হৃদয়ৰ পৰা মোৰ হৃদয়লৈ এখন সাঁকো সাজি দিলে। মোৰ বুকুৰ চুক-কোণবোৰ তাইলৈ ওপজা চেনেহৰে সিক্ত হৈ উঠিল।

অফিচ আৰু স্কুল-কলেজ খোলা থকা দিনবোৰত আহিলে তাইক মই পিচ বাৰান্দাত বহুৱাই ভাত-চাহ খুৱাওঁ। তাইৰ লগত নানা লাগ-বান্ধ নথকা অলাগতীয়াল কথাৰে মেল মাৰো। যাবৰ পৰত সৰহীয়াকৈ টকা কেইটামান দিওঁ। লগতে দিওঁ মাক-ভাগিনীয়েকলৈ বুলি খোৱাবস্তুৰ টোপোলা। মোৰ শাৰী, মেখেলা-চাদৰ, ছোৱালীজনীৰ অলপ পুৰণি হোৱা চুৰিদাৰ কামিজ, চেন্দেল, ল'ৰাটোৰ চোলা-পেন্ট তাইৰ ঘৰলৈ যায়। আজিকালি তাই আৰু আগৰদৰে জাধলী হৈ নাহে। হাঁপানী বেমাৰৰ দৰৱো অনাই দিছো তাইক ডাক্তৰক সুধি। মই দিয়া তেল-পাউদাৰেৰে তাই চুচি-মাজি মূৰ আঁচুৰি সাজি-কাচি আহে। চালৰ ৰুক্ষতা বহু কমিছে আজিকালি। দাঁতকেইটাৰ কঁহো নাইকিয়া হৈছে। মুঠতে তাই দেখাত সলনি হৈ গৈছে। কিন্তু কথাই-বতৰাই মানুহজনী একেই আছে। হাজাৰ অভাৱ আৰু দুখেও তাইৰ মুখৰ হাঁহিটো কাঢ়ি নিব পৰা নাই।

আজিকালি তাইলৈ মোৰ চিন্তাও লগা হ'ল। সেইবাবে এদিন ক'লো— 'তই অলপ সোনকালে ঘৰলৈ যাবিচোন। সন্ধিয়া সন্ধিয়াখন যে যাব, ঘৰগৈ পাওঁতেতো চাগে ৰাতিয়েই হয়। আজিকালি মানুহবোৰ যিহে হৈছে— চাবি আকৌ কিবা আপদ-বিপদ নহ'লেই হয়।'

—মোৰ কথা শুনি তাই যিটো হাঁহি মাৰিলে, মোৰ এনে লাগিল যেন মই এটা বৰ অবান্তৰ কথাহে ক'লো। 'বৰমাও বৰ অলপ ধতুৱা মানুহ দিয়ক। বোলো মোৰ দৰে সাত টোকোনা গেন্ধেলী এজনীৰ ভয় কৰিবলৈ আছেনো কি? আৰু মোৰ গাত হাত দিবলৈ কোনোবা বাপেকৰ সাহ আছে হ'বলা। মোৰ লগত যি পাট হে আছে— দিম নহয়, তাৰেই ভাল সোধতো।' —কথাখিনি কৈ তাই মোনাখনৰ পৰা দীঘল চুৰি এখন উলিয়াই মোক দেখুৱালে। তথাপি মই তাইক আকৌ সাৱধান কৰিলোঁ— 'তথাপি তই বৰ দেৰী কৰি নাযাবি দেই, নহ'লে ভাগিনিয়েৰটোকো লগতে লৈ আনিবিচোন।' আনিছিল দুবাৰমান তাক লগত। কিন্তু পিচলৈ সিও হেনো আবিহলৈ মন নকৰা হ'ল। ময়ো আৰু তাইক একো নোকোৱা হ'লো।

তাই মাগিবলৈ সঘনাই আহে, কিন্তু বেচি একো নিবিচাৰে। তাইৰ প্ৰত্যাশা তেনেই সামান্য। এদিন মই পইচা দিয়াৰ পাছত তাই ক'লে—'থেংক ইউ বৰমা, আপুনি এশ বছৰ বাচি থাওক।' 'থেংক ইউ' শব্দ দুটা তাই ইমান স্পষ্টকৈ ক'লে যে মই আচৰিত যেনেকৈ হ'লো— তেনেকৈ পেটে পেটে হাঁহিও উঠিল। তথাপি হাঁহিটো সামৰি ক'লো 'নাথাকো দে এশ বছৰ। মই এশ বছৰ বাচি থকা মানেতো তোকো এশ বছৰ পইচা দি থকা, নহয় জানো?' তাই মোৰ কথাত সেইদিনা কিন্তু নাহাঁহিলে। হাঁহিৰ পৰিৱৰ্তে সেইদিনা তাইৰ মুখখন কৰুণ হৈ পৰিল। মুখখন আমোলাই ক'লে—'আপোনালোকে এটকা-দুটকা নিদিলেনো আমি কেনেকৈ জীয়াই থাকিম বৰমা। হ'লেও আপুনি লাগিলে এটকাও দিব নালাগে। কিন্তু এশবছৰ হ'লে জীয়াই থাকক।' তাইক দুখ দি সেইদিনা মোৰো দুখ লাগিল।

সেইজনী ছোৱালীৰেই খবৰ নাই আজি পাঁচ-ছয় মাহে। তাইৰনো কি হ'ল, ভাবি-ভাবি মই উত্তৰ উলিয়াব নোৱাৰো। তাইৰ হাঁপানীটো বেছি হ'ল, নে বেমাৰী মাকজনীয়েই তাইক এৰি গ'ল। মোৰ মনৰ চিন্তা, উৎকণ্ঠা মনতে লুকুৱাই ৰাখো। নহ'লে আমাৰ ছোৱালীজনীয়ে ওফোন্দ পাতি ক'ব— 'মাৰ মোতকৈ সেই ভিক্ষাৰী ছোৱালীজনীলৈহে মৰম বেছি।' গৃহস্থইও ঠাট্টা কৰি দুটা কথা শুনাব। গতিকে মোৰ চিন্তাবোৰ মনতে লুকুৱাই বাট চাওঁ কলিং বে'লটো তালফাল লগাই বাজি উঠালৈ।

বাজিল। অজি দুপৰীয়া মই আশা কৰা ধৰণৰেই বে'লটো বাজিল। হাতৰ কাম পেলাই মই খৰধৰকৈ ওলাই গ'লো। কিন্তু তাই নহয়। বাৰান্দাতে থিয় হৈ আছে তাইৰ মাক মৰা ভাগিনিয়েকটো। আজি তাৰ অস্থি চৰ্মসাৰ চেহেৰা। মলিয়ন ফটা গাৰ পিন্ধা কাপোৰ। শুকান মুখ। কান্ধত উলমি আছে মাহীয়েকৰ ভিক্ষাৰ জোলোঙাখন। মই তাক ব্যগ্ৰ হৈ সুধিলো—'মাহীয়েৰ ইমানদিন নাই অহা দেখোন, তাইৰ কিবা অসুখ-বিসুখ হৈছেনেকি অ'? তইঁতে মোক খবৰ এটা দিব নাপাৱনে?' এইবাৰ তাৰ চকুদুটা চলচলীয়া হৈ উঠিল।

'মাহী নাই নহয় আইতা।' মাহীয়েৰ নাই? কিয়, কি হ'ল তাইৰ? প্ৰশ্নটো কৰি মই মানুহজনী ভিতৰি ভিতৰি কঁপি উঠিলো। কি শুনিম এতিয়া! তাইক বাক হাঁপানী বেমাৰটোৱে লৈ গ'ল নেকি? নে তাই কাৰবাৰ লগত ক'ৰবালৈ পলাই গ'ল? মোৰ পিছৰ ভাবটোৱেই সঁচা হওঁক বুলি আশা কৰি তালৈ চালো উত্তৰ বিচাৰি। 'সেই যে এদিন আবেলি অকল আপোনালোকৰ ঘৰলৈকে আহিছিল ঘৰৰ চাল চাবলৈ পইচা নিবলৈ, সেইদিনাই আমাৰ গাঁৱৰ ওচৰৰ বাঁহনি ডৰালে কোনোবাই নি তাইক মাৰি পেলালে নহয়। মাহীৰ চোলা-তোলাবোৰো তেনেই ফালি পেলালে। মোনাখন আৰু পইচা কিন্তু নিনিলে।' কথাখিনি কৈ সি কান্দি পেলালে। মোৰ প্ৰশ্নৰ উত্তৰ পালো। হয়তো ইমানদিনে মনৰ তলিত এনে এটা ভয়েই বাহ বান্ধি আছিল। তেনেহ'লে সঁচায়ে তাই কাৰোবাৰ নৃশংসতাৰ চিকাৰ হ'ল। কালৈকো ভয়-চয় নকৰা, নিৰ্ভীক ছোৱালীজনী কোনোবা নৰপশুৰ কামনাৰ বলি হ'ল। তাইৰ মোনাত থকা দীঘল চুৰিকটাৰীখন তেনেহ'লে কি হ'ল? নে সেইখন ব্যৱহাৰ কৰিবলৈ তাই সুবিধাই নাপালে। আকৌ উত্তৰহীন প্ৰশ্ন দুটা মনত লৈ মই শিলপৰা কপৌ হৈ ৰৈ থাকিলো। অনাত্মীয় হৈয়ো অতি আপোন হৈ পৰা ছোৱালীজনীৰ বাবে মোৰ চিএৰি চিএৰি কান্দিবলৈ মন গ'ল। ◈

# ১৪ নিয়ৰসিক্ত শেৱালি

অনুভা বৰুৱা

শাৰদীয় বতৰ, আমেজ সনা। মন ভাল লগা দেহা-মন সুত পৰা। নাই গ্ৰীষ্মৰ গেলেপা গৰম অথবা শীতৰ ঠেঁটুৰৈ ধৰা জাৰ। বৰুৱা-বৰুৱানীয়ে আগফালৰ বাৰণ্ডাত ওচৰা-উচৰিকৈ দুখন চকীত বহি শাৰদীয় সম্ভাৰবোৰৰ মাজত ডুবি আছে। এগৰাকীৰ হাতত পূজা সংখ্যাৰ 'অনুভূতি'খন, আনগৰাকীৰ হাতত 'অসমীয়া প্ৰতিদিন'খন। এসময়ত বৰুৱানীয়ে নিস্তব্ধতা ভঙ্গ কৰি ক'লে— হেৰি, শুনিছেনে আজিকালি গল্পবোৰ বৰ সলনি হৈছে নহয়নে? গল্পৰ বিষয়বস্তু, প্ৰকাশভঙ্গী, শব্দৰ কাৰুকাৰ্য সকলো দেখোন, সলনি হৈছে।

—নহ'বনো কিয়? সমাজনেই দেখোন সলনি হৈছে। মানুহৰ খোৱা-বোৱা, থকা-মেলাৰ সকলোতে পৰিবৰ্তন যেতিয়া, তেতিয়া লিখা-মেলাবোৰতো পৰিবৰ্তন নিশ্চয় আহিব। নে কি কোৱা তুমি? —বৰুৱাই বৰুৱানীৰ মুখলৈ চাই ক'লে।

—এৰা! সমাজেই পৰিবৰ্তনশীল যেতিয়া। হঠাতে টেবুলত থকা বৰুৱানীৰ ম'বাইলটো বাজি উঠাত তেওঁ লৰালৰিকৈ অন কৰি কথাখিনি আধা কোৱাকৈয়ে কাণত দিলে।

—হেল্ল', অ' বাবা। ক'চোন ভালনে তোৰ?

—হেৰা, ম'বাইলটো লাউডত দি দিয়াচোন, বাবা যদি মইও শুনো; কিনো কয় সি মাকক। বৰুৱানীয়ে চেলটোৰ বুটামটো টিপি লাউড কৰি দিলে।

—অ' অ' ক'। মই শুনি আছোঁ।

—ভালনে তোমালোকৰ? আমাৰো ভাল। মা, কথা এটা হ'ল। মোৰ লগৰ ল'ৰাবোৰে পৰহি আমাক মন্দিৰত বিয়া পাতি দিলে।

—বিয়া? অ' পাতিলি যেতিয়া ভালেই কৰিলি। এতিয়া কি কৰিম বুলি ভাবিছ? ঘৰলৈ আহিব্নিনে তাতেই থাকিবি? দুদিনমানৰ ছুটীত ন-ছোৱালীক লৈ ঘৰলৈকে নহ'লে গুচি আহ। বৰুৱানীয়ে অসন্তুষ্টিৰে যেন ক'লে।

—তুমিও যে মা! ন ছোৱালী! ৰ'বা আমি গ'লেহে সকলো গম পাবা। অহা সপ্তাহত পামগৈ আমি। মোৰ ৰুমটো ঠিক কৰি থ'বা। দেউতাৰ ভালনে?

—অ' দেউতাৰৰ এতিয়া ভালেই। মাজে মাজে হাৰ্টেহে ট্ৰাবল দি থাকে।

—অ' মা, এতিয়া থৈছোঁ দেই।

—গৰুটোৱে মোৰ খবৰো ল'লে তেনেহ'লে!

—কি যে কয় আপুনি! সি বাৰু কোনদিনাখন ফোন কৰিলে আপোনাৰ খবৰ নোলোৱাকৈ আছে!

একমাত্ৰ পুত্ৰ বিজনে বিয়া পতা কথাটো শুনি বৰুৱা-বৰুৱানী দুয়োজনৰে মন মুহূৰ্তলৈ হাঁহাঁকাৰ কৰি উঠিছিল যদিও ছোৱালী খোজা-বঢ়া, চোৱা-চিতা কৰি এবাৰ আঙঠি পিন্ধোৱা, এবাৰ জোৰোণ দিবলৈ যোৱা, এবাৰ বিয়া পাতিবলৈ যোৱা, ৰভা পৰলা দিয়া— ইত্যাদিবোৰ সমস্যাৰ পৰা ৰক্ষা পৰাৰ বাবে তেওঁলোকে অৱশ্যে মনে মনে ভালেই পালে। অবসৰপ্ৰাপ্ত শিক্ষক বৰুৱাই গোট গৰুটোৰ মূৰত ইমান ঘিউ কেতিয়াৰ পৰানো উৎপন্ন হ'বলৈ ধৰিলে তাকে ভাবিহে আচৰিত হ'ল। সুদূৰ দিল্লীত পঢ়ি-শুনি তাতে চাকৰি কৰা পুতেকৰ ফোনটো পোৱাৰ পিছৰে পৰা বৰুৱানীৰ গাত গোসাঁই নাইকিয়া হ'ল। পুতেকৰ ৰুমটোৰ লগতে গোটেই ঘৰটোতে ৰং-চূণ-তেল দিয়াত মিস্ত্ৰীৰ লগতে বৰুৱাই নিজেও লাগি গ'ল।

ওচৰ-চুবুৰীয়াই কথাটো গম পাই ইজনে-সিজনে আহি খবৰ লৈ গ'লহি।

কি হে বৰুৱা, ল'ৰাই বোলে একেবাৰে ন-ছোৱালী লৈ আহিব? —ওচৰৰ হাজৰিকাই গেটৰ মুখৰ পৰাই চিঞৰি চিঞৰি সোমাই আহিল।

—এ নক'ব আৰু বুইছেনে? আজিকালি একৈশ শতিকাৰ ল'ৰা নহয়। ক'ত মাক-বাপেকে ছোৱালী খোজা-বঢ়া কৰি আনিবলৈ সময় দিব?

কথাটো পিছে হয়। —হাঁহি-মাতি তামোল-চাহ খাই অলপ সময় মহলা মাৰি হাজৰিকাৰ লগতে অহাজন যায়গৈ। এনেদৰে ইজন সিজন আহি থাকিল খবৰ ল'বলৈ।

বৰুৱা-বৰুৱানীৰ মনত আনন্দ।

শইকীয়ানীক লগত লৈ বজাৰ-সমাৰ কৰি অকণমান বহি উশাহ ল'বলৈকে আজৰি নোহোৱাৰ দৰে অৱস্থা হৈছে বৰুৱানীৰ। নিজৰ চুৰী-চেইন ভঙাই লাগতিয়াল কেইপদমান সোণৰ বস্তুবো সোণাৰীৰ ওচৰত অৰ্ডাৰ দিলেগৈ। মুগা, পাট আৰু

কেইজোৰমান কপাহী মেখেলা-চাদৰো কিনিলে। শাৰীও কিনিলে দুখনমান। এদিন বজাৰ কৰি থাকোঁতেই মমীৰ পৰা ফোন পালে। তাইও বাঙ্গালোৰতে বিয়া পাতিলে। দুই-চাৰিদিনতে ঘৰলৈ আহিব। কথাটো শুনি বৰুৱানী কাপোৰ কিনা দোকানখনতে টুল এখনত বহি পৰিল। লগত নিয়া পানী বটল খাইহে যেন তেওঁৰ ওলাই যাব খোজা জীউটো ঘূৰি আহিল। য'ৰ বজাৰ ত'তে সামৰি তেওঁ ঘৰ পালেহি। ঘৰ পায়েই কথাটো বৰুৱাক ক'বলৈ কিয় জানো মন নগ'ল তেওঁৰ!

—হেৰা পালাহিনে? সোনকালে আহিলা যে? বজাৰ নকৰিলাইনেকি? —বৰুৱানী অহাৰ গম পাই বৰুৱাই পাছফালৰ বাৰীৰ পৰা প্ৰায় চিঞৰিয়েই সুধিলে। কিয়নো এইটো তেওঁৰ চাহ খোৱাৰ সময়।

—নাই, গুচি আহিলোঁ। দুটামান বস্তু কিনা হ'ল আৰু। —বৰ হতাশ স্বৰেৰে বৰুৱানীয়ে ক'লে।

—হেৰা কি হ'ল? গা বেয়া লাগিছে নেকি? বস্তু-বাহানি কিনাত ইমান গুৰুত্ব দি প্ৰেচাৰটো বঢ়াই নল'বলৈ মই তোমাক মানা কৰিছিলোঁ নহয়?

—ক'তনো প্ৰেচাৰ বঢ়া দেখিলে হয়, আপুনি যে তেনেকৈ কৈছে?

—অ'। নাই বঢ়া যদি ভাল কথা। তেনেহ'লে চাহ একাপকে দিয়া। — বৰুৱাই পৰম সকাহঁ পোৱাৰ দৰে ক'লে।

—এয়া, মোৰ চাহ হ'লেই আহক। বৰুৱানীয়ে ডাইনিং টেবুলত দুয়োলৈকে দুকাপ চাহ আৰু বিস্কুটৰ টেমাটো লৈ বহিল। তেওঁৰ বৰ ভাগৰ লাগিছিল। যেন চাহটোপা খাবলৈকে শক্তি নহ'ব। তেওঁৰ মাত্ৰ এটাই চিন্তা হৈছে, বৰুৱাক কথাটো কি সতেৰে ক'ব! আৰু বৰুৱাই বা কেনেদৰে ল'ব। তথাপি তেওঁ যি হয় হ'ব বুলি ভাবি চাই খাই থাকোঁতেই কথাটো ক'বলৈ ঠিক কৰিলে।

—হেৰি, মমীয়ে ফোন কৰিছিল!

—আও! তাইৰ আজি অত দিনৰ মূৰত ফোন কৰিবলৈ মনত পৰিলনে?

—তেনেকুৱা কথাবোৰ কয় জানো আপুনি?

—তাইৰ ভালনে? আহিব নেকি? কিবা কৈছেনে?

—আহিব, আহিব। ন-জোঁৱাইক লৈ তাইও আহিব দুই-চাৰিদিনমানতে।

—মানে? ন-জোঁৱাইক লৈ মানে? —বৰুৱাই আচৰিত হৈ সুধিলে।

—মমীয়েও বোলে মেৰেজ কৰিলে বাঙ্গালোৰতে। —বৰুৱানীয়ে কওঁ-নকওঁকৈ ক'লে।

—তুমি মোৰ লগত চুপতি কৰা নাইতো? বৰুৱাই প্ৰায় উখ্মাৰেই পৰিবাৰক প্ৰশ্ন

কৰিলে।

—এইটো ম'বাইল। কথাটো হয়নে নহয় আপুনিয়ে তাইক সুধি লওক।

বৰুবানীৰ কথাত বৰুবাই চাহ আধা খোৱাকৈয়ে একেছাতে আগফালৰ বাৰাণ্ডা পালেগৈ। তেওঁৰ কি কৰিম কি নকৰিম্ লাগিল। ইফালে বৰুবানীয়ে চাহত মুখ নিদিয়াকৈয়ে চকীখনত বহি মুখখন ঢাকি উচুপিবলৈ লাগিল।

বৰুবাই কিংকৰ্তব্যবিমূঢ় হৈ বাৰাণ্ডাখনতে ইফালৰ পৰা সিফাল কৰি থাকিল। বৰুবানীৰ উচুপনি প্ৰথমাৱস্থাত তেওঁৰ কাণতেই নপৰিল। যেতিয়া কাণত পৰিল, তেতিয়া বৰুবানীৰ উচুপনি কান্দোন হৈ ওলাইছিল। সেই কান্দোন শুনি তেওঁ লৰালৰিকৈ বৰুবানীৰ ওচৰ পালেগৈ আৰু তেওঁক আলফুলকৈ সাৱটি ধৰি শোৱনি কোঠালৈ লৈ আহিল। বিছনাখনত বহুৱাই দি বৰুবাই বৰুবানীৰ মুখলৈ অপলক চাই থাকিল। যোৱা সাতাইশটা বছৰে তেওঁ বৰুবানীৰ চকুত এটোপালো চকুলো ওলাবলৈ দিয়া নাছিল। পুতেক-জীয়েক দুয়োটাই বাহিৰলৈ পঢ়িবলৈ যোৱাৰ দিনা বৰুবাই সিহঁত দুটাৰ সৰুকালৰ দুষ্টামীবোৰ এনেদৰে চং কৰি দেখুৱাইছিল যে বৰুবানীৰ কান্দোনে খিল্‌খিল্ হাঁহিৰ ৰূপ লৈছিল।

—নাকান্দিবা মায়া। যি হ'বলগীয়া আছিল হ'ল। ঈশ্বৰৰ ইচ্ছা। আমি নিমিত্তহে। —বৰুবাই বৰুবানীৰ দুচকুৰে নিগৰি অহা চকুলো দুহাতেৰে মচি মচি সান্ত্বনা দিবলৈ চেষ্টা কৰিলে। বৰুবাই বৰুবানীৰ চকুলো যিমানে মচে তাতকৈ দুগুণে যেন হৃদয়ৰ ঢৌ ওলাই থাকে বৰুবানীৰ তপত চকুলো। শুকাই নোযোৱালৈকে এসময়ৰ সমাজৰ অগ্ৰণী ব্যক্তি, সমাজ সচেতক, কৃতী শিক্ষক বিজয়ানন্দ বৰুবাই তেওঁৰ অতি মৰমৰ পত্নী যোগমায়াৰ চকুলো মচি থাকিল। মাথোঁ তেওঁ ভাবি থাকিল ল'ৰা-ছোৱালী দুটাক মানুহ কৰি গঢ়ি তোলাত তেওঁৰ ক'ত ত্ৰুটি ৰৈ গ'ল।

মেৰুণ ৰঙৰ এল্‌ট' এখন পদূলিমূৰত ৰোৱা দেখিয়েই বৰুবানী লৰ মাৰি ওলাই আহিব খুজিও পুনৰ উভতি গৈ শোৱা কোঠাৰ দুৱাৰমুখৰ পৰাই বিছনাত কাতি হৈ থকা বৰুবাক ক'লে— হেৰি শুনিছেনে? বাবাহঁত পালেহি। উঠক, উঠক, উঠি আহক সোনকালে। —তেওঁ পুনৰ একেই গতিৰে আহি চোতাল পালেহি। বিজনে ড্ৰাইভাৰৰ সহযোগত বস্তু-বাহানিবোৰ নমাবলৈ ধৰিলে। লগতে সহায় কৰিলে ফুলাম চাৰ্ট আৰু জিনচ্ পিন্ধা এটা ধুনীয়া ল'ৰাই। বৰুবানীয়ে জুপি জুপি গাড়ীখনলৈ চালে কিন্তু ন-বোৱাৰী বুলি কাকো নেদেখিলে। তেওঁৰ চকুত লাগি আছিল ডগ্‌মগীয়া সেন্দূৰৰ ৰঙা ফোঁটেৰে পাটৰ কাপোৰৰ ওৰণিৰ তলত এহাল সজল নয়ন— যাক দেখি তেওঁ চিৰ জীৱনলৈ শান্তি লাভ কৰিব।

বৰুৱানীৰ পাৰ উপচা উৎসাহৰ মাজতে বিজনহঁতে চাহ-জলপান খাই অঁতালে। চাহৰ লগত কত ৰকমৰ যে ঘৰতে প্ৰস্তুত কৰা পিঠা-পনা, লাডু লস্কৰা! সিহঁত অহা হুলস্থূলটো মাৰ নৌযাওঁতেই মমী আৰু দীপিকাও পালেহি। বৰুৱা-বৰুৱানীৰ হিয়া-মন আনন্দত নধৰা হ'ল। মমীৰ লগত গজীন্দ্ৰ হ'লেও বেচ মৰম লগা ছোৱালী এজনীও আহিছে। তাহাঁত দুয়োজনীয়ে জিনচ্ পেণ্ট পিন্ধাত বেচ দেখনিয়াৰ হৈছে। সিহঁতেও বৰুৱানীয়ে বনোৱা পিঠা-পনাৰে চাহ জলপান খাই জিৰণি ল'বলৈ নিজৰ নিজৰ ৰূমত সোমাল। বাবাৰ লগত ৰূপক আৰু মমীৰ লগত দীপিকা।

চাহ খাই থাকোঁতে বৰুৱাই সিহঁত চাৰিওটাৰ কথা-বতৰাবোৰ কিবা আচহুৱা পালে। বৰুৱানীয়েও।

—হেৰা, ইহঁত দুটাৰ ককায়েক-বৌৱেক আৰু ভনীয়েক বৈনায়েকৰ লগত আগৰে পৰা চা-চিনাকি আছিলনেকিহে? —বৰুৱাই একো ধৰিব নোৱাৰি বৰুৱানীক সুধিলে।

—কি যে কথাবোৰ কয় আপুনি! আহিছেহে থান-থিত লগাই নাই। আমি কিবা নিয়ম-কানুন কিবা-কিবি কৰিব নেলাগিবনেকি? পোনে পোনে আহিয়েই মাক-বাপেক হালৰ ওচৰত সিহঁতৰ লাজ লগা নাইনেকি একেটা কোঠাতে থাকিবলৈ। —বৰুৱানীয়ে বৰুৱালৈ লাজ লাজ ভাবেৰে পেন্দুৱাকৈ চাই ক'লে।

হয়নেকি? ভালতেহে মাকবোৰক সৰ্বজান্তা বুলি কোৱা হয়। জীয়েক-পুতেকৰ মনৰ কথাবোৰ নোকোৱাকৈয়ে সেইবাবেহে তুমি গম পালা নহয়নে? —বৰুৱাইও ঘৈণীয়েকলৈ দুষ্টালি ভৰা চাৱনিৰে চাই ক'লে।

—যাঃ! এই বুঢ়া বয়সতো যদি আপোনাৰ অকণো লাজ-কাজ আছে!

ৰাতি ডাইনিং টেবুলত আটায়ে বৰুৱানীয়ে ৰঙালাও দি ৰন্ধা হাঁহৰ মাংস, খৰিচা দি ভজা সৰু মাছ, বেঙেনা পুৰাৰ পিটিকা ইত্যাদি মুখৰোচক ব্যঞ্জনেৰে তৃপ্তিৰে পেট ভৰাই ভাত খালে। আটায়ে খাই উঠি বটাৰ পৰা তামোল-চফ, লং-ইলাচিৰে মুখ শুদ্ধি কৰি বহি কথাৰ মহলা মাৰি থাকোঁতে বৰুৱাই হাঁহি হাঁহি মিট্‌চেফ্‌টোৰ ওপৰত ফুল, তেল, সেন্দুৰ, চাউল, কল আদিৰে সজাই থোৱা দুখন কাঁহৰ কাঁহীলৈ আঙুলিয়াই তেওঁলোকক দেখুৱাই ক'লে— চাচোন মমী, সৌ দুখন সজাই থোৱা কাঁহীলৈ চা। মাৰৰ কাম। তহঁতে মানে বাবাই ন-ছোৱালী আৰু তই ন-দৰাৰে গৃহ প্ৰৱেশ কৰিবি বুলি মাৰে কেনেকৈ বৰণ ডলা সজাই থৈছিল। মই মাৰক কৈছিলোঁ তুমি ইমান দুৰাশা নকৰিবা, সিহঁতে বিয়া পাতিছে বুলি এনেয়েও ক'ব পাৰে। নাই মাৰে মোৰ কথা ক'ত শুনিব! এতিয়া— হেঃ হেঃ হেঃ পালে গমতো! —বৰুৱাই নিজৰ কথাত নিজে ৰগৰ পাই হেঃ হেঃকৈ প্ৰাণ খোলা হাঁহি মাৰিলে।

—সেইয়া! কি কথা কৈছা তুমি দেউতা? আমি বিয়া পতা নাই বুলি কোনে ক'লে তোমাক? —বাবাই দেউতাকক হাঁহি থকা দেখি ক'লে।

—অ' দেউতা! তুমিতো আমাক সদায় আধুনিক হ'বলৈ, পুৰণিক এৰি নতুন চিন্তাধাৰা আঁকোৱালি ল'বলৈ কৈছিলা। —মমীয়ে ক'লে।

অ' কৈছিলোঁ। পুৰণিক খামোচ মাৰি থাকিলে মানুহৰ একো প্ৰগতি নহয়। সদায় স্থিতাৱস্থাতে থাকি যাব লগা হয়। সদায় নতুনক আদৰিব লাগে তেহে। —বৰুৱাই গৰ্বেৰে ক'লে।

—সেইবাবেতো আমি পুৰণি যদিও নতুনত্বৰ স্বাৰ্থত মমীয়ে দীপিকাক আৰু মই ৰূপকক বিয়া কৰিলো। —বাবাই আস্থাৰে দেউতাকক ক'লে।

—কি ক'লি? কি ক'লি বাবা তই? —বৰুৱানীয়ে পাকঘৰ অঁতাই থকাৰে পৰা বাবাৰ কথাকেইটা শুনি লৰ মাৰি আহি ক'লেহি।

—অ' মা, তোমালোকেতো জানাই এতিয়া সমকামী বিবাহ ভাৰত চৰকাৰেও ইংলেণ্ড, আমেৰিকা চৰকাৰৰ দৰে মানি লৈছে। সেয়েহে ৰূপক আৰু মোৰ মিল দেখি, বন্ধুত্ব দেখি লগৰ ল'ৰাবোৰে আমাক মন্দিৰত বিয়া পাতি দিলে আৰু মমীকো দীপিকাৰ লগত সিহঁতৰ লগৰ ছোৱালীবোৰে বিয়া পাতি দিলে। আমি মাত্ৰ লেটেষ্ট আধুনিকতাবাদ আৰু নতুনত্বক আদৰণি জনাবলৈহে এই কাম কৰিলোঁ। সেইদিনা আমাৰ লগত বহুতো ল'ৰা আৰু ছোৱালীয়ে সেইদৰে বিয়া পাতিলে। —বাবাই কথাটো মাক আৰু দেউতাকক ভালকৈ বুজাই দিবলৈকে তেনেকৈ বহলকৈ ক'লে।

—অ' মা আমাৰো সেই একে কথা। সেইদিনা আমাৰ বহু ছোৱালীৰ পেয়াৰবোৰে মেৰেজ কৰিলে। —মমীয়ে ক'লে।

ইফালে বৰুৱাই কথাবোৰ শুনি ঠাইতে মুছ্‌কচ্‌ গ'ল। প্ৰথমে মমীয়েহে মন কৰিলে দেউতাকে একো নকৈ চকীখনত থৰ লাগি থকা।

—দেউতা, দেউতা.... বুলি মাতি তাই দেউতাকৰ গাত হাত দি জোকাৰি দিয়াৰ লগে লগে বৰুৱা চকীখনৰ পৰা মাটিত ঢলি পৰিল।

ডাঃ কলিতা আৰু ডাঃ দুৱৰাই বৰুৱাৰ ঘৰত কন্দা-কটা শুনি দৌৰি আহিল। তেওঁলোক ওচৰ চুবুৰীয়া। বৰুৱাৰ এসময়ৰ প্ৰিয় ছাত্ৰ। তেওঁলোকে বৰুৱাৰ নাড়ী পৰীক্ষা কৰি গম পালে বৰুৱা আৰু ইহ সংসাৰত নাই। —বিমোৰত পৰিল বৰুৱানী বাইদেউক কেনেকৈ কথাটো ক'ব বুলি ভাবি।

বৰুৱানীয়ে তেওঁলোকৰ নিৰ্বিকাৰ মুখকিখন দেখিয়ে মূৰ্চা গ'ল। হঠাতে যেন বৰুৱা বৰুৱানীৰ সংসাৰখনলৈ এজাক বিধ্বংসী কেটছুনাহে সোমাই আহিল।

—বোৱাৰী, তই দুখ কৰি নেথাকিবি আই। সেয়া নিয়তিৰ বিধান। তাত আমাৰ কাৰো হাত নাই। আৰু ভৱিতব্য কোনেও নোহোৱা কৰিব নোৱাৰে। —বৰুৱাৰ দহা-কাজ হৈ যোৱাৰ অন্তত আলৰ বৃদ্ধ পৰমানন্দ বৰুৱাই একমাত্ৰ পুত্ৰক হেৰুৱাই বোৱাৰীয়েকক এনেকৈয়ে সান্ত্বনাৰ বাণী শুনালে।

—দেউতা! —বৰুৱানীয়ে চকুপানী চাদৰৰ আচলেৰে মচি মচি শহুৰেকক যেন তেওঁৰ কথাৰ সমিধান দিলে।

—তই অকণমান দৃঢ় হ আই। ইহঁতৰ কথাৰ পৰা যি বুজিলোঁ সেয়া বিজন আৰু মমীৰ সাময়িক উত্তেজনা , আগ-পিছ নাভাবি নতুনত্বক আঁকোৱালি লোৱাৰ চঞ্চলতা নাইবা পাগলামিৰ বাদে আন একো নহয় আই।

—দেউতা, সেয়াই যেন সঁচা হয় দেউতা!

—আই, সেয়াই সঁচা, সেয়াই সত্য। মোৰ দঢ় বিশ্বাস —তই ইহঁতকেইটাক সলনি কৰিব পাৰিবি। মাতৃৰ মমতাই সলনি কৰিব নোৱাৰা কাম পৃথিৱীত একো নাই আই। তই মাথোঁ ধৈৰ্য ধৰ। ধৈৰ্য ধৰ আই। ধৈৰ্যৰ সমান পৰম বন্ধু আৰু একো নাই। দেখিবি ই এদিন তিতা অকটা ফলৰ ঠাইত তোক মিঠা সুস্বাদু ফলৰ সোৱাদ দিবই। মই যাওঁ আই। মাথোঁ তোৰ ধৈৰ্যৰ সফলতালৈ এই অসীতিপৰ বুঢ়া শহুৰেৰাই বাট চাই থাকিম। মই আহিলোঁ। —বৰুৱানীয়ে হঠাৎ উচুপি উঠি গাঁৱৰ নিজা ঘৰলৈ যাবলৈ ওলোৱা শহুৰেকৰ ভৰি দুটাত সাবটি ধৰিলে।

ফ্ৰেমত বন্ধোৱা নিৰ্বাক ফটো হৈ যোৱা বৰুৱাৰ কাষত বহিলেই বৰুৱানীয়ে কেৱল শহুৰেকৰ কথাকেইটাকে যেন শুনি থাকে। তেওঁ যেন দেখি থাকে কথাবোৰ কওঁতে বৃদ্ধ মানুহজনৰ দুচকুত উদ্ভাষিত হোৱা প্ৰত্যয়। —'মোৰ দৃঢ় বিশ্বাস, তই ইহঁতকেইটাক সলনি কৰিব পাৰিবি। সলনি কৰিব পাৰিবি.... সলনি কৰিব পাৰিবি....' কথাকেইটাই যেন হেজাৰটা ৰণুৱা ঘোঁৰাৰ তেজ কদমৰ বল বৰুৱানীৰ নিৰ্বাক-নিস্পন্দ হৈ পৰা মনটোলৈ আনি দিলে। তেনেকৈ বহি থাকোঁতেই এদিন তেওঁ হঠাতে নিজৰ কাপোৰ-কানিবোৰ জাৰি-জোকাৰি থিয় হ'ল। নিজৰ শোৱনি কোঠালৈ গ'ল। গা-পা ধুই শুধ বগা কাপোৰযোৰ সলাই এযোৰ বেঙুনীয়া পাৰীৰ কাপোৰ পিন্ধিলে। আইনাখনত নিজৰ প্ৰতিবিম্বটো চাই দেৰাজ খুলি চকলেট ৰঙৰ ফোঁট এটা উকা কপালৰ সোঁ মাজত লগাই বাহিৰলৈ ওলাই আহি বাৰাণ্ডাৰ চকীখনত বহি পৰিল। আগতে বৰুৱাই সদায় বহা চকীখনলৈ চাই মনৰ মাজতে যেন ক'লে— হেৰি— আপুনি মোক দায়-দোষ নধৰিব। মই ইহঁতক.... বৰুৱানীক হঠাতে অনামী শোক এটাই খুন্দা মাৰি ধৰিলে। তেওঁ নীৰৱে চকুলো মচিলে।

—বাবা-মমী এইফালে আহচোন। —আজি ছয়-সাতদিনে একেবাৰে মূক-মৌন হৈ থকা মাকৰ মাত শুনি বাবা-মমীৰ লগতে ৰূপক আৰু দীপিকাও ওলাই আহিল খৰখেদাকৈ। মাকক তেনে ৰূপত দেখি সিহঁতকেইটা আচৰিত হৈ মাকলৈ ভেবা লাগি চাই থাকিল।

—কি হ'ল? ভেবা লাগিলি যে!

—নহয় মা, মানে....। —মমীয়ে থ-থৰালে।

—কিয় মোক এই সাজত ভাল দেখা নাই নেকি?

—নহয় মা, তোমাক আজি আগৰ সেই ৰূপত দেখি বৰ ভাল লাগিছে। —মমীয়ে মাকক সাবটি ধৰিলে।

—ব'ল, ফুলনিখনত দেউতাৰে ৰুবা ইন্দ্ৰমালতী কেইজোপা খান্দি-খুচৰি গোবৰ-পানী গোটাই দিওঁগে। হালধীয়া হৈ ৰমক-জমককৈ ফুলিলে দেউতাৰৰ আত্মাই শান্তি পাব।

মমী আৰু দীপিকা আজি পাঁচদিন হ'ল বিছনাত। মমীক সেৱা-শুশ্ৰূষা কৰিছে ৰূপকে আৰু দীপিকাক বিজনে। বৰুৱানীয়ে কামৰ ফাকে ফাকে মাথোঁ সিহঁতক লক্ষ্য কৰিছে মাথোঁ লক্ষ্য কৰিছে।

—বাবা তহঁতৰ ছুটী আৰু কেইদিন আছে? কেতিয়াকৈ জইন কৰিব লাগিব? —বৰুৱানীয়ে বিজনক সুধিলে। বিজনে তেতিয়া দীপিকাৰ দুখ পোৱা ভৰিটোৰ ওখহাখিনিত ম'ভ লগাই মালিচ কৰি আছিল।

—এক অক্টোবৰত জইন কৰিব লাগিছিল। এতিয়া আৰু ক'ত জইন কৰিব পাৰিম? সাতদিনমানৰ ছুটী আকৌ বঢ়াই ল'ব লাগিব। চাওঁ কি কৰিব পাৰো। —বাবাই অনুচ্চ কণ্ঠেৰে ক'লে।

এদিন-দুদিনকৈ দিনবোৰ পাৰ হ'বলৈ ধৰিলে। ইতিমধ্যে, দেউতাকৰ অকাল মৃত্যুত ভাগি পৰা মমীৰ অপটু হাতেৰে খুৰপিৰে মাটি খান্দোঁতে কাটি তেজ ওলাই ঘাঁ লগা সোঁভৰিটোৰ বুঢ়া আঙুলিটো শুকাবলৈ ধৰিছে। তাই ৰূপকৰ সহায়ত মাটিত খোজ পেলাব পৰা হৈছেগৈ। দীপিকাৰো বাল্টি পৰি ওখহা ভৰিটো জামৰিছে। অকস্মাতে ঘৰখনলৈ নামি অহা শোকাকুল পৰিবেশৰ বাবে নিজকে ক্ষমা কৰিব নোৱাৰা বিজনে ধৰি ধৰি তাইক খোজ কঢ়োৱাইছে। বৰুৱানীয়ে সময়ত চাহ-ভাত সকলো যোগান ধৰি সিহঁতক মাথো লক্ষ্য কৰি থাকিল ক্ষণে ক্ষণে।

যোৱাৰ দিনা সিহঁত চাৰিওটাই মাকক দঢ়াই দঢ়াই কোনো টেন্‌চন নল'বলৈ বুজালে। চাৰিওটাৰে বুজনিত বৰুৱানী অতিষ্ঠ হৈ নুঠিল। তেওঁৰ মাথো এটাই চিন্তা

শহুৰেকে কোৱা ফলাফলটো কি হ'ব তিতা অকটা নে মিঠা সুস্বাদু!

সময়ত বনকৰা ল'ৰা পুতুৱে বাটৰ পৰা দুখন খালি ৰিক্সা মাতি আনিলেগৈ। ৰূপকে বেগ, বস্তু-বাহানিবোৰ লৈ আগৰখনত উঠিল। দীপিকাই পিছৰখনত উঠি পুতুক বেগবোৰ উঠাই দিবলৈ ক'লে।

—মা, ককাই আমাক সলনি কৰিবলৈ তোমাক কৈ থকা কথাবোৰ শুনি সেইদিনা অসন্তুষ্ট হৈছিলোঁ। কিন্তু, এই দহ-বাৰদিনে দীপিকাৰ চকুৰ নীৰৱ ভাষাই মোক যেন বহু কথা ক'লে মা।

—বাবা....! গভীৰ আৱেশেৰে যেন বৰুৱানীৰ মুখৰ পৰা বাবাৰ নামটো উচ্চাৰিত হ'ল।

—জীৱনৰ যে এক গভীৰ অৰ্থ আছে, প্ৰকৃতিৰো যে নিজা মাদকতা আছে সেয়া আমি এতিয়া উপলব্ধি কৰিব পাৰিছোঁ। মা, আমি আহিলোঁ.... বিজনে মাকক সেৱা এটা কৰি দীপিকাৰ কাষত বহিলগৈ।

—মা, মা, তুমি যে কিমান ভাল মা। জীৱনৰ প্ৰকৃত ৰহঘৰাৰ ৰস পিবলৈ তুমি আমাৰ বাবে যি কৰিলা সেয়া কেতিয়াও নাপাহৰো মা! ইন্দ্ৰমালতীবোৰে কলি পেলালেই আমি আকৌ আহিম, মই ৰূপকৰ লগত, দাদাই দীপিকাৰ লগত। —তাই মাকৰ বাহুবন্ধনৰ পৰা ওলাই দৌৰি গৈ ৰূপকৰ কাষত বহিলগৈ। লাহে লাহে ৰিক্সা চলিল। বৰুৱানীয়ে চাই থাকিল। তেওঁৰ চকুত চকুলো যেন শৰতৰ একোপাহ শেৱালিহে ৰাতিৰ আন্ধাৰ আঁতৰাৰ পাছত এই সৰো এই সৰো....। ◈

# ১৫ ভায়লিনৰ সুৰ

## দৰ্পণা বৰা নেওগ



এনিশাই আত্মহত্যা কৰিলে। খবৰটো মুহূৰ্ততে চহৰখনত বিয়পি পৰিল। পাছদিনা এনিশাৰ মৃত্যুৰ খবৰটো বাতৰি কাকতৰ শিৰোনামা হ'ল। এগৰাকী ঐশ্বৰ্যশালী নাৰীয়ে এটা পৰিপূৰ্ণ জীৱন-যাপন কৰি থকা সত্বেও কিয় আত্মহত্যা কৰিব লগা হ'ল— প্ৰশ্নটো বহুতৰে মনলৈ আহিছে। কোনোবা এখন সংবাদ-পত্ৰত ৰহস্যৰ প্ৰলেপ সানি বাতৰিটো প্ৰকাশ কৰা হ'ল।

এনিশাই আত্মহত্যা কৰাৰ অন্তৰালত নিশ্চয় অন্য কাহিনী লুকাই আছে। এগৰাকী কবি হিচাপে জনজাত আছিল এনিশা। এনিশাৰ সান্নিধ্যলৈ অহা কোনো ব্যক্তিয়ে পাহৰিব নোৱাৰে তাইৰ প্ৰাণময়তা, সৰলতা। এনিশা ভায়লিনবাদক হিচাপে অঞ্চলটোত জনপ্ৰিয় হৈ পৰিছিল। সুৰ আৰু শব্দই যাৰ হৃদয়ত আলাপ কৰে, তেওঁ জানো আত্মহত্যাৰ পথ বাছি ল'ব পাৰে। সৃষ্টিশীল মানুহৰ মনলৈ জীৱনত এবাৰ হ'লেও আত্মহত্যাৰ প্ৰৱণতা আহিব পাৰে। ঘটনাটোৱে এচাম মানুহৰ মনত প্ৰবল প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিলে।

এনিশাৰ মৃত্যুত মৰ্মাহত হৈ পৰিছে সংযম শৰ্মা। তেওঁৰ এনিশাৰ মৃত্যু স্বাভাৱিক নহয়। এনিশাই আত্মহত্যা কৰিছে. এই কথাটোৱে সংযমক অধিক যন্ত্ৰণা দিছে। মানসিকভাৱে বিধ্বস্ত হৈ পৰিছে চহৰখনৰ এজন গণ্য-মান্য ব্যক্তি সংযম শৰ্মা। মানুহৰ দৃষ্টিত স্পষ্টকৈ ধৰা পৰিছে তেওঁৰ এই মানসিক অস্থিৰতা। সাংবাদিকৰ প্ৰশ্নত ক্ষত-বিক্ষত হৈ পৰিছে, সেই ক্ষতস্থানত লিৰিকি দিছে এজন আৰক্ষী বিষয়াই।

ঠিক ৬০ ঘন্টাৰ আগেয়ে এনিশাৰ মৃত্যু ঘটিছিল। খবৰ পায়েই নিকট আত্মীয়সকল সংযমৰ ঘৰত গোট খাইছিল। পুৱাৰ চাৰিমান বজাত সংযম বিছনাৰ পৰি উঠি আহিল। অকলশৰে এটা সত্যৰ মুখামুখি হ'ব খুজিছে। বেডৰুমৰ পৰা গোনে গোনে

গুচি আহিল গেষ্ট ৰুমলৈ। এনিশাৰ মৃত্যুৰ পাছত সংযমে বেডৰুমটোত শুব পৰা নাছিল। দহ মিনিটমানৰ পাছত সংযম বেডৰুমলৈ সোমাই গ'ল। কাষৰ খিৰিকীখন খুলি দিওঁতে খুটকৈ হোৱা সৰু শব্দটোত সি চক খাই উঠিল। খিৰিকীখন খোলাৰ পাছত কোঠাটোত পোহৰ পৰা নাই। সি বাহিৰলৈ চাই পঠিয়ালে। ৰাতি পুৱাইছে যদিও বাহিৰখন ধূসৰ হৈ আছে। আকাশখন গোমা হৈ আহিছে। বৰষুণ দিয়াৰ প্ৰস্তুতি চলিছে হয়তো। ধুমুহাও আহিব পাৰে। ধুমুহা-বৰষুণে যদি আগফালৰ বাৰাণ্ডাত ৰখা টাবকেইটাৰ ফুলবিলাক বিধ্বস্ত কৰি পেলায়! সেই টাবকেইটা এনিশাই বৰ সযতনে ৰাখিছিল। ধুমুহা-বৰষুণ আহিলে টাববোৰ তাই সযতনে নিজেই ভিতৰলৈ দাঙি আনিছিল।

বেডৰুমটোত সংযমে এবাৰ চকু ফুৰাই চালে। কোঠাটোত থকা প্ৰতিটো সামগ্ৰীয়েই যেন সোঁৱৰাই দিব খুজিছে এনিশাৰ অনুপস্থিতি। নিষ্প্ৰাণ হৈ পৰি আছে ভায়'লিনখন। এনিশাবিহীন কোঠাটোত এনিশাৰ স্মৃতিয়ে সংযমক কাতৰ কৰি তুলিলে।

এনিশাৰ পৰিবৰ্তন ঘটিছিল। চাল-চলন, কথা-বতৰা সকলোতে। সংযমৰ সৈতে তাইৰ মতান্তৰ ঘটিছিল সঘনে। নিজৰ অজানিতে হ'লেও সংযমে তাইৰ দুখৰ বোজা বেছি কৰি দিছিল। কিয়নো সংযম এডামেণ্ট। সংযমে তাইক সম্পূৰ্ণকৈ পাব বিচাৰে। তাইৰ মানসিক অৱস্থা যিয়েই নহওক, সংযমৰ জীৱনত আকৰ হৈ থাকিব লাগিব এনিশ্রা। সেয়ে সংযমৰ জীৱনত সৃষ্টি হৈছিল দ্বিধাদ্বন্দ্ব। এনেদৰেই শেষৰ ফাললৈ সিহঁতৰ মাজত মতান্তৰ ঘটাৰো উপক্ৰম হৈছিলগৈ।

এনিশাৰ পৰিবৰ্তনৰ কাৰণবোৰ সংযমে বিচাৰি উলিয়াব নোৱাৰি ডাক্তৰৰ কাষ চাপিছিল। ডাক্তৰে কেৱল কৈছিল, নাৰীৰ বয়সৰ বিয়লি বেলাৰ সংকট এয়া। হয়তো 'প্ৰিমেন' পজেল সমস্যাই আক্ৰান্ত কৰিছে এনিশাক। মেডিটেশ্যন, এক্সাৰচাইজ কৰিবলৈ ডাক্তৰে পৰামৰ্শ দিছিল। এইবিলাক একোৱেই কৰা নাছিল এনিশাই। শামুকৰ দৰে এটা কঠোৰ আৱৰণেৰে নিজকে ঢাকি ৰাখিবলৈ চেষ্টা কৰিছিল তাই। যি নিবিড় সময়ত বিভিন্ন মানুহে ব্যতিব্যস্ত কৰি তোলে, এনিশাই কেতিয়াবা ভালকৈ উত্তৰ দিয়ে। কেতিয়াবা খঙত জ্বলি-পকি উঠে। মাজে মাজে ঘৰৰ চাদত বহি থাকে। সেইখিনি সময়ত তাইৰ একমাত্ৰ সংগী এই ভায়'লিনখন। কেতিয়াবা অকাৰণে উচুপি থাকে তাই। সেই সময়ত বেছিকৈ সুধি থাকিলে সংযমক তাই এনেদৰে উত্তৰ দিয়ে, 'তোমাৰ জীৱনটোৰ মাজত মোক জীৱনটো হেৰাই যাবলৈ নিদিবা। জাষ্ট লিভ ইয়ৰ লাইফ ইয়ৰছেল্‌ফ।' সংযম স্তব্ধ হৈ যায় এনিশাৰ কান্দোনত।

উইন্টাৰ ভেকেশ্যনত ছিমলাত পঢ়ি থকা আকুলক সংযমে ঘৰলৈ লৈ আহিছিল। আকুল সিহঁতৰ যুগ্ম জীৱনৰ একমাত্ৰ সাক্ষী। আগতে আকুল ঘৰলৈ আহিলে এনিশা

উৎফুল্লিত হৈ পৰে। কিন্তু এইবাৰ এনিশা যেন কোনোবা এটা অচিনাকি দ্বীপৰ বাসিন্দা। এনিশা বিষাদগ্ৰস্তা।

'মাৰ কি হৈছে?' —আকুলে সজল দুচকুৰে সংযমলৈ চাই সুধিছিল। সি নিৰুত্তৰ। কি ক'ব আকুলক সি। কেনেকৈ বুজাব এনিশাৰ কথা সংযমে দেখোন নিজেও নাজানে। বন্ধ খোলাৰ আগে আগে আকুল হোষ্টেললৈ গুচি গৈছিল। যাবৰ পৰত এনিশাই আকুলক বুকুত সাৱটি ধৰি কান্দি দিওঁতে আকুলে স্বস্তি অনুভৱ কৰিছিল।

সংযমক যন্ত্ৰণাকাতৰ কৰি তুলিলে সেই ৰাতিৰ স্মৃতিয়ে। গভীৰ ৰাতি বিছনাত একাষে ছটফটাই আছিল এনিশা। কিছু সময় তেনেদৰে থকাৰ পাছতেই বিছনাৰ পৰা উঠি গৈছিল। হাতত লৈ গৈছিল ভায়'লিনখন। সংযমে বিছনাৰ পৰা উঠি চিগাৰেট এটা জ্বলাই এনিশাৰ কথাকে ভাবিবলৈ লৈছিল। এনেতে ভাহি আহিল ভায়'লিনৰ সুৰ। সুৰটো ইমানেই বিষাদৰ আছিল যে সংযমে স্থিৰেৰে থাকিব পৰা নাছিল। হৃদয় তোলপাৰ কৰিছিল। সেয়া যেন কেৱল ভায়'লিনৰ সুৰ নহয়, ভায়'লিনৰ সুৰত যেন মিলি আছে এনিশাৰ উচুপনি।

সংযম চাদৰ ওপৰলৈ উঠি গৈছিল। স্নিগ্ধ জোনাকৰ ৰাতি এনিশাই ভায়'লিন বজাই আছিল। দেৱদূতী যেন লাগিছিল এনিশাক। সংযম সন্তৰ্পণে এনিশাৰ কাষলৈ গৈছিল। তাৰ উপস্থিতি এনিশাই গম পোৱা নাছিল। নিশাটো যেন মন্ত্ৰমুগ্ধ হৈ পৰিছিল ভায়'লিনৰ সুৰত। ৰজনীগন্ধাৰ মৃদু সুবাস চৌপাশে উপচি পৰিছে। ৰজনীগন্ধা চাদৰ ওপৰলৈ কোনে আনিলে! হয়তো বতাহত ক'ৰবাৰ পৰা ভাহি আহিছে। মনৰ ভিতৰত উদয় হোৱা প্ৰশ্নটোৰ উত্তৰো নিজেই বিচাৰি ল'লে। অৱশ্যে সংযমে ভালকৈয়ে জানে ৰজনীগন্ধা ফুলৰ প্ৰতি থকা তাইৰ দুৰ্বলতাৰ কথা। সেয়ে তাই প্ৰায়ে বিচাৰি আনে ৰজনীগন্ধা ফুলৰ থোপা। সংযমে আজিকালি এইটো কথাও বুজিছে যে সংগীতেই এতিয়া এনিশাৰ একমাত্ৰ আশ্ৰয়। যাৰ আশ্ৰয়ত কান্দি কান্দিও তাই হাঁহিব পাৰে। বিষাদ-অৱসাদে যেতিয়া তাইক ভাৰাক্ৰান্ত কৰে, তেতিয়াই ৰবীন্দ্ৰ-সংগীতৰ মাজত আশ্ৰয় বিচাৰে এনিশাই।

হঠাৎ এনিশাই ভায়'লিন বজোৱা বন্ধ কৰি দিছিল। পিছমুহূৰ্ততে সংযমক এবাৰো মাত নিদিয়াকৈ তললৈ নামি গৈছিল তাই। এনিশাৰ ব্যৱহাৰত সংযম ক্ষুণ্ণ হৈছিল। এটা সন্দেহে তাৰ অন্তৰত বাহ বান্ধিবলৈ আৰম্ভ কৰিছে। সংযমৰ অজ্ঞাতে এনিশাৰ জীৱনত কাৰোবাৰ প্ৰৱেশ ঘটিছে নেকি? এনিশাক আজি এই বিষয়ে স্পষ্টকৈ সুধিব। চিন্তাৰ সাগৰত ডুব গৈ আছিল সংযম। ইতিমধ্যে ৰাতিটো শেষ হৈ আহিছিল। সি অকলশৰে চাই থাকিল ধূসৰ নীলা পৃথিৱীখন। বেদনাৰ নীলা ৰংটোৰ দৰে নীলাবোৰৰ মাজতে

এখন প্ৰাচীন পৃথিৱীৰ যেন পুনৰ্জন্ম হৈছে। সংযমে এই দৃশ্য বেছি পৰ চাই থাকিব নোৱাৰিলে। চাদৰ পৰা সি নামি আহিল। পোনেই সি বেডৰূমলৈ গ'ল। বেডৰূমৰ মজিয়াত পৰি আছিল এনিশাৰ নিষ্প্ৰাণ দেহ। কাষতে পৰি থকা স্লীপিং টেবলেটৰ বটলৰ পৰা টেবলেটবোৰ সিঁচৰতি হৈ পৰি আছিল। দৃশ্যটো দেখি স্তব্ধ হৈ পৰিছিল সংযম। কেইমিনিটমানৰ পাছতে কাষৰ ডাঃ বৰুৱালৈ ফোন কৰিলে সংযমে। ডাঃ বৰুৱাই এনিশাৰ নিষ্প্ৰাণ দেহটো এবাৰ পৰীক্ষা কৰি চালে। এনিশাৰ হাতৰ মুঠিত পাইছিল কাগজৰ এটা সৰু টুকুৰা If life is a gift of God, then right to take it away is a gift of God as well.

এনিশাই কিয় আত্মহত্যা কৰিলে? সংযম ইয়াৰ বাবে দায়ীনেকি? চাদৰ ওপৰত বহি এনিশাই কাৰ আগমনি সুৰ ভায়'লিনত বজাব খুজিছিল। কিবা এটা তাড়ণাই সংযমক এই মুহূৰ্তত টানি লৈ গৈছে এনিশাৰ আলমিৰাটোৰ কাষলৈ। আলমিৰা খুলি সি বিচাৰি উলিয়ালে এনিশাৰ ডায়েৰীখন। ডায়েৰী খুলি এটা পৃষ্ঠাত তাৰ দৃষ্টি নিবদ্ধ হৈ ৰ'ল। শ্বাস-প্ৰশ্বাস সলনি নকৰাকৈ সংযমে পঢ়ি গ'ল পৃষ্ঠাটো।

"শৰীৰৰ ধৰ্ম মই হেৰুৱাই পেলালোঁনেকি? হয়তো এতিয়া জীৱনৰ বিয়লি বেলা। মষ্ট্ৰেইনেকি বিয়লি বেলাৰ বিপন্ন নাৰী! দুখ-যন্ত্ৰণা, প্ৰাপ্তি-অপ্ৰাপ্তি, প্ৰেম-অপ্ৰেম, ঘৃণা-জীৱন এইবিলাকৰে সমষ্টি নেকি! আৰু যাৰ জীৱনলৈ কেৱল যন্ত্ৰণা আহে, অপ্ৰাপ্তি আহে সংঘৰ্ষ আহে....। এয়াও জীৱনেইনেকি! এতিয়া মোৰ অস্তিত্বৰেই সংকট। নাৰীৰ আইডেনটিটি ক্ৰাইছিছ। সংযমে মোক এই সংকটৰ পৰা উদ্ধাৰ কৰিব নোৱাৰে। ইমান উদাৰ সি হ'ব নোৱাৰে। সংবেদনশীলো হ'ব নোৱাৰে। সময় বৰ নিষ্ঠুৰ। জীৱনত বহু বিষ পান কৰা হ'ল। এটা সুৰে মোৰ বাবে অকণমান অমৃত কঢ়িয়াই আনিব খুজিছিল। ভায়'লিনত মই এটা নতুন সুৰ বজাব খুজিছিলোঁ। সেই সুৰ বজাব নোৱাৰিলোঁ। পৰা হ'লে হয়তো আঁতৰাই দিলোহেঁতেন মোৰ আৰাধ্য মৃত্যুক।'

....হঠাৎ খিৰিকীৰে সোমাই অহা এছাটি বতাহে নুমাই দিলে মমডাল। সংযমে উঠি গৈ ডায়েৰীখন আগৰ ঠাইত থৈ আহিলেগৈ। ছাঁ-পোহৰৰ মাজত অকলশৰে বহি থাকিল সংযম। এই মুহূৰ্তত তাৰ মনত পৰিছে— কোনোবা এখন কিতাপত ছেমুৱেল বাট্‌লাৰে লিখা এষাৰ কথা—'জীৱনটো এখন ভায়'লিনৰ দৰে, আমি প্ৰতিদিনে এই ভায়'লিনত সুৰ তুলিবলৈ চেষ্টা কৰোঁ। কেতিয়াবা সফল হওঁ। কিন্তু কেতিয়াবা হৈ পৰে বেসুৰা।' ◈

১৬ | মন্থন

স্মৃতিৰেখা দেৱী

'কিবা এটা খাবনে মা? গাখীৰ অকণমান? আনিম নে?' — বৰ্ণালীয়ে বৰ মৰমেৰে চামুচেৰে অকণ অকণকৈ পানী খুৱাই খুৱাই মানুহজনীক সুধিলে। বৰ লাহে লাহে মানুহজনীয়ে মূৰটো লৰালে— নাখায়। বৰ্ণালীয়ে মানুহজনীৰ কপালৰ আগৰ অনবৰতে আমনি কৰি থকা চুলিকেইডাল পাছলৈ নি আলফুলে চুলিকোচা ফণিয়াই দিলে। বেণীডাল গুঁঠি শেষ কৰে মানে মানুহজনী টোপনি গ'ল।

যোৱা এমাহমান ধৰি মানুহজনী এনেকৈ অৱশ হৈ বিছনাতে পৰি আছে। খাবলৈও তেনেই এৰি দিছে। চৰাই এটায়ো তেওঁতকৈ বেছিহে খায় কিজানি। মগুদাইল, পিঠাগুড়ি, চুপ, চেৰেলেক, ডালিয়া, ফলৰ ৰস যি পাৰে বৰ্ণালীয়ে যত্ন কৰি আগবঢ়াইছে, তেওঁ মন গ'লে এচামুচ মুখত দিছে, মন নগ'লে হাতেৰে গিলাচটো বা বাতিটো লাহেকৈ ঠেলি দি সিফালে মুখ কৰিছে। অস্থিচৰ্মসাৰ দেহাটোৰ ভিতৰত 'এই ওলাই যাওঁ এই ওলাই যাওঁ'কৈ থকা জীৱটোক কোনোমতে বান্ধি ৰাখিবলৈ চেষ্টা কৰোঁতে কৰোঁতে উশাহবোৰ ক্ৰমশঃ ঘন হৈ আহিছে। বৰ কষ্ট হৈছে মানুহজনীৰ। বৰ্ণালীয়ে জানে, কষ্টবোৰ তাই নিজে লৈ ল'ব নোৱাৰে। কিন্তু তাই যিমান পাৰে কষ্টবোৰ কমাবলৈ চেষ্টা কৰিছে। ঘনে ঘনে পানী খুৱাইছে, গৰমত চট্‌ফটাই থকা দেহাটো তিতা কাপোৰেৰে ঘনে ঘনে মোহাৰি দিছে, কাৰেণ্ট যোৱা বুলি গম পালেই য'ৰে কাম ত'তে পেলাই দৌৰি আহি বিছনাৰ কাষতে ৰখা বিচনীখনেৰে বিচি দিছে। কেতিয়াবা বহুত সময় লৰচৰ নকৰাকৈ, তাইক নমতাকৈ চকুমুদি পৰি থকা মানুহজনীক দেখি বৰ্ণালীৰ ভয় লাগি যায়— কেনেবাকৈ, তাই ওচৰত নাথাকোতেই তেওঁ কাকো গম নিদিয়াকৈ একেবাৰে গুচিয়েই গ'ল নেকি! তাই ভয়ে ভয়ে ওচৰ চাপি যায়— উশাহ লৈ আছেনে বাৰু! বুকুখন উঠা-নমা কৰা দেখিলে তাই আশ্বস্ত হয়, খন্তেক সময় মানুহজনীৰ গতিবিধিৰ উমান লৈ কাতি হৈ যোৱা মূৰটোৰ তলত আলফুলে গাৰুটো

দি তাই আঁতৰি যায়।

মানুহজনী বৰ্ণালীৰ শাহুয়েক, পল্লৱৰ মাক আৰু জোনমণিৰ আইতাক। মাকৰ অসুখৰ কথা, মানে শেষ অৱস্থাৰ কথা বিয়া দিয়া জীয়েক অজন্তা আৰু ইলোৰাকো জনোৱা হৈ গ'ল। পাৰে যদি সিহঁতে মাকক এবাৰ চাই যাওকহি। দেউতাকক শেষ অৱস্থাত দেখা নোপোৱাৰ দুখত কান্দি পেলোৱা ইলোৰাই এইবাৰ 'মোক তহঁতি আগতে খবৰ নিদিলি কেলেই' বুলি কান্দিব লগা নহওক।

আহিল। দুয়োজনীয়ে সংসাৰৰ দায়-দায়িত্ববোৰ নিজ নিজ ঘৰৰ আনবোৰ মানুহৰ হাতত দি সপৰিয়ালে আহিল।

মাকক দেখিয়েই সিহঁতে হুলস্থুল লগালে— 'হে' হৰি! মা ইমান খীণাইছে! অৱস্থাই নাই দেখোন! ডাক্তৰৰ দৰববোৰ ঠিকমতে খুৱাইছনে নাই?'

—'বৰ্ণালী, মায়ে-ইচ্ছা নকৰিলেও অলপ যত্ন কৰি জুতি-বুধি লগাই খুৱাব লাগিছিল। খুৱাইছানে বাৰু? মাছৰ জোল, মাংসৰ চুৰুহা....'

—'ভাইটি, আজি কুকুৰা পোৱালি এটা আনিবিচোন, মাক চুৰুহা বনাই খুৱাম...'

পল্লৱৰ খং উঠিব খুজিছিল হ'বলা। সি ক'লে—

—খুৱাবি আক'! মাক শুশ্ৰূষা কৰিম বুলিয়েই আহিছ দেখোন।

বৰ্ণালীয়ে চকু পকাই ধৰিলে তাক। ইংগিতত ভিতৰলৈ মাতি নি ক'লে—

—কিহে পাইছে আপোনাক? জীয়েক কাৰণেহে তেনেকৈ কৈছে। আমি সদায় দেখি আছোঁ কাৰণেহে। অকণমান ভাবিচিন্তি কথাবোৰ ক'বচোন। কি ভাবিব বাৰু বাইদেউহঁতে? এই মানুহটোৰ পৰা আৰু উপায় নাই।

—তোমাৰ পৰাও উপাই নাই। মনে মনে থাকি থাকি চবকে আসৈ দিলা। আজিকালি কথা ক'ব পাৰিব লাগে বুইচা? ইহঁতৰ কথাহে বেছি। কামত একো নাই।

ভোৰভোৰাই থকা গিৰীয়েকক মনে মনে থাকিবলৈ ইংগিত দি বৰ্ণালী কোঠাটোৰ পৰা ওলাই গ'ল। জেশাহুৰেকহঁতক চাহ-জলপান দিয়া হোৱাই নাই। শাহুৰেককো কিবা এটা খুৱাব লাগে।

—মাৰ কিবা খাবলৈ মন গৈছেনেকি সুধিবাছোন! চাহ খাই থাকোঁতে ইলোৰাৰ গিৰীয়েকে ইলোৰাক ক'লে।

অজন্তাৰ গিৰীয়েকেও ক'লে— 'হয় কথাটো। সুধিবাচোন তুমিও হেৰা। জীয়নীয়া মাছৰ জোল তোল....'

অজন্তা আৰু ইলোৰা অলপ দিন থাকিব। মাকক যিমান পাৰে শুশ্ৰূষা কৰিব। ল'ৰা-ছোৱালীবোৰৰ স্কুল-কলেজ আছে, গিৰীয়েকহঁতৰ চাকৰি আছে। শাহুৰেকক, আইতাকক শেষবাৰৰ কাৰণে দেখা কৰি তেওঁলোক গ'লগৈ।

শাহুৰেকে মাতিছে বৰ্ণালীক। আজিকালি তেওঁ তাইক অনবৰতে কাষতে বিচাৰে— 'বনু, বিচি দিয়া', 'বনু, মূৰটো মোহাৰি দিয়া', 'গোৱাচোন, গোপাল গোবিন্দ যদু নন্দন..., টোপনিয়েই নাহে অ'....' তাই শাহুৰেকৰ মূৰটো মোহাৰি মোহাৰি গুণগুণায়— 'সত্ৰাজিত পাছে গৃহক আইলা....' তাইৰ মনটোত তেতিয়া বেলেগ চিন্তা এসোপা পাকঘূৰণি খাই থাকে।— 'জোনমণিৰ টোপনি ধৰিব এতিয়া, ভাতকেইটা বহাই দিবগৈ লাগিছিল, টেবুলৰ ওপৰত এগালমান চাহখোৱা বাচন, ধুব কেতিয়া সেইবোৰ? আবেলি একো এটা মুখত দিয়া নহ'ল— তাইৰ পেটটো পকাই গৈছেগৈ....' 'অনেক মাংগল্য বাদ্য বজাইলা...' — শাহুৰেকে লাহে লাহে সোঁৱৰাই দিয়ে। তাই আকৌ লগে লগে গাই যায়— 'গোপাল গোবিন্দ...', তাইৰ টোপনি আহিব খোজে। পল্লৱ সোমাই আহিব খুজি দুৱাৰ মুখতে ৰৈ যায়— কোনজনী মানুহে কোনজনীক শুৱাইছে? কোন মাক কোন সন্তান? কোন কাৰ কেঁচুৱা? কোনে কাক নিচুকাইছে?

শাহুৰেকৰ টোপনি অহা যেন দেখি বৰ্ণালী উঠি আহিল। বাচনবোৰ সামৰি তাই লৰালৰিকৈ ভাতকেইটা বহাবলৈ ল'লে।

মাকৰ আঁঠুৱাখন তৰি দি জিৰ' পাৱাৰৰ লাইটটো জ্বলাই পল্লৱে দুৱাৰখন লাহেকৈ জপাই দিলে। কোনোমতে টোপনি যোৱা মাকে সাৰ পালে শুব নোৱাৰিব।

আলহী বহা কোঠাত টি. ভি. চলি আছে; বায়েকহঁতে চিৰিয়েল চাইছে। লগে লগে কিবাকিবি কথাও পাতি আছে। বহুদিনৰ মূৰত দুয়োজনী লগ হৈছে। বহুদিনৰ পৰা কথাবোৰো গোট খাই আছে। কথাৰ শেষ নাই। চিৰিয়েলৰো শেষ নাই। এখন শেষ হ'লে আন এখন....। সময়েই পোৱা নাই সিহঁতে। পল্লৱে আনি দিয়া কুকুৰাৰ মঙহৰ টুকুৰা ৰান্ধিবলৈ সিহঁতৰ আজৰি হোৱা নাই।

বৰ্ণালীয়ে তেনেকৈয়ে ৰান্ধি শাহুৰেকক খুৱাবলৈ আগতে অনেকবাৰ চেষ্টা কৰাৰ দৰে এইবাৰো কৰিছিল— জীয়েকৰ হেঁপাহটো পূৰ হওক। পিছে তেওঁ বিৰক্তহে হ'ল; বৰ্ণালীক খং কৰিলে। শাহুৰেকক কেঁচুৱা নিচুকুওৱাদি নিচুকাই আঁতৰি আহিল।

সেইজনী শাহুৰেকেই এদিন এইখন ঘৰ হাতৰ মুঠিত ৰাখিছিল। শহুৰেকৰ কথাতকৈ তেওঁৰ কথাহে ঘৰখনত বেছি চলিছিল। পিছে আদৰৰ পেটমোচা আৰু আটাইকেইটা ল'ৰা-ছোৱালীতকৈ চকুত লগা ল'ৰা পল্লৱ যেতিয়া সেইজনী মানুহৰ অজ্ঞাতে দুখীয়াৰ ঘৰৰ ছোৱালী বৰ্ণালীৰ প্ৰণয়প্ৰাৰ্থী হ'ল, মানুহজনী পল্লৱৰ ওপৰত নহয়, বৰ্ণালীৰ ওপৰতহে জ্বলি উঠিল। গাখীৰত সেন্দূৰ মিহলোৱা বৰণটোৱে, গভীৰ ক'লা চকুহালেৰে জোন যেন মুখখনত মোহনীয় হাঁহিটো লৈ সন্মুখত থিয় দিলে পল্লৱেই কিয়, সাত-শতৰুও ভোল যাব— শাহুৰেকে জানে। ৰূপ-গুণৰ ফালৰ পৰা অজন্তা-ইলোৰা তাইৰ ওচৰকে চাপিব নোৱাৰে, সেই কথাও তেওঁ জানে। জানে বাবেই বৰ্ণালীক তেওঁ ওচৰ চাপিবলৈ নিদিয়ে,

ওচৰ চপাই নলয়। তেওঁ মাথো নাজানে, জানিলেও মানিব নোখোজে— পল্লৱ এটা ডেকা মানুহ, তাইৰ ৰূপ-গুণত সি মুগ্ধ হোৱাটো দোষণীয় নহয়, বৰঞ্চ নিতান্তই সহজ কথা। 'এতিয়া ল'ৰা পাই চল-চাতুৰিৰে 'অজলা' ল'ৰাটোক মুহি পেলোৱা ছোৱালীজনীক যিদিনাই সি বাপেকৰ সমৰ্থনত আৰু মাকৰ ঘোৰ আপত্তিতো বিয়া কৰাই আনিলে, সেইদিনাই তেওঁ বৰ্ণালী আৰু তেওঁৰ মাজত নেদেখা সীমা এডাল কট্‌কটিয়াকৈ বান্ধি দিলে। বৰ্ণালী কোনোদিনে সেই সীমা পাৰ হৈ শাহুৱেকৰ হৃদয় চুবগৈ নোৱাৰিলে। তাই আক্ষেপো নকৰিলে। তাই এজনী মাকৰ বুকুৰ পৰা পুতেকক আঁতৰাই আনিছে। এই শাস্তি তাই পোৱাৰ যোগ্য।

জোনমণি জন্ম হওঁতে শাহুৱেক হস্পিতেললৈ গৈছিল— নাতিটোক চাবলৈ— বোৱাৰীয়েকৰ খবৰ ল'বলৈ নহয়। কেঁচুৱা ৰখা কোঠাৰ পৰা উলিয়াই দেখুওৱা নাতিয়েকক চাই তেওঁ বাহিৰে বাহিৰে গুচি আহিছিল। বৰ্ণালীৰ মাকৰ ঘৰৰ মানুহবোৰে পাছত গম পাই আচৰিত হৈছিল, বেয়া পাইছিল। মানুহগৰাকীয়ে তেওঁলোককো মাত এষাৰ নলগালে। তাই পিছে অকণো আচৰিত হোৱা নাছিল, বেয়া পোৱাটো দূৰৰ কথা।

পল্লৱে এমাহৰ কাৰণে তাইক মাকৰ ঘৰত থৈ আহিছিল। এমাহৰ পাছত কোলাত কেঁচুৱা লৈ ঘূৰি অহা বৰ্ণালীয়ে শাহুৱেকৰ মাত পোৱা নাছিল। শহুৰেকে পল্লৱক কৈছিল—

—'তাইক আৰু এমাহ-দুমাহ তাতে নাৰাখিলি কেলেই? মানুহজনী অকণমান ট[illegible]কীয়াল হৈ আহিব পাৰিলেহেঁতেন। ইয়াত তাই ভাতৰ তিতা নাপালেও মাতৰ তিতা পাব।'

লাহে ল্লাহে তাই আদায় কৰিব নোৱাৰা শাহুৱেকৰ মৰমবোৰ জোনমণিয়ে আদায় কৰি লৈছিল। তাইৰ ভাল লাগিছিল— হওক, জোনমণিতো তাইৰেই ল'ৰা!

কেতিয়াবা তেওঁ এসপ্তাহমানৰ কাৰণে জীয়েকহঁতৰ ঘৰলৈ গৈছিল। আচলতে তেওঁ মনৰ মাজত থকা খংবোৰ, মনৰ কথাবোৰ জীয়েকহঁতৰ আগত মুকলিকৈ প্ৰকাশ কৰিব খুজিছিল। তেতিয়া অজন্তাই যদি তেওঁক বুজায়— 'তই বৰকৈ তাইক চল নিদিবি, সাহ পাব। মোক পিছে মোৰ শাহুৱে তেনেকুৱা কৰিব নোৱাৰে। পুতেকে দিব নহয় মজাটো। এওঁতো মই 'উঠ' বুলিলে উঠে, 'বহ' বুলিলে বহে।'

ইলোৰাই এনেকৈ কয়—

'ল'ৰা ঠিক হ'লে বোৱাৰী এনেও ঠিক হ'ব। দোষ তাৰো আছে। তই তাইক অকলে দোষ নিদিবি।'

এইবোৰ শাহুৱেকে শহুৰেকক কৈ থাকোঁতে তাই কেতিয়াবা হঠাতে গৈ শুনিবলৈ পোৱা কথা। পল্লৱে এইবোৰ একো নাজানে। তাই কোৱা নাই, নকয়। এইবোৰ ক'বলগীয়া কথাও নহয়। পিছে সি মাকক তাইতকৈ বেছি বুজি পায়। বায়েকহঁতকো। বিয়াৰ পিছতে

বৰ্ণালীক লৈ দুয়োজনীৰ ঘৰলৈ ফুৰিবলৈ গৈ সিহঁতৰ পৰা পোৱা ব্যৱহাৰ বৰ্ণালীয়ে পাহৰিলেও সি পাহৰা নাই, নাপাহৰে।

অজন্তাই ন-ছোৱালী বৰ্ণালীক কাপোৰ এযোৰ দিছিল। তাইৰ বৰ ভাল লাগিছিল। বিয়াৰ পিছত প্ৰথমবাৰ কাৰোবাৰ পৰা কিবা এটা পোৱাৰ আনন্দত চকুপানী ওলাই গৈছিল।

এদিন পল্লৱৰ বন্ধু এজনৰ ঘৰলৈ ফুৰিবলৈ যাবলৈ সেইযোৰ কাপোৰ পিন্ধিবলৈ উলিয়াইছিল। কাপোৰযোৰৰ জাপটো খুলিবলৈ লৈ তাই থমক খাই ৰৈ গৈছিল— আগতে পিন্ধি থোৱা কাপোৰযোৰৰ সোতমোচ খাই থকা ঠাইবোৰ ইস্ত্ৰি কৰি সমান কৰিবলৈ চেষ্টা কৰিও সফল হ'ব নোৱাৰি গুলিৰ সূতাৰে চাৰিওফালে চাৰিটা গাঁঠি দি নতুন কাপোৰযেন লগাকৈ নতুন পেকেটত ভৰাই অজন্তাই তাইক কাপোৰযোৰ দিছিল। দুখ আৰু অপমানত তাই কঁপি উঠিছিল। নিদিলেওতো হ'লহেঁতেন। তথাপি দিওঁতে যদি ক'লেহেঁতেন— 'মৰমতে দিছো, এদিন কিন্তু পিন্ধিছিলোঁ।' — তাই বেয়া নাপালেহেঁতেন, ওঁহো, কেতিয়াও নেপালেহেঁতেন।

ইলোৰাই মণিবেগ এটা দিছিল; ৰংটো ভালেই। চেইনডালহে বৰ টান। খুলিলে বন্ধ কৰিব নোৱাৰি, বন্ধ কৰিলে খুলিব নোৱাৰি। আলমাৰিত সোমোৱাই থোৱাতে আছে।

শাহুৱেকে তাইৰ সেৱা লোৱা নাছিল, আজিলৈকে লোৱা নাই। শহুৰেকে আশীৰ্বাদ কৰিছিল— 'কুশলে থাকা, শান্তিৰে থাকা।'

জোনমণিৰ পৰীক্ষা পাইছেহি। তাক অকণমান পঢ়ুৱাবও লাগিছিল। কোন সময়ত পঢ়ুৱায় তাই! পল্লৱৰতো সময়েই নাই। যি বা এদিন পঢ়ুৱাবলৈ ল'ব, কিবা এটা নোৱাৰিলেই গালিৰ কোবত ল'ৰাই ত্ৰিভুবন দেখে। তায়েই পঢ়ুৱায় জোনমণিক। তাৰ ছমহীয়া পৰীক্ষা পালেহিয়েই। পঢ়াত বেয়া নহয় ল'ৰাটো। কিন্তু সি এইকেইদিন যি পৰিৱেশত সময় পাৰ কৰিছে, আগতে পঢ়াখিনিও পাহৰিহে গ'ল চাগে'। এটা কোঠাত অনবৰতে টি. ভি. চলি থাকে, তাৰ পঢ়া কোঠাতেই অজন্তাহঁত শুৱে। তাতে সি পঢ়িব পাৰে, অকলে ভয় কৰে। ডাইনিং টেবুলতে তাই তাক পঢ়ুৱাবলৈ লয়, শাহুৱেকৰ খবৰ কৰিবলৈ অহা কোনোবাজনে তাইক মাত দিবলৈ আহে, নহ'লে 'পাচলিকেইটা কাটি দিওঁ' বুলি অহা কোনোবা এজনী জেশাহুৱেকে সেইটো কোঠাতে যাবলৈ ওলোৱা আলহীৰ লগত আকৌ কথা পাতিবলৈ বহে। পাচলি কুটা নহয়গৈ। জোনমণি কিতাপ-বহী লৈ উঠি যায়। তাইৰ তাক পঢ়ুৱাবলৈ বেলেগে সময় নাথাকে। আলহীৰ জঞ্জাল মাৰি থকাৰ মাজে মাজে শাহুৱেকৰো কামখিনি তাই কৰিবলগা হৈছে।

বৰ্ণালীয়ে শাহুৱেকলৈ পাচলি চুপ অকণমান ৰান্ধিছে। অজন্তা শুইছে। আবেলি এঘন্টামান শুবলৈ নাপালে তাইৰ খং এটা উঠি থাকে— এনেয়ে। কলিং বেলৰ শব্দ শুনি চুপৰ বাতিটো টেবুলত থৈ বৰ্ণালী আগবাঢ়ি গৈছিল। পল্লৱ ওলাই যোৱা দেখি তাই ঘূৰি

আহিল। ইলোৰাই টেবুলৰ পৰা বাতিটো লৈ তাইক দেখি ক'লে—

'মাক আজি মই খুৱাওঁ দেই!'

বৰ্ণালীয়ে ভালেই পালে। তাই ক'লে—

'অঁ খুৱাওক। পানী মাৰ ওচৰতে আছে।'

এইকণ সুবিধাতে তাই অন্ততঃ মুখ-হাত ধুই কাপোৰকেইটা সলাই ল'ব পাৰিব। কি যে ৰূপ এটা লৈছে তাইৰ চেহেৰাটোৱে! ৰাতিপুৱা সেন্দূৰ ল'বলৈহে চুলিকোচা কোনোমতে আঁচোৰে। সেইটো কোঠালৈ তাৰ পিছত আৰু যোৱাই নহয়গৈ। ৰাতিটো শাহুৱেকৰ কোঠাতেই থকা হয়।

মুখ-হাত ধুই, কাপোৰ সলাই তাই শাহুৱেকৰ কোঠা পালেগৈ। ইলোৰাই অনভিজ্ঞ হাতেৰে মাকক খুৱাবলৈ যত্ন কৰি আছে, মাকে খাব পৰা নাই। মাকে কিবা এটা ক'ব খুজিছে, তাই বুজি পোৱা নাই।

পল্লৱৰ লগত আলহীজন সোমাই আহিল।

—'বাঃ, ছোৱালী আহি মাকৰ প্ৰতিপালত লাগি গ'ল।' ইলোৰাই হাঁহিলে।

—'অঁ, যি পাৰো কৰিছোঁ আৰু। এইকণ কৰিম বুলিয়েই আহিছোঁ।'

—'অঁতো, বৰ ভাল কৰিছা। এয়া পুণ্যৰ কাম।'

পল্লৱে বৰ্ণালীক ভিতৰলৈ মাতি নি বকিবলৈ আৰম্ভ কৰিলে—

—'ইহঁতে দিনটো কি কৰি থাকে? মাক কি কি কৰিছে ইহঁতে? গা-কোনে ধুৱালে? দুপৰীয়া কি ৰান্ধি খুৱালে?

বৰ্ণালী আঁতৰি গ'ল।

শাহুৱেকৰ অসুখ বেছি হৈছে। মাজে মাজে অচেতন হৈ যায়। চেতনা থকা সময়খিনিত বৰ্ণালীক অনবৰতে কাষতে বিচাৰে।

হঠাৎ বৰ্ণালীৰ মনত পৰিল— জোনমণি স্কুললৈ ওলাই গ'ল, আলুপিটিকাৰে ভাত খাই। টিফিনটোও দিয়া নহ'ল। কল এটাকে গাজী মণ্ড অকণমানৰ লগত দিব পাৰিলেহেঁতেন। ছেঃ! শাহুৱেকে মাত দিয়াত থাকিয়েই গ'ল টিফিনটো দিবলৈ। এতিয়া আবেলিলৈকে ল'ৰাটো ভোকে-লঘোণে থাকিব। তাইৰ কান্দি পেলাবৰ মন গ'ল। পল্লৱো অফিচ পালেগৈ। এসপ্তাহমানৰ ছুটী ল'ব আজিৰ পৰা।

বৰ্ণালীৰ বৰ কষ্ট হৈছে। ৰাতি ৰাতি টোপনি খতি কৰি কৰি ৰাতি তাইৰ টোপনি নহা হৈছে। শাহুৱেকক ৰাতি গৰম পানী, চাহ কৰি খুৱাব লাগে, গা মোহাৰি দিব, মালিচ কৰিব লাগে....। পল্লৱে কৰিব বিচাৰিলেও মাকে তাক চুবলৈকে নিদিয়ে। সি কৰা চাহত মাকে সোৱাদ নাপায়, তাৰ হাত দুখন বৰ টান, মালিচ কৰিলে মাকে দুখ পায়। হয়ো; মঙহ নাইকিয়া দেহাটোত আছেনো কিটো? সি যিমান পাৰে আলফুলে মোহাৰি থাকে, বৰ্ণালীয়ে

এচামুচ-দুচামুচকৈ চাহ খুৱাই থাকে। কেতিয়াবা জোনমণিও উঠি আহে। সি আইতাকৰ ওচৰত বহি মাতে— 'আইতা!' তাৰ হাতখন খামুচি ধৰি আইতাকে কিবা ক'ব খোজে, কথা নোলায়, কিন্তু নোকোৱা কথাবোৰৰ ভাষাবোৰ আটায়ে বুজি পায়— আইতাকে গোটেই জীৱনৰ বাবে তাক আশীৰ্বাদ দিছে, সি ভাল ল'ৰা হওক, মাকৰ নিচিনা এটা ভাল মন পাওক....।

ক'ব নোৱাৰা, কিন্তু আটায়ে বুজি পোৱা কথাবোৰে সিহঁত তিনিওটাৰে বুকুত খুন্দিয়ায়, চকুবোৰ সেমেকায়। পৰি থকা মানুহজনীয়ে কিবা এটা বেদনাত কান্দিব খোজে। চকুপানীবোৰ বাগৰি আহে শিতানলৈ....। জোনমণিয়ে আইতাকৰ ওচৰলৈ মুখখন নি সোধে— 'আইতা, আপুনি কেতিয়া ভাল হ'ব? ভাত কেইটামান খাই দিয়কচোন, ভাল লাগিব। আইতা... আইতা...।' কেতিয়াবা কোঠাত অকলে শুবলৈ ভয় কৰি আইতাকৰ বিছনাৰ কাষতে মূঢ়াটোত বহি বিছনাখনত মূৰ থৈ সি টোপনি যায়।

বৰ্ণালীৰ কেতিয়াবা নিতাল-নিমাত ঠাই এখনত গৈ শুই থাকিবলৈ মন যায়। আজিকালি তাই য'তেই বহে, তাতেই টোপনিয়ে হেঁচি ধৰে। খোজ কাঢ়িবলৈ মন নাযায়, গা-টোত যেন শক্তিয়েই নাই। পল্লৱে সহিব নোৱাৰি এদিন দুৱাৰ জপাই কোঠাত শুই থাকিবলৈ তাইক পঠিয়াই দিলে। তাই নাযাওঁ-নথওঁ কৰা দেখি জোৰ কৰি লৈ গৈ শুৱাই থৈ আহিল। মাকক চাহ একাপ বাকি দিবলৈ গেচটো জ্বলাওঁতেই তাই আহি ওচৰ পালেহি— তাই শুব নোৱাৰে, বিছনাত তাইৰ টোপনি নাহে। শাহুৱেকে অনবৰতে মাতি থকা যেন লাগে তাইৰ। পল্লৱক অফিচত কোনোবা এজনে কৈছিল— ঠিকেই কৈছিল— তাইক শ্লিপিং টেবলেট খুৱাই শুৱাব লাগিব। নহ'লে তাইৰ স্বাস্থ্য একেবাৰে ভাগি পৰিব। এনেয়েও মানুহজনীৰ অৱস্থা নাইকিয়া হৈছে।

অজন্তাহঁত শুই উঠি আহে মানে পল্লৱৰ জোনমণিক পঢ়ুওৱা হৈ গ'ল, বৰ্ণালীৰ ৰাতিপুৱাৰ জা-জলপান হৈ গ'ল; শাহুৱেকক গা-ধুৱাই হৈ গ'ল। তাই শাহুৱেকক চামুচেৰে গাখীৰ অকণমান খুৱাবলৈ চেষ্টা কৰিছে— 'অকণমান নাখালে কেনেকৈ হ'ব মা?...'

অজন্তা সোমাই আহিল— অ', তুমি ইয়াত আছা? কেতিয়াবাই উঠিলা নেকি?'

উঠিল মানে? শুলেহে উঠাৰ কথা আহে। সিহঁত দেখোন শুৱাই নাই, শোৱা নহয়েই।

একো নক'লে সেইবোৰ। কেৱল ক'লে— 'ওঁ'।

'মায়ে গাও ধুলে নেকি?'— অজন্তা আচৰিত হৈ গ'ল।

'অঁ। মাৰ সদায় সোনকালে গা-ধোৱাৰ অভ্যাস নহয়, দেৰী হ'লে বৰ বেয়া পায়।'

'সেইবুলি এই ব্ৰহ্মপুৱাতে ধুৱাব লাগেনে? দেৰীকৈ ধুৱালেও হয় দেখোন। কিনো ইমান লৰালৰি? বিছনাত থকা মানুহহে।' বৰ্ণালীৰ চামুচখন ৰৈ গ'ল। শাহুৱেকে দুদিনমানৰ পৰা কাণেৰেও কম শুনিছিল, দুদিনমানৰ পৰা একেবাৰেই নুশুনা হৈছে। ভাল হ'ল, বহুত

ভাল হ'ল। নহ'লে এইযাৰ কথা শুনাৰ পাছত একো উত্তৰ দিব নোৱাৰি এইজনী মানুহে কি কৰিলেহেঁতেন?

অজন্তাই কিছুসময় মাকক চাই ওলাই গ'ল। বৰ্ণালীয়ে শাহুৱেকৰ মুখখন এনেকৈ মচি দিলে যেন অজন্তাই কৈ থৈ যোৱা কথাকেইটাহে তাই আনে দেখে-শুনে বুলি মচি পেলাইছে।

ইলোৰা শুই উঠিছিল। তাই বাহিৰলৈ ওলাই আহিল। পল্লৱে ক'লে— 'যা-চোন ইলু বা, চাহ একাপ কৰ। বৰ বেয়া লাগিছে গাটো।'

'এ ৰহ পাই, কালি ভালকৈ টোপনিয়েই নাহিল। ৰাতি মাৰ কোঠাত তহঁতে কি কথা পাতি আছিলি জানো, মাৰ গা বেছি বেয়া কৰিছিল নেকি? কেইবাবাৰো সাৰ পালোঁ। উঠি আহিম বুলিও নাহিলোঁ। ভাবিলোঁ তহঁত আছই যেতিয়া মইনো কি কৰিম। টোপনি খতিৰ কাৰণেই নেকি জানো, মূৰটো বৰ কামুৰি আছে। ভালকৈ চাহ একাপ খাব লাগিব। ৰ'বি, মই 'বনু'ক কওঁ....'

ক'ব লগা নহ'ল, বনুৱে-বৰ্ণালীয়ে আটাইলৈকে চাহ লৈ আহি ডাইনিং টেবুললৈ মাতিলে।

শাহুৱেকে উশাহ লোৱাত বৰকৈ কষ্ট পাইছে। প্ৰতিটো উশাহত গোটেই মানুহজনী জোকাৰ খাই উঠিছে। বহুত চেষ্টাৰ অন্ততহে অকণমান বতাহ মানুহজনীৰ বুকুৰ ভিতৰলৈ সোমাইছে। বৰ্ণালীয়ে একো কৰিব নোৱাৰি বুকুখনকে মাজে মাজে মোহাৰি দিব খোজে। ডিঙিত পিন্ধি থকা সোণৰ মণি থকা শকত চেইনডাল মানুহজনীৰ কাৰণে বৰ গধূৰ হৈছে। হাতেৰে তেওঁ বাৰে বাৰে আঁতৰাই দিয়ে, আকৌ ডিঙিৰ ওচৰলৈ বাগৰি যায়। বৰ্ণালীয়ে চেইনডাল খুলি তেওঁৰ হাতত দি দিলে। অজন্তা-ইলোৰা দুয়োজনী আহি মাকৰ ওচৰত বহি আছেহি। মানুহজনীয়ে গাৰুৰ তলৰ পৰা এটা টোপোলা উলিয়াইছে, পাতল গুলপীয়া ৰঙৰ ৰুমালেৰে বন্ধা এটা সৰু টোপোলা। অসুখত পৰাৰে পৰা মানুহজনীয়ে এই টোপোলাটো হাতৰ পৰা নেৰা হৈছে। বিছনাচাদৰ, গাৰুগিলিপ সলাওঁতে সেইটো কঁকালৰ খোঁচনিত, আনসময়ত গাৰুৰ তলত ৰাখে। কি আছে তাত তেওঁহে জানে, কাকো চুবলৈ নিদিয়ে। আজি তেওঁ চেইনডাল হাতত লৈ আনখন হাতেৰে খেপিয়াই খেপিয়াই গাৰুৰ তলৰ পৰা টোপোলাটো উলিয়ালে। ইংগিতত তেওঁ সেইটো বৰ্ণালীক খুলিবলৈ দিলে। কেৱল বৰ্ণালীয়েই নহয়, আটায়ে দেখিলে টোপোলাটোত মহাৰাণী ভিক্টোৰিয়াৰ ছবি থকা কেইটামান ৰূপৰ মুদ্ৰা। চেইনডাল টোপোলাটোত থৈ মানুহজনীয়ে সেইটো বৰ্ণালীক পুনৰ বান্ধি থ'বলৈ দিলে।

ৰাতিলৈ ঘৰখনত হুৱাদুৱা লাগিল। বৰ্ণালীয়ে শাহুৱেকৰ হাত এখন খামুচি ধৰি থকাতেই থক্‌থককৈ কঁপি আছে। তাইৰ বুকুৰ ভিতৰত কান্দোন এটা 'এই ওলাওঁ এই

ওলাও' কৈ বৈ আছে। পল্লৱে যিমান পাৰে আলফুলে মাকৰ সৌঁহাতৰ তলুৱাখন মোহাৰি আছে। আজি মাকে তাক বাধা দিয়া নাই। জোনমণি আনফালে বহি আছে। অজন্তা-ইলোৰাই উচুপি উচুপি কান্দিছে। জোনমণিৰ মূৰেদি মানুহজনীৰ হাত এখন বগাই গ'ল। পল্লৱে ওলাই আহিব খোজা কান্দোনটো ঢাকি লাহেকৈ মাতিলে— 'মা'। মাকে তাৰ গালে মুখে হাতখন ফুৰাই দিলে। অজন্তা-ইলোৰা কাষলৈ আহিল। 'এবাৰ মাতচোন মা', 'এবাৰ মাত' কৈ কান্দি উঠা সিহঁতক মাকে হাতেৰে চুই চালে। কথা নোলাল, দুচকুৰে পানীহে বৈ আহিল।

এইবাৰ মানুহজনীয়ে গাৰুৰ তলৰ পৰা টোপোলাটো উলিয়াবলৈ আপ্ৰাণ চেষ্টা কৰিলে। পল্লৱে সহায় কৰি দিলে। টোপোলাটো খুলিবলৈ চেষ্টা কৰা মাকক পল্লৱে টোপোলাটো খুলি হাতত দি দিলে। এইবাৰ তেওঁ বৰ্ণালীক আৰু কাষলৈ আহিবলৈ ইংগিত দিলে। তাই যেন শাহুৱেকৰ বুকুখনৰ ওপৰতে মূৰটো পেলাই দিব— 'কি ক'ব খুজিছে তেওঁ!' একো নক'লে। মাথো টোপোলাটো তাইৰ হাতত দি মণি থকা চেইনডাল তাইক পিন্ধাই দিবলৈ চেষ্টা কৰিলে। জোনমণিয়ে আইতাকক সহায় কৰি দিলে। মানুহজনীয়ে তাইৰ মূৰটো সাবটি ল'বলৈ চেষ্টা কৰিলে। বৰ্ণালীৰ বুকুখন তোলপাৰ লগাই 'এই ওলাওঁ এই ওলাওঁ'কৈ থকা কান্দোনটো ওলাই আহিল। শাহুৱেকৰ বুকুৰ কাষত মুখখন থৈ কেঁচুৱাৰ নিচিনাকৈ তাই কুঁ কুঁৱাই কান্দি উঠিল। এইবাৰ মাকজনী কেঁচুৱা হ'ল, কেঁচুৱাটো মাক হ'ল— এজনী সঁচা মাক। মাকজনীয়ে কেঁচুৱাটোৰ মূৰটো লাহে লাহে মোহাৰি দিলে।

ইমান দিনে শাহুৱেকৰ মৰম-চেনেহ অকশমানৰ কাৰণে হাবাথুৰি খাই থকা বৰ্ণালীয়ে এই শেষ মুহূৰ্তত সকলোৰে সন্মুখত শাহুৱেকে হৃদয় ভৰাই দিয়া মৰমবোৰ আঁজলি পাতি ল'বলৈ চেষ্টা কৰিলে। ইমান বছৰে তাইৰ সেৱা ল'ব নোখোজা শাহুৱেকে কাকো দিব নেখোজা, আটাইৰে পৰা আঁতৰাই ৰখা সাতামপুৰুষীয়া সম্পদকে আজি, এই মুহূৰ্তত তাইৰ হাতত তুলি দি, তাইক 'বোৱাৰী' বুলি আদৰি ল'লে। সততে কাষতে ৰখা দুয়োজনী জীয়েক তেওঁৰ মনৰ পৰিধিৰ পৰা ক্ৰমশঃ আঁতৰি গ'ল। বহুবছৰৰ আগৰ সীমাৰেখাডাল পাৰ বৈ বৰ্ণালী লাহে লাহে শাহুৱেকৰ বুকুৰ ভিতৰলৈ সোমাই আহিল— একেবাৰে ভিতৰলৈ.....। ◈

# ১৭ নিৰলাৰ এটি স্তবক

পল্লৱী ডেকা বুজৰবৰুৱা



কুৰুক্ষেত্ৰৰ ৰণাংগনৰ পাৰ্শ্ববৰ্তী ঃ

পাণ্ডৱ শিবিৰ। শয্যাত অৰ্ধশায়িতা ৰাজমহিষী দ্ৰৌপদী। কেতিয়াযে চকু মুদ খাই আহিছিল! হঠাৎ শিবিৰ দ্বাৰত কোন সেইয়া ঋজুদেহী, দৃঢ়পদী, দীপ্তকণ্ঠী আগন্তুক। 'আহিবলৈ দিয়া কঞ্চুকী'। বিস্ময়ৰ তাৎক্ষণিকতা চম্ভালি লৈ থিয় হ'ল পাঞ্চালী। 'কুৰু সেনাপতি, দাতাশ্ৰেষ্ঠ কৰ্ণ? মই স্বপ্ন দেখা নাইতো আৰ্য?'

হয়, ৰাজমহিষী, মই সূতপুত্ৰ! পঞ্চ মহাবীৰপ্ৰিয়া, সতীশ্ৰেষ্ঠা মহানাৰী মোৰ অভিবাদন গ্ৰহণ কৰক।

কৰযোৰে প্ৰত্যাভিবাদন জনায় দ্ৰোপদীয়ে ঃ 'আৰ্যশ্ৰেষ্ঠ /দ্ৰৌপদী /দ্বাৰত; আপোনাৰ আগমনৰ উদ্দেশ্য?'

'আৰ্যশ্ৰেষ্ঠ! ....কিয় এই পৰিহাস পাণ্ডৱমহিষী? সূতপুত্ৰ মই সৰ্বজন বিদিত ৰাধেয়।'

'পৰিহাস নহয় জেষ্ঠ্যা, আপোনাৰ সত্য মই জানিছোঁ। আজি প্ৰাতঃকালত মাতা কুন্তীৰে আপোনাৰ সেই গোপন বাৰ্তালাপ মই শুনিছোঁ আৰ্য'।

'কি সত্যৰ কথা ক'লে দেৱী! সূতপুত্ৰৰ নিধনৰ লগে লগে অচিৰেই লোপ পাব সেই অৰ্থহীন 'সত্যও।'

'মহাবীৰ কৰ্ণৰ কিয় এই পলায়ন আৰ্য।'

'পলায়ন নহয় কৃষ্ণসখী। কৰ্ণই জানে নিজৰ ভৱিতব্য। ভৱিতব্যৰ বিৰুদ্ধে কৰ্ণৰ কৰণীয় একো নাই। এই সত্যই জানো আপোনাৰ কৌতূহল নিবাৰণৰ বাবে পৰ্যাপ্ত নহয়।'

নহয় সূৰ্যপুত্ৰ, ভৱিতব্য নহয়, ই যে অন্যায়। ত্ৰিকালদৰ্শী সখা কৃষ্ণকো মই বহুবাৰ

সুধিছোঁ, সূত্রপুত্রৰ এই ক্ষত্রিয় দীপ্তি, তীক্ষ্ণ তেজ, তীব্র ব্যক্তিত্ব কেনেকৈ সম্ভৱ? ইয়াৰ গোপন ৰহস্য কি? চতুৰচূড়ামণি কৃষ্ণৰ সৰ্বদা এটিয়েই উত্তৰ আছিল, 'সকলো ৰহস্য প্ৰকাশযোগ্য নহয়। যথাসময়ত উত্থিত হ'ব সকলো ৰহস্যৰ আঁৰ-কাপোৰ।' আৰ্তনাদ কৰি উঠে মুক্তকেশীয়ে, 'এতিয়াও, এতিয়াও জানো হোৱা নাই সেই সময় সমাগত'?

'ত্ৰিকালদৰ্শী কৃষ্ণ? কি ক'ব কৃষ্ণই, দ্ৰুপদনন্দিনী? সৰ্বজ্ঞ হোৱাৰ যন্ত্ৰণা যে কি ভয়ংকৰ সেয়াতো মানুহৰ স্বপ্নৰো অগোচৰ মহানাৰী।'

কি কয় আৰ্য, ভগৱানৰো থাকেনে যন্ত্ৰণা?

'কিয় কৃষ্ণৰো জানো হোৱা নাছিল প্ৰেম? গোপ বালিকাৰ প্ৰেম ত্ৰিভূৱনেশ্বৰ বাসুদেৱৰ? হ'ব পাৰে অৰ্থহীন ৰাজনীতিৰ জটিল পথত? কিন্তু হায় ভগৱানৰ স্মৃতি বিভ্ৰম যে সম্ভৱ নহয়। বিস্মৃতি থাকিলেহে উপশম থাকে দেৱী। ত্ৰিকালজ্ঞৰ সেই প্ৰেম-বিসৰ্জনৰ যন্ত্ৰণা মানুহৰ কল্পনাৰো অগোচৰ মহানাৰী।'

'সামান্য নাৰী মই, ঢুকি নাপাওঁ এই ৰাজনীতি আৰু প্ৰেমৰ জটিল মেৰপেচ্। কিন্তু আপুনি এতিয়াও পাহৰি গৈছে আৰ্য, কৃষ্ণ যে আছিল সহস্ৰগামিনী। বহুবল্লভা কৃষ্ণ আছিল নে অটল ৰাধাপ্ৰেমত?'

'নিশ্চয় অৰ্জুনপ্ৰিয়া, কৃষ্ণই যে পাহৰিব নোৱাৰে— কৃষ্ণৰ যে অজানা একো হ'ব নোৱাৰে— পাৰ্থসাৰথিকো লাগে ত্ৰিলোক নিয়ন্ত্ৰণৰ গোপন শক্তি— সেই শক্তিয়েইতো প্ৰেম'।

'অৰ্জুনপ্ৰিয়া! কৌন্তেয় এইবাৰ আপুনি মোক পৰিহাস কৰিলে।'

'কিয়, বীৰজায়া, প্ৰিয়তম পতিৰ প্ৰিয়া হোৱাটো কেনেকৈ হ'ব পাৰে পৰিহাস?'

'কিন্তু, জ্যেষ্ঠ পাণ্ডৱ, প্ৰিয়তম পতিৰ মই একমাত্ৰ প্ৰেয়সীও নহয় অথবা পাঞ্চালী নহ'লেও অৰ্জুনৰ কোনো ক্ষতি নাই। বিস্মৃত ময়ো নহওঁ বীৰশ্ৰেষ্ঠ, স্বয়ংবৰা যাজ্ঞসেনীয়ে প্ৰেমিক বৰণ কৰিছিল বিশাল ৰাজসমাৰেশত। কিন্তু কি দিলে প্ৰেমে যোড়শ বসন্ত গৰকা সেই স্বপ্নবিভোৰ প্ৰেয়সীক? পঞ্চ ভাতৃৰ উমৈহতীয়া সম্পদলৈ নিমিষতে পৰ্যবসিত কৰা হ'ল তেজ-মঙহ আৰু জীয়া মনৰ অধিকাৰিণী দ্ৰুপদ-নন্দিনীক। এবাৰো সোধা নহ'ল যজ্ঞ-সম্ভূতাৰ মনৰ বাতৰি।' হঠাতে এচমকা ব্যংগৰ হাঁহি খেলি গ'ল স্বপ্নসুন্দৰীৰ ওঁঠত। ঢৌ খেলোৱা মুক্তকেশ চকুৰ আগলৈ অহা অলকা গুচ্ছ কাণৰ পাশলৈ ঠেলি দি পাৰ্থপ্ৰিয়াই আকৌ ক'লে, 'আৰু আছে আৰ্যশ্ৰেষ্ঠ, পাৰ্থপ্ৰেমত ব্যাকুলা সেই বিস্মিতা নাৰীয়ে যিমানেই প্ৰেমাস্পদক কাষত পাবলৈ বিচাৰিলে, সিমানে পালে উপেক্ষা। জানি-বুজি জ্যেষ্ঠ পাণ্ডৱৰ শয়নকক্ষত প্ৰৱেশ কৰি স্বেচ্ছা নিৰ্বাসিত পাৰ্থই বাচি ল'লে নিত্য-নতুন নাৰীসংগ- চিত্ৰাংগদা, উলুপী আৰু সুভদ্ৰা। আৰু দ্যুত সভাত?'

'ক্ষান্ত হওক, মুক্তকেশী, সূতপুত্ৰ ৰাধেয়ৰ স্পৰ্ধা কি কম আছিল? সেয়েতো কৰ্ণই আজি শিৰত বহন কৰিছে অভিসম্পাতৰ বোজা। আপুনি জানে যাজ্ঞসেনী, যিমানেই বীৰ নহওক লাগে ৰাধেয় আজি বধযোগ্য কৰ্ণই নিজৰ মৃত্যুক নিজেই কৰিছে অৱধাৰিত।'

'কিহৰ বাবে এই প্ৰায়শ্চিত্ত আৰ্য? আপুনিতো নাছিল একবস্ত্ৰা ৰজস্বলাক সন্মান আৰু নিৰাপত্তাৰ দায়ত দায়বদ্ধ। বৰঞ্চ সয়ম্বৰৰ সভাত হোৱা অপমানৰ প্ৰত্যুত্তৰ নাছিল জানো আপোনাৰ সেই আচৰণ?

দ্ৰৌপদীয়ে কৰ্ণক আগতেও দেখিছে। আজিও দেখিছে— বিবৰ্ণ, মুৰ্মূষু এই দীপ্ত তাপস যেন আত্মদহনত প্ৰতি মুহূৰ্তত বিগলিত হ'ব, উটি যাব যেন কৰ্ণৰ সৰ্ববিদিত অহংকাৰ। বিষণ্ণ কৰ্ণৰ আৱেগদীপ্ত ব্যক্তিত্বৰ তীব্ৰতাই কৃষ্ণসখীক নিৰ্বাক কৰি পেলালে। 'ক'তা বায়ুপুত্ৰৰ বাহিৰে দ্যুত-সভাত অথবা বিৰাট ৰাজৰ মহলত পঞ্চপতিৰ কোনোবাই কৰিছিলনে অনুভৱ দ্ৰৌপদীৰ যন্ত্ৰণাক? পতিত্বৰ দায়বদ্ধতা ধূলিস্যাৎ হোৱা নাছিলনে ধৰ্মপুত্ৰৰ নীতিনিষ্ঠ কাপুৰষালিৰ আগত? নাৰীৰ মানুহ হোৱাৰ অধিকাৰকনো খৰ্ব কৰা নাছিলনে পঞ্চপতিয়ে? তেন্তে ক'ত থাকিল অৱকাশ দুৰ্যোধন, দুঃশাসন অথবা কৰ্ণক দোষাৰোপৰ?' দ্ৰোপদীয়ে অনুভৱ কৰিলে আৰু কৰ্ণক উদ্দেশ্যি ক'লে, 'পাঞ্চালীও যে সয়ম্বৰৰ সভাত আপোনাৰ প্ৰতি কৰা সেই অবোধ আচৰণৰ স্মৃতিৰে বিব্ৰত আৰু অতিকে আহত বীৰশ্ৰেষ্ঠ। কিন্তু কৌন্তেয়, দ্ৰৌপদীৰ জীৱনত অৰ্জুনকে ধৰি পঞ্চপতিৰ পৰা নাছিলনে অনেক প্ৰত্যাশা? দ্যুত সভাত আপোনাৰ অথবা কৌৰৱৰ ভূমিকাতকৈ পঞ্চপতিৰ ভূমিকাইহে মোক চিৰকালীন আঘাত দিব পাৰে— এই কথা আপোনাৰ জানো এতিয়াও বুজিবলৈ বাকী বুদ্ধিশ্ৰেষ্ঠ? ইয়াৰ পিছ়তো পাৰ্থপ্ৰিয়া হোৱাৰ সেই আকৈশোৰ অভিলাষ জীৱিত থাকিব বুলি আপুনি বিশ্বাস কৰেনে আৰ্য'?

'ভুল, পাঞ্চালী, আপুনি ভুল কৰিছে। এই কৰুণ সত্য আপুনি নুবুজিব মহানাৰী, পুৰুষে নিৰ্ধাৰণ কৰি লোৱা ৰাজনীতিৰ বহুবোৰ শানিত অস্ত্ৰযে পুৰুষলৈকে ঘূৰি আহে। পৌৰষৰ অহংকাৰত পুৰুষেই পৰ্যবসিত হয় হীনবীৰ্য নপুংসকলৈ বাৰে বাৰে, যি বেদনাৰ কলংক পুৰুষে বহন কৰে। যি ৰাজনীতিৰ কাৰণে শ্ৰীৰামচন্দ্ৰই বিসৰ্জন দিয়ে সন্তান সম্ভৱা সীতাক, শ্ৰীকৃষ্ণই হেৰুৱায় ৰাধাৰ প্ৰেম, সেই ৰাজনীতিয়েই কৰিছিল পাণ্ডৱক বীৰ্যহীন, য'ত অৰ্জুনেও কৰিবলগীয়া হ'ল পাঞ্চালীপ্ৰেমৰ বিভাজন। ৰাজনীতি! ৰাজনীতিৰ পৰিণতি বৰ কৰুণ আৰ্যা। তাতোকৈ কৰুণ ৰাজনীতিযে ক্ষত্ৰিয় ধৰ্ম!'

'আপুনিও কি ৰাজনীতিৰ অনুৰক্ত জ্যেষ্ঠ পাণ্ডৱ?'

'নহয় দ্ৰূপদনন্দিনী, ৰাজনীতি সূতপুত্ৰৰ ধৰ্ম নহয়, তথাপি এই সূতপুত্ৰ ৰাধেয়ৰ

এটি অনুৰোধ অৰ্জুনৰ দুৰ্ভাগ্যক ক্ষমা কৰক ৰাজনন্দিনী।'

'আশ্চৰ্য আৰ্যশ্ৰেষ্ঠ, অৰ্জুনৰ প্ৰতি আপোনাৰ সৰ্বজনবিদিত ঈৰ্ষা? আপুনি জানো অৰ্জুনৰ বধাভিলাষী নহয়?'

'নহয়, পতিব্ৰতা, দাতা কৰ্ণ আজি তেনেই নিঃস্ব। কৰ্ণৰ আজি দিবলৈও একো নাই আৰু নাই কোনো অভিলাষো। কৰ্ণই আজি মাথো বিচাৰে এটি কৃপা দান।' 'অবিশ্বাস্য, ভাৰত শ্ৰেষ্ঠ বীৰ, মহাত্যাগী, দানবীৰ আত্মাভিমানী কৰ্ণ আজি নাৰীৰ কৃপাপ্ৰাৰ্থী?

কিহৰ বাবে এই বিৱশতা বীৰশ্ৰেষ্ঠ? ভাতৃপ্ৰেম? নে ৰাজনীতি? অৰ্জুন ব্যতিৰেক চাৰি পাণ্ডৱ আজিৰ ৰণত আপোনাৰ হাতত পৰাজিত, বিধ্বস্ত। চাৰি ক্ষত্ৰিয় আজি লজ্জিত, মৰ্মাহত, আপুনি পৰাজিত কৰিও অজ্ঞাত কাৰণত কৰিলে জীৱন দান। সেইয়া কি কৰুণা আছিল দানবীৰ? তেওঁলোকৰ মনত প্ৰশ্ন উদয় হৈছে— সূতপুত্ৰ কি হত্যা বিৰুদ্ধ নে ইয়ো এক অপমানৰ ভিন্ন ৰাজনীতি?'

'নহয় নাৰীশ্ৰেষ্ঠা, সূত্ৰপুত্ৰৰ আৰু নাই কোনো ৰাজনীতিৰ দায়বদ্ধতা। দুৰ্যোধন সহচৰ, দুষ্কৰ্মৰ অংশীদাৰ হৈয়ো লাগিছে ভাগৰ। জননী কুন্তীৰ অশ্ৰু আৰু ভাতৃৰ ৰক্তেৰে ৰক্তাক্ত হোৱাৰ ভয়ানক বাসনাৰ নাই আৰু অৱশেষ। গংগাতীৰত জননী কুন্তীৰ কৰুণ অসহায়তাৰ বৃতান্তই নিঃশেষ কৰিলে যুদ্ধজীৱি ৰণোন্মাদ কৰ্ণৰ অস্তিত্ব। কাৰ বিৰুদ্ধে মোৰ যুদ্ধ পাণ্ডৱ প্ৰিয়া? আজি আৰু কৰ্ণ যোদ্ধা নহয়, বীৰ নহয়, ব্যথিত হৃদয়ৰ, হৃত শক্তিৰ বিধ্বস্ত মনৰ সাধাৰণ মানুহ। অৰ্জুনে যাক হত্যা কৰিব, সেই কৰ্ণৰটো মৃত্যু হ'ল কাহানিবাই। সৰ্বহাৰা এই কৰ্ণৰ নাই কোনো অভিলাষ। কৰ্ণ আজি জীৱনযুদ্ধৰ পৰাজিত সৈনিক।

আৰ্তনাদ কৰি উঠিল পাঞ্চালীয়ে, 'নহয়, নৰশ্ৰেষ্ঠ, ই অন্যায়। আপুনি পৰাজিত নহয়। যি সহোদৰৰ ভৱিষ্যতৰ কাৰণে স্বেচ্ছাই আমন্ত্ৰণ জনাব পাৰে মৃত্যুক, ৰক্ষাকৱচ দলিয়াই দি অনায়াসে কৰি তুলিব পাৰে নিজকে বধযোগ্য, জ্যেষ্ঠ পাণ্ডৱৰ ৰাজসন্মানৰ প্ৰস্তাৱো হাঁহি হাঁহি উপেক্ষা কৰিব পাৰে, সেই মহাত্মন, সূৰ্যপুত্ৰ কেনেকৈ পৰাজিত হ'ব পাৰে? মাতা কুন্তীৰ জ্যেষ্ঠ গৰ্ভজাত হৈয়ো ভাগ্য বিড়ম্বনাৰ পৰিত্যক্ত জীৱনৰ তিক্ততা সহিও স্ব-মৃত্যুৰ বিনিময়ত যি কৰ্ণই কৰিব পাৰে দান ভাতৃৰ জীৱন, সেই কৰ্ণ বিধ্বস্ত হ'ব নোৱাৰে আৰ্য শ্ৰেষ্ঠ।'

'শান্ত হওক মাধৱ সখি, বাস্তৱ সত্যক উপেক্ষা নকৰিব। আপুনিয়েই কওক, আজি কোন স'তে কৰ্ণই কৰিব কৌন্তেয়ক অস্ত্ৰাঘাত? সত্যৰ পৰা আঁতৰত থাকি ফাল্গুনীয়ে নিশ্চয় লভিব লাগিব কাংক্ষিত বিজয়। চিৰকাল বন্দিত হওক কৰ্ণভ্ৰাতা

মহাভাৰতৰ মহানায়ক বুলি— তাতকৈ কি হ'ব পাৰে জ্যেষ্ঠৰ বাবে পৰম প্ৰাপ্তি? থাকক থাকিলে কৰ্ণ ভাগ্যত যুগমীয়া কলংক কাপুৰুষ, দুৰ্বল বুলি।'

'নহয়, নহয় মহাবীৰ নিজৰ প্ৰতি এনে অন্যায় নকৰিব। ভাতৃ সমক্ষে সত্যক প্ৰকাশ কৰক। পাণ্ডৱে আপোনাক শিৰত তুলি ল'ব। আত্মঘাতৰ এই ভয়ানক পন্থা নল'ব মহা নায়ক।'

'ইযে আৰু সম্ভৱ নহয় পাণ্ডৱ মহিষী, যাজ্ঞসেনীৰ মুক্ত কেশৰ মূল্যতো দিবই লাগিব কৌৰৱে। আৰু ভাগ্যচক্ৰৰ দ্বাৰা নিষ্পেষিত ৰাধেয় যে দুৰ্যোধনৰ ঋণৰ পৰা মুক্ত হ'বই লাগিব। নহ'লে কি আছে প্ৰতিকাৰ অভিমণ্যু হত্যা অথবা পাশাখেলৰ সেই জঘন্য অপমানৰ পাঞ্চালী? সেয়াই হ'ব কৰ্ণৰ চৰম প্ৰায়শ্চিত্ত পাণ্ডৱঐশ্বৰ্যা। মাতৃ কুন্তীৰ কলংকৰ প্ৰকাশ হৈ আৰু নোৱাৰে সহিব কৰ্ণই আমৃত্যুৰ যন্ত্ৰণা। তাতোকৈ বহু গুণে শ্ৰেয় সকলো জানিও গোপনে বহন কৰাৰ বেদনা। ৰাধেয়ৰ বাবে আজি জয়-পৰাজয়, যুদ্ধ-বিবাদ, গৌৰৱ-পৰাভৱ অথবা মান-অপমানৰ আৰু মূল্য নাই নাৰীশ্ৰেষ্ঠা।'

দ্ৰৌপদীৰ অপৰূপ চক্ষু পল্লৱত দুটোপাল চকুলো। দ্ৰৌপদীয়ে আহত কণ্ঠে ক'লে, 'মই পঞ্চ মহাবীৰজায়া, বীৰবধু, বীৰমাতা। বহু মহৎ শ্ৰেষ্ঠ পুৰুষৰ সাহচৰ্য লাভ কৰিছোঁ। তথাপি আজি মই নতশিৰ আৰ্য, আপোনাৰ দৰে অদ্বিতীয় পুৰুষ মই হয়তো হেৰুৱালোঁ।

কৰ্ণই হাত পাতিলে ঃ 'আপোনাৰ দুটোপাল অশ্ৰু, এয়েতো মোৰ অভিপ্ৰেত প্ৰাপ্য মহা আকাংক্ষাৰ নাৰী।' ◈



# ১৮ কাঠ পেঞ্চিলেৰে দিয়া এটা ফুট

ড° মঞ্জু লস্কৰ

'ক'ৰ পৰা আৰম্ভ কৰিবা?'

এখন শুধ বগা কাগজ। কাঠপেঞ্চিলেৰে দিয়া এটা ফুট।

'বিন্দুৰ পৰাই আৰম্ভ কৰা।'

'কি আঁকিবা?'

এজনী কণমানি ছোৱালী নে এটা ফুটফুটীয়া ল'ৰাৰ ছবি? নাই নালাগে, এটা পখিলা আঁকা, এখন নদী, এটা পাহাৰ নতুবা এটা ঘৰ আঁকা, যিটো ঘৰ এদিন তোমাৰ হ'ব। তোমাৰ ঘৰ, কল্পনাৰ ঘৰ, কিন্তু এদিন তোমাৰ হ'বই হ'ব।, য'ত তোমাৰ আপোন মানুহ থাকিব।

'আঁকিবলৈ মন যোৱা নাই।'

'কিয়?'

'নাজানো?'

'মনক বেছিকৈ লাই নিদিবা। চল পাব। সময়ৰ সদ্ ব্যৱহাৰ কৰা। এয়া তোমাৰ ছবি অঁকাৰ সময়। তুমি আঁকিবলৈ যত্ন কৰা। পাৰিবা। পাৰিবই লাগিব।'

সকলো প্ৰস্তুত হৈ আছে।

'কাগজ, পেঞ্চিচিল, ৰং, তুলিকা, কেনভাচ্। হাত দিলেই পাবা। উপযুক্ত পোহৰ আছে, আছে অফুৰন্ত সময়, মন গ'লে তুমি ভালপোৱা সংগীতো শুনিব পাৰা। এতিয়া আঁকা, আঁকিবলৈ সাজু হোৱা।'

'আজিলৈ থাকক।'

'তুমি জানো আজিয়েই প্ৰথম আঁকিবলৈ লৈছা? ইমান সংকোচ কিয়? বিষয়বস্তু

বিচাৰি পোৱা নাই? কিবা ভাবি আছা? কিবা ক'বলৈ বিচাৰিছা? নে মই থকাৰ বাবে আঁকিবলৈ অসুবিধা পাইছা। মন যোৱা নাই?'

'সেইবোৰৰ একোৰেই নহয়?'

'আহা তেনেহ'লে। খাবলৈ ব'লা। পিছত মন গ'লে আঁকিবা। পলম নকৰিবা— উঠা আক', উঠা।'

অদূৰত মৰমৰ আৱদাৰ। মাহীয়েকে ভাগিনীয়েক বসন্তক মৰমেৰে ওফোন্দ ভাঙিবলৈ চেষ্টা কৰিছে। মেঘাচ্ছন্ন আকাশ! গোমোঠা বতৰ। এচাতি বতাহে মেঘবোৰ উৰুৱাই নি আকাশ নিকা কৰাৰ দৰে, বতৰ ফৰকাল কৰাৰ দৰে লাহে লাহে বসন্তৰ মনো মুকলি হ'বলৈ ধৰিছে মাহীয়েকৰ আন্তৰিকতাৰ পৰশত।

আঁতৰৰ পৰা মই নিৰীক্ষণ কৰিছোঁ। কিন্তু মনটোৱে তাঁত-বাটি কৰি আছে হাতত লৈ থকা প্ৰবন্ধ এটাৰ একাংশত। প্ৰাণবসন্ত আমাৰ একমাত্ৰ সন্তান। মৰমতে কোনোবাই মাতে প্ৰাণ বুলি কোনোবাই মাতে বসন্ত বুলি। বসন্তৰ সেউজ আৰু ফুলৰ সৌৰভ-সুঘ্ৰাণৰ দৰে আমাৰ মাজলৈ প্ৰাণবসন্তই কঢ়িয়াই আনিছে জীৱনৰ বৈভৱ-সৌন্দৰ্য আৰু আনন্দ। সিয়ো আন দহটা ল'ৰাৰ দৰে চঞ্চল শিশুসুলভ। সংসাৰৰ আও-ভাও নজনা, উচিত বুলি অনুচিত কাম কৰা প্ৰাণবসন্তই আজি কৰি অহা কাম এটাৰ বাবে মোৰ পৰা কিছু কঠোৰ শাস্তি পাইছে। তাৰেই প্ৰতিক্ৰিয়া স্বৰূপে সি তাৰ নিত্য-কৰ্তব্যৰ পৰা বিৰত থাকি মৃদুভাৱে প্ৰতিবাদ কৰাৰ চেষ্টাৰে আমাক জনাবলৈ বিচাৰিছে সি বেয়া পাইছে।

কেতিয়াবা কেতিয়াবা অভিভাৱক হিচাপে মই বিপাঙত পৰোঁ। শিশুৰ পৰা কৈশোৰলৈ গতি কৰি থকা সন্তানক সমাজৰ কদৰ্য বাতাবৰণৰ পৰা আঁতৰাই ৰখাটো যে কিমান কঠিন? পাপ-পুণ্য, উচিত-অনুচিত, বৈধ-অবৈধ, শুভ-অশুভ, প্ৰয়োজন-অপ্ৰয়োজন, বিশ্বাস-অবিশ্বাস, প্ৰেম-ঘৃণা— এইবোৰ জানো একোটা শব্দ? কেনেকৈ তাৰ অৰ্থ বুজাওঁ? প্ৰাণবসন্তৰ চিন্তাৰ জগতখন মোৰ বাবে কেতিয়াবা ৰহস্যময় হৈ পৰে। সি কৰা প্ৰশ্নই হতবাক কৰে। সি কৰা কাৰ্যৰ বিচাৰ কৰিবলৈয়ো মই হৈ পৰোঁ অপাৰগ।

আজিৰ কথাই ধৰা হওক। মোৰ ঘনিষ্ঠ বান্ধৱী গৰাকীৰ ঘৰলৈ পুৱাই যাবলগীয়া হ'ল। প্ৰাণবসন্তও ওলাল। তাক তাই অত্যন্ত মৰম কৰে। বান্ধৱীয়ে তাক দেখাৰ লগে লগে সাবটি ল'লে, মৰমেৰে ওপচাই আথে-বেথে সুধিলে—'প্ৰাণটো, কি খাবা? চৰবত দিওঁ?' তাই চৰবতৰ বটলটো হাতত ল'লে।

সি তপৰাই ক'লে,— 'এয়া চৰবত নাখাওঁ মাহী। মহাৰ আলমাৰিটোত যে সুন্দৰ সুন্দৰ বটলকেইটা আছে, তাৰে এটাৰ পৰা এগিলাছ দিয়া।

'সেয়া তোমাৰ বাবে নহয়। কেঁচা আমৰ সোৱাদ লগা চৰবত আনি থৈছোঁ। তাকে

খোৱা।'

'নহয় মাহী, মই মহাৰ চৰবতহে খাম। ইমান ধুনীয়া বটল, সেয়া বেছি সোৱাদ লগা হ'ব।'

ক'ত মৰা এতিয়া। ল'ৰাক কোনে বুজায় সেয়া কেনে ধৰণৰ চৰবত।

মহাকৰ সুন্দৰ বটলৰ সোৱাদলগা চৰবত খাবলৈ নাপাই প্ৰাণবসন্তই আজি অনশন কৰিছে। এনেকুৱা প্ৰায়েই হয়। প্ৰাণবসন্তক কোনে বুজাব পাৰে...। মোৰো সময় নাই। কৰ্মব্যস্ততাই মাজে মাজে আমাক নিষ্ঠুৰ কৰি তোলে। তাৰ ওফোন্দ ভাঙিবলৈ মোৰ অৱকাশ নাই। যদিও দেওবাৰ, মই কলেজৰ বাবে ঢাপলি মেলিবলগীয়া হ'ল। প্ৰাণবসন্তক ঘৰত নমাই মই ব্যস্ত হৈ পৰিবলগীয়া হ'ল কলেজৰ নিৰ্বাচিত কেইগৰাকীমান ছাত্ৰীক লৈ আহি থকা প্ৰাক্তন ছাত্ৰী সংস্থাৰ দ্বি-বাৰ্ষিক অধিবেশনত মঞ্চস্থ কৰিবলগীয়া নাট এখনৰ পূৰ্ব প্ৰস্তুতিত।

উপস্থিত প্ৰতিগৰাকী ছাত্ৰীয়েই সদ্যসমাপ্ত একৈশ দিনীয়া নাট কৰ্মশালাৰ অভিজ্ঞতাৰে অভিজ্ঞ। তেওঁলোকক নিজে নাটক লিখিবলৈ কোৱা হ'ল। বিষয়বস্তু নিৰ্বাচনৰ দায়িত্ব দিয়াৰ লগে লগে প্ৰত্যেকেই নিজা অনুভৱৰে বিষয়বস্তু নিৰ্বাচন কৰিলে।

কোনোবাই ক'লে— 'মনস্তাত্বিক বিষয় এটা লোৱা হওক। এই ধৰক! এজনে আনজনৰ মনৰ কথা বুজি নাপাওঁ কিয়? বুজাবলৈ গ'লে কথাবোৰ জটিল হৈ পৰে কিয়? এনে ধৰণেৰে কাহিনীত প্ৰকাশ পাব লাগে।'

কোনোবাই ক'লে— চৈধ্য আগষ্টত 'পূৰ্বোদয়'ত প্ৰকাশ পোৱা 'দিল্লীবালাৰ লক্ষ্য অসমীয়া যুৱতী' এই শীৰ্ষক বাতৰিটো নাটকৰ বিষয়বস্তু হিচাপে ল'ব পাৰি।'

এগৰাকীয়ে ক'লে 'নাবালক শিশু আৰু পিতৃৰ অধিকাৰ' ইয়ো এটা সুন্দৰ বিষয়।'

'ৰেগিং, যৌতুক, এইড্চ, সন্ত্ৰাস, নিষিদ্ধ প্ৰেম.... বাৰু হ'ব? এতিয়া তোমালোক দুটা ভাগ হৈ বিষয়বস্তু নিৰ্বাচন কৰা আৰু কাহিনী ৰূপায়ণ কৰা। চাবা মূল সমস্যাটো যাতে স্পষ্টৰূপত প্ৰকাশ পায়।' এনেদৰে কৈ মই আঁতৰি আহিলোঁ। সিহঁতবোৰ ব্যস্ত হৈ পৰিল।

এয়া নতুন পুৰুষ। বয়সনো সিহঁতৰ কিমান? কিন্তু অভিজ্ঞতা বয়সতকৈ বেছি। বুজা হোৱাৰে পৰা হাতত সিহঁতে লৈছে টি. ভি.ৰ ৰিমৰ্ট। বুটাম টিপিয়েই দেখিছে টি. ভি.ৰ পৰ্দাত নিত্য দিনৰ ঘটনা। অবক্ষয়, লুণ্ঠণ, ব্যভিচাৰৰ পৃথিৱীখনৰ চিনাকিয়ে সিহঁতৰ চেতনাত চিন্তাৰ জগতখনলৈ আনিছে অনিশ্চয়তা, হতাশা, অশান্তি, অবিশ্বাস।

যিটো বয়সত সিহঁতৰ বুকুখন শাওনৰ চহ্ কৰা সাৰুৱা বোকা হৈ পৰিব লাগিছিল, য'ত সেউজীয়া সজালধৰা ধাননিডৰাই হাতবাউল দি সোণ গুটিবোৰৰ সপোন দেখুৱাব লাগিছিল, সেই বয়সত সিহঁতে চিৰাল ফটা এডৰা পথাৰ বুকুত লৈ ফুৰিছে। এজাক বৰষুণ

আহক। সিহঁতে তাত এজাক সেউজক আপডাল ধৰক। সোণগুটিবোৰ মুঠি মুঠিকৈ কাটি সিহঁতৰ গুটিধানৰ ভঁড়াল টনকিয়াল কৰক। বহুত আশা— বহুত কল্পনা।

সিহঁতে গুণ্‌গুণাই কাহিনী গঢ়িছে। আৰু মই। মোৰ মনে ঢাপলি মেলিছে একান্ত ব্যক্তিগত পুথিভঁড়ালটোৰ এখন নিৰ্বাচিত চিত্ৰকলাৰ এলবামলৈ। এখন নিৰ্দিষ্ট ছবি আজি মই বহুদিন ধৰি কঢ়িয়াই লৈ ফুৰিছোঁ মোৰ মনৰ সংগোপনত। মধ্যযুগীয়া ফ্ৰান্সৰ অত্যাচাৰী ৰাজতন্ত্ৰৰ এখন দলিল স্বৰূপ এই ছবিখনৰ চিত্ৰকৰজন অনামী। নিৰন্ন, নিৰ্জল কৈ তিলে তিলে মৃত্যুদণ্ড ভোগা এজন বৃদ্ধ ৰাজতন্ত্ৰ বিৰোধী বিদ্ৰোহীক পোতাশালত বন্দী কৰি থোৱাৰ দৃশ্য। সেই বৃদ্ধক লগ পাবলৈ নিজান নিশা গোপনে আহিছে সদ্যোজাত এটি কণমানি শিশুক কোলাত লৈ তেওঁৰ বিধৱা কন্যা। নিশাৰ ছাঁ-পোহৰৰ মাজত বিধৱা জীয়ৰীয়ে বন্দী কুঠৰীত লোৰ শলখাৰ ফাকেদি মৃত্যুসন্নিকট বৃদ্ধ পিতাকক নিজৰ অন্তৰ্বাস উদঙাই স্তন পান কৰাইছে। ক্লান্ত কণমানি শিশুটো মাকৰ বাউসীত মূৰ থৈ শুই আছে।

কি এক মৰ্মস্পৰ্শী চিত্ৰ। 'নিষিদ্ধ' শব্দটোৰ অৰ্থ য'ত ব্যৰ্থ।

এৰা! আমাৰ বাতৰি কাকততো প্ৰায়ে দুই-এটা নিষিদ্ধ ঘটনা প্ৰকাশ পায়। কিছুদিনৰ আগতে পঢ়া তেনে ঘটনা এটা মনত পৰিছে। মোমায়েকৰ ঘৰৰ পৰা দেউতাকে জীয়েকক ঘৰলৈ বুলি আনোঁতে এখনি নিজান হাবিয়নিৰ মাজেদি পাৰ হ'বলগীয়া হয়। হঠাৎ, দেউতাকৰ মতিভ্ৰম ঘটে। জীয়েকক হাবিয়নিৰ মাজলৈ চোঁচৰাই নি দেউতাকে বলাৎকাৰ কৰে। ধৰ্ষিতা জীয়েকৰ মুখত আদ্যোপান্ত শুনি মাকে জীয়েকক লগত লৈ গৈ পুলিচ থানাত এজাহাৰ দিয়ে। দেউতাকৰ ব্যভিচাৰৰ প্ৰতিবাদ কৰিবলৈ গৈ মাক আৰু জীয়েকে সমাজত নিজৰ সা-সন্মান হেৰুৱাবলগীয়া হয়।

পিতাক আৰু কন্যাসন্তান। দুয়োখন ছবিৰ মাজত আকাশ-পাতালৰ ব্যৱধান।

বহুদিনৰ আগতে মাৰ লগত তেজপুৰৰ মাহীদেউৰ ঘৰলৈ গৈছিলোঁ। মাহীদেউৱে ফুৰাবলৈ লৈ গৈছিল তেওঁলোকৰ এঘৰ আত্মীয়ৰ ঘৰলৈ। নিশা এটা তাত কটাইছিলোঁ। কথা প্ৰসংগত বিছনাখন নিশা শুবলৈ ঠিক্‌ঠাক্ কৰি দিওঁতে অত্যন্ত অসন্তুষ্টিৰে বিছনাৰ গৰাকীয়ে কৈছিল— 'এইখন মোৰ আৰু পিতাৰ বিছনা। আলহী আজি বহুত বেছি। নহ'লে কিন্তু পিতা আৰু মোৰ শোৱা বিছনাখন এৰি নিদিলোঁহয়।'

অকশমান বেয়া লাগিছিল। ঈৰ্ষাও হৈছিল। এই পাটগাভৰু ছোৱালীজনী দেউতাকৰ বৰ আদৰৰ দেই। এতিয়াও দুয়ো একেলগে শোৱে।

পাহৰি থাকিলোঁ। কেইবা বছৰো হ'ল। সৌ সিদিনা মাহীদেউ আহিছিল। কথা প্ৰসংগত তেওঁলোকৰ কথা ওলাল। আদৰৰ জীয়েকজনীক ক'ত বিয়া দিলে জানিবলৈ বিচাৰিলোঁ। মাহীদেৱে ইপিনে-সিপিনে চাই ক'লে—'ক'বলৈয়ো লাজ লাগিছে দেও। তাই

আত্মহত্যা কৰিলে নহয়।'

'কিয় ?'

'এ নকবি। বাপেকৰ পিনৰ পৰাই অন্তঃসত্ত্বা হ'ল আক'। কথাটো লুকুৱাই থ'লে। শেষত বু-বু বা-বা হ'ল। আৰু নিশা ঘৰৰ পানীখোৱা কুঁৱাটোত পৰি আত্মহত্যা কৰিলে। বাপেকটো তেতিয়াৰে পৰা পগলা হ'ল।'

'ছিঃ ছিঃ! সঁচা নহয় হ'বলা। বিশ্বাসেই কৰিবলৈ মন যোৱা নাই।'

'কথাটো সঁচা দে। মাকেই মোক কৈছে।'

প্ৰসংগটো ইমানতে এৰিলোঁ। এৰা উচিত। ব্যভিচাৰৰ কোনো আত্মীয়-স্বজন নাই।

'তোমালোকৰ কাহিনী কিমান আগবাঢ়িছে?' আজিলৈ সামৰোঁ। কালিলৈ ক্লাচৰ পাছত পুনৰ এৰাখিনিৰ পৰাই আৰম্ভ কৰিবা।' সকলো ঘৰা-ঘৰি গ'ল।

গাড়ীখনত গা-টো এৰি দিলোঁ। ড্ৰাইভাৰে গাড়ীখন চলাই লৈ গ'ল। এয়া চৌধুৰী নাৰ্চিংহোম। মোৰ ছাট্‌কৈ এদিনৰ ঘটনা এটা মনত পৰিল। মই তেতিয়া স্নাতকৰ ছাত্ৰী। মাৰ জৰায়ুৰ অসুখ। ডাক্তৰ গোলাপ দত্তই অস্ত্ৰোপচাৰ কৰিব। আমি ভাই-ভনী গোটেই কেইটা চিন্তাক্লিষ্ট। নিশা মাৰ লগত মই আৰু ডাঙৰ ভাইটি ৰখীয়া। দেউতা নাই। দুবছৰৰ আগতে পৰলোকপ্ৰাপ্ত হৈছে। মাৰ অবিহনে আমাৰ অভিভাৱক হিচাপে আন কোনোৱেই নাই। নিশা গভীৰৰ পৰা গভীৰ হৈছে। মই মাক পৰ দি আছো। ভাইটি টোপনিত লাল-কাল।

নিশা আঢ়ৈমান বাজিছে। নিজান নিশা। ৰোগীৰ দুই-এটা কেঁকনি-গেথনি। নাৰ্চৰ জোতাৰ খট্ খট্। কিন্তু অলপ সময়ৰ পাছত নাৰ্চিংহোমটোত এটা চেপা উত্তেজনাৰ উমান পোৱা গ'ল। এজন প্ৰকাণ্ড মানুহ, চকু ৰঙা, শকত-আৱত, অপৰিছন্ন পোছাক; দেখিলেই পালোৱান যেন লাগে। লগত আছে তেনেই সৰু চৈধ্য বছৰীয়ামান এজনী ছোৱালী। ভয়ত তেনেই শেঁতা পৰি থকা। কাষত এজন চুটি-চাপৰ বনুৱা যেন লগা মানুহ। পালোৱান মানুহজনে দুয়োজনৰ অভিভাৱকৰ দৰে কৰ্তব্যৰত ডাক্তৰ আৰু নাৰ্চৰ লগত কথা পাতিছে। গুণ্‌গুণাই, ফুচফুচাই। ছোৱালীজনী আৰু তাইৰ দেউতাক— দুটা চাবি দিয়া পুতলাৰ দৰে ৰৈ আছে। ইতিমধ্যে নাৰ্চৰ লগত মোৰ অলপ আন্তৰিকতা গঢ় লৈ উঠিছিল। কৌতূহল দমন কৰিব নোৱাৰি কিনো হৈছে জানিবলৈ বিচৰাত তাই ক'লে— 'এহ নক'বা! এইবোৰ হৈয়েই থাকে বুজিছা। লম্পটবোৰ! বুঢ়াই জীয়েকক টকাৰ বাবে তাৰ ওচৰত বেচিছে। এতিয়া লৈ আনিছে। অকণমানি ছোৱালী। সেই পালোৱান মানুহটোৱে তাইক শেষ কৰি দিছে। এতিয়া টকা এগাল দি চিকিৎসা কৰিবলৈ আহিছে। নিশাটোৰ ভিতৰতে তেজ গৈ গৈ নহ'লে ছোৱালীজনী মৰি থাকিব জানা?'

'নিজৰ বাপেকে বেচিছে? কি কোৱা?'

'অঁ! বাপেকে নিজে সৈ কাঢ়িছে। তাৰ পুলিচৰ লগত হাত আছে। মুখ মেলিলে বুঢ়া আৰু জীয়েকক সুদাই এৰিব বুলি ভাবিছা।'

চৌধুৰী নাচিংহোমৰ কাষেৰে অহা-যোৱা কৰিলে আজিও সেই নিশাটো মনলৈ আহে। শহাপহুৰ দৰে নিমাখিত ছোৱালীজনীৰ শেঁতা পৰা এযোৰ চকু, কেইটামান টকাৰ বাবে নিৰ্বিকাৰ হৈ থকা এজন বৃদ্ধ আৰু কোনে মোক কি কৰিব পাৰে এনে ভাবত অপকৰ্ম কৰিও মূৰ তুলি বুকুফিন্দাই দম্ভভাৱে নাচিংহোমৰ ডাক্তৰ আৰু নাৰ্চৰ আগত কথা ক'ব পৰা সেই পালোৱান মানুহজনৰ ছবি চকুৰ আগত ভাহি উঠে। অনুৰণিত হয় নাৰ্চ গৰাকীৰ এষাৰ কথা 'লম্পটবোৰ'.....।

সৌৱা ঘৰৰ সমুখ পালেহি। গেইটখন খুলি সোমাই আহিলোঁ। প্ৰাণবসন্তই খেলি আছে। এবাৰ চালে, আকৌ খেলাত ব্যস্ত হৈ পৰিল। নামাতিলে, নাহাঁহিলে। অভিমানী ল'ৰা। অভিমান ভঙাৰ দায়িত্বৰ পৰা মোৰ হাত সৰাৰ উপায় নাই।

'প্ৰাণটো, ছ'ৰি; মোৰ দেৰি হৈ গ'ল। দেউতা আহিলনে সোণ?'

সি তাৰ অভিমানৰ পোছাক দলিয়াই পেলালে। বলটো দলিয়াই পেলোৱাৰ দৰে। দৌৰি আহিল। সাবতি ধৰিলে। তাৰ দুচকুত জিলমিল দুটোপাল চকুপানী।

'ছ'ৰি মা! ছ'ৰি!'

তাৰ বাঁহী যেন মাতটো, শংখ কণ্ঠেৰে নিগৰি আহিল। আহ! কি শান্তি, হৃদয় নন্দন সুখ! মাতৃত্বৰ মমতাৰে চপ্‌চপীয়া মোৰ বুকুৰ সৰোবৰটোত একমাত্ৰ তাৰেই অবাধ সাঁতোৰ-নাদোৰ।

'মাক-পুতেকৰ মাজত মোলৈ অকণমান ঠাই আছেনে?' এয়া গৃহস্থৰ অনুযোগ।

'কেতিয়াবাই আহিলা নেকি? মোৰ অলপ পলম হ'ল। কিবা খালানে?'

'আহা। তোমাৰ লগত খাম বুলি বৈ আছোঁ। ভনীয়েৰাই খাবলৈ দিলেহে খাম। বায়েক নাহিলে নিদিওঁ বুলি কৈছে।'

'ভিনদেউৰ যে কথা আৰু? বাইদেউ, তই মুখ-হাত ধুই আহ।' ভন্টি কেইদিনমানৰ বাবে আহিছে। ঘৰখনৰ কামকৰা ছোৱালীজনী নতুন। মোৰ সময় নাই। তাই শিকাই বুজাই দিছেহি।

'তোমাৰ কালিৰ নিশাটো কেনেদৰে গ'ল, মিটিং হ'লনে?' খাই থকাৰ মাজতে গৃহস্থলৈ প্ৰশ্ন এৰিলোঁ।

'মিটিং ভালেই হৈছে। আজি আকৌ ওলাই যাম। আজিও নাহো। ভনীয়েৰা আছে, প্ৰাণটো আছে। মই নহ'লেও পাৰিবা নহয়?'

তেওঁৰ মিটিঙৰ গুৰুত্ব মই বুজোঁ। জানো, যাবই লাগিব। এই বিষয়ত মই অভ্যস্ত। খৰধৰকৈ তেওঁ ওলাই গ'ল।

নিশা ক্ৰমান্বয়ে গভীৰৰ পৰা গভীৰ হ'ল। আজি বা কিমান ৰাতিলৈকে তেওঁৰ মিটিং হয়। এটা ৰাজনৈতিক পাৰ্টিৰ এজন সক্ৰিয় কৰ্মী হিচাপে তেওঁৰ দায়িত্ব গধুৰ। এবাৰ বাধ্যত পৰি তেনে এখন মিটিঙলৈ যাবলগীয়া হৈছিল। প্ৰচণ্ড ধুমুহা-বৰষুণ। বানপানীয়ে গোটেই অঞ্চল বুৰাই পেলাইছিল। গৈছিলোঁ মাৰ ঘৰলৈ বুলি। কিন্তু সময়ৰ নাটনিৰ বাবে নিৰ্দিষ্ট সময়ত মিটিংখন এৰি থৈ তেওঁ মোক ঘৰত নমাই থৈ আহিব নোৱাৰিলে। ফলত অনিচ্ছাকৃতভাৱেই গৃহস্থৰ লগত তেনে এখন মিটিঙত অংশগ্ৰহণ কৰিবলগীয়া হ'ল। মিটিঙত মানুহ বৰ বেছি নাছিল, যদিও সুকলমেই কাৰ্যসূচীৰ সামৰণি পৰিল। তেনেসময়তে অলপ হুৱা-দুৱা লাগিল। এজাক মানুহ মিটিংখনৰ মাজলৈ সোমাই আহিল। মিটিঙৰ মানুহবোৰ সতৰ্ক হ'ল।— জানোচা কোনোবা বিৰোধী পাৰ্টিৰ মানুহ।

দুৰ্ভাবনাৰ অন্ত পৰিল। সমস্যাটো সন্মুখত দাঙি ধৰা হ'ল। বানপানীৰ বাবে স্কুলঘৰত মানুহবোৰে আশ্ৰয় লৈছিল। নিশা আঁঠুৱাৰ তলত আনৰ বিবাহিতা তিৰোতাৰ গাত হাত দিয়াৰ বাবে এজন আদহীয়া পুৰুষক বিচাৰৰ বাবে লৈ অনা হৈছে। আদহীয়া মানুহজনক কিছু মাৰ-ধৰ কৰাৰো চিন দেখা গ'ল।

বিচাৰ আৰম্ভ হ'ল। মানুহজনে স্বীকাৰ কৰিলে— 'হয়, মই সেই আঁঠুৱাটোৰ তলত সোমোৱা হয়। কিন্তু কাৰণটো মোক সোধক। মই ক'ম।'

ৰাইজে হুলস্থুল কৰি উঠিল। ৰাইজৰ হুলস্থুল বন্ধ কৰি আচামীক ক'বলৈ কোৱা হ'ল—

মানুহজনে ৰাইজক উদ্দেশ্যে সেৱা কৰি হাতযোৰকৈ বিনম্ৰভাৱে ক'লে— 'ৰাইজ, আপোনালোক ভগৱান। আপোনাসবৰ আগত সঁচা কথা কম। কোনো অসৎ উদ্দেশ্য লৈ মই তাইৰ আঠুৱাৰ তলত সোমোৱা নাই। দিনটো ভোকে-লঘোণে আছো। আমাৰজনীৰ গাটো বেয়া। গৰু-গাই কেইটা, লাম-লাকটুবোৰ অকলে অকলে সামৰি-সুতৰি আহিছোঁ। ল'ৰা-ছোৱালীকেইটাক আগেয়ে পঠিয়াই দিছিলোঁ। তাইক সেইখিনিতে আঁঠুৱা তৰিবলৈ দি মই সৰুপানী চুবলৈ গৈছিলোঁ। চাকিটোত তেল নাছিল। বতাহত নুমাই থাকিল। অনুমানে অনুমানে আহি নিজৰ তিৰোতাৰ বিছনা বুলি তাতে সোমালোঁ। কেনেকৈ জানিম, আমাৰজনী গৈ ল'ৰা-ছোৱালীকেইটাৰ লগত আছেগৈ বুলি। ভোকে-ভাগৰে, চিন্তাই-ভাৱনাই ক্লান্ত শৰীৰ। তাইৰ গা বেয়া। ক'ৰবাত তাইৰ কিবা হয় বুলি গাটোত খেপিয়াই চাইছিলোঁ। কাটকেই বা মাৰক। ঈশ্বৰৰ শপত। ল'ৰা-ছোৱালীকেইটাৰ শপত। পাৰ্টীৰ তিৰোতাজনীৰ শপত।'

এটা দুৰ্যোগপূৰ্ণ নিশা। অবিশ্বাস্য ব্যভিচাৰৰ কল্পনা। কাকতালীয় এক যোগাযোগ। অনিচ্ছাকৃত এক অপৰাধ। বিনম্ৰ প্ৰাৰ্থনা। সন্দেহজনক ক্ষমা। অসন্মানজনক জীৱন-নিৰ্বাহ।

এবাৰ বিহুত গাঁৱৰ ঘৰলৈ যাবলগীয়া হৈছিল। পলসা পথাৰৰ দাঁতিত থকা নৈপৰীয়া গাঁওখনৰ কাষেদিয়েই আমাৰ গাঁৱৰ ঘৰলৈ যোৱা ৰাস্তা। এওঁৰ গাড়ীখন সকলোৰে চিনাকি। তেওঁলোকৰ নামঘৰত বিহু উপলক্ষে ডাঙৰকৈ নাম পাতিছে। এৰোঁ নামৰ বাবে এটা মাননি আগবঢ়াই থৈছে। জানো, ৰাইজে আৱৰি ধৰিলে। নাম সামৰিবৰে হৈছে। ৰাইজে মাতিলে— 'আহক, সেৱা এটা কৰকহি।'

ৰাইজৰ সেৱক, ৰাইজৰ আহ্বান নেওচে কেনেকৈ? ময়ো নামি গ'লোঁ। নিৰ্দিষ্ট সময়ত নাম সামৰিলে। মাহ-প্ৰসাদ বিলালে। ৰাইজে ভাৱে-ভক্তিৰে নামৰ সামৰণি মাৰিলে। আমাৰ এওঁ ৰাইজৰ পৰা বিদায় ল'বলৈ গৈ সম্ভ্ৰমেৰে জানিবলৈ বিচাৰিলে— 'সকলো ভকতে প্ৰসাদ পালে নহয়?' এজনে ক'লে— একমাত্ৰ মুহিলাৰ পৰিয়ালটোৰ বাহিৰে সকলোৱে পালে। সিহঁতক এঘৰীয়া কৰি থোৱা হৈছে। জুয়ে-পানীয়ে নিষেধ।'

'কিয়?' মই এজনৰ পৰা জানিবলৈ বিচাৰিলোঁ।

তেওঁ প্ৰশ্নটোৰ পৰা এৰাই যাবলৈ বিচাৰিলে। মোৰ কৌতূহল বাঢ়িল। এগৰাকী মহিলাক জুয়ে-পানীয়ে এঘৰীয়া কৰাৰ কাৰণ কি হ'ব পাৰে?

'তাই দণ্ড ভৰিব লাগিব। এহেজাৰ টকা দি ৰাইজৰ আগত আঠু ল'ব লাগিব। ভোজ-ভাত দিব লাগিব' এজনে চিঞৰি ক'লে।

গৃহস্থক কাণে কাণে ক'লোঁ— 'মুহিলা নামৰ মহিলা গৰাকীক কিয় এঘৰীয়া কৰিলে, কৰণটো বিচাৰ কৰা।'

নিঃসংকোচে ক'বলৈ কোনেও নিবিচাৰিলে। যেন কথাটোৰ পৰা এৰাই থাকিবলৈ পালেই ৰক্ষা। গৃহস্থই কথাটো এৰি নিদিলে— 'কিয়, কিনো হ'ল? আপোনালোকৰ পৰা মই এই বিষয়ে জানিবলৈ কামনা কৰোঁ।'

বাধ্যত পৰি এজনে লাহে-ধীৰে ক'লে— 'তাই ব্যভিচাৰী তিৰোতা।'

কথাটো মানি লোৱাত অসুবিধা পালোঁ। মুহিলাক ব্যক্তিগতভাৱে নাজানিলেও গৃহস্থৰ মুখত প্ৰায়ে তেওঁৰ কথা শুনিবলৈ পাওঁ।

'হেৰা, এইকেইটা মুহিলাৰ পৰা কিনা মাছ। মাছকেইটা তাই চাই-চিটি দিছে। টেঙা দি ৰান্ধিবা তাই কৈ পঠিয়াইছে।'

'আও! মই কিদৰে ৰান্ধিম দিহা দিব পৰাকৈ তাই তোমাৰ ইমান ঘনিষ্ঠ হ'লনে?'

'সেয়া তোমাৰ লাগিল জেঙা। মুহিলা এজনী পোহাৰী নহয় বুজিছা। অৱস্থাই তাইক এই কামটো কৰিবলৈ বাধ্য কৰাইছে।'

তেওঁ কৈ গ'ল—

'মাজে মাজে মই বৰ অনুভূতিপ্ৰৱণ হৈ পৰো জানা। গাঁৱৰ মানুহৰ দৰিদ্ৰগ্ৰস্ত জীৱন দেখিলে হতাশাই আৱৰি ধৰে। কেনেকৈ যে জীয়াই আছে এচাম মানুহ। নেদেখিলে বিশ্বাস নকৰিবা। মুহিলাৰ জীৱনটোও বৰ দুখ লগা বুজিছা।'

অলপ আগতে হাঁহি হাঁহি কথা কোৱা মানুহজন লাহে লাহে বেদনাৰে ভাৰাক্ৰান্ত হৈ অন্য এখন জগতত প্ৰৱেশ কৰিলে। মেলি ধৰিলে মুহিলাৰ জীৱনৰ কৰুণ আলেখ্য।

চাৰিটা সন্তান তাইৰ। গিৰিয়েক খেতিয়ক, নামত। আনৰ আধি মাটিত খেতি কৰি জীৱন-নিৰ্বাহ কৰে। পথাৰত হাল বাই থাকোঁতে এদিন গৰুৰ বোকা লগা নেজৰ কোব খাই চকু দুটা ঘুণীয়া হ'ল। চিকিৎসাৰ বাবে সামৰ্থ নাই। সি তাৰ চকু দুটা হেৰুৱালে। যি দুটা অকল তাৰেই চকু নাছিল। আছিল ঘৰখনৰ চকু। চকু হেৰুৱাই সি ঘৰখনলৈ আনিলে আন্ধাৰ নমাই। উপায়ন্তৰ হৈ মুহিলাই ঘৰৰ চাৰিবেৰৰ মাজৰ পৰা ওলাই আহি অন্ন-সংস্থানৰ ব্যৱস্থা কৰিবলগীয়া হ'ল।

তাই নিশা এগাল ভাপত দিয়া পিঠা তৈয়াৰ কৰে। উপজি পুৱা চাহ এক কেটলি লৈ নৈৰ ঘাটলৈ যায়। ওৰে নিশা মাছ মাৰি থকা মাছমৰীয়া, ঘাট-ৰখীয়াক ভাপত দিয়া পিঠাৰে চাহ খুৱায়, বিনিময়ত সিহঁতৰ পৰা মাছ আনে। সেয়া মাছ পুৱাৰ বজাৰত বেচে। তেল-নিমখ, চাউল-পাত যোগাৰ কৰে। ঘৰৰ পাঁচোটা প্ৰাণীৰ জীৱন নিৰ্বাহৰ সাধন ভাপত দিয়া পিঠা, ৰঙা চাহৰ বিনিময়ত পোৱা এগাল মাছৰ বেহা।

সেইজনী মুহিলাক ৰাইজে এঘৰীয়া কৰি থৈছে তাই ব্যভিচাৰী, চৰিত্ৰহীনা বুলি। নামঘৰত কথাটো শুনি মই যিমান উদ্বেগ অনুভৱ কৰিলোঁ তাতকৈ তেওঁ বেছিকৈ উত্তেজিত হ'ল। গৃহস্থই কৰযোৰে ৰাইজক ক'লে—

'ৰাইজ! আপোনালোকে যি অভিযোগ দিছে সেয়া মই নাকচ কৰিবলৈ নিশ্চয় নোৱাৰোঁ। তথাপি ৰাইজ, তাইৰ কিবা এটা সু-ব্যৱস্থা কৰিব পাৰিলে ভাল হয়।'

ৰাইজৰ মাজৰ পৰা এজন আদহীয়া ব্যক্তিয়ে উঠি ক'লে— 'মুহিলা নষ্ট যোৱা মহিলা। ব্যভিচাৰী।'

'কথাটো ভাঙি-পাতি কওক।'

গৃহস্থৰ অনুৰোধ এৰাব নোৱাৰি সমজুৱাৰ এজনে ক'লে— 'আপোনাক ক'বলৈ সংকোচ অনুভৱ কৰিছোঁ। এয়া গাঁৱৰ ভিতৰুৱা কথা। অৱশ্যে আপুনি আমাৰ নিজৰ মানুহ। জানিবলৈ বিচাৰিছে যেতিয়া....।

কোন তিৰোতাই মতাটো অন্ধ বুলি এনে কু-কৰ্ম কৰিবলৈ আগবাঢ়ি আহে কওকচোন? গাভৰু মানুহ। অলপ সাৱধান হ। গা-টো দেখুৱাই তাই টকা ঘটিছে।

'মানে?'

'মানে কি বুলিনো কওঁ। নিশা এপৰত কেইটামান পিঠা, এক কেটলি ফিকা চাহ লৈ তাই বেপাৰ কৰিবলৈ যায়। কি বেহা আমি নাজানো নে? বজাৰত জুই-ছাই দাম। কাৰোৰে ওচৰত হাত নপতাকৈ তাই ল'ৰা-ছোৱালী পঢ়ুৱাইছে। ঘৰ চলাইছে। এয়া কি সম্ভব? আমি মুনিহ'সোপাই দিনে-ৰাতি গেবাৰি খাটিও সংসাৰৰ জোৰা-তাপলি মাৰিবলৈ পৰা নাই। অথচ তাই ....।'

ওচৰে-পাঁজৰে গোট খাই থকা মানুহবোৰেও হয়ভৰ দিলে। ৰাইজৰ বিচাৰ বাবেই মানি ল'ব লাগিব নেকি? এগৰাকী নিৰক্ষৰ মহিলা যাৰ হাতত মূলধন নাই, নাই জনবল। একমাত্ৰ নিজৰ দুবাহুৰ বলত এটি পৰিয়াল পোহপাল দিয়াৰ দৰে কঠোৰ সংগ্ৰামৰ জীৱন আৰম্ভ কৰিছে... তাতো প্ৰতিবন্ধকতা।

গাভৰু দেহটোৰ বাবেই তাইৰ যতমানে যন্ত্ৰণা। পতিৰ প্ৰতি কৰ্তব্যবোধ, সন্তানৰ প্ৰতি দায়িত্ববোধৰ অৰ্থ নাই। উপস্থিত বুদ্ধিৰে পৰনিৰ্ভৰশীল নোহোৱাকৈ সুচাৰুভাৱে ঘৰখন চলাইছে. ভাল কাম এটাৰ শলাগ লোৱাতকৈ ঘৃণনীয় কলংকেৰে কলুষিত কৰাৰ কি এক ষড়যন্ত্ৰ। মুহিলাৰ দুখ-দুৰ্দশাগ্ৰস্ত জীৱনৰ বিষয়ে যদিহে আগেয়ে নাজানিলোহেঁতেন ময়ো চাগৈ, আন দহজনৰ দৰে কথাটো মানি ললোহেঁতেন। কিবা এষাৰ ক'ম বুলি প্ৰস্তুত হওঁতেই গলগলীয়া মাতেৰে গৃহস্থই কৈ উঠিল—

'ৰাইজ, আপোনালোকৰ কথা একে আষাৰে নুই কৰিব নিশ্চয় নোৱাৰি। কিন্তু মুহিলাৰ মুখেৰেও তাইৰ মনৰ কথাখিনি ৰাইজ, আপোনালোকে শুনক। মই তাইৰ হৈ আপোনালোকক অনুৰোধ কৰিছোঁ— দোষী বুলি সাব্যস্ত কৰাৰ আগেয়ে তাইক ক'বলৈ সুবিধা এটা দিব লাগে।'

ৰাইজে কথাটো দলিয়াই পেলাব নোৱাৰিলে। ইতিমধ্যে অভিযুক্ত মুহিলাও গিৰিয়েক আৰু ল'ৰা-ছোৱালীকেইটাৰে নামঘৰত উপস্থিত হৈছে। ৰাইজৰ সন্মুখত গোটেই পৰিয়ালটোৱে আঠু ল'লে। পৰিয়ালটো গহীন-গম্ভীৰ হৈ পৰিল। যেন এজাক ধুমুহা-বৰষুণ আহিব, আকাশ ওন্দোলাই মেঘে ঢাকি ধৰিছে। কালধুমুহাই উৰুৱাই লৈ গৈ ক'ত পেলাব, কোনে জানে?

মুহিলাই নহয়, মুহিলাৰ গিৰিয়েক মহীধৰেহে গামোচাখনেৰে দুগালেৰে বৈ অহা চকুপানীখিনি মচি লৈ থোকা-থুকি মাতেৰে ক'বলৈ ধৰিলে—

'ৰাইজ, মোৰ ঈশ্বৰসকল! মুহিলাক নহয়, মোকহে শাস্তি দিয়ক। তাইক ময়েহে পাতকী সাজিলোঁ। চকু দুটা হেৰুৱালোঁ, পাপী পেটৰ দায়ত ঘৰৰ তিৰোতাক বাহিৰলৈ পঠিয়াবলগীয়া হ'ল। তাই যদি আপোনালোকৰ চকুত ব্যভিচাৰী, তেনেহ'লে মই তাতকৈ

কমনে? ৰাইজ! আজি দুটা বছৰে তাইয়েই ল'ৰা-ছোৱালীকেইটাৰে ঘৰখন ধৰি আহিছে। তাই নহ'লে আমি গোটেই পৰিয়ালটো নাখাই মৰিলোহেঁতেন। তেনে তিৰোতাজনীক আপোনাসবে পাপী বুলিলে। ৰাইজ, আপোনালোকৰ বিচাৰ মানি নলৈ কি কৰিম।'

মহীধৰ কান্দোনত ভাগি পৰিল। লগে লগে গোটেইকেইটা ল'ৰা-ছোৱালীয়ে ৰাউচি জুৰিলে। মুহিলাই অকণো কন্দা নাই। নিৰ্বিকাৰ হৈ তাই বৈ আছে। হৈ যোৱা দুৰ্যোগ নে আহি থকা দুৰ্যোগৰ বাবে তাই ভয় খাব? তাইৰ চকুকেইটা দগ্‌দগীয়া অঙঠাৰ দৰে জ্বলি উঠিছে। য'ত অপমান পোৱাৰ বাবে আক্ষেপ নাই, আছে প্ৰতিবাদৰ মুকভাষা। বন্ধপাণীয়ে যেনেদৰে বাট চাই থাকে সুযোগৰ কাৰণে, পাৰ ভাঙি বৈ যায় দুয়ো পাৰ ভাঙি, একেদৰে তায়ো বাট চাই আছে যেন তেনে এটা মুহূৰ্তলৈ।

এজনে ধমকি দি উঠিল— 'মহীধৰ, তই কান্দিলেই সমস্যাটো শেষ হৈ যাব নেকি? তিৰোতাৰ উপাৰ্জনেৰে খাবি, টকা এহেজাৰ দি, ভোজ-ভাত খুৱাই উদ্ধাৰ হ'ব লাগিব বুলি ৰাউচি জুৰি কান্দিবি। সেইটো নহ'ব দেই।' ৰাইজে হয়ভৰ দিলে।

আঃ কোনে তেওঁলোকক বুজাব। মানুহৰ জিভাত হাড় নাথাকিব পাৰে, কিন্তু এই জিভাই শব্দৰ বাণেৰে বহুতৰে হাড় ভাঙে।

মুহিলাই অতৰ্কিতে চিঞৰি উঠিল— 'ৰাইজ আপোনালোকে মোক ব্যভিচাৰী বুলি কৈছে। এহেজাৰ টকা দি ভোজভাত খুৱালে মই পৱিত্ৰ হৈ যাম, নহয়নে? যদিহে মোৰ সিমানখিনি সামৰ্থ্য থাকিলহেঁতেন, তেনেহ'লে আপোনালোকক ব্যভিচাৰী বুলি ক'বলৈ সুবিধা দিলোহেঁতেনে? ৰাইজ! আপোনালোকে এবাৰ মান মোৰ পৰিয়ালটোৱে কেনেদৰে চলিছিলোঁ, মানুহটো ৰোগত পৰোঁতে এবাৰমান খবৰ লৈছিলনে? মই মুখ খুলিলে বহুতৰে চুৰিয়া খোল খাই যাব। গামোচাই ডিঙিৰ শোভা নবঢ়াব, বৰং ফাঁচিৰ জৰী হ'ব।' মুহিলাৰ বুকুৰ ক্ষোভ আগ্নেয়গিৰিৰ লাভাৰ দৰে শব্দৰ সোঁতেৰে উদ্‌গিৰিত হ'ল।

মুহিলাৰ চিঞৰ, ৰাইজৰ চিঞৰ। নামঘৰত শব্দৰ ধুমুহা ব'বলৈ ল'লে। কথা বিষম যেন দেখি আমাৰ গৃহস্থই মুহিলাক শান্ত কৰিলে। ৰাইজক হাতযোৰ কৰি শান্ত হ'বলৈ অনুৰোধ কৰিলে।

ধুমুহাৰ পিছত পৃথিৱী শান্ত হোৱাৰ দৰে নামঘৰৰ পৰিৱেশ নিয়ন্ত্ৰিত হ'ল। তেওঁ লাহে লাহে ক'লে— 'ৰাইজ! আপোনালোকৰ মাজৰে মহীধৰো এজন। ভগৱানে নকৰক, আন এজনৰ অৱস্থা মহীধৰৰ নিচিনা নহওক। কোনো মুহিলাই ব্যভিচাৰী বুলি এনেদৰে অপমানিত হ'বলগীয়া নহয় যাতে! ৰাইজ মুহিলাই দিবলগীয়া টকা এহেজাৰ এয়া মই আপোনালোকক তাইৰ হৈ দিলোঁ। তাইৰ সামৰ্থ্য নাই, আপোনালোকে জানেই। তাই ভোজ-ভাত ক'ৰ পৰা দিব? ৰাইজে নখ জোকাৰিলে নৈ বয়। আপোনালোকে তাইক নিজৰ বুলি

ভাবি পৰিয়ালটোক উদ্ধাৰ কৰক।'

ৰাইজৰ মাজৰ পৰা এজনে ক'লে— মই বাৰু টকা এশ দিম, আন এজনে টকা পঞ্চাশটা দিবলৈ গাত ল'লে। লাহে লাহে ৰাইজৰ মাজৰ পৰাই কেইবাজনেও টকা দিয়াৰ দায়িত্ব ল'লে। আমাৰ গৃহস্থই হিচাপ কৰি দেখিলে তেওঁ দিয়া টকাৰে সৈতে প্ৰায় দুহেজাৰ হ'ল। তেওঁ প্ৰস্তাৱ দাঙি ধৰিলে—

'ৰাইজ! আপোনালোকে অনুমতি দিলে মই এটা পৰামৰ্শ দাঙি ধৰিব পাৰোঁ।'

ৰাইজৰ অনুমতি লৈ তেওঁ এইবাৰ ক'বলৈ ধৰিলে— 'ৰাইজ মুহিলাৰ দণ্ডৰ টকা দুহেজাৰেৰে আপোনালোকে নামঘৰটোৰ বাবে এখন ফেন কিনি লওক। আপোনালোকৰ উদাৰতা ফেনৰ শীতল বতাহেৰে বৈ থাকক।'

ৰাইজে পৰামৰ্শটো মানি ল'লে। মানি ল'লে ফেনখনত নামটো লিখাই দিয়া হওক মুহিলা বুলি। কথাটোত কোনোৱে প্ৰতিবাদ নকৰিলে। পলসাৰ নামঘৰৰ চিলিঙৰ কাঠৰ বাটামটোত মেল বহাৰ পাছদিনাই ফেনখন ওলোমাই দিয়া হ'ল। এতিয়া নামঘৰটোত নাম-কীৰ্ত্তনকে আদি কৰি যিকোনো কামত মানুহ গোট খালেই ফেনখন চলাই দিয়া হয়। মুহিলাৰ নাম লিখা ফেনখনে নিৰ্দিষ্ট গতিত অতি দাম্ভিকতাৰে ৰাইজক শীতল বতাহেৰে আপ্যায়িত কৰে।

নিশাৰ গভীৰতা ভেদি ৱাল ক্লকটোৰ ঘণ্টা বাজি উঠিল। চালোঁ, বাৰ বাজি গ'ল। ভাগৰে হেঁচা মাৰি ধৰিছে। অথচ টোপনিয়ে সাবটি লোৱা নাই। চিনেমাৰ ৰিলৰ দৰে বিস্মৃতিৰ ওৰণি গুছাই স্মৃতিৰ লুকা-ভাকু।

হঠাতে ফোনটো বাজি উঠিল। আপোনা-আপুনি ৱাল-ক্লকলৈ চকু গ'ল। নিশা চাৰে বাৰ বাজি গৈছে। এই গভীৰ নিশা হঠাতে ফোনটো বাজি উঠাৰ লগে লগে বুকুখন ঢপ্ ঢপ্‌কৈ উঠিল। এওঁ আজি ৰাতি ঘৰত নাই। নাহো বুলি কৈ গৈছে। অথচ, হঠাৎ ফোন কৰিলে কিয়?

'হেল্লো, কোন?'

'মই, অনু।'

'অনু বাইদেউ। নিশা চাৰে বাৰটাত? কি হ'ল?'

'বিনয় আছে?'

'নাই, কিয়? তেওঁ আজি ঘৰলৈ নাহে। তেওঁৰ কিবা হ'ল নেকি? মোৰ মাতটো যেনেতেনে ওলাল।

'নাই নাই, বিনয়ৰ বিষয়ে মই একো নাজানো। তেওঁক এবাৰ লগ পাব লাগে অ'। ডাঙৰ বিপদ এটাত পৰিছোঁ।'

'কি বিপদ? মোৰে শপত কওক।'

কান্দোনত ভাঙি পৰি থোকা-থুকি মাতেৰে অনুবাইদেৱে ক'লে— 'মোৰ ছোৱালীজনী, বিপাশা। তাই আজি স্কুললৈ পুৱাতে ওলাই গ'ল। এতিয়ালৈকে কোনো খা-খবৰ নাই। এওঁলোকে বিচাৰি ফুৰিছে। মই কি কৰো কোৱা। ক'লৈ যাওঁ। বিনয়ৰ বহুত চিনাকি মানুহ আছে। শেষত উপায় নাপাই ভাবিলোঁ বিনয়ে কিবা এটা সহায় কৰিব পাৰিব নিশ্চয়। বিনয়ৰ ফোনৰ চুইচ্ অফ্। কিবা এটা কৰা অ', মাধুৰী। মই মৰি যাম। তাইৰ কিবা এটা হ'লে মই জীয়াই নাথাকোঁ।'

কি বুলি সান্ত্বনা দিওঁ বাইদেউক। দুঃসময়। কি এক দুৰ্যোগ। 'আপুনি অকণমান ধৈৰ্য ধৰক। মই বিনয়ৰ লগত যোগাযোগ কৰোঁ। কিবা এটা কৰিব লাগিব। আপুনি ফোনটো থওক।'

ফোনটো থৈ বিনয়ৰ আনটো নম্বৰলৈ ফোন কৰিলোঁ। যিটো একান্ত ব্যক্তিগত নম্বৰ।

'হেল্লো, বিনয়। অনু বাইদেৱে ফোন কৰিছিল এইমাত্ৰ। তেওঁৰ জীয়েক বিপাশা হেনো ৰাতিপুৱাৰ পৰা নাই।'

'অ', মাধুৰী। মই জানো। মই সেই কেচটোৰ কাৰণে পুলিচ থানাত আছোঁ। বিপাশাৰ দেউতাকে মোক খবৰ দি মতাই আনিছে। বিপাশাক পোৱা গৈছে। তুমি অলপ অপেক্ষা কৰা। মই ৰিং কৰি আছোঁ।'

মোক একো জনাৰ অৱকাশ নিদিয়াকৈ বিনয়ে ফোনৰ সংযোগ বিচ্ছিন্ন কৰিলে।

মোৰ বুকুখন কোবাল নদীত ঢৌৱে ঢৌৱে ঠেকা খোৱা নাওখনৰ দৰে হ'ল। এইমাত্ৰ যেন বুৰি যাব। কি হ'ল বিপাশাৰ? ঠিকে আছে নে?

অষ্ঠ-কণ্ঠ শুকাই গৈছে। পানী অলপ পি ল'লে শান্তি পাম চাগে। গিলাচটো হাতত লোৱাৰ লগে লগে ফোনটো বাজি উঠিল।

'অ', কোৱা। কি হ'ল বিপাশাৰ? তাই ঠিকে আছেনে? কোনো ভূমিকা নকৰাকৈ পোনে পোনে সুধিলোঁ।

'নাই। ঠিকে নাই। নাৰ্চিংহোমত ভৰ্তি কৰোৱা হৈছে।' পুলিচ কেচ, দেৰি হ'ব।'

'কি কোৱাহে?'

'নক'বা বুজিছা। তাইক গেং ৰেপ্ কৰিছে?'

'কোনে?'

'তাইৰ বয়ফ্ৰেণ্ড আৰু তাৰ লগৰ কেইবাটাও বন্ধুৱে। পুলিচে সিহঁত কেইটাক বিচাৰি ফুৰিছে।'

'মানে?'

'আজিকালি এনেকুৱা একোটা দুষ্ট চক্ৰ ওলাইছে বুজিছা। প্ৰেমত পেলাই, ডেটিং কৰিবলৈ নিয়াৰ চলেৰে, বন্ধুবৰ্গক লগত লৈ সিহঁতে এনে অপকৰ্ম কৰে।'

'কি কৈছা এইবোৰ?'

'অ; দলটোৰ প্ৰতিটো বন্ধুৱে, প্ৰতিজনী গাৰ্লফ্ৰেণ্ডক এনেদৰে ইউজ কৰে বুলি ময়ো অলপতেহে জানিছোঁ। বহুত কেচ পুলিচ থানাত আছে। কিছুমান গৃহস্থই কেলেংকাৰী ধৰা পৰিব বুলি কথাবোৰ গোপন কৰি থয়।'

'বিনয়। কি শুনিছোঁ। বিপাশাৰ বয়সনো কিমান? তাইৰ বয়ফ্ৰেণ্ডৰ বয়স কিমানহে?

'তাইৰ সমানেই, তেনেই কম। এইবোৰ চিন্তা কৰি পাৰ নোপোৱা সমস্যা। নতুন প্ৰজন্মৰ কিছু সংখ্যকৰ অৱক্ষয়ৰ কাহিনী। শুই থাকা। কালিলৈ আকৌ কলেজ নাই জানো?' বিনয়ে কথাখিনি কৈ ফোনৰ সংযোগ বিছিন্ন কৰিলে। আৰু মই এটা চাবি দিয়া পুতলাৰ দৰে নিথৰ হৈ ৰৈ গ'লোঁ।

কিছুসময় পাৰ হ'ল। অলপ প্ৰকৃতিস্থ হ'লো হুমুনিয়াহে গধূৰ কৰা ৰাতি। প্ৰতিটো দিনৰ অন্তৰালত একোটি গোপন ৰহস্য লুকাই থাকে। কোনে জানে কালিলৈবা কি ঘটিব?

আস্! ইমান চেন্টিমেন্টল হ'লে নচলিব। শোৱাই ভাল হ'ব। নহয়, শুবই লাগিব। এটা নতুন পুৱালৈ বাট চাই আছোঁ, কালিলৈ এটা নতুন দিন আহিব। বাগৰ সলাবলৈ লওঁতেই টোপনিত নিঃপালি দিয়া প্ৰাণবসন্তৰ হাতখনত মোৰ শৰীৰটোৰ হেঁচা পৰিল। সি দুখ পাই কেঁকাই উঠিল, সাৰ পালে। আলফুলে তাৰ হাতখন মোহাৰি দিলোঁ। সি পুনৰ টোপনি গ'ল।

শুই থকা প্ৰাণবসন্তৰ মুখখনত ৰাতিপুৱাৰ অভিমানৰ লেশমানো নাই। ছবি আঁকিবলৈ ভালপোৱা ল'ৰাটোৱে আজি কিন্তু ছবি অঁকাৰ নামেই নল'লে। সৌৱা সি আঁকিবলৈ লোৱা কাগজখন টেবুলত পৰি আছে। শুধ বগা কাগজখনত কাঠপেঞ্চিলেৰে দিয়া এটা ফুট; তাৰ পৰাই আৰম্ভ কৰিব পৰিলেহেঁতেন। যেনেদৰে আমি প্ৰত্যেকেই আৰম্ভ কৰোঁ। কেতিয়াবা সুন্দৰ, কেতিয়াবা বিভৎস। সি বাৰু কি আঁকিলেহেঁতেন?

প্ৰাণবসন্ত ডাঙৰ হৈ আহিছে। পৃথিৱীখনৰ লগত তাৰ চিনাকি বাঢ়িব। আৰু সি আজি অঁকা ছবিৰ লগত আগলৈ অঁকা ছবিবোৰৰ বিষয়বোৰ নিশ্চয় বেলেগ হ'ব।

এটা বিন্দুৰ পৰা আৰম্ভ কৰি সিন্ধুলৈ যাত্ৰা কৰা প্ৰাণবসন্তই নতুবা তাৰ দৰে আন বহুতে আগলৈ বাৰু কি আঁকিব? ◈



# ১৯ বসুমতী

## প্ৰতিভা শৰ্মা

এই পানী অহাৰ সময়খিনিত পানীৰ পাইপটোৰ গুৰিত মানুহখিনিয়ে সদায় ইমান হুলস্থুল কৰে একেবাৰে টোপনিৰ আমেজটোৱেই ভাঙি যায়। নহ'বনো কিয় পানী অহাৰ কোনো নিৰ্দ্দিষ্ট সময় আৰু দিন নাই। দুদিন-তিনিদিনৰ মূৰত পানী আহে, কেতিয়াবা এসাপ্তাহলৈও পানী নাহে। প্ৰথমৰ পানীখিনি ক'ৰবাত চাগৈ পাইপ ফাটিছে একেবাৰে ক'লা-ক'লা দুৰ্গন্ধময়, পানীৰ ওচৰলৈকে যাব নোৱাৰি। পাছলৈ গৈ যি অলপ ভাল পানী আহে সকলোৰে বাবে খোৱাপানীখিনিৰে যোত্ৰ নমৰে। ৰাস্তাৰ সিটো পাৰে কিন্তু সদায় প্ৰচুৰ পানী আহে, পানীও ভাল। কাৰণ সেইফালে চৰকাৰী অনুষ্ঠান-প্ৰতিষ্ঠান বেছিকৈ আছে। সৰ্বসাধাৰণ ৰাইজক চাগৈ পানী নহ'লেও হয় বুলিয়েই ভাবে, সেয়েহে এনে বৈষম্য। পানীৰ বাবে দিব লগা টেক্স কিন্তু ঠিকেই দিব লাগে, পানী ৰাইজে পাওক বা নাপাওক। কিমান ওজৰ-আপত্তি, চিঞৰ-বাখৰ কৰা হ'ল মিউনিচিপালটিৰ অফিচত, পিছে সকলো ফুটুকাৰ ফেন। বৰুৱাৰ এটা বৰ বেয়া অভ্যাস আছে, যাৰ বাবে পৰিবাৰৰ সদায় গালি খাব লাগে। কিন্তু কি হ'ব গালি খালেও উপায় নাই। ইমান যে ভাল লাগে পুৱাৰ এই টোপনিকণ। এনেয়েনো কয়নে—'টোপনিৰ চিকুন পুৱা'। ছেঃ কিনো হ'ল আজি গোটেইখন দেখোন ল'ৰা-ঢপৰা। হাৰে, হুলস্থুল দেখোন বেছিহে হ'ল। কিনো 'পালে পালে' লগাইছে। নাই আৰু শুব নোৱাৰি। উঠিবই লাগিল। অগত্যা বৰুৱা বিছনাৰ পৰা অনিচ্ছা সত্বেও নামি আহিল। আগগুৰি নাভাবি গাত চোলাটো পিন্ধি বৰুৱাৰ পৰা চাৰিটা পদূলিৰ সিপাৰৰ দাসৰ ঘৰলৈ মানুহবোৰৰ লগতে বৰুৱাইও দৌৰ দিলে। যেনিবা দৌৰ প্ৰতিযোগিতাহে। তালৈ গৈহে বৰুৱা অবাক। পানীৰ বাবে হোৱা হাঁহাকাৰৰ হুলস্থুল বুলি ভাবিছিল যদিও, মানুহৰ ভিৰৰ মাজত সোমাই বৰুৱাই দেখিলে— 'দাসৰ ঘৰৰ পাছফালৰ বাথৰূমৰ পৰা

দেখোন কিবা এটা .... ।' সেইটো দেখোন কোনোবা নাৰীৰ শৰীৰ এটা দুজনমানে দাঙি আনিছে। সেইটো দেখোন দাসৰ ঘৰৰ কাম কৰা মানুহে ব্যৱহাৰ কৰা বাথৰূমহে।

ইতিমধ্যে বিভিন্নজনে বিভিন্ন মতামত দিলে। "নাই নাই, এনে এঘৰ সম্ভ্রান্ত ঘৰৰ বোৱাৰীয়ে কেতিয়াও কাম কৰা মানুহে ব্যৱহাৰ কৰা গা-ধোৱা ঘৰ ব্যৱহাৰ নকৰে। এনেতে এজনে ক'লে নহয়হে 'আত্মহত্যা', আত্মহত্যা ..... ।" কোনে কি কৈছে ঠিকনা নাই। ইতিমধ্যে পুলিচো আহি পাইছে। পুলিচে ডেড্‌বডি সম্‌জি ল'লে।

দাসৰ ঘৰৰ বিলাসবহুল চৌহদত সতকায় মানুহ সোমাই যাবলৈ বা ঘটনাৰ আতি-গুৰি ল'বলৈ ওচৰৰ সৰ্ব্বসাধাৰণ ৰাইজৰ সৎ-সাহসৰ কিছু অভাৱ হ'ল। কিয়নো গৃহস্থৰ আচাৰ-আচৰণ, ভাব-গতিয়ে সকলোকে পতিয়ন নিয়াইছে যে ঘটনাৰ আকস্মিকতাত তেওঁলোক নিজেই হতভম্ব। গতিকে ওচৰতে থকা মুকলি ঠাইখিনিতে কেইজনমানে বহি কোনে কি ধাৰণা কৰিব পাৰে বা জানে তাকে আলোচনা কৰাত লাগিল।

'নাৰদ' বুলি খ্যাত বিপুল শইকীয়াই নিজকে দাসৰ ঘৰৰ প্ৰিয়পাত্ৰ আৰু তেওঁলোকৰে এজন সদস্য বুলি জ্ঞান কৰে; আৰু কয়— 'তেওঁলোকৰ মই তেজৰ সম্পৰ্কত কোনো নহওঁ। কিন্তু দাসৰ ঘৰৰ মানুহে মোক তাতোতকৈ বেছি আপোন বুলি ভাৱে।' এনেতে এজনে মন্তব্য দিলে—'বোৱাৰীগৰাকীতো বেচ্ ৰাংঢালী আৰু দাসৰ ঘৰৰ অন্যান্যসকলৰ দাৰে 'ৰিজাৰ্ভ' হৈ থাকিব্বলৈ ভাল নাপায় যেন লাগে। দেখিলেতো বেচ সুখী যেনেই লাগে। কিহৰ পৰানো কি হ'ল জানো, একোচোন ধৰিবই পৰা নাই। সেইবোৰ বৰ মানুহৰ ঘৰৰ বোৱাৰীৰ কথা আমিনো কেনেকৈ গম পাম, ক'ৰবাত কিবা কৈ জগৰত পৰিবলৈ মন নাই। যি মানুহ আছে তিলকে তাল কৰি লগাই গণ্ডগোল এখনৰহে সৃষ্টি কৰিব। গতিকে মই যাওঁহে। এনেতে বিপুল শইকীয়াই বাধা দি উঠিল—'হে, হে, ক'ত যায় শুনকচোন শুনক, সেইখন দেখোন মোৰ ভাত ঘৰ। মই আগতেই অনুমান কৰিছিলোঁ বুজিছে, সেই বোৱাৰীজনীৰ কপাল দেখি আমিটো অবাক হৈছেলোঁ। যিহে ঘৰৰ ছোৱালী, কোনোমতে পেটে-ভাতে চলে। ইয়াত আহি ৰাজৰাণী হ'ল। হ'লে কি হ'ব মই সব গম পাওঁ নহয় হে'ৰি!, তাই মনে মনে শহুৰৰ ঘৰৰ টকা-পইচা মাকৰ ঘৰলৈ চালান দিয়ে। দাসৰ ঘৰৰ মানুহে গম পাই যদিও একো আপত্তি নকৰে। ব্ৰহ্মপুত্ৰৰ পানীৰ দৰে টকা-পইচা দুবৰি বনৰ আগেৰে কেই টোপালনো পেলাব। খাওক খাওক জীয়েকৰ যহতে দুসাজ সুখেৰে খাওক। সেয়াতো সেয়াই, মোৰ বোধৰে অন্য এটা সাংঘাটিক কথাৰ বাবেহে বোৱাৰীজনীয়ে এই পথ ল'লে। ফটা মুখৰ বাইক ৰাইজে আকৌ মই কোৱা বুলি নকয় যাতে— 'হে, তাইৰ স্বভাব-চৰিত্ৰও ভাল নাছিল। বিয়া হোৱানো কেইমাহ হৈছে, পাছে নাক-কাণ কাটিব লগা কিবা অঘটনৰ বাবেই তাই আগে ভাগে এই পথ লৈছে। অ' মই যাওঁহে আজি আকৌ মই

মিটিং এখনলৈও যাব লগা আছে। ৰাতি পুৱাই পুৱাই কি দেখিলোঁ, কি শুনিলোঁ ভগৱন্তইহে জানে, দিনটো কেনে ভাবে যায়। দাসৰ ঘৰলৈ আবেলিলৈকে এপাক মাৰিম। বৰ ডাঙৰ আঘাত পালে বোৱাৰীজনীক নিজৰ জীয়েকতকৈও বেছি মৰম কৰিছিল। মই সকলো জানো নহয়, কলোৱেইচোন সেইখন মোৰ ভাতঘৰহে— 'কৃষ্ণঃ কৃষ্ণ' বুলি কোবাকুবিকৈ আমাৰ নাদৰ শইকীয়া অন্তৰ্ধান হ'ল।

ঘৰলৈ আহি বৰুৱা অবাক তেওঁৰ পৰিবাৰে দেখোন কান্দি আছে, এওঁনো নগ'ল কিয়। ওচৰ পোৱাৰ লগে লগে বৰুৱানীয়ে থোকাথুকি মাতেৰে আৰম্ভ কৰিলে— 'জানা, মই এনে এটা ঘটনা হ'ব বুলি আগতেই ভাবিছিলোঁ। দাসৰ বোৱাৰীয়ে মোক এদিন বজাৰত লগ পাওঁতে বৰ দুখ মনেৰে কৈছিল— 'জানে বাইদেউ, মোক দেখিলে আপোনালোকে খুব সুখী বুলি ভাবে নহয়। মোৰ ভন্টিৰ বান্ধৱী বাবেই তাই মোক সকলো কথাই সুবিধা পালেই কয়, যিবোৰ আনকি তাই মাক-দেউতাক, ভায়েক-ভনীয়েক,আত্মীয় স্বজন কাকো নকয়। মোক কৈছিল— 'নাৰী হ'লেযে কত কঠিন পৰীক্ষাৰ সন্মুখীন হ'ব লগা হয়। পিতৃ-মাতৃয়ে আঘাত পাব, স্বামীৰ ঘৰৰ কথা বাহিৰত প্ৰচাৰ হ'লে ঘৰৰ সন্মান হানি তথা নিৰ্যাতনৰ মাত্ৰা চৰিব। গতিকে নিজে মমবাতিৰ দৰে জ্বলি জ্বলি অন্যক পোহৰ দিয়া। বসুমতীৰ দৰে সকলো নীৰৱে সহ্য কৰা। গতিকে ইয়াৰ ভাগ বা হিচাপ আনক দিব নোৱাৰি, দিলে দুয়োটা পৰিয়ালৰ আত্মসন্মান হানি হ'ব, স্বামী পৰিয়ালৰ অনাদৰ অৱহেলাবোৰ বাৰিষাৰ বানপানীৰ দৰে পাৰ ওপচি পাৰাপাৰহীন কৰি পেলাব। গতিকে গুপুত ধন সঁচাৰ দৰে সাঁচি থ'ব লাগিব, ধনলৈ জুই লাগিলেও নিজেই জাহ যাব লাগিব, আনে দূৰৰ পৰা ৰং চাব।

কিন্তু কেৱল নাৰী হোৱাৰ বাবেই অত যাতনা। জন্ম নৌ হওঁতেই লিঙ্গ নিৰ্ণয় পৰীক্ষাৰ দ্বাৰা কন্যা সন্তান বুলি গম পালেই গৰ্ভতে হত্যা। তাৰ পিছত সকলো বাধ্য-বাধকতাৰ মাজত থাকি বিয়া হৈ আকৌ স্বামীৰ ঘৰৰ লাঞ্ছনা। অৱশ্যে সকলোৰে ক্ষেত্ৰত নহয় দিয়কচোন। কিন্তু সেই সৌভাগ্যৱতীসকলৰ সংখ্যা মাথোন এমুঠি। যৌতুকো আমাৰ ইয়াত দেখা-দেখিকৈ দাবি কৰি নলয় যদিও পাছত তাৰ বাবেই জীৱন পৰ্যন্ত উছৰ্গা কৰিব লগা হয়। কি কৰো বাইদেউ বহুতৰে ক্ষেত্ৰত আচল সত্যবোৰ মানুহে গমকে নাপায়। বোৱাৰীজনী চূড়ান্ত দোষী হৈ থাকি যায়। আগতে এওঁলোকে কৈছিল আমাক কেৱল ছোৱালীহে লাগে। কিন্তু বিয়াৰ পাছত ইমান অৱস্থাপন্ন মানুহ হৈও, দেউতাৰ জীৱন বীমাৰ টকা পোৱা বুলি গম পাই মোক তেওঁলোকৰ নতুন গাড়ীখন ল'বলৈ আগধন দিবৰ বাবে দেউতাৰ পৰা টকা আনিবলৈ ক'লে। তেতিয়া মোৰ সৰু ভনীজনীৰ বিয়াৰ যো-জা চলিছে। ....তেনেদৰেই আৰম্ভ। মোক মানসিকভাৱে নানা নিৰ্যাতন দিলে। এতিয়া দেউতাই অৱসৰ

লোৰাৰ পাছত দেউতাই কিছু টকা-পইচা পোৱা বুলি জানি সেইদিনা মোক টকা আনিবৰ বাবে ঘৰৰ শাহু, ননদ আনকি তেওঁলোকৰ উচটনিত মোৰ স্বামীয়েও মাৰধৰ পৰ্যন্ত কৰিছে। এতিয়া ভাবুকি দিছে মোক চৰিত্ৰহীনা বুলি প্ৰচাৰ কৰি ডাইৰ্ভোচ দিব। ইতিমধ্যে তেওঁলোকে নানা ষড়যন্ত্ৰ কৰি মোক অতিষ্ঠ কৰি তুলিছে। মই যি দেখিছো বাইদেউ ইহঁতে কিজানি মোক হত্যাই কৰিব। ইহঁতৰ হাত-দীঘল, তলে তলে বহু বেয়া কামৰ মই প্ৰমাণ পাইছোঁ। আপোনাক কথা কিছু ক'ব পাৰি মই বৰ সকাহ পাইছোঁ।' সেইদিনা তাই কথাবোৰ কৈ নীৰৱে বহু সময় চকুপানী টুকিলে। কথাখিনি কৈ বৰুৱাৰ পৰিবাৰে আকৌ এবাৰ হুৰ হুকাই কান্দি উঠিল। বৰুৱাক ফুচ্‌ফুচাই সুধিলে—' সঁচা অনুসন্ধান হ'বনে? বোৱাৰী হত্যাবোৰ প্ৰথমে আত্মহত্যা হয়। উপযুক্ত অনুসন্ধান তথা চাৰিওফালৰ পৰা চাপ পালেহে কেতিয়াবা হত্যা বুলি প্ৰমাণ হয়। তুমি কোৱাচোন হত্যা বুলি নে আত্মহত্যা বুলি প্ৰমাণ হ'ব।' 'বৰুৱাই বিষাদেৰে ক'লে—'টকাৰ জোৰ যিফালে হয়।'

হঠাৎ বৰুৱানী তীব্ৰ বেগেৰে ভিতৰ সোমাই গ'ল। দহমিনিট পাছতে হাতত বেগ লৈ বৰুৱাৰ চকুৰ আগত এটা কেছেট জোকাৰি দেখুৱাই ক'লে—'ইয়াতে তাই সাম্ভাব্য সকলো দৃশ্য আৰু কথা বাণীবদ্ধ কৰি ৰাখিছিল। যিবোৰৰ পৰা তাইক যে হত্যা হে কৰা হৈছিল তাক প্ৰমাণ কৰিবলৈ একেবাৰে উজু হ'ব। এতিয়া মই নাৰী নিৰ্যাতন বিৰোধী ঐক্য মঞ্চ আৰু বাতৰি কাকতৰ অফিচলৈ গৈ এনে ব্যৱস্থা ল'ম যাতে পোষ্ট মৰ্টেম ৰিৰ্পট অহাৰ আগতে উপযুক্ত ব্যৱস্থা লৈ সিহঁতক সামাজিকভাৱে বৰ্জন কৰি দৃষ্টান্তমূলক শাস্তিৰে আগলৈ যাতে কোনোৱে যৌতুকৰ লোভত বোৱাৰী হত্যা কৰিব নোৱাৰে। চকুপচাৰতে মানুহগৰাকী আঁৰ হ'ল।

বৰুৱাই পত্নীৰ কালিমূৰ্তি দেখি ভয়তে চকীখনতে বহি পৰিল। আগতে কোনো দিনেই তেওঁ পত্নীৰ চকুত এনে জুই দেখা নাই। এনেদৰে কিমান সময় গ'ল বৰুৱাৰ চেতনাই নাই। চাৰিওফালৰ পৰা মহিলাৰ দলে দাসৰ ঘৰ ঘেৰি পেলালে। বিভিন্ন ধ্বনি বৰুৱাৰ কাণত দুৰ্গা পূজাৰ মহাঅষ্টমীৰ ঢাকৰ শব্দ হৈ চাৰিওফালৰ পৰি বৰুৱাৰ কাণ তাল মাৰি ধৰিলে। ◈

*(গুৱাহাটী লেখিকা সমাৰোহ সমিতিৰ দ্বাৰা যৌতুকৰ ওপৰত থিতাতে লেখা গল্প প্ৰতিযোগিতাত পুৰস্কাৰ প্ৰাপ্ত।)*

# ২০ গৰাখহনীয়া

থুনু কলিতা

'ভাতসাজ খাই বৰ ভাল লাগিলহে! হওক তেও তুলসীৰ লগত কলপটুৱাৰ মুক্তি।'

'খোঁচটো মাৰিবলৈহে ভাত সাজ ভাল বুলি শলাগিছে গম পাইছোঁ দিয়ক।' গেছটো মচি থকাৰ পৰাই পাগঘৰৰ দুৱাৰমুখত ভেজা দি থকা বৰুৱাৰ কথাষাৰৰ উত্তৰ দিলে নিজৰাই।

'নহয়নো কি আক'। ল'ৰা-ছোৱালীকেইটা ঘৰলৈ আহিলে মই সেই কাৰণেই ভাল পাওঁ। হাঁহি-ফূৰ্তিৰ লগতে তোমাৰ ব্যস্ততা বাঢ়ে। খোৱা-বোৱা জুতি লগা হয়। এনেয়েতো ৰাতি হ'লেই— আপোনাৰ বেছি ভোক আছে জানো।, এই বুলিহে সোধা মোক।'

'হয়নে? আপুনিচোন বদনাম কৰি মাৰিব মোক। হ'ব হ'ব।' 'বাৰু হ'ব দিয়া। ধেমালি কৰিলোঁ। ভাত অলপ বেছিকৈয়ে খালোঁ। গৰম দিনৰ দুপৰীয়া যেতিয়া অলপ জিৰাই লোৱাই ভাল।' বুলি হাঁহি হাঁহি অভিজিত বৰুৱা নিজৰ কোঠালৈ গ'ল।

বহুত দিনৰ পিছত কৰা বৰুৱাৰ মিঠা অভিযোগটো নিজৰাৰ মন চুই গ'ল। ৰন্ধা-বঢ়াত নিজৰাৰ বৰ চখ আছিল। বিয়াৰ পিছত বৰুৱাক নিজৰ পছন্দত ৰান্ধি খুৱাই বৰ ভাল পাইছিল। কেতিয়াবা কোনোবাবিধ তৰকাৰি ৰন্ধন প্ৰকৰণৰ কিতাপ চাই চাই জুখি জুখি ৰন্ধা বুলি বৰুৱাই ঠাট্টা-মস্কৰাও কৰিছিল। কিন্তু বাণী আৰু লাডু হোৱাৰ পিছত নিজৰাৰ কামৰ ৰুটিনখন সলনি হৈছিল। ঘৰৰ কাম, ল'ৰা-ছোৱালী দুটাৰ পঢ়া-লেখাকে ধৰি সকলো দায়িত্ব, আলহী, বেমাৰী, বাছত অহা-যোৱা কৰি কৰা শিক্ষয়িত্ৰীৰ চাকৰি আদিৰ মাজত মানুহজনী যেন পেপুৱা লাগিছিল। আৰু এটা সময়ত নিজৰাৰ হাতত বৰুৱাৰ যত্নৰ বাবে সময় কমি কমি একেবাৰে নোহোৱা হৈছিল। তাপ উপৰিও কেতিয়াও কোনো কথাতে ওজৰ-আপত্তি নকৰা বৰুৱাৰ স্বভাৱটোও আছিল ইয়াৰ মূল কাৰণ।

পাগঘৰটো সামৰি নিজৰা বৰুৱাৰ কোঠালৈ আহে মানে তেওঁৰ টোপনি গ'লেই। নিজৰাৰ নিজকে অপৰাধী অপৰাধী যেন লাগিল। একোয়েই আপত্তি নকৰে মানুহজনে। আনকি আঞ্জাত নিমখ দিয়া কম হ'লেও অকণমান কেঁচা নিমখ খুজি লয়। আৰু নিজৰাই যেন তাৰেই সুবিধা লৈছে। নাই এনেকৈ নহ'ব। ইহঁতকেইটা ডাঙৰ হোৱাৰ পিছত নিজৰাৰ ব্যস্ততা বহুখিনি কমিছে। এইবাৰ লাডু যোৱাৰ পিছত বৰুৱাৰ যত্ন ল'ব লাগিব। গাৰুৰ পৰা হলি পৰা মূৰটো কিছু পোনাই দি নিজৰা লাডুৰ কোঠালৈ গ'ল।

এই সপ্তাহতে লাডু যাবগৈ। সি ৰাতিপুৱাই কৰা প্ৰশ্নটো নিজৰাই এক প্ৰকাৰ এৰাই ফুৰিছে। লাডুৰ কোঠাত থকা চকীখনতে বহি সেয়েহে তাইয়ে প্ৰথম আৰম্ভ কৰিলে—

'আমাৰ কাৰণে চিন্তা কৰিব নালাগে লাডু। আমি ঠিকেই আছোঁ। তুমি ঠিক কৰি দিয়া ড্ৰাইভাৰ ল'ৰাটো ভাল। ঘৰুৱা লেঠাবোৰতো সি আমাক সহায় কৰে। আমাৰ দিনকেইটা যাব আৰু যেনেতেনে। মই তোমাৰ ভৱিষ্যতৰ কথাহে ভাবিছোঁ। সদায় এনেকৈ থাকিবানে?'

'নাই নাই মা, তুমি একেবাৰে ওলোটা কথা কৈছা। মই তোমালোকৰ কথা ভাবিহে এইবাৰ খাটাং কিবা এটা সিদ্ধান্ত লোৱাৰ বাবে ছুটি লৈ ঘৰলৈ আহিছোঁ। মোৰ নিজৰ ভৱিষ্যৎ তাতেই ভাল। জব্ চেটিছফেকশ্যন আছে, গ্ৰ'থ আছে, যোগ্যতা প্ৰদৰ্শনৰ বাবে সুবিধা আছে। দৰমহা, প্ৰতিযোগিতা, প্ৰমোচন সকলো আছে। লাইফষ্টাইল ভাল। ইয়াৰ দৰে শামুকীয়া গতিত জীৱন নচলে তাত। কিন্তু তোমালোক সদায় অকলে থাকি আনৰ ওপৰত নিৰ্ভৰ কৰি চলিবানে? আৰু মোৰোটো এটা দায়িত্ব আছে। সদায় এটা চিন্তা লাগিয়েই থাকে তোমালোকৰ কাৰণে।'

বিছনাত বাগৰি আলোচনী এখন চাই থকাৰ পৰাই মূৰ তুলি কথাখিনি কৈ লাডু আকৌ আলোচনী পঢ়াত লাগিল। নিজৰা বৰুৱাৰ মুখত আত্মসন্তুষ্টিৰ হাঁহি এটা বিৰিঙি উঠিল। সৰু বুলি ভাবি থাকোঁতেই ল'ৰাটো ইমান ডাঙৰ হ'লনে? সি জন্ম হোৱা দিনটো নিজৰাৰ মনত এতিয়াও ফট্‌ফটকৈ জিলিকি আছে। বৰুৱাই দুদিনমানৰ আগতেই নিজৰাৰ মাকক লৈ আহিছিলগৈ। নাৰ্চিংহ'মত প্ৰথম তাইৰ মাকেই নাৰ্চৰ হাতৰ পৰা লাডুক কোঁচত লৈ তাইক উদ্দেশ্য কৰি কৈছিল— 'জাং পাং ভাল অ' ল'ৰাকণৰ। আঁহ-পাহ মুকলি। ভাল হ'ব। বাপেকৰ দৰেই হ'ব। ভগৱানে কুশলে ৰাখক।' বাণীৰ তেতিয়া তিনি বছৰ। পিছদিনা তাই মাকক তেনেকৈ দেখি আৰু কেঁচুৱাটো চাই কম আচৰিত হৈছিলনে? এতিয়া সেইটো ল'ৰাই মাক-বাপেকৰ দায়িত্ব ল'ব পৰা হ'ল। কত ল'ৰাই পঢ়াৰ পিছত বিয়া-বাৰু কৰাই চাকৰিৰ নামত ঘৰৰ পৰা আঁতৰি যায়। মাক-বাপেকৰ খবৰ ল'বলৈও সময় নোহোৱা হয়। অথচ ই তেওঁলোকৰ সমস্যাৰ কথা ভাবি নিজৰ সিদ্ধান্ত সলনি কৰিবলৈও সাজু হৈছে। এনে ক্ষেত্ৰত নিজৰাও চিন্তাত পৰিছে। কেৱল নিজৰ প্ৰয়োজনৰ বাবেই তাৰ

ভৱিষ্যতৰ কেৰিয়াৰৰ কথা নাভাবি তাক ঘৰলৈ ঘূৰাই মাতি অনাটো ভাল হ'বনে? দেউতাকেতো তাক ঘূৰি আহিবলৈ এক প্ৰকাৰ মানাই কৰি দিছে। পিছে নিজৰাৰ মনৰ কথাটো— শিপাডালৰ কথাটো, লাডুক কেনেকৈ বুজাব। তাই একো উৱাদিহ পোৱা নাই।

সৰুতে কেইদিনমান স্কুললৈ গৈয়েই লাডুৱে এদিন আৰু স্কুললৈ নাযাওঁ বুলি আপত্তি কৰিছিল। কোনোমতে ফুচুলাই কাপোৰ-কানি পিন্ধাই দিয়াৰ পিছত পদূলিমুখলৈ গৈ তাৰ পৰা আগনবঢ়া হৈছিল। দেউতাকে বাটৰ পৰাই কিবা এডাল বুটলি দুচাতমান দি জোৰ কৰি স্কুলত থৈ আহিছিলগৈ। ৰাতি নিজৰাই মৰম কৰি তাক বুজাইছিল। তেতিয়াৰ পৰা তাৰ কাৰণে চিন্তা কৰিবলগীয়া হোৱাই নাছিল। প্ৰত্যেকটো পৰীক্ষাত ভাল ফল দেখুৱাবলৈ সক্ষম হৈছিল। বৰ্তমান কম্পিউটাৰ ইঞ্জিনিয়াৰিং পাচ কৰি অসমৰ বাহিৰত কোম্পানী এটাত চাকৰি কৰিছে। এইখিনিলৈকে মোটা-মুটি ঠিকেই আছিল। লেঠাটো লাগিল এতিয়াহে।

'মা কি ভাবিছা? একো নকলা যে।' লাডুৰ মাতত নিজৰা বাস্তৱলৈ ঘূৰি আহি লাহেকৈ মাত লগালে।—

'মই আচলতে আমাৰ নাতি-নাতিনীৰ কথা ভাবিছোঁ, মানে ছেকেণ্ড জেনেৰেচনৰ কথা, বংশধৰৰ কথা।'

'বংশধৰ?' হাঁহি হাঁহি লাডু বিছনাত বহি পৰিল। 'কি যে মা' এতিয়াই এইবোৰ কথা ভাবিবৰ হ'লনে? বিয়া কৰোৱাই নাই।'

'সেই বাবেইতো কৈছোঁ। মই এইবাৰ তোমাক দীঘলীয়া ছুটি লৈ আহিবলৈ কৈছিলোঁ। সদায় এনেকৈয়ে থাকিবানে?

'নাই নাই এতিয়াই নহয়। দুবছৰমানৰ পিছতহে ভাবিব পাৰিম। নতুনকৈ চাকৰিত সোমাইছোঁ। যোগ্যতা প্ৰদৰ্শনৰ সময়; আৰু যিকোনো ছোৱালী এজনী হ'লেই নহ'ব নহয়। মোৰ লগত মিলিব পাৰিব লাগিব। আৰু মা প্লিজ, এই বৰগীত, লোকগীত গোৱা ছোৱালীৰ কথা নাভাবিবা দেই। বাহিৰত এইবোৰৰ একো কাম নাই।'

নিজৰাৰ মনটো মোচোকা খাই গ'ল। ল'ৰাটোৱে কি কৈছে এইবোৰ? কি ল'ৰাটো কি হৈ গ'ল। তাৰ ইংগিতটোৱে পৰোক্ষভাৱে মালাৰ কথাকে কোৱা যেন লাগিল। তাই পুতেকৰ ভিতৰখনলৈ জুমি চাবলৈ চেষ্টা কৰি বিফল হ'ল। কি হৈছে ইয়াৰ! কোম্পানিৰ চাকৰিয়ে সঁচায়ে নতুন প্ৰজন্মক একো একোটা যন্ত্ৰলৈ ৰূপান্তৰ কৰা নাইতো? বাহিৰৰ দেশবোৰে সিহঁতৰ লাভৰ বাবে আমাৰ দেশত বিভিন্ন লোভনীয় আঁচনিৰ নিজ নিজ প্ৰতিষ্ঠান গঢ়ি তুলিছে। শাৰীৰিক আৰু মানসিকভাৱে কাৰ্যক্ষম শিক্ষিত যুৱক আনকি শেহতীয়াকৈ যুৱতীসকলকো নতুন নতুন লোভনীয় পেকেজৰ সুবিধা দি কোম্পানি চাকৰিৰ বাবে

আকৰ্ষিত কৰিছে। বিদেশ ভ্ৰমণৰ সুবিধা দিছে, বিদেশত প্ৰশিক্ষণ দিছে আনকি কিছুমান তীক্ষ্ণ মেধাসম্পন্ন ল'ৰা-ছোৱালীক বিদেশত স্থায়ীভাৱে চাকৰি কৰাৰো সুবিধা দিছে। অৰ্থনৈতিক অৱস্থা, ঘাইকৈ চৰকাৰৰ অক্ষমতা আৰু দূৰদৰ্শিতাৰ অভাৱত এই চাম ডেকা-গাভৰুৱে ৰঙীন সপোনৰ পিছত দৌৰিছে। আৰু এনেকৈয়ে একো একোডাল সম্ভৱনাপূৰ্ণ শিপা উঘলি পৰিছে, খহনীয়াৰ আৰম্ভ হৈছে। এনে এটা সপোনৰ পিছতে দৌৰিবলৈ লাডুও সাজু হৈছে। প্ৰতিযোগিতা আছে। আগতেও আছিল, আগলৈও থাকিব। সেইবুলি এইদৰে শিপা উঘালি দৌৰিব লাগেনে? লাডুক কথাবোৰ কেনেকৈ বুজাব, একো উৱাদিহ পোৱা নাই নিজৰাই। নাই এনেকৈ নহ'ব। এইবাৰ নিজৰা বৰুৱাই কিছু কঠোৰ ভাষাত আৰম্ভ কৰিলে—

'নাযাওঁ, ক'লৈকো নাযাওঁ। তই পঢ়ি-শুনি যি কোনো ঠাইৰ পৰা চাকৰি-বাকৰি কৰিবলৈ অসুবিধা হ'ব বুলিয়েই চহৰত মাটি লৈছোঁ। আমি দুয়োটাই চৰায়ে খেৰ-কুটা কঢ়িয়াই বাহ সজাৰ দৰে এই ঘৰটো সাজিছোঁ। মোৰ হেঁপাহতে দেউতাৰে ফুলনি বাগান, পাচলি বাগান, পিছফালৰ মাছৰ সৰু পুখুৰীটোকে ধৰি সকলো কৰিছে। এতিয়া এইবোৰ বেচি কিনি তোৰ লগে লগে ঘূৰি ফুৰিমনে? অসমতহে নালাগে, ভাৰততো তোৰ মন নবহা হ'লযে? আমি ইয়াতে মৰিম। তোৰ যি ইচ্ছা তাকে কৰ। বাপেৰে তোক উদঙীয়া গৰুৰদৰে এৰি দিলেই হ'বনে?'

কথাখিনি কৈ নিজৰাই লাডুৰ মুখলৈ চালে। সি গহীন হৈ খিৰিকীৰে বাহিৰলৈ চাই আছে। 'তুমি'ৰ পৰা সম্বোধনটো 'তই' হওঁতেই নিশ্চয় সি বুজি পাইছে মাকৰ খং উঠিছে। সৰুৰে পৰাই সিহঁতৰ মাজত এইটো চলি আহিছে। মৰমত তুমি, খং উঠিলে তই। কথাটো ভাবি হাঁহি উঠিল যদিও বাহিৰত দেখুৱাই নিজৰা কঠোৰ হৈয়ে থাকিল। ভাবিলে— নাই ইহঁতক যি ইচ্ছা তাকে কৰিবলৈ এৰি দিব নোৱাৰি। শিপা উঘালি পৰিব নোৱাৰাকৈ তলৰ মাটিও কঠিন হ'ব লাগিব। তাই আকৌ আৰম্ভ কৰিলে—

'আৰু মালা কি বেয়া ছোৱালী? সৰুৰে পৰা গীত-মাত, সাহিত্য-সংস্কৃতিৰ পৰিৱেশত ডাঙৰ হোৱা ছোৱালী। তহঁতে কি ছোৱালী চিনি পাৱ! চাৰ্ট-পেন্ট পিন্ধি মুখত ইংৰাজী ফট্‌ফটাই থাকিলেই ছোৱালী স্মাৰ্ট হয় নেকি? পিন্ধক, সকলো পিন্ধক। আজিকালি যুগ সলনি হৈছে। আমাৰ দৰে চাদৰ-মেখেলা, শাৰীকে খামুচি ধৰি থাকিব নালাগে। তাকে পৰিৱেশ সাপেক্ষে। মালাওটো ইংৰাজীত এম, এ, পাচ ছোৱালী। অলপ দিনৰ আগলৈকে তাই তোৰ ভাল বন্ধুও আছিল। আমাৰ কলা-সংস্কৃতিৰ লগত মিল নোহোৱা যিকোনো এজনী ছোৱালী আনিলেই হ'বনে? তই এইদৰে গুচি যোৱা মানে শিপাডাল উঘালি নাযাবনে? বংশৰ চাকিগছ নুমাই নাযাবনে? বাহিৰত ডাঙৰ হোৱা তোৰ ল'ৰা-ছোৱালীয়ে অসমীয়া

সমাজখন চিনি পাবনে? ভাষাটোও নজনা নহ'বনে? সিহঁতৰ নিজস্ব সত্ত্বা বুলি, নিজৰ পৰিচয় বুলি কিবা থাকিবনে?'

'ৰ'বা ৰ'বা মা, বহুত হৈছে। ইমান চিএঃৰিছা কিয়? মোকতো এনে ধৰণৰ কথা আগতে তুমি কেতিয়াও কোৱা নাই। মই এইবোৰ ভবাই নাই। অথচ সৰুৰে পৰা মোৰ মনত সোমাই আছে— মা-দেউতাৰ পইচা কম। পইচা নথকাৰ বাবে ককাই— দেউতাক উপযুক্ত শিক্ষা দিব নোৱাৰিলে। মা-দেউতাই মোক কষ্ট কৰি পঢ়াইছে। মই ভালকৈ পঢ়ি ভাল চাকৰি এটা কৰিব লাগে। টকাৰ অভাৱত দেউতাই নিজে ছপা কৰিব নোৱাৰা কিতাপ আন প্ৰকাশনে প্ৰকাশ কৰাৰ কাৰণে দেউতাৰ নিজৰ কিতাপতে নিজৰ অধিকাৰ নথকা কথাটোৱে মোক অষ্টম শ্ৰেণীৰ পৰাই খুলি খুলি খাইছে। মই ভাবো, দেউতাই লিখা কিতাপ আমি নিজে প্ৰকাশ কৰিব লাগে। মাক ঘৰুৱা কাম আৰু চিন্তাৰ পৰা সকাহ দিব লাগে। আৰু তাকে কৰিবলৈ মই এইবোৰ কৰিছোঁ। তাকে কৰিবলৈ নিজৰ মাটিৰ গোন্ধে আমাকো আবেগিক কৰি তোলে, আত্মীয়-স্বজনৰ লগত থাকিবলৈ আমাৰ নিচিনা ল'ৰা-ছোৱালীবোৰো পাগল হৈ যাওঁ। তোমালোকে মাথোন নিজৰ দৃষ্টিভঙ্গীৰেহে কথাবোৰ চিন্তাকৰা। লাডু যেন কিছু উত্তেজিত আৰু চিন্তিত হৈ পৰিল। অত দিনে নভবা এটা নতুন চিন্তাই তাৰ মনত আলোড়ণ তুলিলে। মুখেৰে কিবা-কিবি ভোৰভোৰাই বিছনাত খুলি থোৱা কামিজটো গাত সোমোৱাই সি খৰ খোজেৰে পিছফালৰ পুখুৰীটোৰ পাৰ পালেগৈ আৰু কাষৰ গছজোপাৰ তলতে বহি পানীলৈ এটা এটাকৈ শিলগুটি দলিয়াবলৈ ধৰিলে। ইফালে, উতলি থকা তৰকাৰি এখনত ঠাণ্ডাপানী ঢালি দিলে যেনে হয়, নিজৰাৰো তেনে অৱস্থা হ'ল। তাই লাহে লাহে লাডুৰ কোঠাৰ পৰা উঠি আহি পিছফালৰ বাৰাণ্ডাৰ খুচা এটাতে ভেজা দি চিৰি এটাত বহি পৰিল। মনটো এটা বুজাব নোৱাৰা বেদনাত গধুৰ গধুৰ লাগিল। আউল ভাঙি ভাঙি আঁত বিচাৰি থাকোঁতেই ক'ৰবাত যেন কিবা এটা কেণা লাগি গ'ল। কেইটামান ফুটাৰে যেন মূল্যবান বস্তু কিবা কিবি সৰকি পৰিল। ◈

# ২১ মুদ্ৰাটোৰ ইপিঠিত

## জ্যোৎস্না বৰগোহাঁই

হঠাতে 'কাৰন্টে' নোহোৱা হোৱাৰ বাবে জুইবাহটো বিচাৰি নাপাই থাপনাৰ ওচৰ পাইছিলহি অৰুণিমা। আজিকালি কিয় জানো তাইৰ মনটো প্ৰায়ে আনমনা হৈ পৰে। হাতনি বস্তুবোৰ অ'ত-ত'ত এৰি থৈ বিচাৰি ফুৰি হাবাথুৰি খায়। সন্ধিয়া থাপনাত জ্বলোৱা ধূপদুদাল সুৰভি বিলাই শেষ হ'ল। অৰুণিমাই মনতে ভাবিলে ধূপৰ ধূষৰ ছাইখিনিৰ দৰেই চাগৈ তাইৰ জীৱনৰ মধুৰতম মুহূৰ্তবোৰে সুৰভি বিলাই শেষ হৈ গ'ল। অনাগত দিনবোৰ তাইৰ বাবে মাথোন জ্বলি জ্বলি শেষ হোৱা ধূষৰিত ছাইৰ বাহিৰে আন একোৱেই নহ'ব হয়তো। গধূলিতে মোহাৰি চিকচিকিয়া কৰি থোৱা টেবুল লেম্পকেইটা জ্বলাই তাই দুৱাৰখন মেলি বাহিৰলৈ চাই পঠিয়ালে। উদ্দেশ্য থাকিলেও তাৰ বিশেষত্ব একো নাই। সেয়া মাত্ৰ নিত্যকৰ্ম যেন হৈ পৰিছে অভ্যাসবশতঃ।

'মা, লেম্পটো লৈ আহা আক'। সুকণ্ঠৰ মাতত আন্ধাৰৰ মাজেদিয়েই অনিৰ্দিষ্ট দূৰত্বলৈ চকুকেইটা নিবিষ্ট কৰি ৰৈ থকা অৰুণিমাই ঘপহকৈ দুৱাৰখন বন্ধ কৰিলে। লেম্পটো আনি পুতেকৰ টেবুলত থলেহি। সুকণ্ঠৰ গালে-মূৰে হাত বুলাই অকণমান মৰম কৰি যেন বুজাই দিব খুজিলে যে তাই আজিকালি বহুবোৰ কথাই পাহৰি যায়। অৱশ্যে সেয়া জানো পাহৰিবলগীয়া কথা? কিন্তু জানো, কিয় এনে হয়।

সময় বহুত হ'ল, সুকণ্ঠৰ টোপনিয়েই আহিবৰ হ'ল। অৰুণিমাই লাইট জ্বলি উঠালৈ অপেক্ষা নকৰি লেম্পটো লৈয়েই পাকঘৰলৈ সোমাই গ'ল। চজিনা কেইডাল দেখি সৰিয়হ বটা দি ৰন্ধাৰ কথা ভাবিলে, পটল ফ্ৰাই কৰিব, ৰহৰ দাইল কুকাৰত দিব, দুপৰীয়াৰ মাছ কেইখুতুৰা মান আছে। অ' আম এটা আছিল, আমেদি পদুনা পিচা সুবোধে বৰ ভাল পায়। সি নিজেই সেয়া কৰে। এলেহুৱা বুলি তাৰ নাম আছে যদিও এনে কিছুমান কামত সি

মুঠেও এলাহ নকৰে। ঠিকেই আছে, খাবলৈ যেতিয়া ভালেই পায়, নিজেই কৰি খাব। সুকণ্ঠকে অকণমান পঢ়া-শুনা চাই দিয়া যাওক। সুকণ্ঠই গৰম ভাতকেইটা মাছ এখুতুৰা দিয়েই খাব। বাৰ্ণাৰটো অন কৰি ভাত আৰু ডাইল বহাই দি অৰুণিমা সুকণ্ঠৰ ওচৰ পালেহি।

'কি পঢ়িছা সুমইনা? সি নিমাতে কিতাপখন দাঙি ধৰিলে। পাঠ এটা মেলি ধৰি কিবা ক'ব খোজোতেই সুকণ্ঠই চকু ডাঙৰ কৰি মাকৰ চকুতে চকু থৈ প্ৰশ্ন কৰিলে—'তুমি আজিকালি কিয় ইমান পাহৰি যোৱা মা?' আৰু সি লগতে কৈছিল যে আজি অৰুণিমাই তাৰ স্কুলবেগত টিফিন নভৰোৱা বাতিটোহে দি পঠাইছিল। টিফিন ভৰাই থোৱা বাতিটো সি ঘূৰি আহি ঘৰতহে পাইছিলহি। হা, অৰুণিমা জিকাৰ খাই উঠিছিল। তাই ধৰা পৰি গৈছে তেনেহ'লে। অফিচতো ভুল কৰা নাইতো! ফাইলবোৰ ঠিকে-ঠাকে আছে নে বাৰু?

অহ! কথাবোৰ ভাবি থাকোঁতেই ভাতৰ কুকাৰটোৱে কেইবাবাৰ হুইছেল মাৰিলে। হুঃ ডাইলখিনিও দেখোন ঢোপা-ঢোপা গোন্ধোৱা যেন লাগিছে। একপ্ৰকাৰ দৌৰিয়েই তাই পাকঘৰ পালেগৈ। ভেন্টৱেইট্ টো উফৰাই কেইটামান ভাত থাল এখনত বাঢ়ি ঠাণ্ডা ভজা মাছ এটুকুৰা মাত্ৰ দালিত দি সুকণ্ঠক ভাত খাবলৈ মাতিলে। 'নাখাওঁ' বুলি কোৱা সত্বেও অৰুণিমাই তাক জোৰ কৰি এগৰাহমান ভাত খুৱাই শুৱাই দিলেগৈ। বিছনাত পৰাৰ লগে লগেই সি টোপনি গ'ল। সুকণ্ঠৰ নাকটো বাজিছে। সি নিচিন্তে টোপনি গৈছে। ইমান নিজান নিজান লাগিছে। এই ধৰণৰ নিৰ্জনতা অৰুণিমাৰ মুঠেও সহ্য নহয়।

আমটেঙাটো টুকুৰা কৰি পটাখনত থৈ,পদুনাকেইডাল ধুই মেলি পিছিবলৈ ল'লে অৰুণিমাই। সাধাৰণতে এনেবোৰ কাম নকৰে অৰুণিমাই, পিঠিত কিবাকিবি দুৰ্ঘটনাজনিত বিষ। তাৰ কাৰণ সুবোধে ভালকৈ জানেই কিন্তু সি ভাবে সেইদিনা পাৰিছিল যেতিয়া আজিও পাৰিব কৰিব, চলি যাব। চিলিঙাৰ নোহোঁৱা হ'লে খৰি বিচৰা, জেওৰাখন গৰু সোমাব নোৱাৰাকৈ গছৰ ঠাল-ঠেঙুলিৰে বাটি থোৱা, ঘৰৰ চাৰিওফালৰ হাবি-বননিখিনি সময় পালেই চিকুণাই জুৰি-কাটি পোলোৱা, অফিচৰ পৰা উভতি আহোঁতে বজাৰখন কৰি অনা ইত্যাদি কামবোৰ অৰুণিমাই কৰি পেলায়। সুবোধলৈ বাট চাই নাথাকে। কাৰণ বহুবাৰ ক'লেও কিছুমান কথা সি কথা বুলিয়েই নাভাবে। কেতিয়াবা আকৌ কামটো সময়মতে হৈয়ো নুঠে। সেইবাবে কৰোঁতে কৰোঁতে সেইখিনি অৰুণিমাৰ কৰণীয় বুলি হয়তো ধৰি লৈছে। হওক তথাপি যদি সৰু ধুনীয়া সংসাৰখনলৈ শান্তি ঘূৰি আহিলহেঁতেন তাই আৰু ডাঙৰ, আৰু কঠোৰ কামবোৰ কৰিবলৈও বেয়া নাপালেহেঁতেন। সুবোধক তেন্তে তাই সঁচাকৈয়ে এতিয়াও আগৰদৰেই ভাল পায়। মুখখন উজ্বল হৈ উঠিছিল অৰুণিমাৰ।

আৰু কিবা ব্যঞ্জন ৰন্ধন প্ৰকৰণৰ ইচ্ছা থাকিলেও মন যোৱা নাই। মন নাই বুলি

নকৰিলে জানো হ'ব? নৈমিত্তিক ঢাকোনখন দিবলৈকে ভাতৰ কাঁহীখনৰ কাষত নিশ্চয় কিবা লাগিব। আৰু নিজেই? অকলশৰে মন নাযায় বুলিয়েই বহুৰেকতো এসাঁজ ভাত নাখাবনে পেট পূৰাই? নাই, আজি নোখোৱাকৈ নাথাকে। তাই ভাতকেইটা বাঢ়ি ল'লে। ভাতগৰাহ মুখত দিহে গম পালে যে দাইলকণত নিমখ হালধি একো দিয়াই নাছিল নহয়। এনেকৈয়ে যে কেনেকৈ দিনবোৰ পাৰ হৈছে ভাবিলে অৰুণিমাৰ কিবাখন লাগি যায়।

শেষবাৰৰ বাবে দুৱাৰখন মেলি আন্ধাৰৰ মাজেদিয়েই পুনৰ চাই পঠিয়ালে অৰুণিমাই। নাই সুবোধ তেতিয়াও অহা নাই। দহ বাজি দহ মিনিট পাৰ হ'লেই। তাই শুই থাকিলেও আকৌ উঠিব লাগিব দুৱাৰখন খুলি দিবলৈ, টোপনিৰ পৰা সাৰ পাই গ'লে তাইৰ আকৌ টোপনি আনিবলৈ বৰ দিগ্‌দাৰ হয়। তাতে আকৌ ঘৰ সোমায়ে টিভিটো চোৱাৰ এটা অভ্যাস আছে তাৰ। চাউগুৰ প্ৰতি ভ্ৰূক্ষেপ দিব পৰাকৈ মানসিক স্থিৰতা কেতিয়াবা থাকে, কেতিয়াবা নাথাকে। গতিকে, টোপনিয়াই হ'লেও বহি থকাই ভাল বুলি ভাবিলে অৰুণিমাই। তাতে আকৌ আজি তাইৰ এটা বিশেষ কথা আছে ক'বলৈ। কিয় জানো কথা এষাৰ ক'বলৈ ইমান ভালকৈ পূৰ্বপ্ৰস্তুত হৈ থাকিলেও কথাবোৰ খেলিমেলি হৈ যায়। কেনেকৈযে মিঠা মিঠা কথাবোৰ কঠোৰ হয়, অতি কঠোৰ হৈ বাক্‌যুদ্ধ হয়, তাৰ পিছত হয় হতাহতি। অৰুণিমা বিহ্বল হৈ পৰে। কান্দি-কান্দি নাকৰ পানী, চকুৰ পানী একাকাৰ হৈয়ে দুখৰ ৰাতিটো পুৱায়। গতানুগতিকভাৱে দৈনন্দিন জীৱনৰ নৈমিত্তিক কাম-কাজ আৰম্ভ হয়। দিনৰ পোহৰে নাজানে ৰাতিৰ বেদনা, নাৰী কৰ্তব্যতে দুপৰ আবেলি হয়, আবেলি গধূলি হয়।

'সুমইনা, অ' সুমইনা। সুবোধ আহিল। অৰুণিমা চোফাখনতে বহি বহিয়েই টোপনি গৈছিল। ইমান ম'হে খালেনে? হাত দুখনেৰে ইখনে সিখনক খজুৱাই খজুৱাই অৰণিমাই দুৱাৰখন খুলি দিলে। বিলাতী মদৰ ফুৰফুৰীয়া গোন্ধ এটা সোমাই আহিল। সোমাই আহিল সুবোধ। কিবা কোৱাৰ আগতে ভাতকেইটা খাই ল'বলৈ দিয়ে অৰুণিমাই। ক'ব নোৱাৰি, ভাল কথাও কেতিয়াবা ফিৰিঙতি হৈ খাণ্ডৱদাহৰ সৃষ্টি কৰে। সেয়ে তামোলখন খোৱাৰ পৰত অৰুণিমাই কথাষাৰ উলিয়ালে— 'সুবোধ, তুমি যেনেতেনে হ'লেও দহহাজাৰ মান টকা আনি দিয়াৰ কথা কৈছিলাযে মই যোগাৰ কৰিব নোৱাৰিলোঁ নহয়। তুমি দেখোন জানাই, ইমানবোৰ টকা ধাৰ কৰি থোৱা হৈ আছে।' সেপ ঢুকি কথাষাৰ সামৰিলে অৰুণিমাই। সুবোধৰ কথা হ'ল আজি নাপালে কাইলৈ বিচাৰিব। মুঠতে চাকৰি থাকিলে মানুহে মানুহক টকা ধাৰে দিয়ে। সি এদিন নহয় এদিন টকাখিনি ঘূৰাই দিব। সি লাগিলে অৰুণিমাৰ উপাৰ্জনৰ পৰা হওক। সিটো টকাবোৰ এনেয়েই বিচৰা নায়। সি এটা নতুন ব্যৱসায় কৰিব খুজিছে।

অৰুণিমাই উপায়ুক্তৰ অফিচত এটা সৰু চাকৰি কৰে। তিনিবছৰমান আগতে সেয়া অশেষ খাটিৰ-বাতিৰৰ মূৰত যেনেতেনে হৈ উঠিছে। তাইৰ হেণ্ডৰাইটিং খৰটকীয়া ধুনীয়া। ইংৰাজী, হিন্দী, বঙালী আদিলৈ তৎকালীনভাৱে তৰ্জমা কৰাৰ দক্ষতা আছে। একাডেমীক কেৰিয়াৰো আছিল বহুত ভাল। সুবোধৰ কাৰণে চাকৰি এটা যোগাৰ কৰাৰ মানসেৰে তাই সেই চেনেলত বৈছিলগৈ। কিন্তু সুবোধৰ গৰ্ব আছে। ধনৰ গৰ্ব। সি তেনেকুৱা সৰু চাকৰি নকৰে। সি ব্লকৰ যোগেদি কন্‌ট্ৰেক্ট কৰিছিল। তাত একো নকৰাকৈয়ে সি কত লাখ টকা 'দ্ৰ' কৰি আছিল। তাইক জানো সি এতোলা-দুতোলা সোণৰ অলঙ্কাৰ কৰি দিছিল, প্ৰায় দহতোলা সোণৰ অলঙ্কাৰেৰে সি তাইক ঢাকি পেলাইছিল। দুখৰ মাজতো তাইৰ হাঁহি উঠে। সেইয়া পুৰুষে বিবাহিতা নাৰীগৰাকীক দিব পাৰিছোঁ বুলি দেখুওৱা, দেখুৱাব পৰা এটা অহংকাৰ। সি কেতিয়াও অন্তৰেৰে অথবা আপাত দৃষ্টিয়েও কোনযোৰ কাণফুলিৰে অৰুণিমাক দেখিবলৈ ধুনীয়া লাগিছে সেয়া চাই পোৱা নাই। নতুবা কোনোবা দিনা অৰুণিমাৰ সাজ-পাৰৰ সৈতে মানুহজনীৰ সৌন্দৰ্য তাইৰ মনৰ মানুহটো হৈ উপভোগ অথবা উপলব্ধি কৰা যেন তাইৰ অনুমান হোৱা নাই। তেনেহ'লে সেই তোলাই তোলাই সোণৰ মূল্য নিৰূপণ কৰে কেনেকৈ? অৰুণিমাই তেনে বাহ্যিকতা ভাল নাপায়। দেখাক দেখি তাই একো কাম নকৰে। তাইৰ একান্ত নিজৰ মানুহ হিচাপে সুবোধেও আনে কৰিছে বাবেই কৰাটো, আনে লৈছে বাবেই লোৱাটো তাই সহ্য কৰিব নোৱাৰে। সেয়ে নকৰা কামৰ বিলখন মাত্ৰ বাহিৰ কৰি, কামটোৰ বাবে অনুমোদিত টকাখিনি চল্লিচ-যাঠিত ভাগ আনে কৰিলেও সুবোধে সেয়া কৰাটো অৰুণিমাই কেতিয়াও নিবিচাৰে। তাই ইমান টকাৰ প্ৰয়োজনবোধ নকৰে। বাহুৰ শ্ৰমক অৰুণিমাই শ্ৰদ্ধা কৰে। শ্ৰম সাঁচি ৰাখিব পৰা সম্পদ নহয়। প্ৰতিদিনৰ নিয়মীয়া শ্ৰমদানেৰে যিয়েই উৎপাদন হওঁক তাকেই তাই শ্ৰেষ্ঠতম উপাৰ্জন বুলি ভাবে। বিলাসিতা তাইও ভাল পায়, বিলাসবিহীন জীৱন অৰ্থহীন। হ'লেও বাকচ ভৰি কাপোৰ থাকিলেও মানুহে এবাৰত এসাজ কাপোৰেই পিন্ধে, ভঁড়াল ভৰি খোৱা বস্তু থাকিলেও এবাৰত পেটে আতে মানেহে খাব পাৰে। এই মহামন্ত্ৰত গভীৰ আস্থাশীল অৰুণিমা।

এবাৰ গ্ৰামোন্নয়ণৰ আঁচনিৰ অধীনত সুবোধৰ গাঁৱৰ ঘৰলৈ যোৱা পথৰ ওপৰতে এখন দলং নিৰ্ম্মাণৰ কাম লৈছিল সুবোধে। বাকীবোৰ কামৰ তুলনাত সেইখন দলঙৰ কাম বহু ভালকৈ কৰা সত্বেও সি দুই তিনিবছৰতে ভাগি নোহোৱা হ'ল। সেইটো ঘাট পাৰহে গাঁৱৰ ঘৰলৈ যাবলৈ অৰুণিমাৰে অসুবিধা। নিজলৈকে ধিক্কাৰ হয় তাইৰ। কোনসতে পিন্ধিব কাণ জিলিকা গহনা! অৰ্ন্তদ্বন্দ্বত ভুগিছিল তাই। সুবোধৰ সৈতে কথাবোৰ নিমিলা

হৈ আহিছিল। এটা সময়ত তাই গিৰিয়েকক সংশোধিত অইন পথ ল'বলৈ অনুৰোধ কৰিছিল, কাকুতি কৰিছিল। বহুবাৰ কাতৰ হৈ অনুৰোধ কৰি বাধ্য কৰিছিল চাকৰিৰ ইন্টাৰভিউ দিবৰ বাবে। চাকৰি যোগাৰ হয় মানে কমদিনৰ ভিতৰতে আৰ্জিত ধন কম দিনতে শেষ হৈছিল। চলিবলৈ টনাটনি হৈ আহিছিল। সুবোধৰ চাকৰিটো যেনেতেনে হওক বুলি অৰুণিমাই বৰমূৰীয়াসকলৰ কাষ চাপিছিল। চাকৰিটো হোৱা নাছিল। টেলেন্ট থকা ছোৱালী বুলি অৰুণিমাকে সেই সময়ৰ উপায়ুক্তজনে দয়া কৰি নিৰ্ধাৰিত দৰমহাৰ এই চাকৰিটো দি গৈছিল। তাকেই সম্বল হিচাপে লৈ এতিয়া ঘৰখন চলিছে, এনেকৈয়ে। সুবোধক নিজৰ কৰি ৰাখিবলৈকে এতিয়া তাই 'চাকৰি কৰিছোঁ' বুলি ধাৰ কৰিছে হাজাৰৰ পিছত হাজাৰ টকা। ধাৰ বিচাৰিবলৈকো আৰু কোনো মানুহ বিচাৰি পোৱা নাই অৰুণিমাই। কিন্তু তথাপিও পাৰিছে জানো নিজৰ কৰি ৰাখিব? দিনটোৰ কঠোৰ বিৰামহীন ব্যস্ততাৰ মূৰত প্ৰতীক্ষাৰ আবেলি-গধূলিবোৰে অৰুণিমাক উপহাস কৰে। তাই বেয়াকৈ ব্যতিব্যস্ত হৈ পৰিছে।

সুবোধে মুখেৰে কম কথা কয়। ক'বলৈ মন গ'লে খঙৰ ভমকত মুখ আৰু হাত সমানেই আহে। 'টকা ধাৰ নিদিয়ে? ধাৰ হে নালাগে তোক এনেয়েই দিব লাগিছিল। তই ইমান দয়া কৰা মানুহবোৰ এতিয়া ক'ত? ক'ত এতিয়া? চাকৰি কৰ তই। ফাইলবোৰে টেবুল সলালেই অফিচত টকাৰ উজান পৰে। তই কি কৰ অফিচত? সুবোধৰ চকুহাল দপদপাই জ্বলি উঠিছিল। সি বাঘৰ দৰে জঁপিয়াই উঠিছিল। অৰুণিমাৰ এখন এখনকৈ দুয়োখন কাণ যেন ফাটি গৈছিল। চকুৰে সৰিয়হফুল দেখিছিল। সোঁহাতখন যেন সুলকি পৰিছিল। কঁকালটোত প্ৰকাণ্ড শিল এটা বান্ধি থোৱা যেন অনুভৱ কৰিছিল। উপৰ্যুপৰি কৰাঘাত, পদাঘাতত তাই অন্ধকাৰ দেখিছিল। ক'ব নোৱাৰাকৈয়ে অৰুণিমাই সুবোধৰ গালত বহুৱাই দিছিল এটা চৰ। তাইৰ দোষৰ কাৰণে তাইক প্ৰাণদণ্ড নিদিয়ে কিয় সি? কি পাশৱিক তৃপ্তি তাৰ? মানুহবোৰ দলঙৰ ওপৰেদি নদীখন পাৰহৈ যোৱাটো সি কিয় নিবিচাৰে? গাঁৱৰ ল'ৰা-ছোৱালীবোৰে স্কুললৈ কষ্ট নকৰাকৈ পঢ়িবলৈ যোৱাটো নিবিচাৰে কিয় সি? গধূলি ঘৰতে থাকি সুমইনাক অকণমান পঢ়াখিনি চাই দি তাক ডাঙৰ হোৱাত সহায় নকৰে কিয়? বাপেক হিচাপে তাক চকু মেলি চাবলৈ শিকাবলৈ সি কিয় টান পায়! মানুহ হিচাপে মানৱীয় চিন্তাৰ পৰিপোষণ দিয়া অৰুণিমাক সি জীয়াই থাকিবলৈ নিদিয়ে কিয়?

চৰাইৰ কল-কাকলিত মজিয়াত পৰাতে কাল-ৰাত্ৰিটো পুৱাইছিল। চৰাইৰ কল-কাকলিনে সেয়া? তাই ঘপহকৈ উঠি বহি কাপোৰখিনি সংযত কৰি ল'লে। প্ৰথমে দুগৰাকী মান তিৰোতা, পিছে পিছে পুৰুষ, ল'ৰা-ছোৱালী জাকপাতি আহিছে অৰুণিমাহঁতৰ ঘৰলৈ। আহিয়েই আছে। পিঠিখন চেঁচা চেঁচা লাগিছে। ব্লাউজটো তেনেই দুফাল হৈ আছে। তাই

চাদৰখন ঘূৰাই টানি ল'লে। কথাটোনো কি? তাই দেখোন শুনিয়েই পোৱা নাই— 'অ' তাই শুনা নাই। গিৰিয়েকে কাণখনত জপতিয়াই মাৰিলে হ'বলা। মাৰিবই, এনে মতবৰ মাইকী মানুহ থাকেনে ক'ৰবাত? ধনসোপা বাহিৰে বাহিৰে মাকৰ ঘৰলৈ পঠিয়াই, গিৰিয়েকক ক'ৰ পৰা দিব? গধূলি চুলাই এঘোটা খায়, তাকে খাবলৈ পাঁচ-দহ টকা নিদিলে মানুহটো বুলি কিমান সহ্য কৰিব'—এগৰাকীয়ে ক'লে। বিভিন্ন ধৰণৰ মন্তব্যৰে কোঠাটো গমগমাই উঠিছিল। কোনোবা এগৰাকীয়ে অৰুণিমাৰ কাণৰ কাষলৈ গৈ জোৰেৰে চিঞৰি কৈছিল— 'পৰাচিত, পৰাচিত, পৰাচিত কৰিবলৈ আহিছে। অত ৰাইজসোপা এনেয়ে আহিবনে? গিৰিয়েককনো মাৰিব পায়নে? এতিয়া কাণেৰে নুশুনাৰ ভাও ধৰি বুজি নোপোৱা হ'ব নালাগে। গা-পা ধুই সাজুহে হ'ব লাগে।'

অৰুণিমাৰ চকুহাল পকা অওঠাৰ দৰে জ্বলি উঠিছিল। সুমইনা এবাৰো 'মা' বুলি নমতাকৈয়ে বিছনাৰ পৰা নামি আহিছিল। গোটমাৰি বৰফ হোৱা চকুপানীখিনি যেন গলি গলি, নৈ হৈ বৈ গৈছিল। তাই দুৰ্বল হাত দুখনি সুমইনালৈ আগবঢ়াই দিছিল। ◈



# ২২ বিদূৰৰ প্ৰত্যাগমন

নিৰু শৰ্মা

'জিতু, অ' জিতু সাৰ পাইছনে, দেউতাৰকো জগাই দেগৈচোন' বুলি কৈয়ে জেউতীয়ে গাধোৱা ঘৰৰ বেৰত আওজাই থোৱা বাঢ়নীডাল ল'লেগৈ। বেলি এপৰ নোহোৱালৈকে বিছনা নেৰা জিতুক এই দোকমোকালিতে ডাঙৰকৈ মাতি জগাই জেউতীয়ে যে আচলতে জনাৰ্দনকহে জগাইছে, সেইটো জনাৰ্দনে চকু মোহৰাৰ আগতেই বুজি পালে। তেওঁ উঠি আহি গাধোৱা ঘৰটোৰ ওচৰ পাইহি মানে জেউতীৰ চোতালখন আধা সাৰি হৈছিলেই। জেউতীৰ ওচৰ পাই জনাৰ্দনে হুটাকৈ সুধিলে 'এই ব্ৰহ্মপুৱাতে ইমানকৈ চিঞৰিবলৈ কি হৈছেনো?'

জেউতীয়ে নিজৰ ওঁঠ দুখনৰ ওপৰত বাওঁহাতৰ তৰ্জনী আঙুলিটো থৈ জনাৰ্দনক মনে মনে থাকিবলৈ ইঙ্গিত দিলে। হাতত বাঢ়নীডাল লৈয়ে তেওঁ জনাৰ্দনৰ গাৰ কাষত ৰ'লহি। জনাৰ্দনৰ চকুলৈ চাই সৰু মাতেৰে ক'লে 'মাটিত ভৰি দিয়েই পাইখানালৈ যাওঁ বুলি জানেই দেখোন। গা চুৱা বাবেহে বাহিৰৰ পৰাই ডাঙৰকৈ মাতিব লগা হ'ল।'

জেউতীৰ কৈফিয়ৎ শেষ হোৱাৰ আগতেই জনাৰ্দন গাধোৱা ঘৰৰ পিছফালে থকা ভীমকল জোপাৰ ওচৰ পালেগৈ। তেওঁ আহি দমকলটো মাৰি হাত ধোৱে মানে জেউতীয়ে চোতালখন সৰা শেষ কৰি বাঢ়নীডাল আগৰ ঠাইত থ'লেগৈ। লগে লগে বিৰবিৰাই ক'লে 'ৰাতিপুৱাই কথাটো নুসুধিলেও নহয়, সুধিবলৈও ভাল লগা নাই।'

কি ভোৰভোৰাই আছা ভালকৈ নোকোৱা কিয়? জেউতীয়ে পুনৰ মুখত আঙুলি দি জনাৰ্দনক সংযত হ'বলৈ সকিয়াই দিলে। এইবাৰো জেউতীয়ে জনাৰ্দনৰ ওচৰ চাপি প্ৰায় ফুচফুচাই ক'লে 'আপুনি বাৰু কালি ধান এবস্তা বেচিলে নেকি?

জনাৰ্দন সতৰ্ক হ'ল। তেওঁ মাতটো সৰু কৰিলে। 'ধান বেচিলে ঘৰৰ মানুহজনীয়ে গম নাপাবনে? কি বস্তুনো ইমান দৰকাৰ হ'ল এই ৰাতিপুৱাই অনাটনৰ দিনৰ ধানকেইটাত লাগিলা যে?

'বস্তু একোৰে দৰকাৰ হোৱা নাই; দুবস্তা ধানৰ এবস্তা নাই বাবেহে সুধিছো।'

'কি, এবস্তা নাই, টিৰপালখনৰে দুবস্তা ধান ঢাকি থোৱা আছে চকুমেলি চোৱাগৈ?'

'তাকেইতো কৈছো, দোমোনীয়া ধানৰ বস্তাটো বেজী নহয় নহয়। শোৱাৰ পৰা উঠি আহোতেই চকু যোৱাত টিৰপালখন অকণমান দাং খাই থকা দেখিলো। চিজিল লগাই থ'বলৈ ধৰোতেহে, এটা বস্তা নেদেখি সুধিছো। আবেলি মই ৰুণজুনহঁতৰ ঘৰলৈ যাওঁতেই আপুনি কিজানি এবস্তা কাৰোবাক বেচিচেই। এইবাৰ জনাৰ্দনৰ গা বাজিল। তেওঁ টিৰপালখন দাঙি চালেগৈ। দোমোনীয়া বস্তাটোৰ ওচৰত আনটো বস্তা নেদেখি জেউতীৰ মুখলৈ অলপ সময় অঁকৰাৰ দৰে চাই থাকিল। নিগনিয়ে ফুটা কৰা গাধৰিখন নতুনকৈ গোবৰ মাটিৰে লিপি শুকাওক বুলি ভঁড়ালটোৰ দুৱাৰখন দুফালকৈ মেলি থোৱাই আছিল। সেইটো ভঁড়ালতে ভুমুকিয়াই চালেগৈ জনাৰ্দনে। তেওঁ চেলাউৰিযোৰ কোঁচ খুৱাই মুখত একো উৱাদিহ নোপোৱা ভাব এটা লৈ বাৰান্দাৰ বেঞ্চখনতে আহি বহিলহি। জেউতীয়ে গা ধুবলৈ নিয়া পানীৰ বাল্টিটো গাধোৱা ঘৰৰ ভিতৰত থৈ জনাৰ্দনৰ ওচৰলৈ উভতি আহিল। জনাৰ্দনৰ কাণৰ ওচৰলৈ মুখখন আগবঢ়াই দি চেপা মাতেৰে ক'লে 'জিতুক কথাটো এতিয়াই নক'ব।'

মাত ডাঙৰ জিতুৰ আগত যেই সেই গোপনীয় কথা জেউতীয়ে ফটকৰে নকয়। চালত চাল লগা জেঠালৰ ঘৰৰ মানুহে কথাটো এতিয়াই গম পোৱাটো জেউতীয়ে বিচৰা নাই। সেই কাৰণেই ইমান সাৱধানতা। হওঁতে এজনৰ বাদে জেঠালেকৰ ঘৰৰ বাকী কেইজনৰ ওপৰত জেউতীৰ সম্পূৰ্ণ বিশ্বাস আছে। জিতুৰ সমনীয়া সৰু ভতিজাক সুমনৰ মনটোহে জেউতীয়ে বুজি নাপায়। তাৰ চাল-চলন, মাত-কথা জেউতীৰ সমূলি পছন্দ নহয়। চুবুৰীটোৰ কাৰোবাৰ ঘৰত কিবা হেৰালে, কিবা নহ'ব লগা হ'লে জেউতীৰ মানস চকুত প্ৰথমে সুমনৰ ছবিখনহে ওলাইহি। প্ৰতিবাৰেই জেউতীৰ ধাৰণা উপলুঙা কৰি আন কোনোবাহে সেইবোৰ কৰ্মৰ কৰ্তা হিচাপে পৰিচিত হয়গৈ; তথাপি এইবাৰো জেউতীৰ মনে সুমনক ৰেহাই নিদিলে। তেওঁ মনতে এটা পৰিকল্পনা কৰি গাধোৱা ঘৰ সোমালগৈ।

জেউতীয়ে গাধুই আহি গোসাঁই ঠাইখন পৰিষ্কাৰ কৰি মূৰ দোঁৱাই হয় মানে জিতু শোৱাৰ পৰা উঠি টুথব্ৰাচডালত পেষ্ট অকণ লগাই ল'লে। আনদিনা হ'লে জেউতীয়ে গেচ ষ্টভটোৰ ওপৰত পানীৰ কেটলীটো উঠাই দিলেহেঁতেন। আজি পিচচোতালেদি

জেঠালেকৰ ঘৰলৈ গ'ল। প্ৰথম কোঠাটোত সোমাই চাৰিওফালে চকু ফুৰাই 'অনিমা' 'অনিমা বুলি মাতি বাকী কেইটা কোঠাৰ বিছনাতল, চুক-কোণলৈ পাৰে মানে লক্ষ্য কৰি পাকঘৰৰ ফালে আগবাঢ়িল।

'কি হ'ল খুৰী কিয় মাতিছিল।'

'ৰাতিপুৱাই বস্তু এটাহে বিচাৰি আহিলো। আছে যদি একাপ চাহৰ জোখাৰে গাখীৰ অকণমান দেচোন। পাউদাৰ গাখীৰৰ চাহ খাই খাই টেঙাপানী আহিবলৈ লৈছে। ৰঙা চাহো মুখত দিবৰে মন নাযায।' 'ছাগলী খিৰোৱাই নাই নহয় খুৰী, খীৰালে ময়ে দি আহিমগৈ।'

এই সময়ত বিচাৰিলে গাখীৰ নাপায় বুলি জেউতীয়ে জানেই। গাখীৰ চেলুহে, আচল হ'ল ধানৰ বস্তাটো। নিজৰ ঘৰৰ পৰা অন্তৰ্ধান হোৱা ধানৰ বস্তাটো জেঠালেকৰ ঘৰৰ চাঙৰ তলত, বিছনাৰ তলত বা পাকঘৰৰ চুকে-কোণে ক'ৰবাত দেখিব বুলি আশা এটা কৰি গৈছিল, ক'তো নেদেখি মনটো গোমোঠা কৰি ঘৰলৈ আহিল। গাঁওখনৰ মাজেদি যোৱা বাটটোলৈ চকু যোৱাত জেউতীয়ে জনাৰ্দনক পদূলিত থিয় হৈ নামঘৰৰ ফালে হাতযোৰ কৰি থকা দেখিলে। চাহ নোখোৱাকৈয়ে জনাৰ্দন গাঁৱৰফালে ওলাই গৈছে। ফলৱতী হ'ব লগা কিবা কামত ওলাই গ'লে জনাৰ্দন কিয়, গাঁৱৰ সকলোৱেই নামঘৰলৈ হাতযোৰ কৰি সেৱা এটা জনাইহে আগবাঢ়ে।

নকওঁ বুলিও জেউতীয়ে চাহ খাই থকা জিতুক কথাটো কৈ গাঁৱৰ ধানৰ মিলটোৰ পৰা পাক এটা মাৰি আহিবলৈ ক'লে। বস্তাটোৰ পেটত চূণৰে তিনিটা পূৰণ চিন দি থোৱা আছে বুলি বুজাই দিলে।

শোৱাৰ পৰা উঠাৰে পৰা ঘৰখনৰ পৰিৱেশ যে সহজ হৈ থকা জিতুৱে গম ধৰিব পাৰিও মাকক কাৰণটো সুধিবলৈ সাহ কৰা নাছিল! তাক লৈয়ে এই ৰাতিপুৱাই মাক-দেউতাকৰ মাজত মতান্তৰ হৈছে বা। সাধাৰণতে তাৰ দৈনিক কাম-কাজলৈ দেউতাকৰ মন অসন্তুষ্ট হ'লে মাকে তাৰ পক্ষ লৈ শীতলা মন্ত্ৰৰে জাৰি ফুঁকি দেউতাকৰ মনৰ অশান্তি উৰাই দিয়ে। তাৰ পাছতেই তাৰ গাত ভূত খেদিবলৈ মুখৰে সাৰৌপ সাৰৌপকৈ কোবাবলৈ লাগে। বাক্য বিহ্লঙনীৰ কোবত গাৰ ভূত আঁতৰ হওঁক বা নহওঁক, সি হ'লে এবেলা মানলৈ ঘৰৰ পৰা আঁতৰি যায়। আজিৰ কথাটো বেলেগ, দেউতাকে তাৰ নামটোকে উচ্চাৰণ নকৰাকৈ ওলাই গৈছে। মাকেও তাৰ গাৰ ভূত খেদোৱা ধৰণৰ আচৰণ কৰা নাই। এতিয়া মাকৰ পৰা কাৰণটো গম পাইহে তাৰ মনৰ খোকোজা আঁতৰিছে; মনটো অকণমান মুকলি মুকলি লাগিছে। হওক তেও ধানৰ বস্তাহে, অতি বেচি দোমোন হ'ব। এই হেৰোৱা ধান বস্তাত মাক-দেউতাকৰ মন লাগি থকালৈকে সি হয়তো অলপ ৰেহাই পাব। সি যদি

হেৰোৱা ধান বস্তা উদ্ধাৰ কৰিব পাৰে, তাকটো দেউতাকে নহ'লেও মাকে কামৰ মানুহ বুলি গণ্য কৰিব। এনেয়েও কালিৰ পৰা জিতুৰ মনটো ভাল নহয়। সিহঁতৰ ক্লাবটোৰ সি আজি চাৰি মাহমান ধৰি কেৰম খেলৰ হিৰ' আছিল। যেয়ে নেখেলক লাগে তাৰ লগত সি জিকিবই। কালিহে অঘটন ঘটিল। আবেলি ক্লাবত জিতুয়ে তাৰ লগৰ বিৰিঞ্চিৰ লগত কেৰম খেলি আছিল। এনেতে বিৰিঞ্চিৰ ভায়েক অষ্টমমানত পঢ়ি থকা অনুপম ক্লাব ঘৰলৈ আহি, বিৰিঞ্চিক ঘৰত দেউতাকে বিচাৰি আছে বুলি খবৰ দিলেহি। বিৰিঞ্চি ঘৰলৈ যোৱাত অনুপমেই জিতুৰ লগত খেলিবলৈ লাগিল। সিহঁত দুয়োটাই তিনিখন বৰ্ড খেলিলে। আটাইকেইখনতে অনুপমহে জিকিল। খেল চাই থকাসকলে অনুপমক বাঃ বাঃ দিলে। জিতুৰ মনত আশংকাই ঠাই লৈছে, তেতিয়াৰে পৰা সি ছাগৈ অতি সোনকালেই হিৰ' আসনখনৰ পৰা নামিব লাগিব। সেই ভাবটো মনত লিপিট খাই লাগি মনটোকে বেয়া কৰি পেলাইছে। এতিয়া মাকে তাক হেৰোৱা ধান বস্তাৰ বিচাৰ-খোচাৰ কৰিবলৈ কোৱাত সি অলপ সকাহ পাইছে। ক'ত, কেনেকৈ বিচাৰ-খোচাৰ কৰিব, সি মনতে এটা পৰিকল্পনা কৰিবলৈ লাগিল। এসপ্তাহমান আগতে কেৰম খেলি থাকোঁতে হেমন্তই কোৱা কথাষাৰ তাৰ মনলৈ প্ৰথমে আহিল।

এক নম্বৰৰ কাৰণে অৰ্থনীতিত প্ৰথম বিভাগ নোপোৱা হেমন্তই চাৰিটা বিষয়ত লেটাৰ মাৰ্ক লৈ মেট্ৰিক পাছ কৰিছিল। তাৰ মাৰ্কচিটখন চাই স্কুলৰ শিক্ষকসকলৰ লগতে অঞ্চলটোৰ বহুতে তাৰ উজ্জ্বল ভৱিষ্যতৰ বাবে শুভেচ্ছা জনাইছিল। সেই হেমন্তৰ আজি তিনি বছৰ ধৰি নিবনুৱা হৈ ঘৰত বহি-শুই আমনি লাগিল। আজিকালি সি ক্লাব ঘৰটোলৈ আহি কেৰম খেলি সময় কটোৱা হৈছে। সিদিনা কেৰম খেলি থাকোঁতেই হেমন্তৰ লগৰে নিবনুৱা বীৰেনে চৰকাৰী ঋণ লৈ যুটীয়াকৈ ব্যৱসায় কৰিবলৈ হেমন্তক লগ ধৰিছিল। শান্ত-শিষ্ট হেমন্তই বীৰেনৰ কথাত কিয় জানো দাংখাই উঠি কাৰোবাক গুৱাল গালি দিয়াৰ দৰে চিঞৰি চিঞৰি কৈছিল 'বুজিছ ল'ৰাবোৰে এনেয়ে উগ্ৰপন্থী হ'বলৈ যোৱা নাই, ভদ্ৰ সাজ পিন্ধা চোৰ এজাকৰ ভৰিত তেল মালিচ কৰি কৰি হাতৰ ছাল চিগোৱাতকৈ নিজে চোৰ হোৱাই ভাল।' কথাটো মনত পৰাৰ লগে লগে জিতুৱে পিন্ধি থকা পাইজামাটোৰ ওপৰতে চাৰ্ট এটা সুমুৱাই চাইকেলখন লৈ ওলাই গ'ল। ৰাতিপুৱাই আনৰ চোতালত থিয় হ'বলৈ বেয়া পালেও, জনাৰ্দনে সেইটোকে কৰি গাঁৱৰ ইঘৰ-সিঘৰত সোমাই দুখন্টামানৰ পিছত ঘৰলৈ ঘূৰি আহিল। চোতালখনৰ চাৰিওফালে উদাস দৃষ্টিৰে এবাৰ চাই তুলসী জোপাৰ ওচৰত বহি পৰিলহি। চুচি-চুৰুকি, গোবৰ মাটিৰে মচি থোৱা তুলসী ভেটিটোৰ চাৰিওফালে নতুনকৈ কেঞাকন গজি উঠিছে। কেঞাকন উঘালি উঘালি, জেওৰাখনত

তিতা কাপোৰ মেলি থকা জেউতীয়ে শুনাকৈ ক'লে 'গাঁওবুঢ়া ককাইদেউৰ ঘৰৰ খোলা বাৰান্দাখনতে ধান-মাহকে ধৰি কত বস্তু থাকে। আজিলৈকে একো এটা হেৰ-ফেৰ হোৱা নাই; মোৰ ধান কেইটাতহে চোৰৰ চকু পৰিব লাগেনে? দিন দশাই ভাল নহয় যেন পাইছো।' 'গাঁওবুঢ়াৰ ঘৰৰ কথাই বেলেগ। গাঁওবুঢ়ানী নবৌৱে যিজাক কুকুৰ দিনে-ৰাতিয়ে ভাত খুৱাই পুহিছে, চোৰহে নেলাগে চৰাই-চিৰিকতি এটাইও ধান-মাহত মুখ লগাব নোৱাৰে।' জনাৰ্দনৰ কথাৰ সুৰত মোখনি মাৰি জেউতী ভিতৰলৈ গ'ল।

জেঠালেকৰ ঘৰৰ কথা-বতৰালৈ কাণ উনাই উনাই যিমান পাৰি নিঃশব্দে জেউতীয়ে নিজৰ কাম কৰি গ'ল। দুপৰৰ সাজ খাই আজৰি হয় মানে কাতিমহীয়া দিনটোৰ চমু চাপি আহিল। সন্ধিয়া গোহালিত গৰু-গাইকেইটা বান্ধি থৈ জনাৰ্দন কলৰ পাৰলৈ গ'ল। কালিলৈকে তেওঁ গৰু-গাই বান্ধি আহি গাটোও ধুই লৈছিল। আজি হাত-ভৰিকে ধুই গাত পানী এচলু চটিয়াই শুদ্ধ হৈ ল'লে। তেওঁ আহি বাৰান্দাৰ বেঞ্চখনতে বহিলহি। জেউতীয়ে ধোঁৱাই থকা ধূনাৰ মলাটো তুলসীৰ ওচৰত, গোহালিৰ সন্মুখত, আনকি উদং ভঁড়ালটোৰ দুৱাৰ মুখতো ঘূৰাই গ'লহি। জিতুৱে পাকঘৰৰ বেৰতে আঁউজাই লৈ চাইকেলখন চাফা কৰি আছে। এনেতে জনাৰ্দনৰ আধিয়াৰ ভোলা চ'ৰা ঘৰটোৰ কাষৰে আহি জনাৰ্দনৰ ওচৰ পালেহি। 'তই আখৰালৈ আহিলিয়েই নেকি? মই আক' অকণমান দেৰিকৈহে যাম বুলি ভাবিছিলো।' ভোলাক দেখিয়ে জনাৰ্দনে ক'লে।

'নাই মই আখৰালৈ অহা নাই। তোমাৰ লগত কথা এটাহে আছে, এইফালে আহাচোন' বুলি ভোলা জনাৰ্দনহঁতৰ কলৰ পাৰৰফালে গৈ একেবাৰে ভীমকল জোপাৰ ওচৰত ৰ'লগৈ। ভোলাৰ পিছে পিছে জনাৰ্দনো তাতে ৰ'লগৈ। 'কিনো ইমান গোপনীয় কথা আছিল এইখিনি পালিহি যে' বুলি জনাৰ্দনে ভোলাৰ মুখলৈ চালে। শুক্লপক্ষৰ অষ্টমীৰ জোনৰ পোহৰ কাতিৰ কুঁৱলী ভেদি ভোলাৰ মুখত পৰিছে। সেই পোহৰতে জনাৰ্দনে ভোলাৰ গালত চকুপানীৰ সোঁত দুটা তিৰবিৰাই থকা দেখি আচৰিত হ'ল। আজন্ম দৰিদ্ৰতাৰ লগত যুঁজি, আনৰ মাটিত আধি খেতি কৰি, লোকৰ চৌহদত জেওৰা-জপনা দিয়া কাম কৰিও মুখৰ হাঁহি নুগুচা, ভাওনাই-সবাহে, গীতে-মাতে তজবজীয়া ভোলাৰ হ'ল কি? বহুত সময় মৌন হৈ থকা ভোলাক প্ৰায় ধমক দিয়াৰ দৰেই জনাৰ্দনে ক'লে 'কি হ'ল নকব কিয়?'

'বাপু মই ভাও ল'ব নোৱাৰিম। বচনখিনি তোমাৰ হাততে ঘূৰাই দিবলৈ আহিছো। তুমি সূত্ৰধাৰী মানুহ। তুমি ক'লে ৰাইজে মোৰ দোষ নধৰে।' অ' কথা সেইটোহে। পৰহি গকুলেও দুৰ্যোধনৰ ভাও উভতাই দিছে দেখোন। ৰয়েল ড্ৰেচৰ ভাড়া হেনো বৰ বেছি

হ'ল। সি সেইটো ভাও বায়নৰ ঘৰৰ অজিতকে দিবলৈ কৈছে। অজিত এমাহৰ ছুটীত মিলিটেৰীৰ পৰা আহিছে নহয়। তাক ভাওটোৰে শুৱাবও। ভাৰাও দিব পাৰিব। কিন্তু তোৰ ভাওটোৰ দেখোন ড্ৰেচৰ জঞ্জাল নায়েই। দৰিদ্ৰ বিদুৰে সাধাৰণ চুৰিয়া এখন পিন্ধিলেই হ'ল। পিছে ৰাজমিস্ত্ৰী নহয়, চোলা এটাই পাগ এটাই লাগিব। পাগুৰীৰ কাপোৰখন ময়ে দিম বাৰু; আৰু যদি তোৰ ভাল চুৰিয়া চোলা নাই মোৰে এযোৰ নিবি। মোৰ পাঞ্জাবী চোলা তোৰ গাঁলৈও হ'ব।

'নহয় ৰাপু ড্ৰেচৰ কথা নহয়, মোক ক্ষমা কৰা মই ভাও ল'ব নোৱাৰিম।'

'তহঁত সকলোৰে যদি আপত্তি তেনেহ'লে অকল ৰাসখনকে পাতি থওঁ, লগৰ পাণ্ডৱৰ বনবাসখন বাদকে দিওঁ। ৰাস পূৰ্ণিমালৈনো আৰু কেইদিন আছে। মুৰামুৰি সময়ত ভাওবোৰ সলালে, ভাওনা ভাল নহ'ব, কাৰো বচনেই মুখস্থ নহ'ব।'

'ৰাইজৰ লগত আলোচনা কৰি যি ভাল দেখা কৰা' বুলি ভোলাই শব্দ কৰি উচুপিবলৈ ধৰিলে। তোৰ কি হৈছে ভাঙি নকৰ কিয় বুলি ভোলাৰ কান্ধত হাতখন থ'বলৈহে পালে হুক্ হুক্ কৰে কান্দি ভোলা মাটিত বহি জনাৰ্দনৰ ভৰি দুখন সাবট মাৰি ধৰিলে। ঘপহকৰে ভোলাই তেনেখন কৰাত জনাৰ্দনে নিজৰ ভাৰসাম্য ৰক্ষা কৰি ভোলাক বাহু দুখনত ধৰি উঠাবলৈ চেষ্টা কৰি বিফল হৈ নিজেও মাটিতে বহি পৰিল। লগে লগে জনাৰ্দনৰ মনত কিবা ভাব এটাই বিজুলীয়াই গ'ল। 'কি হৈছে মোক কচোন বাৰু মই কিজানি তোক কিবা সহায় কৰিব পাৰোৱেই।'

'বাপু মোৰ নিচিনা মহাপাপীয়ে বিদুৰৰ ভাও লৈ গাঁওখনলৈ অন্যায় মাতিব নোৱাৰো। তুমি আক' এতিয়া ভাওনাখনো নাপাতো বুলিছা। সেইপাত শাও মোৰ মুৰতে পৰিব। তুমি মোক মাৰা কাটা যি কৰা কৰা, মই বৰ অধম। পেটৰ ভোকে মোক একেবাৰে তলত পেলালেগৈ। কথাটো তুমি কাৰো আগতে ফাচ নকৰিবা। তোমাৰ ভৰিত ধৰি কাবৌ কৰিছো। কালি ৰাতি তোমাৰ ধান বস্তা ময়ে নিলো। নিজে ভঁড়ালটো সাৰি পুচি নিজে মাত্ৰ দুবস্তা ধান উলিয়াই থৈ তাৰে একবস্তা নিয়াৰ পৰত মই হিতাহিত জ্ঞানশূন্য পশু হৈ পৰিলো। আজি ৰাতিপুৱা মিলত বনাবলৈ নিবলৈ ওলাই ধৰা পৰাৰ ভয়ত নিব নোৱাৰিলোঁ। যেনে চিনে নিছিলোঁ তেনে চিনেই আছে। মই এতিয়াই গৈ লৈ আহিমগৈ। কথাটো গাঁৱৰ কোনোবাই জানিলে মই আপোনঘাটি হ'ব লাগিব। কান্ধৰ গামোচাখনৰে ওলাই অহা চকুপানী আৰু কান্দোনৰ শব্দটো চেপা মাৰি ধৰি ভোলা বহাৰ পৰা থিয় হ'ল, লগতে জনাৰ্দনো। ভোলাই যাবলৈ বুলি এখোজ দিওঁতেই জনাৰ্দনে ভোলাৰ বাওঁহাতখনত থাপ মাৰি ধৰিলে।

'ভোলা ধান বস্তা তই আনিবগৈ নালাগে। সেই বস্তা তোৰে ধান। তোৰ পাঁচজনীয়া সংসাৰ, মোৰ তিনিজনীয়াহে। এবস্তা তই খাগৈ, এবস্তা মই খাম। এই কাতিমাহত মই বাৰু তুলসী দিয়া সহস্ৰনাম পাঠ কৰিয়েই দুপইচা পাম। তইনো কাৰ ঘৰত কি কৰিবলৈ পাবি। আৰু শুন, বিদূৰৰ ভাওটো তয়ে ল'ব লাগিব, হোঁহকা-পিছলা নকৰিবি।

ভোলাই জনাৰ্দনৰ মুখলৈ নেদেখা বস্তু দেখাৰ দৰে অলপ সময় চাই থাকিল। তেওঁ গৈ বাৰান্দাৰ বেঞ্চখনতে গধুৰ বস্তু থোৱাদি নিজৰ দেহাৰ ভাৰটো থৈ বহি পৰিল। বাৰান্দাৰ গাতে লাগি থকা কোঠাটোত জেউতীয়ে লেম এটা থ'লেহি। ভোলাই জেউতীৰ উপস্থিতিৰ গম পাই জনাৰ্দনলৈ চাই ভাগৰুৱা মাতৰে ক'লে, 'নিমখীয়া ৰঙা চাহ অকণমান পেটত পৰা হ'লে আখৰাখনত মন বহুৱাব পাৰিলোহেঁতেন।' ◈



# ২৩ | এনাজৰী

**চাৰু শইকীয়া**

প্ৰায় মুমূৰ্ষু অৱস্থাত কোনোমতে হাড়ে-চালে লগা দেহাটোৰ ভিতৰত জীৱটো ৰাখি কোঠাটোৰ ভিতৰতে কেবা মাহো কটাই দিলে মঞ্জৰীয়ে। গাৰ পোৰা ঘাঁবোৰ অৱশ্যে এই কেইমাহতে শুকাল। পেটত, পিঠিত, কান্ধত টুৱেন্টি পাৰ্চেন্টিৰো বেছি ভকমকীয়া পোৰা ঘাঁবোৰ দেখি বাপেক ৰবীন চৌধুৰী মাক নমিতা চৌধুৰীয়ে আশাই এৰি দিছিল প্ৰথমে জীয়েক বাছিব বুলি। কিন্তু বহুত সময় ধৰি তন্ন তন্নকৈ পৰীক্ষা কৰি চৌধুৰীৰ পুৰণা বন্ধু ডাক্তৰ ৰহমানে ভৰষা দিছিল— দিন অলপ বেছি লাগিব, কিন্তু ভাল হ'ব। ভাগ্য ভাল যে বুকুত বা মুখত নুপুৰিলে। ডাক্তৰে মঞ্জৰীৰ মূৰত হাত থৈ অভয় দিলে— 'কোনো ভয় নকৰিবি তই মা, মই ভাল কৰি দিম তোক।'

ডাক্তৰৰ সেই অভয়বাণীকে সাৰোগত কৰি যত্নৰ আৰু চিকিৎসাৰ কোনো ত্ৰুটি নকৰিলে চৌধুৰী চৌধুৰীয়নীয়ে, যাৰ ফলস্বৰূপে প্ৰাণ ৰক্ষা পৰিল একমাত্ৰ জীয়েকৰ।

প্ৰাণ ৰক্ষা পৰিল হয়— কিন্তু মঞ্জৰীৰ ক্ষত-বিক্ষত আৰু বিধ্বস্ত মন আৰু হৃদয়ৰ অৱস্থা দেখি হাঁহাকাৰ কৰি উঠে পিতৃ-মাতৃৰ অন্তৰ। আনকি ঘটনাবোৰৰ আৰম্ভণিৰ পৰা খণ্ডত গুজৰি থকা মঞ্জৰীৰ ভায়েক মৃগাঙ্কৰ মুখতো ক্ৰোধৰ সলনি উদ্বেগহে প্ৰকাশ পায় আজিকালি। ৰাতি গৈ বায়েকৰ বিচনাৰ ওচৰত চাই থাকেগৈ। 'এতিয়া ৰাতি এক বাজিল। তই দেখোন শোৱাই নাই। চাওঁ মই তোৰ চুলিত হাত বুলাই দিওঁ— তই শুই থাকচোন বাইদেউ। মই আছো নহয়। তোৰ কোনো চিন্তা নাই।' ম্লান হাঁহি মাৰি মঞ্জৰীয়ে হাতখন খামুচি ধৰে ভায়েকৰ। তাৰ পিছত কিন্তু এসময়ত তাইৰ সঁচাকৈয়ে টোপনি যায়গৈ। বায়েকৰ গালে-মুখে হাত ফুৰাই থাকি এসময়ত ওচৰতে শুই পৰে মৃগাঙ্কও।

ৰবীন চৌধুৰী এটা ডাঙৰ আন্তৰ্জাতিক কোম্পানীৰ উচ্চ পদস্থ বাণিজ্য বিষয়া আছিল। ভাৰতৰ আৰু বিদেশৰো অনেক ঠাইত চাকৰি সূত্ৰে ঘূৰি ফুৰিয়েই জীৱনটো অতিবাহিত কৰি ছয় বছৰৰ আগতে অৱসৰ গ্ৰহণ কৰি জন্মস্থান ডিব্ৰুগড়তে নিগাজীকৈ থাকিবলৈ লৈছে। চৌধুৰীহঁত আগৰে পৰাই সম্ভ্ৰান্ত ধনী পৰিয়ালৰ মানুহ। চাকৰি কৰি বাহিৰে বাহিৰে থকা বাবে ল'ৰা-ছোৱালী দুটাক সু-শিক্ষিত কৰিলে যদিও অসমীয়া ভাষাৰ শিক্ষা দিব নোৱাৰিলে, ঘৰত অসমীয়াতে কথা-বতৰা পাতে যদিও হিন্দী-ইংৰাজীহে বেছি সলসলীয়াকৈ ক'ব পাৰে। মঞ্জৰীয়ে সুন্দৰ গান গায়। ছবি আঁকে? চেতাৰ বজায়। ইংৰাজীত এম. এ. পাচ কৰিলে চেন্নাইৰ পৰা। ল'ৰা মৃগাঙ্ক ইঞ্জিনীয়াৰ। চৌধুৰীয়ে চাকৰি কৰা কোম্পানীৰ কোনোবা এটা প্ৰজেক্টত কাম কৰে। নিশ্চিত ভৱিষ্যৎ।

সেইবোৰ চিন্তা নাই। কিন্তু বিদেশৰ অনা-অসমীয়া অ-ভাৰতীয় সমাজত, পৰিবেশত ডাঙৰ-দীঘল হোৱাৰ কাৰণেই বোধহয় নিজৰ ব্যক্তি স্বাধীনতাৰ সম্বন্ধে অত্যধিক সচেতন হৈ পৰিছিল মঞ্জৰীৰ মন। সেইবাবেই হৰিকান্ত ভঁৰালীৰ ল'ৰা কমলৰ লগত বিয়াৰ কথা উঠোতে চৌধুৰী চৌধুৰীয়নীয়ে দুয়ো হকাবধা কৰা সত্ত্বেও কোনো কথাই নুবুজিলে মঞ্জৰীৰে। মাক-বাপেকে বুজাবলৈ যত্ন কৰিছিল যে ল'ৰাটো সাধাৰণ ছায়েঞ্চ গ্ৰেজুৱেট? আগৰ পঢ়া-শুনাৰ ৰেকৰ্ডো ভাল নহয়। দুবছৰ আগতেই বি. এছ ছি পাছ কৰিব লাগিছিল। কিন্তু প্ৰথমবাৰ দিওঁতে ফাইনেল পৰীক্ষাত নকল কৰি বহিস্কৃত হৈছিল। বিশ্ববিদ্যালয়ৰ নিৰ্দেশত পিছৰ বছৰো শাস্তিমূলক ব্যৱস্থা হিচাপে পৰীক্ষাত বহা বন্ধ কৰিছিল। তাৰ পিছৰ বছৰতহে কোনোমতে স্নাতক হ'ল। পৰীক্ষাত নকল কৰি বদনামী হোৱাৰ বাবে চাকৰি বাকৰিৰ চেষ্টা নকৰিলেই। বাপেকৰ বিজিনেছত লাগি গ'ল। সাজে-পাৰে কথাই-বতৰাই একেবাৰে ফেশ্যন বয়। হ'লে কি হ'ব গুৰি গোষ্ঠী ভাল নহয়। তাৰ গাঁৱৰ বংশ-পৰিয়াল মিতিৰ-কুটুমবোৰ একেবাৰে সাধাৰণ শ্ৰেণীৰ মানুহ। দুখীয়া হওক আপত্তি নাই কিন্তু মোষ্ট আন্‌কাল্‌চাৰদ। গতিকে তোৰ ভাল লগাটোৱেই শেষ কথা হ'ব নোৱাৰে। মই চব খা-খবৰ লৈহে কৈছোঁ।

কিন্তু বিয়া— অৰ্থাৎ মঞ্জৰীয়ে একো নেমানিলে। বাপেকৰ মুখে মুখেই কৈ দিলে, 'মইতো এতিয়া সৰু হৈ থকা নাই দেউতা। যথেষ্ট শিক্ষা-দীক্ষা পোৱা প্ৰাপ্তবয়স্কা হোৱা নাই জানো? এই সিদ্ধান্ত মই কৰিলোঁ। তোমালোকে হস্তক্ষেপ কৰাটো উচিত হৈছেনে?

ৰবীন চৌধুৰীৰ আত্মমৰ্যাদাত আঘাট লাগিছিল একমাত্ৰ জীয়ৰীৰ খহটা কথা শুনি। কিন্তু উত্তেজনা প্ৰকাশ কৰা চৌধুৰীৰ স্বভাৱৰ বাহিৰ। কিছুসময় মনে মনে থাকি পিছত নিৰানন্দ এক হাঁহিৰে ক'লে— 'ঠিক আছে তেন্তে। হওক তই বিচৰামতেই। আমাৰ

মৰম আশীৰ্বাদ আৰু ঈশ্বৰ তোৰ সহায় হওক। মাকে হতাশভাৱে শুনি থাকিল মাত্ৰ। বাপেকৰ কথাতে তৰ্ক জোৰে, তেওঁৰ কথা কি শুনিব।

দাম্ভিক আৰু অগভীৰ চিন্তাৰ মঞ্জৰীয়ে বাপেকৰ মৌখিক সম্মতিটোহে বুজি পালে— তেওঁৰ অন্তৰৰ সন্দেহ, অনিশ্চয়তা আৰু অসহায় ভাববোৰৰ একো উমান নেপালে। উৎফুল্লিতভাৱে বাপেকৰ ডিঙিত সাবটি গালত এটা চুমা খাই 'থেংক ইউ দেউতা' বুলি নাচি বাগি ওলাই গ'ল।

যথা সময়ত ধুম্-ধাম কৰি বিয়া হৈ গ'ল। চৌধুৰীৰ আপোন মানুহ, বন্ধু-বান্ধৱ, নিমন্ত্ৰিত অতিথিৰ যিখন সমাজ সেইসকলৰ লগত বিয়াঘৰত দৰাঘৰীয়া যিসকল অতিথি-অভ্যাগত বহিলহি তেওঁলোকৰ লগত সামাজিক পাৰ্থক্য আৰু দূৰত্ব দেখদেখকৈ ওলাই পৰিছিল। বিনয়ত গদ্গদ্ হৈ বাৰে বাৰে হাতযোৰ কৰি কথা কোৱা বিয়েয়েক হৰিকান্ত ভঁড়ালীৰ লগত অন্তৰঙ্গ আলাপত মগ্ন হ'ব লগা চৌধুৰী দম্পতিৰ ধৈৰ্যৰ পৰীক্ষা চলিছিল যেন। তথাপি বিয়া বিয়াই। শেষৰাতি পূৰ্বআকাশত গাখীৰ বুলীয়া পোহৰ জিলিকাৰ লগে লগে নতুন জেঁৱাইৰ লগত গুচি গৈছিল আদৰৰ জী মঞ্জৰী। দুই ধাৰে চকুলো বোৱাই হাঁহি আৰু কান্দোন মিহলি মাতেৰে মাক-বাপেকক সেৱা কৰি চুমা খাই 'অহ্ ইট্ ইজ টেৰিবল্ টু লীভ্ ইউ' বুলি গাড়ীত উঠিছিলগৈ মঞ্জৰী।

প্ৰথম কিছুদিন ভালেই চলিছিল। ইমান ভালকৈ চলিছিল যে ৰবীন চৌধুৰীয়ে একপ্ৰকাৰ ভাবিবলৈ আৰম্ভই কৰিছিল যে তেওঁৰ সন্দেহ অমূলক আছিল। কিছুদিনৰ মূৰত নাতিৰো মুখ দেখিলে। চৌধুৰী-চৌধুৰীয়নী দুয়ো গৈ চাই আহিলগৈ। ধুনীয়া উজ্জ্বল নাক-মুখেৰে যেন এক দেৱশিশু। মঞ্জৰীৰ মুখত হাঁহি।

মেঘ জমা হ'ল আচম্বিতে। এদিন মৃগাঙ্কই ছুটীত ঘৰলৈ আহোঁতে বায়েকৰ খবৰ ল'বলৈ গৈছিল। দুপৰীয়া ভাত খাবৰ সময়ত লৰালৰিকৈ আহি মাকক ক'লেহি— 'মা. তোমালোকে ভাত খালানে? ময়ো খাম দেই।' মাকে আচৰিত হৈ তাৰ মুখলৈ চাই সুধিলে— 'তইতো বিয়াৰ ঘৰতে ভাত খাই অহাৰ কথা আছিল।— নোখোৱাকৈ আহিলি কিয়।' মৃগাঙ্কই ক'লে যে তাৰ কিবা এটা জৰুৰী কামত এজন বন্ধুৰ লগত দেখা কৰিব লগা হ'ল বাবে ভাতলৈ ন'ৰলেই তাত। কৈ মেলি গুছিহে আহিল। মৃগাঙ্কৰ কথা শুনি মাক কিন্তু আশ্বস্ত নহ'ল। তাৰ মুখ গোমা। তথাপি একো নকৈ ভাত বাঢ়িলে। চৌধুৰীয়েও কিবা এটা অনুমান কৰিছিল পুতেকৰ মুখলৈ চাই। কিন্তু একো নক'লে। তিনিও ভাত খলে।

খাই উঠাৰ পিছত তিনিও বহোঁতে মাকে সুধিলে—'বাবু, সঁচাকৈ কচোন কি হৈছে? কিয় ভাত নোখোৱাকৈ তই গুছি আহিলি? বেয়া নেপাবনে তেওঁলোকে?

'বাহ্ বেয়া পাবলৈ ক'ত সময় আছে তেওঁলোকৰ? মই গৈ পোৱাৰ আগৰ পৰাই চিঞৰ-বাখৰ ভিনদেউহঁতৰ তিনি ভাই ককাইৰ মাজত দুৰ্বাদল কাজিয়া। মইতো ভেবাচেকা খাই গ'লোঁ। ভাবিলোঁ কিহত সোমালোহি। কাজিয়া লাগিব পাৰে যি কোনো ঘৰত। সেইবুলি ইমান চিঞৰ বাখৰ একেবাৰে বাটত মানুহ জমা হৈ যোৱাকৈ? বাপ্‌ৰে। মই এনে কাণ্ড ক'তো দেখা নাই!'

চৌধুৰীয়ে সুধিলে— ৰিয়া, তাই কি কৰিছিল তেতিয়া?

কি কৰিব আৰু নিজৰ কোঠাত সোমাই বাচ্চাটো কোলাত লৈ কান্দি আছিল।'

কিজানি তিনি ভাইৰ মাজতহে গালাগালি শুনিছিলোঁ। বাপেকে কিবা এটা কওঁতে বাপেককে চুপ বুলি কৈছিল ভিনদেৱে। ঠিক তেনে সময়তে মোৰ প্ৰৱেশ। মোক দেখি থত্‌মত্ খাই মাত্ৰ ক'লে— 'বাবু তুমি ভিতৰলৈকে যোৱা, ৰিয়া অছে।

'সেইবোৰ কাঁজিয়া পেচাল মানুহহৰ ঘৰততো লাগিবই পাৰে। তাৰ বাবেই তই ইমান মন বেয়া কৰিছনে?' চৌধুৰীয়ে ক'লে।

'নহয় দেউতা— কিন্তু যিবোৰ ভাষা ব্যৱহাৰ কৰিছিল তেওঁলোকে, ভিনদেউৰ ভায়েকটোৱে— একদম বজাৰী ভাষা দেউতা, কোনো ভদ্ৰলোকে তেনে অশ্লীল শব্দ খণ্ডতো উচ্চাৰণ নকৰে, কোনো কম নহয়। মিচিক মিচিক হাঁহি মৰা মিহি মিহি কথা কোৱা আমাৰ ভিনদেউৰ মুখত শব্দ শুনিও অবাক হ'লো। বৰ অসভ্য মানুহ। ৰিয়া বাইদেউ বৰ বেয়া ঠাইত পৰিল দেই। ছিঃ।'

তিতা-কেঁহা লগা মুখৰ ভাঁজ কৰি মৃগাঙ্ক উঠি গ'ল বাপেক-মাকৰ ওচৰৰ পৰা।

ছুটী শেষ হোৱাত তাৰ দুদিন পিছতে মৃগাঙ্ক গ'লগৈয়ে। তাৰ পিছত কেইবা সপ্তাহো ধৰি মঞ্জৰীৰ কোনো খবৰ পোৱা নাছিল। ম'বাইলত এবাৰ নে দুবাৰ ফোন কৰিছিল মাথোন। চমু কথা-বতৰা। মাকে ফোন কৰিলে সাধাৰণতে ছুইচ্ অফ্ বুলিয়েই সংকেত আহে। চৌধুৰী-চৌধুৰীয়নীয়ে মনে মনে প্ৰমাদ গণে। চৌধুৰীয়ে ক'লেই— নিজৰ ভুলৰ কাৰণেই ছোৱালীজনী অথাই সাগৰত পৰিল যেন পাইছোঁ। ধন থাকিলেই নহয়। গেলামালৰ দোকানীয়েও ধন গোটাব পাৰে। কিন্তু মন গঢ়িবলৈ কেইবা পুৰুষো লাগে। তাকে বুজাব নোৱাৰিলোঁ ছোৱালীজনীক।' চৌধুৰীৰ মাতত খেদ। বুজিছা, এতিয়া প্ৰাৰ্থনা কৰিব লাগে মাথো আমি।

কিন্তু তেওঁলোকৰ আকুল প্ৰাৰ্থনাও যে কামত অহা নাই, তাৰ প্ৰমাণো পালে আচিৰেই। এমাহ মানৰ পিছত মঞ্জৰীৰ জন্মদিন আহিল। সদায় আগতীয়াকৈ তাইক বাপেকে সোধে— 'ক মাজনী, কি লাগিব তোক এইবাৰ জন্মদিনত। তাই নিজৰ পছন্দৰ বস্তুৰ নাম

লয়। এইবাৰ তাইক তাকে সুধিবলৈ ম'বাইলত অসংখ্যবাৰ চেষ্টা কৰিও নেপাই দুয়ো গাড়ী লৈ জন্মদিনৰ দুদিন আগতে হৰিকান্ত ভঁড়ালীৰ ঘৰেই ওলালগৈ। ভঁড়ালী বুঢ়াকে পালে। আথেবেথে বিঁয়ে বুলি মাতি বহুৱালে। জোঁবায়েক কমলেও আহি আগপিছ কৰিলেহি। কিন্তু জীয়েকৰ হে দেখা সাক্ষাৎ নাই। এনে আচৰিত মানুহ যে চৌধুৰীয়নীক ভিতৰলৈ মাতি নিবলৈও উদ্যোগ নাই। ভঁড়ালীয়নী গোঁসাইঘৰত আছে বুলিয়েই বহুৱাই থলে ভালেমান সময় বাহিৰতে। এবাৰ অতীষ্ঠ হৈ চৌধুৰীয়েই ক'লে—'এঃ আপোনালোকক এতিয়া আহি আমনিহে দিলোঁ। টান পাইছো কামৰ সময়ত। বাৰু আমাৰ ছোৱালীজনীক মাতকচোন— 'নাতিটোকো চাই যাওঁ।'

'অ' মাতিছোঁ মাতিছোঁ বুলি জোঁবায়েক কমল সোমাই গ'ল। বুঢ়াই সুধিলেহে— 'আপোনালোকে জন্মদিন পাতেনেকি ল'ৰা-ছোৱালীৰ?'

'অ' পাতেতো। আপোনালোকে নাপাতে নেকি? 'নাই আমাৰ সেইবোৰ খেল নাই। ক'লে ভঁড়ালী বুঢ়াই, চৌধুৰী-চৌধুৰীয়নীয়ে চকুলৈ চোৱা-চুই কৰিলে। অলপ পাছত নাতিটো কোলাত লৈ মঞ্জৰী সোমাই আহিল। পিছে পিছে কমল। মঞ্জৰীয়ে মুখখন ঢাকি আহিছে সৌঁফালে। মুখত জোৰকৈ মৰা হাঁহি এটা।

মাকেই সুধিলে— 'তোৰ কিবা অসুখ নেকি? গালখন ঢাকি থৈছ কিয়? চাওঁ গুচাচোন কাপোৰখন। কিবা কোৱাৰ আগতে মাকে থিয় হৈ কাপোৰখন গুচাই দিলেই, উখহা ৰঙা পৰা গালখন দেখি উচপ খাই উঠিল— 'ইঃ ৰাম! কি হ'ল?

'এই কেইদিন দাঁতৰ বিষত তত্ পোৱা নাই। আজিতো অলপ ভালেই।' কমলে লৰালৰিকৈ ক'লে।

'তাইৰতো কোনো দিনে দাঁতৰ বিষ নাছিল', মাকে ক'লে। কেঁচুবাটো মাকৰ কোলাত তুলি দি মঞ্জৰীয়ে ক'লে— 'জানো কেনেকৈ হ'ল? বাবুলৰ খবৰ পাইছেনে? ভালনে তাৰ? মাকে ক'লে— 'তই টেলিফোন নধৰ কেলেই? ইমান বিচাৰিছোঁ। সদায় ছুইচ অফ্ বুলি কয়।

সেইটো সিদিনা মাটিত পৰিল—'বেয়া হৈ আছে। ভাল কৰাহে হোৱা নাই। ময়ো সময় পোৱা নাই। কমলে ক'লে।

ভীষণ অশান্তি আৰম্ভ হ'ল চৌধুৰী-চৌধুৰীয়নীৰ মনত। কি হৈছে এইবোৰ। তথাপি চৌধুৰীয়ে ক'লে প'ৰহিলে তোৰ জন্মদিন নহয়, তোৰ পছন্দমতে কিবা এটা কিনি ল'বি বুলি পাঁচ হাজাৰ টকা আগবঢ়াই দিলে মঞ্জৰীলৈ। কিন্তু মঞ্জৰীয়ে লোৱাৰ আগতে হাঁহি মাৰি হাত পাতি ল'লে কমলেহে। হ'ব বাৰু, ময়েই কিনি দিম, তেওঁকো লৈ যাম—

নিজেই যি ইচ্ছা কিনি ল'ব। তেতিয়াহে— ভঁড়ালীয়নীয়ে আহি সোধপোচ্ কৰি বিদায় দিলেহি বিয়ৈ-বিয়নীক।

পৰিস্থিতিৰ দ্ৰুত অৱনতি হ'বলৈ ধৰিছিল তাৰ পিছৰ পৰাই। বিয়াৰ আগতে চৌধুৰীৰ মনত উদয় হোৱা শঙ্কা আৰু সন্দেহ বাস্তৱ ৰূপত দেখা পোৱা গ'ল এদিন কমলৰ পৰা নতুন বিজিনেছ এটা অৰম্ভ কৰিব খুজিছে এক লাখ টকা ঋণ হিচাপে বিচৰা প্ৰস্তাৱত। প্ৰস্তাৱ নামতহে— আচলতে দাবীয়েই?

মোৰ হাতত ইমান টকা নগদ মজুত নাই। সময় লাগিব বুলি কিছুদিন সময় ল'লে। প্ৰস্তাৱটো বোধহয় মঞ্জৰীয়ে নজনাকৈ চৌধুৰীৰ ওচৰত দিছিল জোঁৱায়েকে। কেনেবাকৈ গম পাই একে কোবে বাপেকৰ ওচৰ পালেহি মঞ্জৰী। 'এক পইচাও নিদিবা, দেউতা। কিহৰ ঋণ। ইহঁতে যৌতুক বিছাৰি মোৰ মূৰ গৰম কৰি ৰাখিছে ইমান দিনে।'

বাপেকে বেঙ্কত একাউন্ট খুলি জীয়েকৰ নামত জমা কৰি দিলে এক লাখ টকা। তোৰ টকা তোৰ নামত দিছোঁ। দিলে তই দিবি। ঋণ নহয়, একেবাৰে দি দিছোঁ বুলি কৈ দিবি কমলক।

'কি বিজিনিছ কৰিব খুজিছা কৰা। টকা মই দিম। তুমি বিচৰামতে টকা মোৰ নামত বেংকত জমা কৰি দিছে দেউতাই। ঋণ হিচাপত নহয়। মোক দিয়ে দিছে। দৰকাৰ হ'লে আৰু দিব। বিজিনেছ কৰিলে জইন্ট পাৰ্টনাৰশ্বিপ হ'ব তোমাৰ আৰু মোৰ।' স্পষ্টভাৱে ক'লে মঞ্জৰীয়ে কমলক। কমলে নেমানে, এক লাখ টকা তাক দি দিব লাগে।

মতানৈক্যৰ পৰা মনোমালিন্য। কথা কটাকটি। এবাৰ এক ঘোচাত গাল উখহি ঢোল হৈছিল পাহৰিলি? চাবি দেই বেছি নকৰিবি।' মঞ্জৰীয়ে ঘৃণাত নাক কোঁচাই ল'লে। গালি-গালাজ, মাৰ-পিট সহ্য কৰিব নোৱাৰি এদিন উভতি ধৰিলে গিৰিয়েকক। ফল স্বৰূপে অমানুষিক অত্যাচাৰ। সেই অত্যাচাৰ চলিল একে লেথাৰীয়ে ডেৰ বছৰ। ইমান সুন্দৰ স্বাস্থ্যৰ ছোৱালীজনী হাড়ে-চালে লাগিলগৈ। আনকি ল'ৰাটোকো মাকৰ বুকুৰ পৰা আঁজুৰি নি আইতাকৰ বুকুতহে শোৱাৰ নিয়ম কৰিলেগৈ। মানুহৰ মাজত জোৰ প্ৰচাৰ চলিল মঞ্জৰীৰ মূৰৰ বিকৃতি হোৱা বুলি।

তাৰ মাজতে মৃগাঙ্কও দুবাৰমান আহি বায়েকক লগ কৰিব নোৱাৰি ঘূৰি গৈছে। তাৰো লৰালৰি বাবে বেছি সময় ৰ'বও নোৱাৰিলে। কিছুদিন পিছত বাপেকৰ পৰা জৰুৰী টেলিফোন পাই ঘৰ পালেহি মৃগাঙ্ক।

'কি হ'লনো— ইমান লৰালৰিকৈ কিয় মাতিলা? সুধিলে মৃগাঙ্কই। বিয়াৰ বোলে মানসিক বিকাৰ আৰম্ভ হৈছে। আমি গলে দেখা কৰিব নোৱাৰিব বুলি কয়। ডাক্তৰৰ

বোলে মানা। চাইকিয়াটিষ্টৰ পৰামৰ্শ মতে মেণ্টেল হস্পিতালত কিছুদিন ৰাখিব লাগিব বুলি কৈছে।' বাপেকে ক'লে।

মৃগাঙ্কই কথাবোৰ শুনি নৰ'লেই। গাড়ীখন লৈ একে কোবে ভঁড়ালীৰ ঘৰ পালেগৈ। তেতিয়া চাৰিমান বাজিছে। গৰমৰ দিন। গৈ দেখিলে মঞ্জৰীৰ ল'ৰাটো চোতালৰ মূৰত ওমলাই আছে তাইৰ শাহুৰেকে। তাক দেখি মুখখন বিকটালে যদিও মাতি নি বহিবলৈ দিলে। শাহুৰেকৰ হাতৰ পৰা ল'ৰাটো কাম কৰা ছোৱালী এজনীয়ে ৰাখিবলৈ ল'লে।

শাহুৰেকে ইননি বিননি তুলি মঞ্জৰী মানসিক বিকাৰৰ কথাকে বৰ্ণাই আছিল। কমল ঘৰত নাছিল।

'মই তাইক এবাৰ লগ পাব পাৰিম নহয়?' মৃগাঙ্কই সুধিলে।

'নাই নাই নোৱাৰিবা। তাই কাকো চিনিয়ে নেপায়।'

'ঠিক আছে মই গৈ চাই আহোঁ।' বুলি মৃগাঙ্ক উঠিল। এনেতে চুলি-তুলি মেলি উধাতু খাই দুৱাৰ মুখত ঠিয় হ'লহি মঞ্জৰী।

'বাবুল' তাই মাতিলে।

'ইঃ কি অবস্থা হৈছে তোৰ।' মৃগাঙ্ক থৰ হ'ল তাইক দেখি। তাৰ পিছত শাহুৰেকক সুধিলে—'ক'তা তাই দেখোন মোক চিনি পালে, তাই মানুহ চিনি নোপোৱা বুলি মিছা কথা কিয় কৈছিল আপুনি?'

'নাই নাই— সেইবোৰ চব মিছা কথা। ইহঁতে মোক মাৰি পেলাব।' মঞ্জৰীয়ে আৰ্তনাদ কৰি উঠিল। এনেতে কমলৰ ভায়েক আহি— 'এই পাগলীক কোনে খুলি দিছে বুলি তাইক দুই হাতত ধৰি ভিতৰলৈ টানিবলৈ ধৰিলে।

ইয়াৰ পিছৰ ঘটনাবোৰ বিজুলীবেগে ঘটি গ'ল। বাঘৰ দৰে গুজৰি উঠি মৃগাঙ্কই এটা গোৰত চিটিকাই পঠালে ভবেশ নামৰ সেই গুণ্ডামাৰ্কা মঞ্জৰীৰ দেওৰেকক। তাৰ পিছত বায়েকক একপ্ৰকাৰ দাঙি লৈ চোতাল পালেহি। 'ব'ল ঘৰলৈ।' ভিতৰৰ পৰা ভবেশে আৰু দুটা মানুহ লৈ তাক বাধা দিবলৈ আহোঁতে চোতালত পৰি থকা কাঠ এটুকুৰা তুলি লৈ ক'লে— অকল তিনিটা ? মাত মাত তহঁতৰ ঘৰৰ এটাইকেইটা কুকুৰক মাত। পাৰে যদি মোক বাধা দিয়ক। খবৰদাৰ এক কদম আগ নাবাঢ়িবি। মই লৈ যাম তাইক মোৰ লগত। ব'ল বুলি একে কোবে গাড়ীত তুলি ঘৰ পোৱালেহি। ল'ৰাটো থাকি আহিল। নাম কৰা কেৰাটে বিশাৰদ মৃগাঙ্ক চৌধুৰীক বাধা দিয়া সহজ কথা নহয়।

তাৰ পিছত অনেক দিন মোকৰ্দমা চলিল। দীঘলীয়া মোকৰ্দমাৰ পিছত ইচ্ছাৰ বিৰুদ্ধে মঞ্জৰীক স্বামীৰ ঘৰত থাকিবলৈ বাধ্য কৰিব নোৱাৰিব বুলি ৰায় হ'ল। কিন্তু

নাবালক পুত্ৰৰ দায়িত্ব তাই বিকাৰগ্ৰস্ত নহয় বুলি ডাক্তৰে প্ৰমাণ পত্ৰ নিদিয়ালৈকে তাইক ল'বলৈ দিয়া নহ'ব বুলিও আদালতে ৰায় দিলে। তিনি বছৰ সীমা বান্ধি দিলে। তাৰ মাজতে দুয়ো পক্ষৰ মাজত বুজাবুজি নহ'লে বিবাহ বিচ্ছেদ সিদ্ধ হ'ব। টকাৰে বিচাৰৰ গতিও সলনি কৰিব পাৰে আজিকালি।

পুতেকৰ পৰা বিছিন্ন মঞ্জৰীয়ে নেখাই নবই আউলী-বাউলী হৈ এবাৰ নিজৰ গাতে জুই জ্বলাই দিছিল। কোনোমতে বাছিল। সকলো সময়তে বায়েকক উৎসাহ দিয়াত ভৰষা দিয়াত আগ্ৰহ মৃগাঙ্কৰ।

'কিয় মৰিবি তই? কি দোষত ইমান কষ্ট পাব লাগিব তই? থু পেলাই দে সিহঁতৰ নামত। মই আছোঁ কোনো ভয় নাই। পুনৰ নিজৰ জীৱন গঢ়ি ল। ল'ৰা ল'ৰা বুলি হাঁহাঁকাৰ কৰি নমৰিবি। তোৰ ল'ৰাই তোক এদিন বিচাৰি উলিয়াবই— যদি সি মানুহৰ পোৱালী হয়। নিজক বিচাৰি ল। এটা ভুলৰ ইমান নৃশংস মূল্য হ'ব নোৱাৰে। ব'ল তই মোৰ লগত হায়দৰাবাদলৈ।'

কথা মতে কাম। বায়েকক লৈ গুচি গ'ল মৃগাঙ্ক। হায়দৰাবাদ। নতুন ঠাই, নতুন পৰিবেশ। এখন মিশ্যনাৰী কলেজৰ লেডী প্ৰিন্সিপালৰ লগত জনাশুনা আছিল মৃগাঙ্কৰ। প্ৰিন্সিপালৰ পুত্ৰ মৃগাঙ্কৰ সহকৰ্মী ইঞ্জিনীয়াৰ। এদিন সকলো কথা ভাঙি পাতি প্ৰিন্সিপাল মিছেছ ট্ৰেছলাৰৰ আগত ক'লে বায়েকৰ বিষয়ে। তাইৰ ইংৰাজীত এম, এ, ডিগ্ৰী। ভাল চেতাৰ বজায়, সুন্দৰ গান গায়, ছবি আঁকে ইত্যাদি। 'একো দৰমহা দিব নালাগে মাদাৰ- মাত্ৰ কিছুদিন তাইক কাম এটা কৰি থাকিবলৈ দিয়ক। জাষ্ট হেল্প হাৰ ৰিবিল্ড হাৰ পাৰ্চনেলিটি।'

মেডাম ট্ৰেছলাৰে প্ৰথমে নিজৰ কলেজতে ইংৰাজীৰ টিউটৰ কৰি নিযুক্তি দিলে মঞ্জৰী চৌধুৰীক। মঞ্জৰী ভঁড়ালী নামটোৱেই এতিয়া তাইৰ বাবে এটা দুঃস্বপ্নৰ দৰে হ'ল। পাহৰি যাবলৈ চেষ্টা কৰিলে। ইংৰাজী সাহিত্যৰ ক্লাছ ৰুমত উজ্জ্বল মুখৰ কম বয়সীয়া ছাত্ৰীহঁতৰ আগ্ৰহ আৰু আনন্দমুখৰ পৰিবেশত কম দিনৰ ভিতৰতে নিজক ঘুৰাই পালে মঞ্জৰীয়ে।

ছবি অঁকা আৰম্ভ কৰিলে আকৌ। সেইবাৰ কলেজ সপ্তাহত নিজৰ এখন সৰু একক প্ৰদৰ্শনীও পাতিলে পুৰণি নতুন ছবিৰে। তদুপৰি কলেজৰ বিভিন্ন ফাংচনত মঞ্জৰীৰ চেতাৰ বাদন আৰু ইংলিছ হিন্দী গানৰ বাবে সকলোৰে মাজত অতিশয় জনপ্ৰিয় হৈ পৰিল মঞ্জৰী মেডাম। মিছেচ ট্ৰেছলাৰে সন্তোষৰ হাঁহি মাৰি কয়— 'ছি ইজ মাই ডিস্কভাৰী।'

দুবছৰ টিউটৰ হৈ থাকি এটা খালী পদ ওলালত ইংৰাজীৰ লেক্‌চাৰাৰ হৈয়ে নিযুক্তি পালে মঞ্জৰীয়ে।

স্বস্তিৰ নিশ্বাস পেলালে চৌধুৰী পৰিয়ালে। উঃ তাই যে শেষ হৈ নগ'ল। তাৰ চাৰি বছৰৰ মূৰত মৃগাঙ্ক তাৰ কোম্পানীৰ নৰ্থ-ইষ্ট ইণ্ডিয়াৰ ৰিজিঅনেল মেনেজাৰ হৈ গুৱাহাটীলৈ বদলি হৈ আহিল। পুৰণা অভ্যাসমতে মহানগৰৰ এটা কেৰাটে ক্লাচত যোগ দিলে মৃগাঙ্কই।

হায়দৰাবাদতে স্থায়ীভাৱে থাকিবলৈ ল'লে মঞ্জৰীয়ে। চাওঁতে চাওঁতে যোল্ল বছৰ পাৰ হ'ল। ইতিমধ্যে ৰবীন চৌধুৰীৰ মৃত্যু হ'ল। বৃদ্ধা মাকক লগত লৈ গ'ল মঞ্জৰীয়ে। আঠত্ৰিশ বছৰ বয়সত মৃগাঙ্ক চৌধুৰী বৰ্তমান কোম্পানীৰ ডেপুটী জেনেৰেল মেনেজাৰ। বহুত উচ্চ পদ। গুৱাহাটীৰ সেই কেৰাটে ক্লাবৰ এটা সমাৰোহলৈ তেওঁক নিমন্ত্ৰণ জনাবলৈ আহিল দুজন ডেকা প্ৰশিক্ষাৰ্থী মৃগাঙ্কৰ বাসভৱনলৈ। পত্নী-পুত্ৰসহ মৃগাঙ্ক চৌধুৰী সুদৃশ্য এটা ঘৰত থাকে। মৃগাঙ্কৰ পত্নী প্ৰণতিয়েও একেটা কোম্পানীতে চাকৰি কৰে। কম্পিউটাৰ বিভাগত। ডেকা দুজনে এজনে মৃগাঙ্কক অনুৰোধ জনালে— আপুনি বাৰু তিনি চাৰি মিনিট হ'লেও পাৰফৰ্মেঞ্চ এটা দিব নেকি? আমাৰ অনুষ্ঠানটোৰ সৌষ্ঠব বহুত বৃদ্ধি হ'ব তেতিয়া। মৃগাঙ্কই হাঁহি মাৰি সন্মতি জনালে। তজবজীয়া উজ্জ্বল মুখৰ ধুনীয়া ল'ৰাটো দেখি ভাল লাগিছিল মৃগাঙ্কৰ। মৃগাঙ্ক সোমাই আহোঁতে সি বেৰৰ ছবিবোৰ আৰু ফটোবোৰ চাই আছিল। সিটো ল'ৰা ওচৰতে ৰৈ আছিল।

দুইটা ল'ৰাই ধন্যবাদ জনাই বিদায় ল'লে। কিন্তু বিশ মিনিট মানৰ পিছতে পুনৰ কলিং বেল বাজিল। তেতিয়া প্ৰণতি আৰু মৃগাঙ্কই ড্ৰয়িং ৰুমতে বহি কথা পাতি আছিল। প্ৰণতিয়েই গৈ দুৱাৰ খুলি দিলে। অলপ আগতে অহা ল'ৰাদুটাৰে ওখ বগা ল'ৰাজন আহি নমস্কাৰ কৰিলে — 'আপোনাক আকৌ আমনি কৰিবলৈ আহিলো ছাৰ, বেয়া নেপাব। মাত্ৰ দুই মিনিট।'

'অ' বাৰু— কোনো কথা নাই, কোৱাচোন কেলেই আহিলা? মৃগাঙ্কই সুধিলে।

ল'ৰাটো কেইখোজমান গৈ বাওঁফালে বেৰত ওলমি থকা এখন ফটোৰ ওচৰলৈ গৈ আঙুলিয়াই সুধিলে— 'ছাৰ হু কুড় বি দিছ লেডী, দা জুনিয়ৰ ওৱান এট্ দা লেফট্?'

আচৰিত হৈ থমক খাই অকণমান সময় ৰৈ মৃগাঙ্কই ক'লে— তেওঁ মোৰ বাইদেউ, মাই এল্ডাৰ চিষ্টাৰ মঞ্জৰী চৌধুৰী। প্ৰফেচাৰ। কিয় সুধিলা?

মৃগাঙ্কৰ মুখলৈ চাই থাকি ল'ৰাজনে ক'লে— 'মঞ্জৰী চৌধুৰী!! ছাৰ তেনেহ'লে আপুনি বাৰু বাবুল মামা নেকি? আপোনালোকৰ ঘৰ বাৰু ডিব্ৰুগড়ত নেকি? চিৰিং চাপৰিত?

ভয়ানক আচৰিত হৈ ল'ৰাজনলৈ চাই থাকি লাহে লাহে মৃগাঙ্কই ক'লে— 'অঁ

ময়ে বাবুল, ডিব্ৰুগড়ৰ। তুমি, তুমি কোন বাৰু?

ইতিমধ্যে প্ৰণতিয়েও থিয় হৈ চাই আছিল। তেৱোঁ সুধিলে 'তুমি কোন বাৰু, তোমাৰ ঘৰ ক'ত?'

ল'ৰাজনে ক'লে— 'মই সঞ্জয়- সঞ্জয় ভঁড়ালী। ঘৰত মোক চিন্তু বুলি মাতে। এইবাৰ হায়াৰ চেকেণ্ডাৰী পৰীক্ষা দিছোঁ। এই মঞ্জৰী চৌধুৰী মোৰ মা। উঃ মামা— বুলি মৃগাঙ্কৰ ভৰিত ধৰি দীঘল দি পৰিলহি ল'ৰাটো। ধাৰাষাৰে চকুলো ওলাইছিল তাৰ।

মৃগাঙ্ক-প্ৰণতি দুয়ো তুলি ধৰিলে তাক। কান্দি-কান্দি সি ক'লে— 'উঃ কিমান যে বিচাৰিছোঁ ডাঙৰ হোৱাৰে পৰাই। ইহঁত কোনেও মোক একো জানিবলৈ নিদিয়ে। মৰিল, বলিয়া হ'ল কত কথা। মই যাম মামা মাৰ ওচৰলৈ। মোক ঠিকনাটো লিখি দিয়ক। কালিলৈকে যাম মই। অহ্ হাও আই হেট্ দেম্ অল্।'

বহুত সময় লাগিল মৃগাঙ্কৰ এই বিস্ময় অতিক্ৰম কৰিবলৈ। তাৰ পিছত চিন্তুক বুকুত সাবটি মৰম কৰিলে মৃগাঙ্ক চৌধুৰীয়ে। ক'লে— এয়া তোমাৰ মামী। ঠিক আছে ৰীয়া বাইদেউৰ ওচৰলৈ ময়ো যাম তোমাৰ লগত। গোটেই জীৱন এই মুহূৰ্তটোলৈকে আশা পালি জীয়াই আছে তাই। ইমান আনন্দ তোমালোকক অকলে ল'বলৈ দিব নোৱাৰি। ময়ো যাম পৰহিলৈ ফাৰ্ষ্ট ফ্লাইটতে। আবেলি পাই যাম হায়দৰাবাদ।

লগে লগে প্ৰণতিয়ে ক'লে— 'নহ'ব ময়ো যাম।'

সঞ্জয়ে চকুপানী মুচি মুচি হাঁহিবলৈ ধৰিলে। লগে লগে লেণ্ডলাইনত ফোন কৰিলে মৃগাঙ্কই মঞ্জৰী চৌধুৰীলৈ।

'বাইদেউ তোক মই কৈছিলোঁ নহয়, তোৰ ল'ৰাই তোক এদিন বিচাৰি উলিয়াবই। কৈছিলোঁনে নাই ? .........। ◈

# ২৪ নিষ্পেষিতৰ বেদনা

ড° ভাৰতী দত্ত

ৰূপালীয়ে জ্বৰৰ গাৰেই পৱনলৈ ভাত এমুঠি সিজাই দিলে। তাইৰ নিজৰ আৰু সিঁহতৰ দুবছৰীয়া সন্তান মাইনাৰো কেইবাদিনৰ পৰা জ্বৰ। মালিকৰ ঘৰৰ মানুহক অত তত ঘূৰাই ফুৰাবলগীয়া হোৱাত পৱনে ডাক্তৰৰ ওচৰলৈ সিহঁতক নিবলৈকে সময় পোৱা নাই।

দিনটোলৈ ওলাই যোৱা মানুহটোক কোন সতেনো তাই ভাত এমুঠি নোখোৱাকৈ উলিয়াই পঠায়! পৱন শুই উঠাৰ আগেয়েই তাই ৰন্ধা-বঢ়া কাম শেষ কৰিলে। ৰন্ধানো কি আৰু, বস্তুৰ যিহে জুই-ছাই দাম, ৰান্ধিবলৈ দুই এপদ সৰহকৈ বস্তু থাঁকিলেহে। মচুৰ দাইলৰে কিলোত ষাঠি টকামান হ'ল। সিহঁতে দাইল খাবলৈ এৰিলেই। আলু দুটা সিজাই তাৰে জোল অকণমান কৰি থৈছে। ইমান কষ্ট কৰা মানুহটোৱে পুষ্টিকৰ বস্তু এটা খাবলৈ নাপায়। গাখীৰ, কণী, ফল-মূল আদি কেতিয়াবা সুবিধা বুজি মাইনালৈকে আনিবলৈ চেষ্টা কৰে পৱনে। পোন্ধৰশ টকাৰ দৰ্মহাৰে সি তিনিজনীয়া সংসাৰখন টানি-টুনিও চলাব নোৱাৰা অৱস্থা হৈছে।

পৱন কালি নিশা বাৰমান বজাতহে ঘৰলৈ ঘূৰি আহিছিল। মালিকৰ ঘৰৰ মানুহ কালি নগাঁৱলৈ গৈছিল। তেওঁলোকৰ সম্বন্ধীয় মানুহ এঘৰত বিয়া আছিল। ঘূৰোতে যথেষ্ট পলম হ'ল। দুৰ্বল স্বাস্থ্যৰ মানুহটো আহোঁতে তেনেই লেৰেজান হোৱা যেন লাগিছিল। আজি সেয়ে পুৱা সি আনদিনাৰ দৰে সোনকালে সাৰ পোৱা নাই। অৱশ্যে ৰাতি শোৱাৰ আগতে সি ৰূপালীক আঠ বজাৰ আগতে তাক জগাই দিবলৈ কৈ থৈছিল। ন মান বজাৰ ভিতৰত বোলে মালিকৰ ঘৰ পাবগৈ লাগিব। পৱনৰ গাৰ উম পাই মাইনাও আজি শুই

আছে। আনদিনা পৱন উঠাৰ লগে লগে সিও সাৰ পাই যায়। ৰূপালীয়ে অৱশ্যে পাঁচমান বজাতে বিছনা এৰেই। লালকাল দি শুই থকা মানুহটোক জগাবলৈ ৰূপালীৰ অকণো মন নগ'ল। কিন্তু নজগালেও নহয়। আঠ বাজিবৰ হ'লেই। মাইনাই সাৰ পাব নোৱাৰাকৈ তাই লাহেকৈ হেঁচুকি পৱনক জগাবৰ চেষ্টা কৰিলে। দুবাৰমান হেঁচুকাৰ পাছত সি সাৰ পালে। খপ্‌জপ্‌কৈ উঠিবলৈ লৈ বিছনাৰ কাষৰ টেবুলখনৰ পৰা হাতঘড়ীটো আনিবলৈ চেষ্টা কৰোঁতে ৰূপালীয়ে ঘড়ীটো তাৰ হাতত তুলি দি মাইনাই যাতে সাৰ নাপায় তাকে ইংগিতেৰে বুজালে। শুই থকা কণমানিটোৰ কাষত গাৰু এটাৰে হেঁচা দি সি উঠি আহিল।

পৱনে মুখ ধুই আহে মানে ৰূপালীয়ে তাৰ বাবে চাহ কাপ বনাই গা ধুবলৈ গৰম পানী অলপ কৰিবলৈ বুলি কেটলীটো গেছৰ ওপৰত তুলি দিলে। ইতিমধ্যে চাহৰ কাপটো হাতত তুলি লৈ পৱনে চাহত সোহা মাৰিছিল। ৰূপালীয়ে তাক গাধোৱা পানী হ'বই আৰু বুলি কৈ তাৰ ওচৰত আহি থিয় হোৱাত সি ৰূপালী আৰু মাইনা দুয়োৰে জ্বৰৰ খবৰ ল'লে। আগদিনা গোটেই দিনটো মাইনাই জ্বৰত বৰ আমনি কৰিছিল বুলি ৰূপালীয়ে তাক জনালে আৰু তাই অলপ ভাল পাইছে বুলি ক'লে। আচলতে পৱনে বেছি চিন্তা কৰিব বুলিয়েই তাই নিজৰ কথা তেনেদৰে ক'লে।

ৰূপালীৰ মুখখনলৈ চাই পৱনে অনুমান কৰিলে যে তাই আচলতে মিছা মাতিছে। সিহঁতে ইটোৱে-সিটোক খুব ভালদৰে বুজি পায়। হঠাতে পৱনৰ নিজৰ ওপৰতে ধিক্কাৰ উপজিল। বিয়া কৰোৱাৰ পৰা বিগত পাঁচ বছৰে ৰূপালীক সি অলপো সুখ দিব পাৰিছেনে? একেখন গাঁৱতে ওচৰা-উচৰিকৈ থকা ৰূপালী আৰু সি শৈশৱৰে সংগী। শৰীৰ-মনত যৌৱনৰ বা লগাৰ সময়তে সিহঁত দুয়োয়ে আৱিষ্কাৰ কৰিলে যে সিহঁত দুয়ো দুয়োৰে প্ৰেমপাশত বন্দী। একমাত্ৰ সন্তান ৰূপালীক ওচৰতে বিয়া দিবলৈ পাই নিঃকিন মাক-দেউতাকেও ভালেই পালে। দুয়োঘৰৰে আৰ্থিক অৱস্থাও একেই আছিল। বুজা-বুজিৰ মাজেৰে তেনেই অনুষ্টুপীয়াকৈ বিয়াখন হৈ গ'ল। ৰূপালী-পৱনে ইজনে সিজনক পাই হাততে সৰগখন পোৱাদি পালে। মনৰ মিলহে আচল কথা। ৰূপালী-পৱনৰ সমিলমিলৰ সংসাৰখন দেখি সকলোৱে কোৱাকুই কৰিলে। কিন্তু বিয়াৰ এবছৰমানৰ পাছতে পৱনৰ মাক দুৰাৰোগ্য ব্যাধিত আক্ৰান্ত হ'ল আৰু মাকৰ চিকিৎসাতে পৰিয়ালটো ঋণৰ বোজাত উঠিব নোৱাৰা অৱস্থা হ'ল। খেতিৰ মাটি বিক্ৰী কৰি কিছু ঋণ শোধ কৰা হ'ল যদিও পৱনৰ দেউতাকে পকা কাম কৰা টাউনৰ সেই পুৰণি মানুহঘৰৰ পৰা লোৱা ত্ৰিশ হাজাৰ টকাৰ ঋণৰ বোজা মাৰিব পৰা নগ'ল। মাকক্কো-বচাব নোৱাৰিলে সিহঁতে আৰু মাকৰ মৃত্যুৰ বেজাৰতে দেউতাকৰো অকাল মৃত্যু হ'ল। বি. এ পাচ কৰি খেতিৰ কামতে

মনোনিৱেশ কৰা পৱনে সেইঘৰ মানুহৰ ঘৰত ড্ৰাইভাৰৰ চাকৰিত সোমাবলগীয়া হ'ল। তাৰ দৰমহাৰ পৰাই মাহে অলপ অলপকৈ টকা কাটি থকা হৈছে। আৰু এমাহমান কাটিলেই সি ঋণমুক্ত হ'ব। পৱনৰ বিয়া দিয়া একমাত্ৰ বায়েকজনীৰো আৰ্থিক অৱস্থা ভাল নহয়। নহ'লে সি ভিনিহিয়েকৰ পৰাই টকা আনি মানুহঘৰৰ পৰা বিদায় ল'লেহেঁতেন। বজাৰ-সমাৰ কৰা, গেছ অনা, বিদ্যুতৰ বিল দিয়া, ধোবাৰ ঘৰলৈ কাপোৰ ইস্ত্ৰি কৰিবলৈ নিয়াকে ধৰি বিভিন্ন কাম তাৰ হতুৱাই কৰোৱা হয়। পুৱা ৮-৩০ মান বজাতে কামলৈ গৈ সি সন্ধিয়াৰ পাছতহে ঘৰ সোমাবহি পাৰে। বেচেৰী ৰূপালীজনীয়ে বহুত ধৈৰ্য ধৰিছে। তাই বাৰু তাৰ লগত বিয়া হৈ বৰ ডাঙৰ ভুল কৰিলে নেকি? ভাবে মাজে মাজে পৱনে। দূৰণিৰ গাঁৱৰ পৰা চাকৰিলৈ আহিবলৈ অসুবিধা হয় বাবে ওচৰৰ ভাড়াঘৰ এটালৈ অহাৰ পৰা পৱনৰ সুবিধা হয় কিছু, কিন্তু পাৰ বাহৰ দৰে অকণমানি দুকোঠলীয়া ঘৰটোত দিনৰ দিনটো সোমাই থাকিবলগীয়া হয় ৰূপালীৰ। মাইনাই সেই ঘৰটোৰ ভিতৰতে ইফালে-সিফালে দৌৰা-দৌৰি কৰি থাকে। বাহিৰলৈ ওলোৱাৰ পৰিৱেশ নাই। বিভিন্ন প্ৰকাৰৰ আবাসী থাকে সেই বেৰেক টাইপৰ ঘৰবোৰত। দৰিদ্ৰৰ সীমাৰেখাৰ তলত বসবাস কৰা মানুহ। ডেকা মানুহ কেইটাৰ লুলোপ দৃষ্টিৰ পৰা নিজৰ গাভৰু শৰীৰটো আঁৰত ৰাখিবলগীয়াও হয় ৰূপালীৰ। সেয়ে তাই পৰাপক্ষত ঘৰটোৰ পৰা বাহিৰলৈ নোলায়েই।

ভাতমুঠি নাকে-কাণে গুঁজি পৱনে কোঠাৰ এচুকত আঁউজাই থোৱা চাইকেলখন লৈ যাবলৈ ওলাই ইতিমধ্যে শুই উঠা মাইনাক চুমা এটা খালে। অন্য দিনা হোৱা হ'লে সি আধাফুটা মাতেৰে দেউতাকক টা-টা দিলেহেঁতেন বা আহোঁতে তাৰ কাৰণে কিবা এটা অনাৰ ফৰমাইচ দিলেহেঁতেন। আজি পিচে সি তাৰ গাটো ভাল নথকাত থেন্‌থেনাই উঠিল আৰু ৰূপালীৰ ডিঙিত খামুচি ধৰি পিছ ফালে মুখখন ঘূৰাই দিলে। ল'ৰাটোৰ জ্বৰ থকাতো তাৰ গাত হাত দিয়েই পৱনে অনুমান কৰিলে। 'আজি মই যেনেতেনে সোনকালে আহিমেই। ডাঃ অনঙ্গ বৰুৱাৰ ওচৰলৈ যাম। তোমালোক দুয়োটা ওলাই থাকিবা- ছয় বজাৰ পাছত তেওঁ আকৌ চেম্বাৰত নাচায়। ঘৰলৈ বহুত দূৰ। মই পাঁচ বজাৰ আগতেই আহিম।' পৱনে ৰূপালীলৈ চাই ক'লে।

ৰূপালীয়ে 'হ'ব আমি সাজু হৈ থাকিম' বুলি ক'লে।

পৱনে কোবাকুবিকৈ চাইকেল চলাই সময়মতেই তাৰ মালিক অভয় কাকতিৰ ঘৰ পালেগৈ। নিমজ ল'নখনত পাৰি থোৱা বেতৰ চকী এখনত বহি পিঠিত শীতৰ পুৱাৰ আমেজসনা ৰ'দ পৰিবলৈ দি কাকতিয়ে বাতৰিকাকতখন পঢ়ি আছিল। পৱন অহাৰ উমান পাই তেওঁ পঢ়াৰ পৰা মূৰ নদঙাকৈয়ে 'বাইদেউৰ পৰা চাবিটো খুজি আনি গাড়ীখন অলপ

চাফা কৰি লোৱা' বুলি ক'লে। 'হ'ব ছাৰ' বুলি সৰুকৈ কৈ পৱনে চিৰি বগাই বাৰাণ্ডাত উঠি কলিং বে'ল বজোৱাৰ লগে লগে 'লিগুা' নামৰ তেওঁলোকৰ প্ৰকাণ্ড কুকুৰজনীৰ ভুকভুকনি শুনা গ'ল। সময়টো চাই পৱন বুলি জানিয়েই দুৱাৰ খুলি চিত্ৰা কাকতি চাবিটো লৈ ওলোৱাৰ লগে লগে লাব্ৰাডোৰ প্ৰজাতিৰ লোদোৰ-পোদোৰ লিগুাও ওলাই আহিল আৰু আহিয়ে নেজ জোকাৰি পৱনৰ গাত গা-ঘহঁাই আবদাৰ কৰিলে। পৱনেও বাইদেৱেকৰ পৰা চাবিটো লৈ লিগুাক মৰম কৰি নিজৰ কামলৈ আগবাঢ়িল। পৱনৰ দেউতাকে এইখন ঘৰত পকা মিস্ত্ৰীৰ কাম বহুত দিন কৰিলে। তেওঁলোকৰ ভাড়াঘৰ, নিজৰ ঘৰ আদি সকলোতে পৱনৰ দেউতাকৰ হাতৰ পৰশ আছে। পৱনৰো দেউতাকৰ লগত লাগিয়েই এইখন ঘৰৰ লগত দীৰ্ঘদিনৰ সম্পৰ্ক। কিন্তু তথাপিও মানুহঘৰৰ পৰা সি আপোন ব্যৱহাৰ নাপালে। তাৰ দুখ তেওঁলোকে নুবুজিলে। মাইনা-ৰূপালীৰ গা ভাল নাই বুলি দুদিন ছুটী বিচাৰিও ছুটী নাপালে। দেউতাকৰ ঋণ কাটি মাহৰ মূৰত পাবলগীয়া টকাকেইটা দিওঁতেও পলম কৰে। অথচ ছমাহৰ আগত অনা 'লিগুা' তাৰ আপোন হৈ পৰিছে। গাড়ীখন মোহাৰি থাকোঁতে পৱনৰ মনত এইবোৰ কথাই দোলা দি থাকিল।

টাইট জিনছ্ পেন্ট এটা আৰু টি-চাৰ্ট এটা পিন্ধি কান্ধত লেডাৰৰ বেগ এটা ওলমাই অভয় কাকতিৰ দিল্লীত এম. বি. এ পঢ়ি থকা সৰুজনী ছোৱালী মুনমি ওলাই আহিল। 'বাই পাপা' বুলি কৈ তাই গেৰেজৰ পৰা উলিয়াই থোৱা গাড়ীখনৰ পিছৰ চিটটোত বহিবলৈ দুৱাৰখন খুলিবলৈ লওঁতেই কাকতিয়ে 'ক'ত যোৱা মাজনী?' বুলি সুধিলে। 'শ্বপিং' তাই ক'লে। 'পৰহি শ্বপিং কৰিছিলাহে! আজি আকৌ কি দৰকাৰ হ'লনো?' অভয় কাকতিয়ে পাতল সুৰত জীয়েকক সুধিলে।

'কিবা দৰকাৰ হ'লেহে শ্বপিং কৰে নেকি? শ্বপিং কৰি মই ভাল পাওঁ। আৰু কি জানা পাপা, দিল্লীত আমাৰ ফ্ৰেইণ্ড কেইজনীৰ মাজত কোনে কিমান শ্বপিং কৰিব পাৰে সেই লৈ কম্পিটিশ্বন হয়।' মুনমিয়ে সৰুছোৱালী এজনীৰ চঞ্চলতাৰে ক'লে।

'ঠিক আছে, ঠিক আছে। কিন্তু আচল বস্তুটো, মানে টকা লৈছাতো?' অভয় কাকতিয়ে সুধিলে।

'অ, মাৰ পৰা টু থাউজেণ্ড লৈছো।' মুনমিয়ে ক'লে আৰু পুনৰ দেউতাকক বাই-বাই দি গাড়ীত বহিল।

পৱনে দুদিন আগতে দুশ টকা ধাৰলৈ বিচাৰিছিল। অভয় কাকতিয়ে শুনিয়ে 'না-না' কৰি উঠিল। মাইনাৰ কাৰণে এটা চুৱেটাৰৰ বৰ প্ৰয়োজন হৈছিল। কি কাৰণে টকা বিচাৰিছিল সেই কথাটো কোৱাৰ পাছতো টকা দুশ সি তেওঁলোকৰ পৰা নাপালে।

গাড়ীখন গেটৰ বাহিৰলৈ উলিওবাৰ পাছতে মুনমিয়ে তাক এখন অভিজাত ৰেষ্টুৰাৰ নাম কৈ তালৈ নিবলৈ নিৰ্দেশ দিলে। পৱন আচৰিত হ'ল। সি ক'লে 'তুমি বজাৰলৈহে যাম বুলি কৈছিলা ছাৰক।'

'মই দেউতাক কি কৈছিলো সেইলৈ তোমাৰ মূৰ ঘমাবৰ দৰকাৰ নাই। য'লৈ নিবলৈ কৈছো তালৈ লৈ ব'লা।' কঠোৰ সুৰেৰে মুনমিয়ে ক'লে।

সৰুৰে পৰা দেখা ছোৱালীজনীৰ পৰা এনে ব্যৱহাৰ পাই পৱনৰ মনত তীব্ৰ আঘাত লাগিল। সি নীৰৱে মুনমিৰ নিৰ্দেশ পালন কৰিলে। ৰেষ্টুৰাৰ সন্মুখত গাড়ী ৰখোৱাৰ লগে লগে পূৰ্বৰে পৰা তাত অপেক্ষাৰত নীলা জিন্‌ছৰ পেন্ট, ৰঙা টি-চাৰ্ট, কাণত কাণফুলি পিন্ধা আৰু পণি টেইল বন্ধা ল'ৰাটো আগবাঢ়ি আহিল। 'হাই ছুইটহাৰ্ট, হাও আৰ ইউ?' বুলি ল'ৰাটোৱে উল্লাসিত সুৰত মুনমিক সুধিলে। মুনমি মুহূৰ্ততে বনৰ পখিলাজনীৰ দৰে চঞ্চল হৈ পৰিল। দুয়ো খন্তেকৰ ভিতৰতে ৰেষ্টুৰাৰ সাতোটা চিৰি অতিক্ৰম কৰি অদৃশ্য হৈ পৰিল।

পৱনে গাড়ীখন পাৰ্ক কৰি থ'লে। গাড়ীৰ ভিতৰতে আধাঘন্টামান বহি থকাৰ পাছত আমনি লগাত দুৱাৰ খুলি বাহিৰলৈ ওলাই আহিল আৰু ফুটপাথৰ কাষৰ প্ৰকাণ্ড হৰ্ডিং দুখনত মনোনিৱেশ কৰিলে। পলিঅ' আৰু এইড্‌ছৰ অপকাৰিতা সম্পৰ্কীয় বিজ্ঞাপনৰ কথাখিনি সি পঢ়িলে। ফুটপাথেদি কিছুদূৰ আগবাঢ়ি যোৱাৰ পাছত পৱনৰ চকুত পৰিল অশ্লীল দৃশ্যৰ হিন্দী চিনেমাৰ প'ষ্টাৰখন। চাবলৈ লাজ লগা সেই প'ষ্টাৰখনৰ কাষতে বৈ মনোযোগেৰে চাই চাই শুনিবলৈয়ো লাজ লগাকৈ কিছুমান কথা পাতি থকা কিশোৰ কেইটাক পৱনৰ ধমকি দিবলৈ মন গৈছিল। পিছে খুজি কিল খাবলৈ যোৱাহে হ'ব বুলি ভাবি সি মনে মনে ৰ'ল আৰু উভতি আহোঁতে সি ভাবিলে এইয়াতো তাৰ গাঁৱখন নহয়। এইখন মহানগৰ; এইবোৰ মহানগৰৰ কিশোৰ। গাঁৱৰ ৰস্তু, নৰেনহঁতৰ কিবা এটা বেয়া দেখিলে ধমকি দিলে কাণত ধৰি 'আজিৰ পৰা নকৰোঁ ককাইদেউ' বুলি কয়। ইয়াততো সি দেখিছেঁ মাক দেউতাকেও ল'ৰা-ছোৱালীৰ কথামতেহে বহু সময়ত উঠ-বহ কৰে।

পৱনে ঘড়ীটোলৈ চালে। দুঘন্টা পাৰ হ'ল মুনমিৰ দেখা সাক্ষাৎ নাই। খন্তেক পাছত যেনিবা তাই আহিল। ল'ৰাটোক দেখা নগ'ল। আহিয়ে তাই গাড়ীত বহি বেগৰ পৰা ব্ৰাছডাল উলিয়াই চুলিখিনি ঠিক কৰি লোৱা পৱনে মন কৰিলে। তাৰ পাছত 'ব'লা ঘৰলৈ' বুলি ক'লে। ঘৰ আহি পাই তাই দেউতাকক পদূলিমুখতে লগ পালে। বৰ সহজ সুৰত মুনমিয়ে শ্বপিং কৰাৰ আইডিয়া ড্ৰপ কৰি ফ্ৰেণ্ডৰ ঘৰলৈ গ'ল বুলি ক'লে। ইতিমধ্যে অভয় কাকতি আৰু চিত্ৰা কাকতি সাজি-কাছি এফালে যাবলৈ ওলাই আছিল। অভয় কাকতিয়ে

ধুতী-পাঞ্জাবী পিন্ধি কান্ধত পাটৰ চেলেং এখন পেলাই লৈছে। তেওঁৰ এই পৰিধান দেখিয়েই পৱনে গম পালে যে আজি তেওঁ কিবা গুৰুত্বপূৰ্ণ ৰাজহুৱা সভালৈ যাবলৈ ওলাইছে। জীয়েকক নমাই মাক-দেউতাকক গাড়ীত তুলি পৱনে পুনৰ ষ্টিয়েৰিঙত হাত দিলে।

চিত্ৰা কাকতি সভালৈ নাযায় বুলি পৱনে অনুমান কৰিব পাৰিলে, কাৰণ সভা-সমিতিলৈ গ'লে তেওঁ সদায় মেখেলা-চাদৰ পিন্ধে। গাড়ী চলিবলৈ লোৱাৰ লগে লগে অভয় কাকতিয়ে সভাস্থলিৰ ঠিকনাটো কৈ পৱনক প্ৰথমে তেওঁক নমাই দিবলৈ ক'লে। চিত্ৰা কাকতিয়ে মাত লগালে, 'পৱন, আজি তোমাৰ চাৰক ৰাজহুৱা সম্বৰ্ধনা জনাব। চাৰে ৰাইজৰ বাবে বহুত কাম কৰিছে নহয়, সেইবাবে।'

'বৰ ভাল কথা বাইদেউ। পিছে আপুনি নাযায় নেকি সভালৈ? পৱনৰ প্ৰশ্নৰ উত্তৰত তেওঁ জনালে যে বান্ধৱী এগৰাকীয়ে দিয়া পাৰ্টি এটাত উপস্থিত থাকিবই লাগিব বাবে সভালৈ তেওঁ যাব নোৱাৰিব। অভয় কাকতিয়ে ক'লে, 'বান্ধৱীৰ পাৰ্টিত তোমাৰ নিশ্চয় পলম হ'ব। সেয়ে মোৰ যোৱাৰ বাবে চিন্তা কৰিব নালাগে। উদ্যোক্তাসকলেই ব্যৱস্থা কৰিব। আহোঁতেও তেওঁলোকেই অনাৰ কথা আছিল। মইহে তেওঁলোকলৈ বাট চোৱাতকৈ নিজে অহাই ভাল বুলি ভাবিলোঁ।'

'অ, উদ্যোক্তাসকলে নিয়াৰ ব্যৱস্থা কৰোঁতে সাধাৰণতে সাজি-কাছি সভালৈ ওলাই বোন্দাপৰ দি থকাৰ পূৰ্বৰ অভিজ্ঞতা আছে' হাঁহি মাৰি চিত্ৰা কাকতিয়ে ক'লে।

ইতিমধ্যে সভ'স্থলি পোৱাত পৱনে গাড়ী ৰখালে। কেইজনমান কৰ্মী আগবাঢ়ি আহিল। সভাৰ সময় হৈছিল যদিও সভাস্থলিত উপস্থিতি সেৰেঙা আছিল।

'আহক ছাৰ' বুলি এজনে আথে-বেথে অভয় কাকতি গাড়ীৰ পৰা নামোতে গাড়ীৰ দুৱাৰখন ধৰি থাকিল। প্ৰকাণ্ড পেণ্ডেলটোত মানুহ কম দেখি কাকতি বোধকৰোঁ কিছু হতাশ হৈছিল। সেয়ে তেওঁ সুধিয়েই পেলালে, 'মানুহ বৰ কম দেখিছোঁ দেখোন।'

'আহিব ছাৰ লাহে লাহে। আমাৰ দৰ্শক-শ্ৰোতাৰ কথা জানেই নহয় ছাৰ! দহ বজাত সময় দিলে বাৰমান বজাতহে পায়হি, হেঃ হেঃ।' আদবয়সীয়া কৰ্মকৰ্তা এজনে মাত লগালে। 'বাইদেউ নানামে নেকি' বুলি কোনোবা এজনে সোধাত কাকতিয়ে সৰুকৈ 'তেওঁৰ দৰকাৰী কাম এটা আছে' বুলিলে।

বাইদেউৰ ইচ্ছা-অনিচ্ছাৰ ওপৰতযে ছাৰে কোনো ধৰণৰ হস্তক্ষেপ কৰিব নোৱাৰে সেইটো কথা ইমান বছৰে পৱনে ভালদৰেই গম পাইছে। সভাখনত পত্নী উপস্থিত থকা হ'লে হয়তো অভয় কাকতিয়ে ভাল পালেহেঁতেন। পিছে তেওঁৰ সেই অনুভূতিক সন্মান

জনোৱাৰ মানসিকতা চিত্ৰা কাকতিৰ নাই।

বান্ধৱীৰ ঘৰৰ গেটৰ মুখত চিত্ৰা কাকতিক নমাই গাড়ী পাৰ্ক কৰিবলৈ লৈ পৱনৰ কিছু অসুবিধাই হ'ল। মহানগৰৰ ব্যস্ততাপূৰ্ণ বজাৰ অঞ্চলত ঘৰটো অৱস্থিত হোৱাত সেইখিনি ঠাইত অনবৰতে গাড়ী-মটৰৰ ভিৰ থাকেই। বজাৰলৈ অহা মানুহবিলাকৰ উপৰিও চিত্ৰা কাকতিৰ বান্ধৱীৰ ঘৰলৈ অহা লোকৰ গাড়ীৰে ইতিমধ্যে বাহিৰত গাড়ীৰ যথেষ্ট ভিৰ হৈ গৈছিল। এঠাইত অকশমান ফাক পাই গাড়ীখন তাতেই পাৰ্ক কৰি পৱনে দীঘলীয়াকৈ উশাহ এটা ল'লে। পুৱাৰে পৰা এইদৰে গাড়ী চলাই ঘুৰি ফুৰি তাৰ বৰ ভাগৰ লাগিছিল। ঘড়ীটোলৈ চালে; দুই বাজিবৰ হ'ল। সময়টোতো ৰৈ নাথাকে! সি ইফালে চাৰে চাৰিমান বজাত ঘৰ পালেহে পাঁচবজাৰ ভিতৰত ডাক্তৰৰ ওচৰলৈ ওলাই যাব পাৰিব। চিত্ৰা কাকতিৰ বান্ধৱীৰ ঘৰলৈ আহি থাকোঁতে বাটতে সি তাৰ ঘৰুৱা অসুবিধাৰ কথা কৈ ডাক্তৰৰ ওচৰলৈ যোৱাৰ প্ৰগ্ৰেমটোৰ বিষয়ে কৈছিল। তেওঁৰ বান্ধৱীৰ ঘৰৰ পাৰ্টি বুলিলে পৱন শংকিত হয়। কাৰণ তেনে পাৰ্টিত চিত্ৰা কাকতিৰ সময়ৰ জ্ঞান নাথাকে। গাড়ীতযে ঘন্টাৰ পাছত ঘণ্টা পৱনে অপেক্ষা কৰি আছে, তাৰোযে এখন সংসাৰ আছে সেইবোৰ কথা তেওঁ চিন্তা নকৰে। আজিওযে তেওঁ সোনকালে ঘুৰিব সেই আশা নাই যেনেই লাগিছে পৱনৰ। মানুহ ঘৰৰ পৰা হাঁহিৰ ৰোল ভাহি আহি পৱনৰ কাণত পৰিছে। ঘৰখনলৈ মানুহৰ অহা-যোৱা চলি আছে। হঠাতে সি ভোক অনুভৱ কৰিলে। পুৱাই সেই ভাতকেইটা খাই অহাৰ পাছত তাৰ পেটত এতিয়ালৈকে একো এটা পৰা নাই। আনদিনা ৰূপালীয়ে যি পাৰে কিবা এটা খোৱা বস্তু দি পঠায়। পানী এবটলো সি ঘৰৰ পৰাই লৈ আহে। আজিহে কিবা খেলি-মেলিখন হ'ল। ৰূপালীৰ গাটো ভাল নথকাত তাইৰো কামবোৰত বেমেজালি লাগিল। তথাপি তাই সেই অৱস্থাতে যে ইমানখিনি চম্ভালিছে সেয়ে বহুত বুলি ভাবিলে পৱনে।

ভোকত পৱনৰ পেটটো কলমলাইছে। পকেটত হাত সোমোৱাই চালে। পাঁচটকীয়া নোট এখন আছে। পাঁচটকাতনো কি পাব! মিঠাই এটা, চাহ একাপ খাবলৈ হ'লেও ছটকা অন্ততঃ লাগিব। এইখিনি ঠাইত তেনেকুৱা কম দানৰ সাধাৰণ দোকান এখনো নাই। ঘড়ীলৈ চলে পৱনে। আজি ডাক্তৰৰ ওচৰলৈ যেনেতেনে যাবই লাগিব; কিন্তু পাৰিব জানো? এতিয়া সি ঘুৰি যাব পাৰিবই লাগিছিল। ইফালে সিফালে অকণমান ঘূৰা-ঘূৰি কৰি পৱন পুনৰ আহি গাড়ীত বহি থাকিলহি। চিলমিলকৈ তাৰ টোপনি আহিছিল কিজানি। হঠাতে এটা বিকট শব্দ। তাৰ পাছত আৰু সি একো ক'ব নোৱাৰে। মুহূৰ্তৰ ভিতৰতে হুলস্থুল লাগি পৰিল। পৱনৰ লগতে আৰু কেইবাজনৰো ৰক্তাক্ত শৰীৰ য'তে য'তে পৰি ৰ'ল। পৱনৰ গাড়ীৰ পৰা অনতিদূৰত ৰখা এখন গাড়ীতে বোমাটো ৰখা হৈছিল।

পুলিচ, মিলিটেৰী, অগ্নিনির্বাপক গাড়ী, এম্বুলেঞ্চ, আহতজনৰ কাতৰ আৰ্তনাদ, মানুহৰ ল'ৰা-ধপৰা ... । মুহূর্তৰ ভিতৰতে সমস্ত পৰিৱেশটো আতংকময় হৈ পৰিল। পৱনৰ মৃতদেহটো চিনাক্ত কৰিলে ৰূপালীয়ে। বত্রিছ বছৰীয়া ৰূপালীজনী শিল পৰা কপৌৰ দৰে হ'ল। তাই কান্দিবলৈকো পাহৰি পেলালে।

পৱনৰ দুকোঠলীয়া ভাড়াঘৰটো লোকে লোকাৰণ্য হ'ল। ৰূপালীৰ মাক-দেউতাক গাঁৱৰ পৰা ঢপলিয়াই আহিল। হিয়া ঢাকুৰিয়াই মাকে কান্দিলে। দেউতাকে এচুকত বহি ফেকুৰি ফেকুৰি কান্দিলে। নাকান্দিলে মাথোঁ ৰূপালীয়ে। তাই হয়তো মানসিক ভাৰসাম্য হেৰুৱাই পেলাইছে- ভাবিলে অনেকে। মাইনাই ঘৰখনত ইমানবোৰ মানুহ গোট খোৱাত ভেবা-চেকা খাই মাকৰ আঁচলৰ আঁৰত লুকাইছে। পৱনৰ মুখাগ্নি শহুৰেকেই কৰিলে।

বহুত লোকৰ পদধূলা পৰিল ৰূপালী-পৱনৰ অকণমানি ভাড়াঘৰটোত। অভয় কাকতিও সপত্নীৰে আহিল। পলিথিনৰ মস্ত বেগ এটাত বুট-মগু, ফল-মূল এসোপা আনি ৰূপালীৰ মাকৰ হাতত কাকতিয়ে বেগটো দিলে। চিত্রা কাকতিয়ে ৰূপালীৰ কাষত মজিয়াত বহি তাইৰ কান্ধত হাতখন থৈ সমবেদনা জনালে। মজিয়াৰ নির্দিষ্ট বিন্দু এটাত দৃষ্টি নিবন্ধ কৰি তাই মূর্তি এটাৰ দৰে বহি থাকিল। কেওকাষৰ মানুহবোৰে গুণগুণাই নিজৰ মাজতে কথা পতাৰ ভিতৰতে কোনোবা কোনোবাই ৰূপালীক জোৰকৈ হ'লেও কন্দুৱাব লাগে বুলি ক'লে। অভয় কাকতিক কোনোবাই চকী এখন আগবঢ়াই দিয়াত তেওঁ তাতে বহিল আৰু কাষতে থিয় হৈ ৰোৱা মানুহবোৰৰ আগত পৱনৰ গুণগান গাবলৈ ধৰিলে। চিত্রা কাকতিয়েও মাজে মাজে নিজৰ ফালৰ পৰা দুই এষাৰ কথা সংযোগ কৰিলে। ৰূপালীৰ পিঠিত হাত ফুৰাই তাইক 'যি হ'ল হৈ গ'ল। পৱনৰ আয়ুস ইমানেই আছিল। সকলো ভগৱানৰ হাতত। তুমি এতিয়া নিজকে টান কৰা আৰু ল'ৰাটোৰ মুখলৈ চাই সকলো সহ্য কৰা...' আদি বুজনি দিলে। ৰূপালীৰ কাণত তেওঁৰ কথাবোৰ বহুদূৰৰ পৰা ভাহি অহা যেন লাগিছিল। হঠাতে চিত্রা কাকতিয়ে তাইৰ হাতত নোট এখন গুজি দি ক'লে 'এই টকাটো ৰাখা। তোমাৰ কামত আহিব।'

ৰূপালী চক্ খাই উঠিল। প্রথমে তাই হয়তো কি ক'ব একো তর্কিবই নোৱাৰিলে। তাৰপাছত এহাজাৰটকীয়া নোটখন দূৰলৈ দলিয়াই তাই গাৰ সমস্ত শক্তিৰে চিঞৰি উঠিল— 'জীয়াই থকা দিনকেইটা মোৰ পৱনক আপোনালোকে শান্তিৰে এটা দিনো থাকিব নিদিলে। তেওঁৰ মৃত্যুৰ বাবে আপোনালোকেই দায়ী। সময়মতে তেওঁক ঘৰলৈ আহিবলৈ দিয়া হ'লে এইয়া কেতিয়াও নহ'লহেঁতেন।' তাৰ পাছতে তাই হিয়া ঢাকুৰি কান্দিবলৈ ধৰিলে। সমস্ত পৰিৱেশটো হঠাতে সলনি হৈ গ'ল।

কোঠাটোত গোটখাই থকা মানুহখিনি নিটাল মাৰিলে। বাহিৰত থকা বহুতে দুৱাৰমুখত গোট খালেহি। অভয় কাকতি আৰু চিত্ৰা কাকতিৰ অৱস্থা 'ফাট দিয়া বসুমতী পাতালে লুকাও' যেন হ'ল। ৰূপালীৰ মাকে জীয়েকক সাবটি ধৰিলেহি।

ৰূপালীৰ পাছফালে তাইৰ আঁচলত ধৰি বহি থকা মাইনা হঠাতে উঠি আহি তাৰ অকণমানি হাত এখনেৰে মাকৰ ডিঙিত সাবটি ধৰি আনখন হাতেৰে অকণ অকণ আঙুলি কেইটাৰে মাকৰ চকুপানীবোৰ মচিব ধৰিলে ...। ৰূপালীয়েও পুতেকক জোৰেৰে বুকুত সাবটি ধৰি হুৰাওৰাৰে কান্দিব ধৰিলে। মাতৃ আৰু সন্তানৰ চিৰন্তন আন্তৰিক টানৰ এই বহিঃপ্ৰকাশে উপস্থিত সকলোকে অধিক আবেগিক কৰি তুলিলে। হঠাতে ৰূপালীৰ কান্দোন বন্ধ হ'ল আৰু তাইৰ মুখত এক দৃঢ় অভিব্যক্তি ফুটি উঠা তাত গোট খোৱা সকলোৱে দেখিবলৈ পালে। কোনে জানে হয়তো এইয়া নিষ্পেষণৰ কঠিন বান্ধোন চিঙি জীৱন সংগ্ৰামত জঁপিয়াই পৰাৰ নব চিন্তনৰ অভিব্যক্তি। ◈



# ২৫ বনলতা

মধুস্মিতা গোহাঁই ডেকা

বনলতা নামটো ৰাখিছিল মৌজাদাৰণীৰ আইতাক কনকপ্ৰভাই। আজিৰ পৰা পঞ্চাশ-ষাঠী বছৰৰ অশিক্ষিত সমাজ এখনৰ প্ৰতিভূ—'কনক প্ৰভা'। কিন্তু কিছু কিছু ক্ষেত্ৰত চৌখিন আছিল বুলিয়ে ক'ব পাৰি, বিশেষকৈ নামকৰণৰ ক্ষেত্ৰত। সেইবাবে একমাত্ৰ পুত্ৰৰ প্ৰথমা নাতিনীৰ নামো ভাবি-চিন্তি থৈছিল 'বনলতা'। আইতাকৰ মৰমৰ বনু।

কবি 'জীৱনানন্দ দাস'ৰ নাম কাহানিয়ো শুনি নোপোৱা আইতাকৰ কল্পনা শক্তিৰ তাৰিফ কৰে অসমীয়া, বঙলা আৰু ইংৰাজী সাহিত্যৰ একনিষ্ঠ পাঠিকা বনলতা চলিহাই।

অগণন কাব্য ৰসিকৰ লগতে বনলতাৰো প্ৰিয় কাব্য চৰিত্ৰ জীৱনানন্দৰ 'বনলতা সেন'। দিনে-ৰাতিয়ে বিভিন্ন গল্প-কবিতাৰ মাজত সময় অতিবাহিত কৰা বনলতাই কিতাপকে একমাত্ৰ বন্ধু পাতি লৈছে।

মেহগনি কাঠৰ পুৰণিদিনীয়া প্ৰকাণ্ড পালেঙৰ শিতানত মূৰ থৈ চকুদুটা মুদি নিঃশ্চল হৈ পৰি আছে বনলতা চলিহাই।

ৰাতিপুৱাৰ পৰা হৈ যোৱা ঘটনাবোৰৰ পৰা মন-মগজুৰেও কিবা তাল সামৰিব পৰা নাইনেকি?

সহ্যকৰ কিন্তু আমনিদায়ক মূৰৰ বিষ এটা একেলেঠাৰিয়ে লাগি আছে। নামৰ বিপৰীতে এগৰাকী প্ৰচণ্ড আত্মভিমানী চহকী মহিলা বুলিয়েই। এলেকাটোত চিনাকি তেওঁৰ প্ৰকাণ্ড চৌহদৰে দুৰ্গ সদৃশ দুমহলীয়া ঘৰটোলৈ সোমাবলৈ সাধাৰণ মানুহে সতকাই নিবিচাৰে।

পুৰণিদিনৰ লগুৱা হৰিশ, বনকৰা সুমিত্ৰাৰ 'মাক' আৰু তেওঁৰ অন্দৰ মহললৈ অবাধে যাতায়ত কৰিবলৈ অনুমতি পোৱা খাচ লিগিৰি জয়া।

দেউতাক অমৰেন্দ্ৰ দেব ঢকুৱাৰ পিছত প্ৰায় বিশ বছৰ ওপৰত বনলতাই এই প্ৰকাণ্ড ঘৰটোত অকলেই জীৱন নিৰ্বাহ কৰিছে। অকলেই খাই, অকলেই শোৱে, অকলেই সাৰে থাকে।

তলৰ মহলাটো লগুৱাবোৰৰ বাবে এৰি ওপৰ মহলাটো তেওঁৰ নিজস্ব এলেকা। আগবেলা, পিছবেলা প্ৰকাণ্ড বেলকনিত বহি সূৰ্য উঠা আৰু ডুব যোৱাটো চোৱা তেওঁৰ দৈনন্দিন কাৰ্যসূচীৰ অবিচ্ছেদ্য অংগ। তাৰ বাহিৰে কোনো ধৰণৰ চৌখিনতা বনলতাই কৰি পোৱা নাই।

দিন যোৱাৰ লগে লগে বনলতাই অকলশৰীয়া জীৱনটো এনে এক আবেষ্টনিত সুমুৱাই ল'লে যে তাৰ পৰা ইচ্ছা কৰিয়ো তাই ওলাই আহিব নোৱাৰা হ'ল।

বনলতাৰ নিজকে কেতিয়াবা সাধুকথাৰ নিৰ্জন ৰাজ্য এখনৰ নিদ্ৰালু ৰাজকুমাৰীজনীৰ লগত ৰিজাবলৈ মন যায়। তফাৎ এটাইঃ ৰাজকুমাৰীৰ নিদ্ৰা ভঙ্গ কৰিবলৈ অহা ৰাজকুমাৰজন কিন্তু বনলতাৰ জীৱনৰ এটা সুন্দৰ স্বপ্ন হৈয়েই ৰৈ গ'ল।

নিজৰ যাৱতীয় কামখিনি কৰিবলৈও ওলাই যাবৰ মন নোযোৱা হ'ল বনলতাৰ, নাজানে এলাহ নে অনভ্যাস তাৰ কাৰণ। সেই সময়ৰ একমাত্ৰ সাৰথি জয়া। সেইদিনাও জয়াই ওচৰৰ পুথিভঁড়ালটোৰ পৰা পঢ়ি হোৱা কিতাপখিনি ঘূৰাই দি বনলতাই লিষ্ট কৰি দিয়া নতুন কিতাপ কেইখনমান আনিবলৈ গৈছিল।

উভতি আহোঁতে জয়াই উধাতুখাই অহা দি আহি বনলতাক খবৰ দিলেহিঃ তলত তাইৰ সম্পূৰ্ণ অচিনাকি এহাল ডেকা-গাভৰুৱে বাইদেউক লগ পাবৰ বাবে অপেক্ষা কৰি আছে। কথাটো শুনি বিৰক্তি আৰু অনীহাত বনলতাৰ চেলাউবিযোৰ কোঁচ খাই গ'ল। নামো-নানামো ভাবেৰে বিছনাৰ পৰা নামি জয়াক ক'লে,— বহিবলৈ দে, কবি অহা অলপ পলম হ'ব।

কাপোৰযোৰ ঠিকঠাক কৰি বনলতা তললৈ নামি আহি চ'ৰাঘৰত কাকো নেদেখি আচৰিতেই হ'ল। মনে মনে জয়াক প্ৰচণ্ড গালি এটা দি চিৰি বগাই ওপৰলৈ উঠিবলৈ ধৰোঁতেই দেখিলে— বঙলাৰ পূব কোণত অবস্থিত পুখুৰীটোৰ পাৰ বন্ধা পাৰত ৰৈ এহাল ডেকা-গাভৰুৱে নিবিষ্ট মনে কিবা আলোচনা কৰি আছে আৰু মাজে মাজে আঙুলিৰে ইফালে-সিফালে কিবা দেখুৱাই আছে। ইতিমধ্যে লগুৱা হৰিশে বনলতা নামি অহাৰ খবৰ তেওঁলোকক দিলেগৈ।

প্ৰথম দৰ্শনতেই মুগ্ধ কৰিব পৰা ওখ লাহী ছোৱালী এজনী, দেখাত শিক্ষিতা আৰু পোছাক পৰিচ্ছদত আধুনিকা যেন লগা, লগতে সুদৰ্শন আৰু অভিজাত চেহেৰাৰে এজন

যুৱক। বনলতাই কথা আৰম্ভ কৰাৰ আগতেই ছোৱালীজনীয়ে কৈ উঠিল, বাইদেউ ঠিক আপোনাৰ দৰেই এগৰাকী মহিলা আমি বিচাৰি আছিলোঁ, দেখাত গুৰু গম্ভীৰ, ডিম্বাকৃতি, মংগোলীয় চেহেৰাৰ এখন মুখ, তাত জেউতী চৰাইছে ওঁঠৰ ওপৰৰ ক'লা মাহটোৱে, লগতে কঁকাললৈ বৈ পৰা একোচা চুলি।

কথা কৈ কৈ ছোৱালীজনীয়ে দুইখন হাত সমান্তৰালভাৱে কেমেৰাৰ ফ্ৰেমৰ আকাৰত ধৰি তেওঁৰ মুখৰ ওচৰত অগা-দেৱা কৰিবলৈ ধৰিলে।

বনলতা বাৰুকৈয়ে বিৰক্ত হ'ল। কিবা এটা কওঁ বুলি ভাবোঁতেই......। ইচ্ চাওকচোন, কথাই কথাই আমাৰ পৰিচয় দিয়াই হোৱা নাই। মই অৰ্পিতা আৰু এওঁ চিৰঞ্জীৱ। আমি আচলতে পুনেৰ 'নেচ্‌নেল স্কুল অৱ ড্ৰামা'ৰ পৰা যোৱা বছৰ ওলাইছোঁ। আমি Film & Editing বিভাগৰ ছাত্ৰ-ছাত্ৰী আছিলোঁ। চৰকাৰীভাৱে এখন বুৰঞ্জীমূলক তথ্যচিত্ৰ নিৰ্ম্মাণৰ দায়িত্ব পাইছোঁ। বহুতৰ মুখে শুনি আপোনাৰ এই বঙলাটো চাব আহিলোঁ। আমাক দৃশ্য গ্ৰহণৰ বাবে ঠিক এইটোৰ দৰে এটা ঘৰ লাগে। ইমান সুন্দৰ ঘৰ, আমাৰ বৰ পছন্দ হৈছে...। যদি আপোনাৰ আপত্তি নাই আমি কেইদিনমান ইয়াত শুটিং কৰিম বুলি ভাবিছোঁ।

একমনে শুনি থকা বনলতাই এই প্ৰথম মাত লগালে, ৰ'বা ৰ'বা, মোকো ক'বলৈ দিয়া। তোমালোকক লগ পাই ভাল লাগিল। পিছে এইবোৰ দৃশ্য গ্ৰহণ-চহন কৰিবলৈ ইয়াত মোৰ বহু পুৰণি বাল গোপালৰ মূৰ্তিৰে পূজিত এটা মন্দিৰ আছে। বোধকৰো তোমালোকৰ সহায়ৰ বাবে বিভিন্ন লোকো আহিব....। মই বৰ ধৃতি-নীতিত বিশ্বাসী মানুহ আৰু আচল কথা, মই এইবোৰত বৰ এটা আগ্ৰহী নহয়।

—নাই, নাই বাইদেউ, আপোনাৰ গোসাঁইঘৰৰ এলেকাত কাকোৱেই সোমাবলৈ দিয়া নহয়। আমি দুই এটা দৃশ্যৰ বাহিৰে ঘৰৰ ভিতৰতেই দৃশ্য গ্ৰহণ সম্পূৰ্ণ কৰিম। তাৰ বাবে আপোনালৈ যথাযোগ্য মাননি আগবঢ়োৱা হ'ব বাইদেউ। ইমান সময়ে নীৰৱে থকা যুৱকজনে খৰধৰকৈ মাত লগালে।

মাননি?

—অবাক হ'ল বনলতা, এনেবোৰ ক্ষেত্ৰত টকা-পইচাৰ প্ৰসঙ্গও যে আহিব পাৰে বনলতাই ভাবিব পৰা নাছিল।

—নিৰুদ্বেগ জীৱন-যাপনত অভ্যস্ত বনলতাই হঠাতে মত সলনি কৰিলে, মনত ভাব হ'ল, দেখাই যাওকচোন কেইদিন মানৰ বাবে নতুন পৰিৱেশ এটা কেনে লাগে।

আহিব পাৰা তেনেহ'লে, কওঁ নকওঁকৈ বনলতাই অস্ফুট স্বৰে ক'লে।

প্ৰায় এসপ্তাহমানৰ পিছত, তিনিখন গাড়ীত মানুহ আৰু বিভিন্ন যন্ত্ৰপাতিৰে অৰ্পিতা

আৰু চিৰঞ্জীৱ আহি ওলাল।

বঙলাৰ বাহিৰে ভিতৰে বিভিন্ন অংশত দৃশ্যগ্ৰহণ কৰি লাহে লাহে তেওঁলোকে এদিন বনলতাৰ নিজস্ব এলেকা ওপৰ তলা পালেগৈ। বনলতাৰো দৈনন্দিন কাৰ্যসূচীত এইকেইদিন যতি পৰিছে।

ততাতৈয়াকৈ ৰাতিপুৱাই গোটেইখিনি কাম কৰি আজৰি হৈ লয় যাতে দৃশ্য গ্ৰহণৰ কোনো অংশ তেওঁৰ চকুৰ পৰা বাদ পৰি নাযায়। দৃশ্য গ্ৰহণৰ মাজে মাজে অৰ্পিতা আৰু চিৰঞ্জীৱক দুই এটা উপদেশো দিব পৰা হ'ল বনলতাই।

কেইবাদিনো হৈ গ'ল, লাহে লাহে অৰ্পিতাহঁতৰ দৃশ্যগ্ৰহণৰ কাম চমু চাপি আহিল। এদিন অৰ্পিতাই লাহেকৈ বনলতাৰ কাষলৈ আহি ইটো-সিটো কথাৰ মাজতে আচল কথাটো উলিয়ালেহি।

মানে বাইদেউ, ভাবিছোঁ আপোনাক লৈ ভৰা দৃশ্যটো আপোনাৰ কোঠাতেই কৰা যাওক, একেবাৰে জীৱন্ত হৈ পৰিব। এইবুলি বেগৰ পৰা এজাপ কাগজ উলিয়াই বাছি বাছি তাৰে দুখিলা পাত উলিয়াই বনলতাক পঢ়িবলৈ দিলে। ক'ব নোৱাৰাকৈ বনলতায়ো যে কেতিয়া অৰ্পিতাই দেখুৱাই দিয়াৰ দৰে নাটকীয়ভাৱে সংলাপবোৰ আওৰাই গ'ল নিজেই তৰ্কিব নোৱাৰিলে। দুপৰীয়াৰ আহাৰ বিৰতিৰ পিছত অৰ্পিতাই নিজেই তদাৰক কৰি মেকআপ মেনজনৰ হতুৱাই বনলতাক সজাবলৈ আৰম্ভ কৰিলে।

বনকৰা পাটৰ সাজ, হাত দীঘল ব্লাউজ, কলডিলীয়া খোপা, গোটেই গা ভৰাই পুৰণি অসমীয়া গহনাৰে দেহ সজ্জিত কৰি যেতিয়া মস্ত ৰঙা সেন্দুৰৰ ফোঁট এটা দি আইনাৰ সন্মুখত বনলতাক বহুৱাই দিলে, দুকুৰি আঠ বছৰীয়া বনলতা চলিহাৰ বুকুখন কিবা এক শোকে খুন্দিয়াব ধৰিলে, ডিঙিৰ ওচৰলৈ প্ৰবল কান্দোন এটা উজাই আহিব বিচাৰিলে।

দেউতাক জীৱিত থাকোঁতেই বনলতাক পাত্ৰস্থ কৰিবলৈ যথাসাধ্য চেষ্টা কৰিছিল। যদি কেতিয়াবা পাত্ৰ পছন্দ, জাত কুলত অমিল। জাতে-কুলে মিলিলে মান-মৰ্যাদা, আভিজাত্যৰ অমিল। নিজকে বোৱাৰী সাজত দেখি বনলতাৰ পুৰণা কথাবোৰে মনত অগা-ডেৱা কৰিবলৈ ধৰিলে।

সময়ত সকলো সুকলমেই হৈ গ'ল। চকু-কাণ মুদি, লাজ-মান কাতি কৰি যথা সাধ্য সংলাপবোৰ অৰ্পিতাই দেখুউৱাৰ দৰে শুদ্ধ আৰু সহজভাৱে ক'বলৈ চেষ্টা কৰিলে।

সকলো সামৰি-সুতৰি পিছদিনা অৰ্পিতাহঁত যাবলৈ ওলাল। অৰ্পিতাই সেৱা এটি কৰি বনলতাক ক'লে— আশীৰ্বাদ কৰিব বাইদেউ, প্ৰতিযোগিতা শিতানত আমাৰ তথ্য

চিত্ৰখনে যেন কিবা এটা পুৰস্কাৰ আঁজুৰি আনিব পাৰে। অৰ্পিতাৰ মূৰত হাত থৈ আশীৰ্বাদ কৰোঁতে দুচকু পানীৰে ভৰি পৰিল বনলতাৰ।

কেইবামাহো পাৰ হৈ গ'ল, এদিন বাতৰি কাকত যোগে বনলতাই খবৰ পালে, অৰ্পিতা-চিৰঞ্জীৱহঁতৰ কষ্টই সুফল লাভ কৰিছে। অৰ্পিতাহঁতৰ তথ্যচিত্ৰখনে প্ৰথম পুৰস্কাৰ পাইছে। সিহঁতৰ সুফলৰ আনন্দৰ ভাগীদাৰ যে বনলতাও। কেইদিনমানৰ ভিতৰতে আত্মীয় যেন হৈ পৰা ল'ৰা-ছোৱালীহালৰ পৰা বঙলাৰ দৃশ্যগ্ৰহণৰ বিনিময়ত কোনো ধৰণৰ মাননি ল'বলৈ ৰাজি নহ'ল বনলতা।

লগে লগে এইটো খবৰো পালে, চিত্ৰগৃহসমূহত চৰকাৰে জন-সাধাৰণৰ বাবে বিনামূলীয়াকৈ তথ্যচিত্ৰখনি উপভোগ কৰাৰ সুবিধা কৰি দিছে।

কেইদিনমানৰ পিছতে জয়াই খবৰ আনিলে সিহঁতৰ অঞ্চলটোত থকা চিনেমাগৃহটোত সেইদিনাৰ পৰাই ছবিখন দেখুওৱাৰ ব্যৱস্থা কৰা হৈছে।

যাবি নেকি চাবলৈ....? বনলতাৰ কথাত জয়াই ভালকৈয়ে এটা চৰ্চৰণি খালে। বাইদেউ আপুনি যাব ?

অ' যাব পাৰো, কিনো ডাঙৰ কথাতো হ'ল। কৌতুকপূৰ্ণ হাঁহি এটা ওঁঠেদি বাগৰি গ'ল বনলতাৰ।

জয়া যোৱাৰ পিছতে কোঠাৰ একমাত্ৰ আলমাৰিটো খুলি বনলতাই কাপোৰবোৰৰ ওপৰেদি চকু ফুৰালে। বহুদিনৰ মূৰত তেওঁ আজি বাহিৰলৈ ওলাব।

এনেতে দুৱাৰত টোকৰ শুনি বনলতা বাহিৰলৈ ওলাই আহিল। হাতত বন্ধ খাম এটা লৈ লগুৱা হৰিশ বৈ আছে। খুলি চাই দেখে, অৰ্পিতাৰ চিঠি ...।

শ্ৰদ্ধেয় বাউদেউ,

মৰম আৰু সেৱা ল'ব। দিল্লীলৈ আহি তথ্যচিত্ৰখনৰ কামত ইমান ব্যস্ত হৈ পৰিলোঁ, আপোনাৰ লগত যোগাযোগেই কৰিব পৰা নাই। খবৰ কাকতৰ যোগে গম পাইছেই চাগৈ, তথ্যচিত্ৰখন ইতিমধ্যে চিত্ৰগৃহতো মুক্তিৰ ব্যৱস্থা কৰা হৈছে।

সকলোৱে আমাৰ লোকেশ্বন মানে আপোনাৰ বঙলাটোৰ খুব প্ৰশংসা কৰিছে। কেনেকৈ বিচাৰি পালোঁ ইমান ধুনীয়া বঙলাটো, উত্তৰ দি দি ভাগৰি পৰিছোঁ। ইয়াৰ পিছত নিশ্চয় পৰিচালকৰ লাইন লাগিব আপোনাৰ ওচৰলৈ।

পিছে বাইদেউ, তথ্যচিত্ৰখন ইমান দীঘলীয়া হ'ল যে, আপুনি অভিনয় কৰা অংশটো কাটি পেলাব লগা হ'ল। আমি নিশ্চয় ঠিকেই কৰিছোঁ, এনেয়েও আপোনাৰ সন্মতি অবিহনে আপোনাক বাধ্য কৰাইছিলোঁ নহয় জানো বাইদেউ ...।

লাহে লাহে চিঠিখনৰ পৰা চকু তুলি সন্মুখলৈ চালে বনলতাই। চাৰিওফালে কিবা খালি খালি লাগিছে, অসম্ভৱ শূন্যতা।

নিজৰ ওপৰতেই আচৰিত হ'ল বনলতা, নিৰ্জনতা-শূন্যতাক জীৱনৰ লগৰী কৰি লোৱা বনলতা কেতিয়া এই কঠিন খোলকটোৰ পৰা অকণমান অকণমান কৰি কৰি গলি আহিছিল।

ঠিকেই আছে, এই মৰম লগা অনাত্মীয় ল'ৰা-ছোৱালী দুজনলৈ মিশ্ৰিত অনুভূতি এটা জাগি উঠিল, খং-ৰাগ নে ভালপোৱা। .... নাজানে, বনলতা চলিহাই। চিঠিখন ডাষ্টবিনলৈ দলিয়াই বেলি লহিওৱা চাবলৈ বেলকনিত আহি বহিলহি তেওঁ। ◈



# ২৬ | অন্য এক অন্তৰা

**ৰূপামণি শৰ্ম্মা**

মাধু অ' মাধু, তই শুলিয়েই নেকি বাৰু ?

মাৰ মাত শুনি পঢ়ি থকা প্ৰান্তিকখনৰ পাতটো লুটিয়াই থৈ মই গাৰু এটা বুকুতে গুজি বিছনাৰ ওপৰত লেপেটা কাঢ়ি বহি ল'লোঁ। ইতিমধ্যে ঘড়ীটোলৈ চাই দেখো নিশা চাৰে দহ বাজিছে। লাহেকৈ বিছনাৰ পৰা নামি টিভিৰ ছুইচটো অন্ কৰি দিলোঁ, কাৰণ এতিয়া মোৰ প্ৰিয় চিৰিয়েল 'আপকি অন্তৰা'ৰ সময়। পৰ্দাখন কোঁচাই মা সোমাই আহিল কোঠালৈ। এই চিৰিয়েলখন উপভোগ তথা উপলব্ধি নকৰাকৈ মায়েও নাথাকে। দিনটোৰ ব্যস্ততাৰ পাছত মা আৰু মোৰ এই চিৰিয়েলখন হ'ল এটা ভাল এন্টাৰটেইন্‌মেন্ট। চিৰিয়েলখনৰ প্ৰত্যেকটো খণ্ড শেষ হোৱাৰ পাছত আমাৰ মাজত হোৱা সমালোচনাত মোতকৈও মাৰ মন্তব্য যে বেছি ব্যৱহাৰিক আৰু যুক্তিসঙ্গত সেইকথা সদায় মই একে আষাৰেই স্বীকাৰ কৰিবলৈ বাধ্য।

এইয়া আমাৰ সন্মুখত থকা টিভিৰ পৰ্দাত আমাৰ প্ৰিয় চিৰিয়েল 'আপকী অন্তৰা'। মা আৰামী চকীখনত দীঘল দি বহি লৈছে আৰু গাৰুটোত গাৰ সমস্ত ভেজা দি মই ওচৰৰ বিছনাখনত। মাজত দিয়া ব্ৰেক টাইম নপৰালৈকে দুয়োজনীৰ মুখৰ মাতবোল নাই। আমাৰ দৃষ্টি কেৱল টিভি পৰ্দাত নিবদ্ধ। এইয়া টিভি পৰ্দাত কাউন্সেলৰজনে বাৰে বাৰে অটিষ্টিক ৰোগত আক্ৰান্ত ছোৱালীজনীক সুধিছে। তোমাৰ নাম কি আৰু তাইও পুনৰ দোহাৰিছে তোমাৰ নাম কি ?

নাই, নাই এনেকৈ নহয়। তাইক প্ৰয়োজন হ'ব বহুত বহুত মৰমৰ। এইক্ষেত্ৰত সেই সৰু ছোৱালীজনীক কাউন্সেলিঙ কৰোঁতে তাইৰ সৈতে এটা সমবয়সৰ সাধাৰণ শিশু লগত ৰখাটো উচিত। কাৰণ সৰু শিশুবোৰৰ মাজত থকা এটা Common behaviour হ'ল Imitation বা অনুকৰণ। যেতিয়া তাইৰ সম বয়সৰ সাধাৰণ শিশুটোৱে তাক সোধা

সৰু সৰু প্ৰশ্নবোৰৰ যথাৰ্থ উত্তৰ দিব, ঠিক তেনেদৰে এবাৰ নহয়, দুবাৰ নহয়, বহুবাৰ চেষ্টাৰ মূৰত চাগে সেই অটিস্টিক ৰোগাক্ৰান্ত অকণমানীজনীয়েও উত্তৰ দিবলৈ সক্ষম হ'ব।

কথাবোৰ মনতে জুকিয়াই থাকোঁতেই মায়ে সুধিলে— 'মাধু', আকুলতাৰ খবৰ পাবনে ? বহুদিনেই হ'ল ছোৱালীজনীৰ মুখখন নেদেখা।

অ' তোমাক ক'বলৈ পাহৰিয়েই আছিলোঁ। মাজতে তাই ফোন কৰিছিল মোলৈ। তাই হেনো এতিয়া পুনেত আছে। দিল্লী বিশ্ববিদ্যালয়ৰ পৰা Psychology ত First class first position পাই তাই যোৱা মে' মাহত Dibrugarh University ত join কৰিছিল। যোৱা অক্টোবৰত তিনিবছৰ ছুটি লৈ তাই পুনেলৈ গৈছে গৱেষণাৰ কাৰণে। মই জনামতে তাইৰ Special paper আছিল Abnormal Psychology এতিয়া পুনেৰ এটা Autism Counselling Centre অত দিল্লী ইউনিভাৰছিটিৰেই Psychology Department অৰ Head Prof. Rampal Patil অৰ under অত Research কৰি আছে। মা, সকলোতকৈ আচৰিত কথা এইযে তাই গৱেষণাৰ বিষয় হ'ল 'Critically analyse the problems of Autism disorder and their Remedies.'

আচলতে মোৰ আকুক লৈ এটা ডাঙৰ চিন্তা হৈছে। মই মাৰ ফালে চালোঁ। মাৰ চকু টিভি পৰ্দাত নিবদ্ধ যদিও মাক তৎক্ষণাতে খুব চিন্তাক্লিষ্ট যেন দেখিলোঁ। মই জানো মায়ে কি ভাবিছে। সেয়ে চিৰিয়েলখন শেষ হোৱাৰ লগে লগেই মই টিভিৰ চুইচটো অফ্ কৰি দিলোঁ। কোনো কথা কোৱাৰ সুযোগ নিদি মাক ক'লোঁ 'গুড নাইট মা, মোৰ খুব টোপনি ধৰিছে। তুমিও শোবাগৈ-যোৱা। নিশা এঘাৰ বাজিল।'

পিছদিনা পুৱা প্ৰায় ন মান বজাত মাৰ সৈতে মুখামুখি হ'লোঁ মই। মায়ে পূজা সেৱা কৰি গোসাঁইঘৰৰ পৰা ওলাইছে আৰু মই গোসাঁইঘৰৰ বাটচ'ৰাত। তাতেই দুহাত পাতি মাৰ পূজাৰ নিৰ্মালী গ্ৰহণ কৰি মই নিজেও গোসাঁইঘৰত এগছি বন্তি জ্বলালোঁ। এই নিয়ম মোৰ সৰুকালৰে আৰু এইয়া মাঁৰ সংস্কাৰৰ ফল। ধূপকাঠিডাল হাতত লৈ মই সাইবাবাৰ আগত ধ্যানমন্ত্ৰ পাঠ কৰি গোসাঁইঘৰৰ বাহিৰ ওলালোঁ। আজি বৃহস্পতিবাৰ। মা আৰু মই সাইবাবাৰ ভীষণ ভক্ত। মাৰ হাতত আজি সময় কম। এতিয়া হয়তো তেওঁ বাবাৰ নামত ক্ষীৰ প্ৰস্তুত কৰাত ব্যস্ত। সপ্তাহৰ এই বাৰটোত গোটেই দিনটো তেওঁ বাবাৰ মন্দিৰতে থাকে আৰু সন্ধিয়া ঘৰলৈ আহি আমাৰ মা আৰু জী নামত প্ৰস্তুত কৰে শুদ্ধ ঘি দিয়া একসিদ্ধ। দিনটো ব্ৰতৰ অন্তত এই পবিত্ৰ আহাৰ খাই মোৰ নিজকে সদায় জগন্নাথ, পুৰীৰ পূজাৰীৰ দৰে লাগে। কাৰণ এই একসিদ্ধত থাকে চাউল দুই মুঠি, দাইল অকণমান, আলু দুটা, জিকা এটা, অন্যান্য দুই এক অকণ অকণ পাচলি আৰু দুচামুচ শুদ্ধ ঘি। পাকঘৰলৈ সোমাই গৈ মাক দেখো মায়ে মই ভবাৰ দৰেই ক্ষীৰ প্ৰস্তুত কৰাত ব্যস্ত। মোৰ উপস্থিতি

অনুভৱ কৰি মায়ে মোলৈ নোচোৱাকৈ মাত লগালে— 'মাধু আজি তোৰ মন্দিৰলৈ যাবলৈ সময় হ'বনে? যদি যাৱ আহোঁতে তোৰ লগতে মইও আহিম।' মালৈ লক্ষ্য কৰি গম পালোঁ যে মায়ে কালি মই কোৱা আকুলতাৰ কথাটো পাহৰিব পৰা নাই। ৰাতি চাগে বহু দেৰিলৈকে মাৰ টোপনি অহা নাই। এনেয়েও মা Philosophy ৰ মানুহ হিচাপে অতিশয় ভাবুক। অন্যহাতে মোৰ এই মাৰ বিশাল হৃদয়খনত চিনাকি-অচিনাকি সকলোকে সুমুৱাই ল'ব পাৰে, ঠিক এই মোক মানে নিজৰ ছোৱালীজনীক লোৱাৰ দৰেই।

চেম্বাৰলৈ ফোন কৰি Receptionist অনুপৰ মুখেৰে জানিব পাৰিলোঁ যে আজি মাত্ৰ তিনিটা পেচেন্টৰহে Appointment ৰাখিছে। মাক ক'লোঁ, 'মা, এক বজাত মই মন্দিৰ পামগৈ বুলি ধৰা।' মাক কথাটো কৈ ৰুমলৈ আহি চেম্বাৰলৈ যাবলৈ ওলালোঁ মই। ষ্টেপকাট চুলিখিনি পৰিপাটিকৈ ফণিয়াই তাত অকণমান মিহি সোণালীৰঙৰ ক্লিপ এটা লগালোঁ মই। মুখত অকণমান ক্ৰীম সানি, শিৰত সেন্দূৰকণ লৈ, পিঙ্ক কালাৰৰ লিপষ্টিকডাল মোৰ সৰু সৰু ওঁঠদুটাৰ ওপৰত মিহিকৈ ঘৰ্ষণ কৰি তাৰ লগত সেই কালাৰৰ এটা ব্লাউজৰ লগত এখন চিফন শাৰী পৰিপাটিকৈ পিন্ধিলোঁ মই। দীঘল আইনাখনৰ সন্মুখত থিয় হওঁতে নিজকে মন কৰিলোঁ, বেছি শ্লিম নহ'লেও শৰীৰৰ তলৰ অংশত ভালেখিনি মেদ কমিছে মোৰ। সুন্দৰ হাঁহি এটা নিমিষতে বাগৰি গ'ল মোৰ দুই ওঁঠৰ মাজেদি। এইয়া এই এমাহ ধৰি কৰা ৰামদেৱৰ আসনৰেই ফল। গাত এপ্ৰণটো সোমোৱাই দাইনিঙ ৰুম পালোঁগৈ মই। মায়ে অন্য বৃহস্পতিবাৰৰ দৰেই আজিও সন্মুখত দুগিলাচ গাখীৰ, ফলৰ এখন ঠাল, আন এখন প্লেটত কাজু, পেস্তা আৰু কিচ্‌মিচ্ অলপ লৈ বহি আছে। থিয় হৈ থাকিয়েই মই কাজু কেইটামান মুখত ভৰাই গাখীৰ গিলাচ ঘোট্‌ঘোটকৈ একে উশাহে পি উঠি বাহিৰ ওলালোঁ। এই সময়খিনিত মহানগৰীৰ ৰাস্তাত গাড়ী চলোৱা ভীষণ সমস্যা। বিশেষকৈ উঠি অহা যুৱচামৰ বাবেই। যিমান পাৰি সন্তৰ্পণে গাড়ীখন চলাই মই গন্তব্য স্থান পালোঁগৈ। চেম্বাৰৰ সন্মুখত গাড়ীখন পাৰ্কিঙ কৰোঁতেই Receptionist জন আহি মোৰ ব্ৰিফকেচ্‌টো হাতত লৈ মোক আগবঢ়াই নিলেহি। গাৰ বৰণ মিঠা, দীপ্ত বহল চকুযোৰ আৰু মৰমলগা হাঁহিটোৱে এই ল'ৰাটো ব্যাকৰণসন্মতভাৱে নিখুঁত ধুনীয়া নহ'লেও তাৰ মাৰ্জিত আচৰণ আৰু নম্ৰতাই তাৰ Personality যে বহুগুণে ওপৰত তাক এবাৰ দেখিলে সকলোৱে অনুমান কৰিব পাৰি। প্ৰত্যেকদিনা চেম্বাৰত প্ৰৱেশ কৰি তাক দেখিলেই মোৰ মন বহুখিনি ফৰকাল হৈ উঠে, মোৰ এনে লাগে। মুঠতে চেম্বাৰখনৰ দায়িত্বৰ ক্ষেত্ৰত এই ল'ৰাটো মোৰ নিখুঁত চেলেক্‌চন।

হুইলচেয়াৰখন অকণমান ঘূৰাই বহিবলৈ লওঁতেই চেলটো বাজি উঠাৰ শব্দ শুনিলোঁ। বেগৰ পৰা উলিয়াই ৰিচিভ কৰোঁতেই সিটোমূৰৰ পৰা ৰেণিতাৰ মাত শুনিলোঁ। ৰেণিতা মোৰ একমাত্ৰ ছোৱালী মানে মোৰ আৰু এলবাৰ্টৰ যুগ্ম জীৱনৰ সাক্ষী তাই। ৰেণিতাই

ফোনত জনালে দেওবাৰে আগবেলা এঘাৰ বজাৰ ফ্লাইটত তাই আৰু এলবার্ট গুবাহাটী পাবহি। তাইৰ ফোর্থ চেমিষ্টাৰ শেষ হৈছে আৰু এলবার্টে লৈছে দুমাহৰ ছুটি। সেইয়া বহু কথা, য'ত জাষ্ট এক ফৰমিলিটিৰ বাহিৰে আন একো নাই। সেইয়া আজি বাইশ বছৰৰ আগতে গৱেষণাৰ বাবে আমেৰিকালৈ যাওঁতে এলবার্টৰ মিছা প্ৰেমত আবদ্ধ হৈ বিবাহৰ দৰে এটা পৱিত্ৰ সম্পৰ্ক গঢ়ি তোলাৰ পৰিণতি সেইয়া। ৰেণিতাৰ ধৰণ-কৰণ, আচৰণ সকলো গঢ়ি উঠিছে এলবার্টৰ দৰেই। সেয়ে মইও তাইক এৰি দিছোঁ, যিহেতু তাই দেউতাকৰ আদর্শতে ডাঙৰ হৈছে । সেয়ে তাইৰ ফোনত দিয়া হাজাৰ হাজাৰ চুমাইও মোৰ হৃদয়ত কোনো উঠা-নমাৰ সৃষ্টি কৰিব নোৱাৰে। কাৰণ প্ৰতিটো কথাতে তাইও মোক দেউতাকৰ দৰেই তাচ্ছিল্য কৰে 'মাম্মী, ইউ আৰ ভেৰি ভেৰি বেকৱার্ড' বুলি। সকলোবোৰ ঠেলি জোকাৰি লৈ মই প্ৰথমটো পেচেন্টৰ Case history ৰ বাবে সাজু হ'লোঁ। মাক-দেউতাকৰ লগত আহিছে শিশুটো, ছয়-সাতমান বয়সৰ। সমস্যাবোৰ হ'ল স্কুললৈ নাযায়, কাকো মাতবোল নকৰে, ফাঁকি দিয়ে, পঢ়া-শুনাত মন নাই, আক্ৰোশমূলক আচৰণ, বয়বস্তু ভাঙি ফুৰে ইত্যাদি। দুয়ো চাকৰিয়াল দম্পত্তি। উপায়হীন হৈ সলনা-সলনিকৈ ছুটি ল'ব লগীয়া অৱস্থা হৈছে। মানে Abnormality, Maladjustment ত ভুগিছে শিশুটিয়ে। শিশুটোৰ স্বাস্থ্যও বেয়া। ওজন কম, থাকিবলগীয়াতকৈও বহুগুণে কম।

মাক-দেউতাকক কিছু পৰামর্শ দি দুদিন পিছত পুনৰ আহিবলৈ কৈ পিছৰ দুটা পেচেন্টকো ভালকৈ চাই সেইদিনাৰ কাম সামৰি মই মন্দিৰলৈ বুলি ৰাওনা হ'লোঁ। মনৰ পর্দাত পুনৰ এলবার্ট আৰু ৰেণিতাৰ মুখখন ভাহি উঠিল। এনেদৰে অকলশৰীয়া মুহূর্তত এনেকৈ গাড়ী চলালে সাংসাৰিক চিন্তাই কেতিয়াবা আগুৰি ধৰেহি। পিছৰ চিটত বহি অহা অনুপে মোক নুবুজা নহয়। সন্মুখৰ গ্লাচখনত বাৰে বাৰে সি মোক লক্ষ্য কৰি থকা মই দেখিছোঁ। হঠাতে সি মোক মাত লগালে—'বাইদেউ আপুনি সাইবাবাৰ ভজন ভাল পায় নহয়, খুব কমকৈ টেপৰ ভলিউমটো দি টেপটো অন্ কৰক চোন।' মই তাৰ কথামতেই টেপটো অন্ কৰি দিলোঁ। নিমিষতে মোৰ সকলো চিন্তা দূৰ হৈ মনটো প্ৰশান্তিৰে ভৰি পৰিল। মনতে ভাবিলোঁ, সঁচাই অনুপক কিন্তু মানিব লাগিব দেই।

পুনৰ অনুপে মাত লগালে— 'বাইদেউ আপোনাৰ নামত এটা ই-মেইল আহিছিল আজি। পুনেৰ পৰা কোনোবা আকুলতা নামৰ ছোৱালী এজনীয়ে কৰিছে।'

অনুপৰ কথা শেষ নহওঁতেই আমি মন্দিৰৰ সন্মুখ পালোঁগৈ। মন্দিৰৰ সোঁহাতে গাড়ীখন পাৰ্কিঙ কৰিয়েই অনুপৰ পৰা ই-মেইল লেটাৰখন লৈ আগ্ৰহৰে পঢ়িলোঁ। আকুলতাই লিখিছে মোলৈ— পূজনীয়া বাইদেউ, পুনেৰ Autism Counselling Centre এটাত মই প্ৰায় নটা শিশুক লৈ Research কৰি আছো। ইয়াত বিভিন্ন ধৰণত Retarded Child দেখা গৈছে। তাৰে প্ৰায় পাঁচটা শিশু Autism Disorder অত আক্ৰান্ত। চিকিৎসকৰ

লগত হোৱা পৰামৰ্শ অনুসৰি জানিব পাৰিছো যে তাৰে তিনিটামানৰ প্ৰায় দুবছৰ বয়সৰ পৰা এই লক্ষণসমূহ ফুটি উঠিছে যাক কোৱা হৈছে Just like regression which means they lose abilities that they had ability to talk. It implies retreat to a childish level or behaviour instead of facing of the situation when a problem confront us. ইয়াৰে এটা শিশু সম্পূৰ্ণৰূপে Mentally Retarded চিকিৎসকৰ লগত হোৱা আলোচনাৰ পৰা গম পালো যে এই সমস্যা প্ৰায় Rare বুলিয়েই ক'ব পাৰি। এহাজাৰ মানৰ ভিতৰত সাত-আঠজন মানহে ওলায়। অন্যহাতে যদি Autism Disorder আক্ৰান্ত ৰোগী I.Q. 50% হয় তেতিয়াহ'লে তেনে এজন ৰোগীয়ে হেনো আনৰ সহায় নোলোৱাকৈও জীয়াই থাকিব পাৰে। এই ৰোগত আক্ৰান্ত ৰোগীৰ সমস্যাসমূহ হৈছে Impairement Socialization, Maladjustment and Repetative behaviour. Repetative behaviour ৰ সাধাৰণতে দেখা দিয়া ধৰণসমূহ হ'ল ষ্টেৰিঅ'টাইপি, চেমেনচ, কমপালচিভ্ বিহেভিয়াৰ আৰু ৰেচট্ৰিকটেড বিহেভিয়াৰ।

বাইদেউ মোৰ Thesis খনৰ প্ৰায় এটা Part সম্পূৰ্ণ হৈছে। এতিয়া কথা হ'ল পিছৰ Part টো মানে its diagnosis & Remedies এইক্ষেত্ৰত আপুনি Internal guide হিচাপে মোক সহায় কৰিব লাগিব। আপুনিওটো এগৰাকী শিশু বিশেষজ্ঞা। আপুনিও এনেকুৱা ধৰণৰ কেচ বহুত পাইছে। সেয়ে মোৰ দাবী আপুনি মোক সহায় কৰিবই লাগিব। মহ অহা শনিবাৰে ঘৰলৈ যাম আৰু দেওবাৰে মা আৰু দেউতাৰ লগত আপোনালোকৰ ঘৰলৈ যাম। আইতাক মোৰ সেৱা জনাব। ইতি— আকুলতা।

আকুলতাৰ চিঠিখন খুব সযতনে বেগত ভৰাই মন্দিৰৰ আশিস নিৰ্মালি গ্ৰহণ কৰি ঘৰলৈ উভতিলোঁ। মাক বহাই ল'লো মোৰ ড্ৰাইভিং চিটৰ বিপৰীতফালে আৰু পাচৰ চিটত যদু আৰু অনুপ। অলপ দূৰ অহাৰ পাছত মই মাক ক'লো 'মা তোমাৰ বাবে এটা স্পেচিয়েল মেচেজ আছে। অহা দেওবাৰে তোমাৰ জোঁৱাই আৰু নাতিনী আহিব। দুমাহৰ ছুটী লৈছে এলবাৰ্টে। হওক তেও আজিযে এই তিনি-চাৰি বছৰৰ পাছত তেওঁলোকৰ আমালৈ মনত পৰিল। আকুলতাও আহিব মা, খুড়া-খুড়ীৰ সৈতে সেইদিনাই। আবেলি পাবহি তেওঁলোক। তাইৰ গৱেষণাৰ কাম ক্ষীপ্ৰগতিত আগবাঢ়িছে। তাইৰ দাবী, তাইকহেনো মই এই কামত সহায় কৰিবই লাগিব।

'কৰিবি আক', নকৰিবি কিয় ? মাধু, আকুৱে বাৰু তাইৰ গৱেষণাৰ কাৰণে এই বিষয়টো কিয় বাছি ল'লে। এইবোৰৰ লগত তাই এনেকৈ লাগি থাকিলে ....।

'মা, তাইৰ একো নহয়। মোৰ ডাক্তৰী জীৱনৰ প্ৰথম পেচেন্ট আছিল তাই। সেই সময়ত মোৰ বিয়া হোৱা নাছিল যদিও মোৰ এনে লাগিছিল যেন তাই মোৰ নিজৰ ছোৱালী। খুড়া-খুড়ীৰ একমাত্ৰ সন্তান আছিল তাই। সেই সময়ত খুড়া-খুড়ীৰ অসহায়

মুখখন দেখিলে মই পাগলৰ দৰে হৈ গৈছিলোঁ যদিও আমাৰ মাজত তেজৰ সম্পৰ্ক নাছিল। সেয়ে দিন-ৰাতি একাকাৰ কৰি মই এই Autism Disorderত আক্ৰান্ত ছোৱালীজনীক সুস্থ কৰিবলৈ সক্ষম হৈছিলোঁ একমাত্ৰ ভগৱানৰ আশীৰ্বাদত মা। সম্পূৰ্ণ ন-বছৰ বয়সতহে তাই স্কুলীয়া শিক্ষা গ্ৰহণ কৰিব পাৰিছিল। মা, মই কি দিব পাৰিছিলোঁ নাজানো, কিন্তু তুমি খুড়া-খুড়ীক যি সাহস দিছিলা, আকুক মৰমৰে যি যত্ন লৈছিলা সেইয়া মই স্বীকাৰ কৰিছোঁ। আজি আকুৰ এই সফলতাৰ আঁৰত আচলতে আমি সকলোবোৰ।' কথাখিনি কৈ কৈয়েই মই ঘৰৰ পদূলিমুখ পালোঁগৈ। যদুৱে গাড়ীৰ পৰা নামি গেটখন খুলি দিলে। চিধা গাড়ীখন সোমোৱাই নি পটৰ তলতে ৰাখিলোঁগৈ। ঘৰ সোমাই সকলোৱে কাপোৰ-কানি সলাই লৈ গা ধুলোঁ। মায়ে ৰাতিৰ আহাৰ প্ৰস্তুত কৰিলে। ৰাতিৰ আহাৰ খাই সকলোৱে বিছনা ল'লোঁগৈ। কাৰণ দিনটোৰ লঘোণে-ভোকে সকলোকে ভাগৰুৱা কৰি তুলিছিল। তাৰ পাছৰ দুদিন মাৰ কাৰ্যসূচী আছিল কলাক্ষেত্ৰত আয়োজন কৰা সাহিত্যৰ বিশেষ সভাত মায়ে 'জ্ঞানশ্ৰী বঁটাৰ বাবে পোৱা নিমন্ত্ৰণ ৰক্ষা কৰা আৰু চান্দমাৰীৰ মহিলাসকলে অনুষ্ঠিত কৰা 'কবিতাৰ আবেলি'ত কবিতা সমালোচক। অৱশ্যে মোৰ ব্যস্ততাৰ মাজতো মইও কলাক্ষেত্ৰৰ সভাখনত উপস্থিত আছিলোঁ। কাৰণ বাংলা সাহিত্যৰ নাম কৰা লেখিকা নম্ৰতা চট্টোপাধ্যায়ে মাক বঁটা প্ৰদান কৰিছিল আৰু তেখেত আছিল মোৰ সকলোতকৈ প্ৰিয় লেখিকা। আজিকালি গুৱাহাটী মহানগৰীত মা অকল সন্দিকৈ কলেজৰ নাম কৰা অধ্যাপিকা হিচাপেই নহয় ভাল সাহিত্যিক ৰূপেও মাৰ নাম পৰিচিত। এই দুদিনৰ ইমানবোৰ ব্যস্ততাৰ মাজতে কিন্তু মায়ে আগন্তুক অতিথিৰ কাৰণে বিভিন্ন ধৰণৰ খাদ্য যোগাৰ কৰি ৰাখিছে। বিশেষকৈ নিজৰ নাতিৰ পছন্দ নাৰিকলৰ লাড়ু, আকুলতাৰ পছন্দৰ সান্দহ গুড়া, তিলপিঠাকে আদি কৰি জোঁৱায়েকে ভালপোৱা ভাল মহৰ দৈ, কচু, কলপচলা, খাৰলি, মাহগুড়া আদিও আনি ৰাখিছে যদুৰ হতুৱাই সিহঁতৰ গাঁৱৰ ঘৰৰ পৰা। 'বিগ বজাৰ'লৈ গৈ কালি গাড়ীখনৰ পাছৰ ডিকিত ভৰাই এসোপামান কাৰ্পেটৰ টোপোলাও আনিছে। তাত কি আছে সেইবোৰ মই চোৱা নাই অৱশ্যে। মোৰ ব্যস্ততা অকল আকুলতাৰ থেচিচখনক লৈ। নিজৰ চেলফত থকা বিভিন্ন ফাইলৰ মাজৰ পৰা বিচাৰি বিচাৰি মই কেইটামান ফাইল উলিয়ালোঁ। তাৰ লগত বিভিন্ন মুহূৰ্তত সেই শিশুবোৰক Observation কৰোঁতে Recording কৰা কেইটামান Disc. তাৰে এটা ফাইল বহুত পুৰণি। সেই ফাইলটোৱেই হ'ল মোৰ ডাক্তৰী জীৱনৰ প্ৰথম পেচেন্ট আকুলতাৰ। কম্পিউটাৰটো অন্ কৰি তাইক পৰ্যবেক্ষণ তথা ডায়েগন'চিচ কৰা বিভিন্ন ফটোবোৰ চালোঁ মই। এসোঁতা তপত চকুলো অজানিতে মোৰ চকুৰ পৰা নিগৰি পৰিল। Disc টো ঠিকেই আছে, বেয়া হোৱা নাই। তাৰ পিছৰ ফাইলটো হ'ল চান নামৰ ল'ৰা এটাৰ। আকুলতাৰ লগত সমস্যাবোৰ আৰু ধৰণসমূহ ভালেখিনি সাদৃশ্য আছে। Solution বোৰো লিখি থৈছিলোঁ তাত। মাকৰ

গৰ্ভাৱস্থাৰ কমপ্লেক্সচিটিৰ বাবে তেনে হৈছিল। এতিয়া সম্পূৰ্ণ Care যদিও চিকিৎসকৰ পৰামৰ্শ মাজে মাজে লৈ থাকে। তাৰ পাছৰটো দুটা শিশু লিয়ন আৰু নেৰীৰ। ল'ৰা-ছোৱালীহাল মানসিক বাধাগ্ৰস্ত। সম্পূৰ্ণ আৰোগ্য নহ'ল। লগতে থকা অন্য এটা ফাইল চকুত পৰিল মোৰ। প্ৰায় বাৰ বছৰীয়া ছোৱালী, নামটো জেৰিণা। বেলেগ ধৰণৰ মানসিক ৰোগ। ইন্টিমেট বান্ধৱীজনী ঢুকাল। তাৰ পাছৰে পৰাই স্কুললৈ যাবলৈ বাদ দিলে। অকলে অকলে থাকিবলৈ ভাল পায়। কাকো মাতবোল নকৰে। ৰুমৰ ভিতৰত সোমাই থাকে। কোনোবা সময়ত চিঞৰি চিঞৰি কান্দে আৰু কেতিয়াবা হাঁহি থাকে। মৃত বান্ধৱীৰ সৈতে কথা পাতি থাকে। টোপনি নাযায়। কাৰো কথাই নুশুনে। Medicine খাবও নিবিচাৰে। পিছত বহুত কষ্ট কৰি মই দিয়া Medicine খাদ্যৰ লগত মিহলি কৰি খুওৱাৰ ফলত লাহে লাহে তিনিবছৰমানৰ পাছত বহুখিনি আৰোগ্য হয়। এই বেমাৰবিধৰ লক্ষণসমূহ স্কিজোফ্ৰেনিয়াৰ লগত মিলে। আকুলতাৰ ডিস্কটো পুনৰ গডৰেজৰ কেচ বক্সত সযতনে ৰাখি বাকীকেইটা ফাইল নতুনকৈ জেৰক্স কৰাই লগতে গোটেই চাৰিওটা শিশুৰ disc আৰু report সমূহ মই আকুলতাৰ কাৰণে ৰেডি কৰি থ'লোঁ।

পিছদিনা দেওবাৰ। মই ৰাতিপুবা প্ৰাণায়াম কৰি গা ধুই ৰুমৰ পৰা ওলাই দেখো আমাৰ ঘৰখন মায়ে স্বৰ্গপুৰীৰ দৰে সজাই তুলিছে। মা চাগে কেতিয়াবাই উঠিল। ঘড়ী চাই দেখো ন বাজিবৰে হ'ল। ঘৰখনৰ প্ৰত্যেকটো ৰূম মোৰ নতুন নতুন লাগিল। নতুন পৰ্দা, নতুন বেডকভাৰ, দাইনিং কভাৰ ....। বাহিৰত গৈ দেখো কেতিয়ানো আনিলে ক'বই নোৱাৰো ড্ৰয়িংৰুমৰ চ'ফাৰ কোণৰ টাব দুটাৰ এটাত হালধীয়া ৰঙৰ গোলাপ আৰু আনটোত ডাঙৰকৈ ফুলা ৰঙা এপাহ ডালিয়া। চুকৰ আন এটা টাবত এডাল নতুন ধৰণৰ অৰ্কিড। ঘূৰি ঘূৰি ড্ৰয়িংৰুমটো চালোঁ মই। মায়ে পৰ্দাখন কোঁচাই সোমাই আহিল। মাৰ সাজত সেউজীয়া ৰঙৰ বুটা বচা মুগাৰ মেখেলা, হাত কটা সেউজীয়া ব্লাউজ আৰু কেঁচা মুগাৰ সেউজীয়া পাৰিৰ চাদৰ। বাহিৰলৈ গৈ দেখিলোঁ পানীৰ পাইপডাল হাতত লৈ যদুৱে গোটেই মহলটো ধুই চিক্‌চিকিয়া কৰি পেলাইছে। গোটেই ফুলনিখনৰ টাববোৰ জানো কেনেকৈ ফুলি উঠিল এদিনতে। মই জানো এইয়া মাৰ যাদু। মায়ে চাগে কালিয়েই যদুৰ হতুৱাই ওচৰৰ ৰ'জভেলি নামৰ নাৰ্চাৰীখনৰ পৰা ভালেখিনি ফুলৰ টাব সংগ্ৰহ কৰিছে। আচলতে মায়ে বাৰু ৰাতিটো ভালকৈ শুলেনে নাই। ভিতৰলৈ সোমাই গৈ দেখো সকলো আহাৰেই প্ৰস্তুত। পিঠা, লাডু, চিৰা-দৈতো বাদেই দুপৰীয়াৰ মাছ-মাংসৰ জোলখিনিও জুইৰ ওপৰত উতলি উতলি গোটেইখন মোক খা মোক খা কৰি আছে। মালৈ বেঙা লাগি চাই মই সুধিয়েই পেলালোঁ মই। 'মা, তুমি বাৰু ৰাতিটো ভালকৈ শুলানে নাই?' মায়ে মৰমৰ ধমকিৰে ক'লে, 'তোৰ দৰে মইতো শিশু বিশেষজ্ঞ নহয়। ৰাতি এপৰলৈকে ফাইল খুচৰি থাকিবলৈ। এই চাহকাপ খাই ভাল সাজ এযোৰ পিন্ধি এয়াৰপ'ৰ্টলৈকে যা। জোঁৱাই

আৰু নাতিনীজনী পাবহিৰে হ'ল।

মায়ে আগবঢ়াই দিয়া চাহকাপত ওঁঠ দুটা লগাই অনুপলৈ ফোন কৰিলোঁ। 'অনুপ গাড়ীখন লৈ তুমি এয়াৰপ'ৰ্টলৈকে যোৱা। ৰেণিতা আৰু চাৰ পাবহি নহয়। লৈ আহিবা তুমি। দুপৰীয়াৰ ভাতো ইয়াতে খাবা।

দুপৰীয়া প্ৰায় বাৰমান বজাত এলবাৰ্ট আৰু ৰেণিতা ঘৰ পালেহি। আহিয়েই ৰেণিতাই আইতাকক আৰু এলবাৰ্টে মোক সাবটি ধৰিলেহি। কিবা এক অস্বস্তিবোধ কৰিলোঁ মই। এইবিলাক কিয় জানো এতিয়া মোৰ একোৱেই ভাল নলগা হৈছে। কিছুসময়ৰ পাছত আমি সকলোৱে একেলগে দুপৰীয়াৰ সাজ খালোঁ। এলবাৰ্ট আৰু ৰেণিতাই মাৰ হাতৰ সুস্বাদু আহাৰৰ প্ৰশংসা নকৰাকৈ নাথাকিল। আবেলি পাঁচমান বজাত খুড়া-খুড়ী আৰু আকুলতাও আহি পালেহি। খুড়া-খুড়ীক মই বাটৰ পৰাই আগবঢাই আনিলোঁগৈ। আকুলতাক দেখিয়েই সাবটি ধৰিলোঁ মই। তাইৰ মুখখন মোৰ নিষ্পাপ ফুলৰ পাপৰিৰ দৰেই লাগিল। মুখ-হাত ধুই চাহ-জলপানৰ পৰ্ব শেষ কৰি উঠি মা ওলাল এলবাৰ্ট আৰু ৰেণিতাৰ লগত ফুৰিবলৈ। খুড়া-খুড়ীকো লগতে ল'লে। ৰেণিতাই মোক অলপ জোৰ কৰিছিল। মই আপত্তি কৰাত তাই পুনৰ আগৰ কথাকে দোহাৰিলে 'মাম্মী, ইউ আৰ ভেৰি ভেৰি বেকৱাৰ্ড ষ্টিল নাও।' মই একো নক'লোঁ।

তেওঁলোক ওলাই যোৱাৰ পাছত আকুলতাক লৈ মই ৰুমত সোমালোঁ। গৱেষণাৰ বিষয়বস্তু সম্বন্ধে তাইৰ লগত বহুখিনি আলোচনা কৰি মই যোগাৰ কৰি থোৱা file আৰু disc কেইটাও তাইক দেখুৱালোঁ। আমাৰ আলোচনা শেষ নহওঁতেই নিশা দহমান বজাত মাহঁতৰ গাড়ী ৰোৱাৰ শব্দ শুনিবলৈ পালোঁ। খৰধৰকৈ গোটেইবোৰ ঘৰলৈ সোমাই আহিল। মায়ে মোৰ ৰুমলৈ আহি ক'লে, 'মাধু, জোঁৱাইৰ ভীষণ আপত্তিত আমি বাহিৰতে খাই বৈ আহিলোঁ। তহঁত দুয়োজনীয়ে খাই-বৈ ল'চোন।' আমাৰ কামবোৰ সামৰি আকুক লৈ দাইনিং টেবুলত বহিলোঁ। যদুৱে ভাতৰ লগত চিটল মাছৰ তৰকাৰী, পালেং পনীৰ, আলুৰ ফ্ৰই, অলপ চালাড আনি দিলেহি। পৰম তৃপ্তিৰে নিশাৰ সাজ খাই বিছনাত উঠিলোঁ।

পিছদিনা পুৱা মই চেম্বাৰলৈ যাবলৈ সাজু হ'লোঁ। এলবাৰ্ট শুই উঠা নাই। নিতাও বিছনাত। মন সামৰিব নোৱাৰি ভুমুকি চালো তাইক। শ্লিপলেচ এটা চুটি ফ্ৰক। নিতম্ব ঢাকিব নোৱাৰা। তাইক দেখি লাজত দুচকু মুদ খাই গ'ল মোৰ। ইমান দিনৰ মূৰত এবাৰো, মাত্ৰ এবাৰো তাইৰ মন নগ'ল মাকৰ বুকুত মূৰ থৈ শুবলৈ। গাড়ীখন পটৰ পৰা বাহিৰলৈ উলিয়ালোঁ মই। ড্ৰাইভিঙ চিটৰ বিপৰীত ফালে আকুক বহুৱালোঁ মই। মাক মাত লগাই খুড়া-খুড়ী পিছৰ চিটত ভালকৈ বহি ল'লে। মায়ে নিজে কিবা উপহাৰ আগবঢ়ালে তেওঁলোকলৈ। পল্টন বজাৰত তেওঁলোকক নমাই দিয়াৰ পাছত মই আকুৰ ডিঙিত এডাল সোণৰ চেইন পিন্ধাই দিলোঁ। আকুৱে মোৰ মুখলৈ ভেবা লাগি চালে। সেই চেইনডাল মই

ৰেণিতাৰ কাৰণে গঢ়াইছিলোঁ আজি তিনিবছৰৰ আগতেই। যিদিনা ৰেণিতাই তাইৰ বাৰ্থডে পাৰ্টিত এটা উদণ্ড যুৱকৰ বুকুত লিপিট খাই নাচি থাকোঁতে মই তাইক বাধা দিছিলোঁ আৰু তাই মোক তাত গোট খোৱা সকলোবোৰ মানুহৰ আগত তাচ্ছিল্য কৰি কৈছিল, 'মাম্মী, ইউ আৰ ভেৰি বেকৱাৰ্ড'। এক ছেকেণ্ডো পলম নকৰি চেইনডাল হাতত মুঠি মাৰি লৈ মই সেইদিনা সেই স্থান ত্যাগ কৰিছিলোঁ আৰু আজি সেই চেইনডালকেই মই আকুৰ ডিঙিত খুব মৰমৰে পিন্ধাই দিছোঁ। কাৰণ মোৰ মৰমৰ যোগ্য আকুহে, ৰেণিতা নহয়। ৰেণিতাক মই জন্ম দিছোঁ, কিন্তু সংস্কাৰ দিব পৰা নাই। যি সংস্কাৰ, যি নম্রতা, যি মাৰ্জিত ব্যৱহাৰ আকুৰ আছে ৰেণিতাৰ নাই। আকুৰ হাতত সকলো গৱেষণাৰ প্ৰয়োজনীয় নথি-পত্ৰ দি গাড়ীত উঠাই দিলোঁ। উভটি দুখোজ দিওঁতেই আকু পুনৰ নামি আহিল গাড়ীৰ পৰা, একেথৰে মোৰ মুখলৈ চালে তাই। দৌৰি গৈ মই আকুৰ কপালত এটা চুমা আঁকি দি অলপো পলম নকৰি চেম্বাৰলৈ বুলি মোৰ গাড়ীৰ ষ্টিয়েৰিঙত হাত থ'লোঁ। সেই সময়ত মই অনুভৱ কৰিলোঁ আজি যিটো গৱেষণাৰ কামত আকুৱে ইমানবোৰ তথ্য সংগ্ৰহ কৰিছে, Autism Disorder ৰ ওপৰত, তাইতো নাজানে, যে তাইও আছিল সেই শিশুবোৰৰ মাজৰে অন্য এজন, আছিল অন্য এক অন্তৰা। যিয়ে ভগৱানৰ হাজাৰ হাজাৰ আশীৰ্বাদত, মা আৰু খুড়া-খুড়ীৰ অশেষ চেষ্টাত আৰু মোৰ চিকিৎসাত আজি এজনী শাৰিৰীক আৰু মানসিকৰূপে ষ্টেবল ছোৱালী হিচাপে নিজকে প্ৰতিষ্ঠা কৰিব পাৰিছে। মইও বিচাৰো, তাই কেতিয়াও নাজানক তাইৰ শিশু কালছোৱাৰ কথা, কোনেও জনাব নালাগে তাইক, তাই পাহৰি যাওক যে তাইক চিকিৎসা কৰা মই তাইৰ ডাক্তৰণী বাইদেউ নহয়, মই তাইৰ আটাইতকৈ আপোন মাধু বাইদেউহে। মাত্ৰ সদায় তাইৰ মনলৈ এইটো আহক 'As a general child she is very very genious and sweety girl."

(N.B : এই গল্পটোৰ কাহিনীভাগ তথা চৰিত্ৰসমূহ লেখিকাৰ কল্পনাপ্ৰসূত যদিও Autism Disorder নামৰ ৰোগবিধৰ বিষয়ে শিশু মনোৰোগ বিশেষজ্ঞ ডাঃ মৌচুমী বৰকটকীৰ নন্দিনীৰ পাটত প্ৰকাশিত লেখা আৰু S.P. Chaube ৰ Abnormal psychology নামৰ কিতাপখনৰ সহায় লোৱা হৈছে।) ◈

# ২৭ | পৰিক্ৰমণত অৰ্ধআকাশ

ৰাজশ্ৰী হাজৰিকা



বাছৰ খিৰিকীৰে ঋতুপৰ্ণাই চৌদিশে চাই পঠিয়ালে। সময় পুৱা সাত বাজিছে। কেইজনমান যাত্ৰীক বুকুত লৈ আৰু কেইজনমান যাত্ৰীৰ অপেক্ষাত বাছখন ৰৈ আছে। শীতকালিৰ পুৱাটোৱে এওামুৰি দিছে, ব্যস্ত জনজীৱন সাৰ পাই উঠিছে। নগৰ এখনে সাৰ পাই উঠা চাই তাই বৰ ভাল পায়। কিছু সংশয়, কিছু সম্ভাৱনা বোকোচাত বান্ধি নগৰখন সাৰ পাই উঠে আৰু দিনটোৰ অনিশ্চয়তাৰ ফালে ঘড়ীৰ কাঁটাৰ সৈতে খোজ মিলাই আগবাঢ়ি যায়। একোটি পুৱাই এবুকু নৱ সম্ভাৱনাৰ পোহাৰ মেলে।

আজি ঋতুপৰ্ণাৰ মনত আনন্দৰ কোলাহল। আজি তাই ত্ৰিনিশ কিল'মিটাৰ দূৰৰ সৰু নগৰখনত থকা তাইৰ মৰমৰ বায়েক সীমাৰ ওচৰলৈ যাবলৈ ওলাইছে। ঋতুপৰ্ণাহঁতৰ দূৰ সম্পৰ্কীয় পেহীয়েক এগৰাকীৰ ছোৱালী সীমা সিহঁতৰ ঘৰতে ডাঙৰ-দীঘল হৈছিল। ঋতুপৰ্ণাৰ শৈশৱ, কৈশোৰৰ নানাৰঙী দিনবোৰ সীমা বাইদেউৰ মৰমৰ আঁচলৰ তলতে পাৰ হৈছিল। বুকুত এসাগৰ মৰম থকা সীমাবাৰ কথা ভাবিলে তাইৰ সদায় ফুলি থকা শেৱালিজোপালৈ মনত পৰে। সুৰভিৰে, সৌন্দৰ্যৰে ভৰপূৰ। সীমাৰ বিয়া হোৱা দহবছৰমানেই হ'ল। কিন্তু সন্তানহীন হোৱা বাবে সীমা বাইদেৱে যোৱা আঠ-ন বছৰে পৰিয়ালৰ, সমাজৰ বহু প্ৰশ্নৰ, অৱহেলিত দৃষ্টিৰ, তিক্ত বাক্যবাণৰ সন্মুখীন হৈ অত্যন্ত মানসিক অশান্তিৰ মাজত দিন কটাইছে। অৱশেষত সীমা আৰু তেওঁৰ স্বামীয়ে এজনী কণমানিক দত্তক কন্যা হিচাপে তুলি লৈ এক নতুন জীৱন আৰম্ভ কৰিবলৈ লৈছে। খবৰটো শুনি ঋতুপৰ্ণা অত্যন্ত সুখী হৈছে। খবৰটো শুনিয়েই তাই নিজৰ ব্যস্ত জীৱনৰ পৰা দুটা দিন উলিয়াই সীমাৰ কাষলৈ যাবলৈ ওলাইছে। যেন তাই একে দৌৰে গৈ সীমা বাইদেউৰ কোলাত সোমাবগৈ— তেওঁৰ অমিয়াসৰা হাঁহিটি হেঁপাহ পলুৱাই চাব শৈশৱৰ দিনৰ

দৰে।

—তোমাৰ হাঁহিটো একেবাৰে মাদাৰ টেৰেচাৰ দৰে। মানুহজনীও তুমি বৰ মৰমিয়াল, বুকুত যেন লৈ ফুৰা মৰমৰ মৌচাক! সীমা বা, তোমাৰ হাঁহিটোৱে কথা কয়। আগতে প্ৰায়েই ঋতুপৰ্ণাই সীমাক এনেধৰণৰ কথা কৈছিল।

—যাঃ এইজনী বুলি পুনৰ হাঁহিছিল সীমাই প্ৰাণ চুই যোৱা, চমকত বিজুলীয়ে নাচি উঠ মিঠা হাঁহিটি। সেই হাঁহি যোৱা আঠোটা বছৰে ক'ত যে হেৰাই গৈছিল! বৰ সন্তৰ্পণে ঋতুপৰ্ণা পলাই ফুৰিছিল তাইৰ মৰমৰ সীমাবাৰ পৰা। দুখ কৰিছিল সীমাই— 'আজিকালি মাইনুৰ মোৰ বাবে সময়েই নোহোৱা হ'ল।' কিন্তু ঋতুপৰ্ণাই তেওঁক ক'ব পৰা নাছিল— হাঁহি হেৰাই যোৱা সীমাবাজনী যে তাইৰ কাৰণে বৰ অচিনাকি! অৱশেষত সীমাবাই বহু বাধা-বিঘিনি নেওচি আঁকোৱালি ল'লে কণমানি পৰী এজনীক। পৰীজনীয়ে নিশ্চয় তেওঁক পুনৰ হাঁহিবলৈ শিকাব। কেনেকুৱা হ'ব বাৰু ছমহীয়া পৰীজনী? এৰা, 'পৰী'তকৈ সুন্দৰ নাম আৰু তাইৰ বাবে কি হ'ব পাৰে! তাই হ'ব এপাহি ফুলৰ দৰে সুগন্ধি আৰু সুন্দৰ। সীমাবাৰ মৰমৰ ছাঁয়াত ডাঙৰ হৈ তায়ো চকুৰে হৃদয়ৰ ভাষা প্ৰকাশ কৰিবলৈ শিকিব। চিন-অচিন প্ৰতিজন লোকৰ দুখত কান্দিব পৰা তাইৰ এখন কোমল হৃদয় থাকিব। পৰীজনীক চাবলৈ উদ্বাউল হৈ উঠিল ঋতুপৰ্ণাৰ মন।

—মাজনী, সেইফালে নাযাবা। হঠাৎ এগৰাকী মহিলাৰ মাত শুনি ঋতুপৰ্ণাই সেইফালে চাই পঠিয়ালে। এজনী পাঁচ-ছয়বছৰীয়া ছোৱালী। কান্ধত বেগ, হাতত পানীৰ বটল। অফুৰন্ত সম্ভৱনাৰে ভৰপূৰ পখিলাৰ দৰে প্ৰাণময় কণমানিজনীৰ চকুত যেন হেজাৰ কোমল-আমল স্বপ্নই প্ৰাণ পাই উঠিছে। লগত নিশ্চয় সেয়া মাক— কোলাত এটি কেঁচুৱা। মাকে চাগে তাইক স্কুলবাছত তুলি দিবলৈ আহিছে। কোলাৰ কেঁচুৱাটোৱে আমনি কৰাত তাক নিচুকাবলৈ অলপ আঁতৰি যাওঁতে ছোৱালীজনীয়ে ৰাস্তাৰ ফালে দৌৰ মাৰিছিল। মাকে লৰৰি আহি তাইৰ হাতত ধৰিলেহি। চঞ্চল কণমানিজনীক দেখি ঋতুপৰ্ণাৰ সুষমালৈ মনত পৰিল। ঠিক ইমানজনীয়েই আছিল সুষমা। মাক-দেউতাকৰ সৈতে ফুৰিবলৈ ওলোৱা সুষমাই এনেদৰেই পথৰ দাঁতিত বাছৰ কাৰণে অপেক্ষা কৰি আছিল। কিন্তু মুহূৰ্ততে তাই নোহোৱা হ'ল। মাক-দেউতাকে ভাবিলে পখিলা এটা বা ফুল এপাহ দেখি তাই অলপ দূৰলৈ আঁতৰি গৈছে, তাই যে ইমান চঞ্চল! কিন্তু তাই ঘূৰি নাহিল। কেইদিনমানৰ পাছত তাইৰ বিধ্বস্ত মৃতদেহ এটা নৰ্দমাৰ পৰা উদ্ধাৰ কৰা হ'ল। সেই কণমানি ফুলৰ পাহি যেন দেহটিত আছিল কামুক পিশাচৰ অমানবীয় আঁচোৰ। সেই আঁচোৰৰ বিষ কেৱল সুষমাৰ মাক-দেউতাকৰ বুকুতেই লগা নাছিল, লাগিছিল ঋতুপৰ্ণাৰ দৰে আৰু বহুতৰে বুকুত—

হেৰাই গৈছিল যাৰ চিৰদিনৰ বাবে মানুহ আৰু মানৱতাৰ ওপৰত থকা গভীৰ বিশ্বাস! বহুদিনৰ মূৰত সুষমাৰ কথা মনত পৰি ঋতুপৰ্ণাৰ দুচকু সেমেকি উঠিল।

হেন্দোলনি এটা তুলি বাছখনে যাত্ৰা আৰম্ভ কৰিলে। ইতিমধ্যে বাছখন যাত্ৰীৰে ভৰি পৰিছে। প্ৰায়বিলাক যাত্ৰীয়েই বাতৰি কাকতৰ হেডলাইনত চকু ফুৰাইছে। তাই কাষৰ আসনৰ যাত্ৰীগৰাকীলৈ চালে। কলেজীয়া ছাত্ৰী যেন অনুমান হোৱা এজনী যুৱতী। পৰিপাটিকৈ ৰুচিসন্মত সাজ-পাৰ পিন্ধা, প্ৰসাধনহীন মুখৰ বৰ সৰল যেন লগা ছোৱালীজনীক ঋতুপৰ্ণাৰ বৰ পৰিচিত যেন লাগিল। ইমান চিনাকি চকু-মুখ! উজ্জ্বলতা আৰু অনুসন্ধিৎসাৰে পৰিপূৰ্ণ এযুৰি মৰম লগা আয়ত চকু। 'শ্ৰুতি'— বিজুলী চমকৰ দৰে ঋতুৰ মন দাপোনত এখনি চিনাকি মুখ উদ্ভাসিত হ'ল। তাইৰ বান্ধৱী স্বাশ্বতীৰ ভনীয়েক শ্ৰুতি। দহিকতৰা চৰাইজনীৰ দৰে জঁপিয়াই ফুৰা শ্ৰুতিজনী এদিন প্ৰাণপ্ৰাচুৰ্যৰে ভৰপূৰ এজনী যুৱতীত পৰিণত হৈছিল। সুখ্যাতিৰে হাইস্কুল শিক্ষান্ত পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ পাছত শ্ৰুতিয়ে নগৰৰ সকলোতকৈ নামী কলেজখনত নামভৰ্তি কৰিছিল। মনপুতি পঢ়া-শুনা কৰি তাই চিকিৎসক হৈ জনসেৱা কৰাৰ সপোন দেখিছিল। কিন্তু তাইৰ সপোন সফল নহ'ল। তাইৰ প্ৰেম প্ৰত্যাশী সহপাঠী এজনক প্ৰত্যাখ্যান কৰাত শ্ৰুতিৰ মুখত সেই যুৱকে এচিড ছটিয়াই তাইৰ জীৱনলৈ কাল-অমানিশা নমাই আনিলে। প্ৰাণ চঞ্চলতাই টগ্‌বগাই থকা শ্ৰুতিৰ দুচকুৰ জেউতি চিৰদিনলৈ হেৰাই গ'ল। লগতে হেৰাই গ'ল মনৰ উদ্যম, আশা-আকাংক্ষা। বন্ধ কোঠাৰ ভিতৰত সোমাই আজি শ্ৰুতিয়ে এক অনিশ্চয়তাৰ জীৱন কটাবলৈ বাধ্য হৈছে। শ্ৰুতিৰ কথা ভাবি থাকোঁতে ঋতুপৰ্ণাৰ দুগালেৰে চকুলো বাগৰি আহিল।

.... হঠাৎ বাছখন ৰৈ যোৱাত ঋতুপৰ্ণাই সাৰ পালে। তাইৰ চিল্‌মিলকৈ টোপনি আহিছিল। বাছখন ইয়াত আধাঘন্টামান ৰ'ব। প্ৰায়বিলাক যাত্ৰীয়েই চাহ খাবলৈ নামি গৈছে। হাত-ভৰিৰ জঠৰতা আঁতৰ কৰিবৰ বাবে ঋতুপৰ্ণাও নামি আহিল। চাহ একাপ খাই তাই কাকত-আলোচনী দুখনমান কিনি আনিবৰ বাবে ওচৰতে থকা দোকানখনলৈ গ'ল। দোকানখনৰ গৰাকী, এগৰাকী হাঁহিমুখীয়া বাংগালী যুৱতী। তেওঁ হাঁহি মাৰি তাইক স্বাগতম জনালে। কথা পাতি তাই গম পালে যুৱতীগৰাকীয়ে স্নাতক ডিগ্ৰী লাভ কৰাৰ পাছত বেংকৰ সহায় লৈ কিতাপ-পত্ৰৰ দোকানখন আৰম্ভ কৰি স্বাবলম্বী হ'বলৈ যত্ন কৰিছে। সৰুতেই পিতৃহাৰা হোৱা যুৱতীগৰাকীয়ে আজি দুজন ভায়েকক ভালদৰে কলেজত পঢ়ুৱাবলৈ সক্ষম হৈছে। তেওঁৰ লগত কথা পাতি ঋতুপৰ্ণাৰ ভাল লাগিল। দুখন আলোচনী কিনি, যুৱতীগৰাকীৰ পৰা বিদায় লৈ তাই বাছত উঠিলহি। বাছ এৰাৰ সময়ত তাই যুৱতীগৰাকীলৈ

চাই পঠিয়ালে। তেওঁ গ্ৰাহকৰ লগত ব্যস্ত। তেওঁৰ আত্মবিশ্বাসী ব্যক্তিত্বই ঋতুপৰ্ণাৰ চকুৰ আগলৈ অন্য এগৰাকী যুৱতীৰ ছবি কঢ়িয়াই আনিলে। সেই ছবি ৰঞ্জিতাৰ— সহসী যুৱতী ৰঞ্জিতা দুৱৰা। ৰঞ্জিতাই ভালদৰে এম. এ. পাছ কৰিও চাকৰি এটা পোৱা নাছিল। কাৰণ তাইৰ উপঢৌকন দিয়াৰ সামৰ্থ নাছিল, নাছিল কোনো মন্ত্ৰী-বিধায়কৰ আশ্বাস। ঘৰৰ একমাত্ৰ সন্তান ৰঞ্জিতা। দেউতাকে বেচৰকাৰী প্ৰতিষ্ঠান এটাৰ সৰু চাকৰিৰ পৰা অৱসৰ লৈছিল। তেখেতে অৱসৰৰ সময়ত লাভ কৰা সীমিত ধনেৰে ৰঞ্জিতাই এটা পি. চি. অ'. আৰু কম্পিউটাৰ চেন্টাৰ আৰম্ভ কৰিছিল। ৰাংঢালী ছোৱালীজনীয়ে দিনে-ৰাতিয়ে পৰিশ্ৰম কৰিছিল। অসুখীয়া মাকৰ হাৰ্টৰ অপাৰেচন কৰোৱাৰ, ঘৰটো ভালদৰে মেৰামতি কৰি মাক-দেউতাকক সুখত ৰখাৰ পৰিকল্পনা কৰিছিল। কষ্টক কষ্ট নোবোলা ৰঞ্জিতাৰ মুখৰ পৰা অৱশ্যে হাঁহি আঁতৰা নাছিল। কিন্তু সেই হাঁহি এদিন অন্তৰ্হিত হ'ল। ৰাতি এঘাৰ বজাত পি. চি. অ'. বন্ধ কৰি ঘৰলৈ উভতি আহোঁতে সুৰামত্ত এদল যুৱকৰ তীব্ৰবেগী গড়ীৰ খুন্দাত ৰাংঢালী ৰঞ্জিতাই থিতাতে প্ৰাণ হেৰুৱাবলগীয়া হ'ল। ৰঞ্জিতা হেৰাই গ'ল। তাইৰ লগতে হেৰাই গ'ল তাইৰ পিতৃ-মাতৃৰ সকলো আশা-আকাংক্ষা। এদল উদণ্ড যুৱকৰ খন্তেকীয়া আনন্দই, বিবেকহীন কাৰ্য-কলাপে নিমিষতে এটা পৰিয়ালৰ হাঁহি কাঢ়ি লৈ গ'ল। ৰঞ্জিতাৰ আত্মবিশ্বাসেৰে ভৰপূৰ মুখখনিলৈ মনত পৰি ঋতুপৰ্ণাৰ বুকুখন বিষাই উঠিল। জোৰ কৰি মনৰ পৰা বিষাদৰ ভাব আঁতৰাবলৈ যত্ন কৰিলে ঋতুপৰ্ণাই। বাছখন আহি অন্য এটা ষ্টপেজত ৰ'লহি। বুট, বাদাম, তামোল লৈ কেইবাজনো বিক্ৰেতা উঠি আহিল। যাত্ৰীসকলে তেওঁলোকৰ সৈতে বস্তুৰ দৰদাম কৰি দীঘলীয়া বাছযাত্ৰাৰ আমনি দূৰ কৰিবলৈ যত্ন কৰিছে। তাই যাত্ৰীসকলৰ খদৰ্মদম চাই মনৰ বিষাদ আৰু অৱসাদ দূৰ কৰিবলৈ চেষ্টা কৰিলে। দুগৰাকী মহিলা আহি ঋতুপৰ্ণাৰ আসনৰ সমান্তৰালকৈ থকা আসন দুখনত বহিল। ইয়াৰে এগৰাকী কমবয়সীয়া বোৱাৰী। তেওঁৰ শিৰত দগ্‌মগীয়া সেন্দূৰ, মুখত লজ্জাৰুণ আভা। আনগৰাকী মহিলা বয়োজ্যেষ্ঠা, হয়তো তেওঁৰ মাক। মাক যেন লগা মহিলাগৰাকীয়ে আনগৰাকীক অনৰ্গল উপদেশ দি আছে—'ভালকৈ যাবি মা, মুখখন বেয়া লাগিলে আদা বা ইলাচী মুখত দিবি, বেগৰ ওপৰৰ খাপতে দিছোঁ। পানীৰ বটলো সৰু বেগটোত ভৰাই দিছোঁ। তোক অকলে পঠিয়াবলৈ বৰ বেয়া লাগিছে অ', কিন্তু কি কৰিবি ককায়েৰে ছুটী নাপালে, ময়োনো ঘৰখন এৰি হঠাৎ কেনেকৈ যাওঁ! ইফালে জোঁৱায়েও তোক সোনকালে মাতি পঠিয়াইছে। তেৱেঁইবা আহে কেনেকৈ— ইমান ডাঙৰ চাকৰি কৰা মানুহ, ইমান ব্যস্ত— মই জানো নহয়। তোক এনেকৈ বাছত অকলে পঠিয়ালে তেওঁ খঙেই কৰেনেকি? তেওঁ খং-ৰাগ কৰিলেও সহি-সামৰি থাকিবি।

ভালকৈ থাকিবি আই, তোৰ সুখেই আমাৰ সুখ'— কথাখিনি কৈ থাকোঁতে মানুহগৰাকীৰ দুচকুত চকুলো জিলিকিল। বাছ চলিবৰ সময় হ'ল, তেওঁ নামি গ'ল। জীয়েকে খিৰিকীৰে হাত জোকাৰিলে। বাছখনে পুনৰ গতি ল'লে। ঋতুপৰ্ণাই বোৱাৰীগৰাকীলৈ চালে। কিমান সপোন, কিমান আশাৰে ভাৰাক্ৰান্ত তেওঁৰ দুচকু! ঠিক মনামীবাৰ দৰেই। তাইৰ কলেজীয়া জীৱনৰ হোষ্টেলৰ ৰুমমেট মনামীবা। সংবেদনশীল মন এটিৰ গৰাকী মনামীয়ে বৰ ধুনীয়া গান গাইছিল, ফুল আৰু শিশু খুব ভাল পাইছিল। এম. এ. পাচ কৰাৰ পাছতে প্ৰতিষ্ঠিত ব্যৱসায়ী এজনৰ সৈতে মনামীৰ বিয়া হৈ গৈছিল। সেন্দুৰৰ ফোঁট-ৰেঘা, বুটা বছা উজ্জ্বল ৰঙৰ পাটৰ কাপোৰ, সোণৰ গহনাৰ মাজত জোন যেন হৈ জিলিকি থকা মনামীক ওচৰ-চুবুৰীয়া, আত্মীয়-স্বজনে বাৰে বাৰে কৈছিল— 'তই বৰ ভগাৱতী অ' মণি। দৰাঘৰ বৰ ধনী-মানী, সমাজৰ এঘৰ লেখৰ মানুহ। তই খুব সুখত থাকিবি।' মাক-দেউতাকৰ চকুৱে-মুখে গৌৰৱ আৰু প্ৰশান্তিৰ আভা জিলিকি উঠিছিল। ঋতুপৰ্ণাই মনামীক জোকাইছিল— 'মনামী বা, এতিয়াতো তুমি আমাক পাহৰিবাই— ভিনদেৱে তোমাক সকলো সুখ-দুখ, পুৰণা স্মৃতি পাহৰাই ৰাখিব। জোনাকত বহি যেতিয়া কবিতা গাই থাকিবা ভিনদেউৰ সৈতে, তেতিয়া কিন্তু মোলৈ মনত পেলাবা।' সদায় কম কথা কোৱা মনামীয়ে মিচিকিয়াই হাঁহি কৈছিল— 'তেওঁ বা কবিতা ভাল পায়নে নাপায়!'

—নাপালেও তোমাৰ লগত থাকি থাকি কবিতা লিখিব পৰা, গান গাব পৰা হৈ যাব, চিন্তা নকৰিবা মনামী বা। ঋতুপৰ্ণাইও হাঁহি হাঁহি কৈছিল।

বিয়াৰ ছমাহমানৰ পাছত কিছুদিন থকাকৈ মাকৰ ঘৰলৈ অহা মনামীক লগ পাবলৈ ঋতুপৰ্ণা দৌৰি গৈছিল। কিন্তু মনামীৰ চেহেৰা দেখি তাই আচৰিত হৈ পৰিল। ক'ত সেই সপোনে টল্‌মল্ কৰা চকু, সেই আশা ভৰা দৃষ্টি! মনামীৰ দুচকুত আছিল মাথোন আশা-ভংগৰ বেদনা। ঋতুপৰ্ণাই বহুবাৰ সোধাৰ পাছত মনামীয়ে কৈ পেলাইছিল কিদৰে কেৱল টকা-পইচা, সা-সম্পত্তিকহে মূল্য দিয়া স্বামীৰ হাতত তাই পদে পদে লাঞ্ছিতা হৈছে; নাৰীক পণ্য সামগ্ৰী জ্ঞান কৰা স্বামীৰ কথাই, কাৰ্যই তাইক উপৰ্যুপৰি আঘাত কৰি মানসিকভাৱে বিধ্বস্ত কৰি পেলাইছে।

—সেইখন ঘৰত ধন-সম্পদ, বিলাস-বৈভৱ সকলো আছে; মাথোন মৰম-চেনেহ, পাৰস্পৰিক শ্ৰদ্ধা আৰু আত্মীয়তাহে নাই। তই ভাবিব নোৱাৰিবি ঋতু, মই কেনে এটা পৰিৱেশত জীয়াই আছোঁ। অকল সেয়াই নহয়, মোৰ স্বামীৰ পৰিয়াল বহু জঘন্য অপৰাধৰ সৈতেও জড়িত হৈ আছে। চাকৰি দিয়াৰ নামত মোৰ স্বামীয়ে বহুত ছোৱালীৰ জীৱন ধ্বংস কৰিছে। মোৰ শাহু আৰু দেওৰে মিলি যৌতুকৰ বাবে অত্যাচাৰ কৰি সৰু জা

পূর্ণিমাক জ্বলাই মাৰিবলৈ চেষ্টা কৰিছে— তাই এতিয়া মৃত্যুৰ সৈতে যুঁজি আছে!

—বন্ধ কোঠাৰ ভিতৰত ঋতুপৰ্ণাৰ সন্মুখত মনামীয়ে মনৰ দুৱাৰ খুলি দিছিল। তাই ঋতুৰ কান্ধত মূৰ থৈ হেঁপাহ পলুৱাই কান্দিছিল। গীত আৰু কবিতাৰে, শৰতৰ মায়াময় জোনাকেৰে জীৱনক সজাই তুলিবলৈ হেঁপাহ কৰা মনামীৰ এই বিধ্বস্ত ৰূপ দেখি ঋতুপৰ্ণা হতবাক হৈ পৰিছিল।

—তুমি সেইখন নৰকৰ পৰা আঁতৰি আহা মনামীবা, এনেকৈ তোমাৰ জীৱন ধ্বংস নকৰিবা। কান্দি থকা মনামীক সাবটি লৈ ঋতুপৰ্ণাই কৈছিল।

—নোৱাৰোঁ অ' মই। — হুমুনিয়াহ কাঢ়ি কৈছিল মনামীয়ে— 'মা-দেউতাৰ সন্মুখত মই সুখী জীৱনৰ অভিনয় কৰি আছোঁ। তেওঁলোক মোৰ সুখতেই সুখী। মই যদি ঘৰলৈ উভতি আহোঁ, তেওঁলোক জীয়াই জীয়াই মৰি থাকিব। মোৰ ভনী দুজনীৰ ভৱিষ্যৎ অন্ধকাৰ হৈ পৰিব। মোৰ এই আপোনসকলক জীয়াই ৰাখিবৰ বাবেই মই মৰি মৰি জীয়াই থাকিব লাগিব।'

কথাবিলাক কাকো নক'বলৈ ঋতুপৰ্ণাক মনামীয়ে শপত দিছিল। বুকুত গধুৰ বোজা এটা বান্ধি নীৰৱে আঁতৰি আহিছিল ঋতুপৰ্ণা। তাৰ পাছত দীৰ্ঘদিন ধৰি তাই মনামীৰ কোনো খবৰ পোৱা নাই। কেনে আছে তাইৰ মৰমৰ মনামীবা? ধূপকাঠিৰ দৰে জ্বলি জ্বলি সৌৰভ বিলাই থাকি নিজকে নিঃশেষ কৰি অনা মনামীৰ মনৰ খবৰ ল'বলৈ ওলাইছেনে কোনোবা আপোনজন এই বিশাল পৃথিৱীত?...

—বহো দেই, আইজনী। হঠাৎ মাত এষাৰ শুনি ঋতুপৰ্ণাই মূৰ তুলি চালে। ওঁঠত হাঁহিৰে এগৰাকী বৃদ্ধা। তায়ো এটি হাঁহিৰে সন্মতি জনালে। বৃদ্ধাগৰাকী তাইৰ কাষৰ খালী আসনখনত বহি পৰিল। পৰিষ্কাৰ শুভ্ৰ সাজ পিন্ধা মহিলাগৰাকীৰ গালে-মুখে বয়সৰ নিষ্ঠুৰ আঁচোৰ। মুখত লাগি আছে হাঁহি, কিন্তু চকুযুৰি আচৰিত ধৰণে কৰুণ! ঋতুপৰ্ণাই মানুহগৰাকীলৈ মনোযোগেৰে চালে। ক'ত দেখিছিল তাই এনে এখনি ক্লান্ত মুখ, এনে এযুৰি কৰুণ নয়ন? এৰা, মনত পৰিছে। মানুহগৰাকী সাইলাখ অমিয়া আইতাৰ দৰে। যৌৱনতে বিধৱা হোৱা অমিয়া আইতাই কিমান কষ্টেৰে দুটি পুত্ৰক ডাঙৰ-দীঘল কৰিলে সেই কথা ঋতুপৰ্ণাই মাক-বৰমাকৰ পৰা শুনিছে। কি কৰা নাছিল তেওঁ— ঘৰে ঘৰে কাম কৰিছিল, আনৰ পথাৰত ৰোৱা-তোলা কৰিছিল, ধান বানিছিল, কাপোৰ বৈছিল। তেওঁৰ কষ্টৰ ফলতে তেওঁৰ দুই পুত্ৰ সমাজত প্ৰতিষ্ঠিত হ'ল। মাকে চৰাই পোৱালিৰ দৰে ডেউকাৰ তলত লুকুৱাই ৰখা ল'ৰা দুটা এদিন খুটি খাব পৰা হ'ল, কিন্তু মাক সিহঁতৰ জীৱনত অপ্ৰয়োজনীয় হৈ পৰিল। পুত্ৰ-বোৱাৰীৰ আধুনিক সংসাৰত এলাগী হৈ পৰা অমিয়া

আইতাই স্থান পালেগৈ বৃদ্ধাশ্ৰমত। এতিয়া তাতে তেওঁ নিসংগ জীৱন কটাই আছে।....

বাছৰ খিৰিকীৰে দূৰ দিগন্তত দৃষ্টি ৰাখি বেদনাত গধুৰ হৈ পৰিল ঋতুপৰ্ণাৰ ভাগৰুৱা মন। যি উৎসাহেৰে তাই এই যাত্ৰা আৰম্ভ কৰিছিল, সেই উৎসাহ যেন স্তিমিত হৈ আহিল। এনেদৰে আৰু কিমানদিন.... ? কিমান দিনলৈকে নাৰীয়ে অন্যায়, অবিচাৰ সহিব লাগিব; ধৰিত্ৰীকন্যা সীতাৰ দৰে কিমানদিনলৈকে পদে পদে কঠোৰ অগ্নিপৰীক্ষা দিব লাগিব ? পূৰ্ণ মানুহৰ মৰ্যাদা পাবলৈ নাৰীক আৰু কেইটা যুগ লাগিব ? সহস্ৰ প্ৰশ্নৰ কোলাহলে ঋতুপৰ্ণাক ব্যতিব্যস্ত কৰিবলৈ ধৰিলে। ... ইতিমধ্যে বেলি লহিয়াবলৈ ধৰিছে। ঋতুপৰ্ণাৰ গন্তব্যস্থল ওচৰ চাপি আহিছে। আৰু কিছুসময়ৰ পাছতে তাই সপোনৰ পৰীজনীক দেখা পাব। তাইৰ মৰমৰ পৰীজনী যেনেকুৱাই নহওক, জীৱনত তাই যেন সুখী হয়। তাই নাৰী হৈ উঠক নাৰীত্বৰ সম্পূৰ্ণ সুষমাৰে, কিন্তু সৰ্বোপৰি তাই হৈ উঠক মানুহ— মানুহৰ সম্পূৰ্ণ অধিকাৰেৰে, সন্মানেৰে, স্বীকৃতিৰে। আবেলিৰ অস্তমিত সূৰুযৰ ৰাঙলী কিৰণলৈ চাই ঋতুপৰ্ণাই সৰ্বান্তঃকৰণেৰে তাকেই কামনা কৰিলে। ◈

# ২৮ | অস্তাচলত সূৰ্যৰ এটি ৰং

নীলিমা বৰা



শূন্য কোঠালিটোত নীৰৱতাই বিৰাজ কৰিছিল। পৰিৱেশটো অপ্ৰত্যাশিত হ'লেও বকুলীয়ে সহ্যাতীত বুলি নেভাবিলে। কাৰণ তাৰ ওপৰতে তাইৰ আনন্দকণ নিৰ্ভৰ কৰিছে। —তাইৰ নিশ্বাসৰ স্বৰে মুহূৰ্তবোৰ জোকাৰি গ'ল।

সোঁহাতৰ তলুৱাৰে মুখখন মোহাৰি বুকলীয়ে কপালখন হেঁচি ধৰিলে। ব্যাকুলতাই তাইক অস্থিৰ কৰি তুলিলে। সামান্যভাৱে পৰ্দাখন দাঙি খিৰিকীৰ চকু এটাৰে তাই বাহিৰলৈ জুমি চালে। নাই নিঃসাৰ নিশব্দ। দ্বাদশী জোনৰ পোহৰত শুই আছে প্যাথৰা।

বলেনে তাইক সি থকা গুৱাহাটীৰ এই আওহতীয়া ঠাইৰ মেছটোলৈ লৈ আহিছে। বলেন তাইৰ গাঁৱৰে ল'ৰা। লগৰ দুজন পূজাৰ বন্ধত ঘৰলৈ গৈছে। এইটোৱে সুৱৰ্ণ সুযোগ।

বকুলী কোনো দিনেই গাঁৱৰ পৰিৱেশৰ দেওনা পাৰ হোৱা নাই। চহৰৰ কৰিব লগা কামবোৰ তাইৰ স্বামী প্ৰমোদেই চম্ভালিছিল। সাতোটা বছৰ পাৰ হ'ল মানুহটো মৰি থাকিল। ভালেই হ'ল, মানুহজনে মুক্তি পালে। তাইহে এতিয়া জীৱন পৰিক্ৰমাত এটা জীয়া শ।

সৰ্বগ্ৰাসী সময়ে তাইক আজি মহানগৰলৈ লৈ আহিছে। আনন্দৰ মাজতো, তাইৰ চকুপানীবোৰ অবাধ গতিত বৈ আহিল। কলিজা ফালি বকুলীৰ হুমুনিয়াহ এটা ওলাই আহিল। বলেনে দিয়া প্ৰস্তাৱটোত বকুলী স্তম্ভিত হৈছিল। অথচ সেই আশাই তাইৰ হতাশপূৰ্ণ জীৱনটোত ৰ'দ এচেৰেঙা হৈ বৈ আছিল। তাইৰ জীৱনৰ মসৃণতা কেতিয়াবাই মচ খাইছে। এতিয়ানো কি? যদি তাইৰ আটাইতকৈ মহত্বপূৰ্ণ কাৰ্যটোৱে সমাধা হয়, গাঁও

কিয় তাৰ বাবে দেশো এৰিব পাৰিব। আৰু যদি বিফল হয়, আৰু অলপ হতাশা, মনোকষ্ট। এইবোৰে তাইৰ আৰু মনৰ গৰা খহাব নোৱাৰে।

বকুলীয়ে কোঠালিটোৰ বেৰৰ চুক এটাত চকু থ'লে। তাইৰ চকু পৰিল জালপাতি বৈ থকা মকৰাটোলৈ। সুন্দৰ, মোহনীয়া এখন জাল। কিন্তু ভৰি থ'লেই কীট-পতঙ্গহঁত দিশহাৰা হ'ব লাগিব। টোপটোপকৈ হেৰুৱাব লাগিব গাৰ ৰস। দুটা পথেৰে তাত প্ৰৱেশ ঘটে। আকস্মিক অথবা কৌতূহল। কোনটো পথেৰে বাৰু প্ৰৱেশ কৰিছিল তাইৰ দেৱাশীষে? কৌতূহলত নে অজানিতে? ছিঃ? বকুলীয়ে মনটো সংযত কৰিলে। শংকিত ভাববোৰ ঠেলি তাই বাস্তৱলৈ ওলাই আহিল। অদূৰৈৰ জনপথৰ পৰা হাঁহিৰ স'তে কিৰিলি কিছুমান আহি তাইৰ কাণত পৰিলহি। দিনত হৈ-চৈৰে জাণ্ডুল খাই থকা এই পথটো নিশা প্ৰায় নিজম হৈ পৰে। এইখন পৃথিৱীৰ লগত বকুলীৰ এয়া প্ৰথম পৰিচয়। ইপ্সিত সুখকণৰ কাৰণেই তাই সময়ৰ লগত মকামিলা কৰি লৈছে। দেহৰ শক্তি তাইৰ হ্ৰাস হৈ আহিছে। শৰীৰটোৰ প্ৰতি তাইৰ মায়াও নাই। ক্ষীণ আশাকণেহে তাইক জীয়াই ৰাখিছে। আশাই মানুহৰ জীয়াই থকা ইচ্ছাক মৰিবলৈ নিদিয়াকৈ থয়। অদৃশ্যজনৰ কঠিন হাতত ঘূৰ্ণায়মান তাইৰ জীৱন। কি নাছিল তাইৰ? এটা মিঠা শৈশৱ। পখিলা ৰঙৰ যৌৱন। সুখী বৈবাহিক জীৱন। নম্ৰ চৰিত্ৰবান স্কুল শিক্ষক-তাইৰ স্বামী। বিয়াৰ দুবছৰৰ পিছতো সন্তানৰ মুখ নেদেখি সিহঁত বিমূঢ় হৈছিল। পূজা-পাতল আৰম্ভ হৈছিল। জন্ম হৈছিল এটি পুত্ৰ সন্তান। দেৱতাৰ আশিসত জন্ম হোৱা বুলি দেউতাকে নাম থ'লে দেৱাশীষ। দেৱাশীষৰ পিছত দুজনী ছোৱালী। তিনিটা সন্তানে পূৰ্ণ কৰিছিল সিহঁতৰ সংসাৰ। সুখপূৰ্ণ জীৱনে উৎসাহিত কৰিছিল প্ৰতিটো ক্ষণ।

গাঁৱৰ ল'ৰাবোৰৰ লগতে দেৱাশীষো ডেকা হ'ল। সুদৰ্শন, অমায়িক, তীক্ষ্ণ বুদ্ধিৰ দেৱাশীষ পঢ়া-শুনাতো আগবঢ়া। উপযুক্ততাৰে স্কুলীয়া শিক্ষা শেষ কৰাৰ পিছত ডাক্তৰী পঢ়িবলৈ গুৱাহাটী পালেহি। দেৱাশীষক ডাক্তৰ হিচাপে গঢ়ি তোলা দেউতাকৰ আজন্ম হেঁপাহ। দেৱাশীষৰ ভৱিষ্যতৰ স্বপ্নত শুদা ভাত মুঠিও ঘৰৰ চাৰিওটা প্ৰাণীয়ে তৃপ্তিৰে খায়। সকলো অভাৱ দ্বিধাহীনভাৱে মূৰ পাতি লয়। গাঁওখনেও দেৱাশীষক লৈ উৎফুল্লিত হয়। গাঁওখনলৈ নিজৰ ডাক্তৰ এটা আহিব। মৌ হৈ মৌচাক গুঠিছিল গাঁওখনে।

সময় পাখি মেলি উৰিছিল। চাৰিটা বছৰ পাৰ হ'ল। দেৱাশীষ ডাক্তৰ হ'বলৈ কেইটামান মাহহে বাকী। বকুলীয়ে বোৱাৰী এজনীৰ সপোন দেখা সময়তে কি হ'ল জানো ল'ৰাটোৰ! মুখৰ হাঁহি স্তিমিত হ'ল। মানুহৰ সংগবোৰ এৰাই চলিবলৈ ধৰিলে। বকুলীৰ বোধগম্য নোহোৱা ডাঙৰ ডাঙৰ কথাবোৰ দেউতাকৰ লগত সমানে সমানে কোৱা হ'ল।

আশাবোৰত যেন ঘুণে ধৰিলে। সেইদিনা কি বাৰ আছিল বকুলীৰ মনত নাই। কিন্তু ঘোপমৰা আন্ধাৰ আছিল। শেষ পৰীক্ষা দি দেৱাশীষ ঘৰত আছিলহি। সি ক'ৰবালৈ ওলাই গৈছিল। দেৱাশীষৰ কোঠালিত সোমাই বকুলী হতভম্ব হ'ল। পুতেকৰ খোলা চুটকেচটো আগতলৈ দেউতাক বজ্ৰাহতৰ দৰে নিথৰ হৈ বহি আছে। উৎকণ্ঠাত তাইৰ ডিঙি শুকাল। গিৰীয়েকক হেঁচুকি দিলে। সম্বিৎ ঘূৰাই মানুহটোৱে খপ্‌জপ্‌কৈ চুটকেচটো জপাই বাহিৰলৈ ওলাই আহিল। সুধি সুধিও তাই সদুত্তৰ নেপালে। নিশা এপৰলৈকে এন্ধাৰৰ স'তে মানুহটো বাৰাণ্ডাত বহি থাকিল।

দুদিনমানৰ পিছতে কামৰ অজুহাতত দেৱাশীষ ঘৰৰ পৰা গুচি গ'ল। সি আৰু উভতি নাহিল। দেউতাকে প্ৰথমে চট্‌ফটাবলৈ ধৰিলে। তাৰপিছত চিন্তাক্লিষ্ট হ'ল। এটা সময়ত ক্ৰমান্বয়ে মানুহটো জড়লৈ পৰিৱৰ্তিত হ'বলৈ ধৰিলে। এদিনতে যেন একুৰি বছৰে খুন্দিয়ালেহি। অকালতে বুঢ়া হৈ পৰিল। অলক্ষিতে টুকুৰা-টুকুৰ হৈ সৰি পৰিল ঘৰখনৰ আশা, হাঁহি, স্বপ্ন, সন্তোষ সকলোবোৰ।

হঠাতে নিৰুদ্দেশ হৈ পৰা পুতেকৰ কথা সুধিলে দেউতাকে পঢ়া-শুনাৰ কামতে বাহিৰলৈ গৈছে বুলি কৈ থয়। প্ৰতীক্ষাত বকুলী ম্ৰিয়মান হৈ পৰে। তাকে দেখি দেউতাকে তাইক সান্ত্বনা দিয়ে— সি আৰু ক'ত উভতিব? বিয়া-বাৰু কৰাই বাহিৰতে ঘৰ পাতিব। ভালেই হ'ব দিয়া, নিজৰ সংসাৰ নিজে চম্ভালিব পৰা হৈছে। তাই বিশ্বাস নকৰে। তাইৰ দেৱাশীষ তেনে হ'বই নোৱাৰে। তাই পুতেকলৈ বাট চায়।

ভাল ল'ৰা পোৱা বুলি দেউতাকে দুয়োজনী ছোৱালীক লৰালৰিকৈ বিয়া দি দিলে। বকুলীৰ একো আপত্তিকে নুশুনিলে। প্ৰথমে দেৱাশীষৰ বিয়াখন পাতি ল'ব বুলি তাই ইচ্ছা এটা পুহি থৈছিল। বিয়া দুখনতো দেৱাশীষ নাহিল। কিন্তু এদিন নিশা দেবাশীষ হঠাতে আহি ওলালহি। শাওণমহীয়া মেঘে ঢকা বতৰটোৰ দৰে বকুলীৰ মনটো কলা পৰি বুকুত শোকটোৱে খুন্দা মৰি ধৰিলেহি। তাক ক'লে— 'আৰুণো কিমান পঢ়ি থাক? ঘৰলৈ গুচি আহ বোপাই।' কিন্তু সেই নিশাতে মাকক মাত নিদিয়াকৈয়ে সি গুচি গ'ল।

জীয়েকহঁতক বিয়া দিয়াৰ পিছত বকুলীহঁত অকলশৰীয়া হৈ পৰিল। নিমাত নিতালে পোত খাই থকা ঘৰখনত দুয়োটা আহত প্ৰাণী ধৰ্‌ফৰাই থাকে। দেৱাশীষৰ কাৰ্য-কলাপ বকুলীৰ সপোন দেখা মনটোৰ অপমৃত্যু ঘটায়। তাইৰ মৰ্মাহত ক্ৰন্দনে গিৰীয়েকৰ বুকুত যন্ত্ৰণাৰ উদ্‌গীৰণ তোলে। তাইক বুজাবলৈ চেষ্টা কৰে— 'কুটুম্বেষুন সজ্জেত ন প্ৰমাদ্যেৎকুটুম্বাপি আপোনজনৰ বাবে ইমান আসক্তি হোৱা বেয়া। মনোকষ্ট হয়। ঈশ্বৰত নিষ্ঠা ৰখাহে ভাল। অদৃশ্য হ'লেও তেওঁ মানুহৰ সৰ্বকালৰ লগ। ভাটৌৱে মতা দি তাইৰ শব্দকেইটা মুখস্থ হৈ পৰিছিল।

কি জানো জুই লাগিল ডেকাজাকৰ মনত। সেই জুইৰ টানত কিছুমান আওমৰণে মৰিলল। কিছুমান ঘূৰ্ণীয়া হৈ দেই থাকিল। কথাবোৰ আৰু সাঁথৰ হৈ নেথাকিল। গাঁওখনত খোপনি পোতা পুলিচ-মিলিটেৰীৰ দলদোপ্ হেন্দোলদোপত ওঁঠ চেপিলে গাখীৰ ওলোৱাটোৰেও বুজা হ'ল— দেশখনৰ এমখাই কিবা সংগঠন কৰিছে। দেশত হেনো অন্যায়-অবিচাৰ চলিছে। সেইবোৰ নাশ কৰিব। হয় মৰিব, নহয় তৰিব। অজান শক্তি এটাই সিহঁতক আগুৱাই নিছে। জাতি সংস্কৃতিয়ে সিহঁতৰ মনৰ বল। সৰ্বধৰ্মৰ সমভাৱে সিহঁতৰ বাট পোহৰাইছে। মানুহবোৰে সিহঁতক সমৰ্থন কৰিছে।

প্ৰচণ্ড আঘাতত বিধ্বস্ত হ'ল বকুলীৰ জীৱনৰ গতিধাৰা। তাই বুজিলে তাইৰ বুকুৰ মণ্ডহ একমাত্ৰ পুত্ৰ অজান অৰণ্যত হেৰাই গৈছে। তাইৰ সপোনবোৰ এটি এটিকৈ খহি তাইক লণ্ঠা কৰি পেলালে। দিনে দিনে ঘটা মৰ্মান্তিক ঘটনাবোৰ সকলোৰে প্ৰত্যক্ষ হ'বলৈ ধৰিলে। ৰক্তপাত, হত্যা, অপহৰণ। দহজনে উদ্দেশ্য মহৎ বুলি ক'লেও বকুলীয়ে কিন্তু সমৰ্থন কৰিব নোৱাৰিলে। কোনো মাতৃয়ে তেজৰ ওপৰেদি শান্তি পথলৈ খোজ দিব নোৱাৰে।

তেনে দিনবিলাকতে নিশাৰ আঁৰ লৈ দেৱাশীষ কেতিয়াবা ঘৰ ওলায়হি। নিদ্ৰাত ক্লান্ত পুতেকৰ মুখলৈ চাই পৰিশ্ৰান্ত বাপেকটো কাষতে বহি থাকে। শেষ নিশা খৰধৰকৈ যাবলৈ ওলোৱা পুতেকক সোধে— 'কৰ্মৰ প্ৰকৃত অৰ্থ কি জাননে বোপাই? —কৰ্ম উচিত অনুচিত কৰ্মপন্থাৰ দ্বাৰাইহে নিৰ্ণীত হয়। ঘূৰি আহ। দিক্‌হাৰা হবি।' কিন্তু তেজোচ্ছল উদ্যমে দেৱাশীষক আঁজুৰি লৈ যায়।

দেৱাশীষৰ দেউতাকে এদিন চাকৰিৰ পৰা অৱসৰ ল'লে। সময়বোৰ দুগুণ কঠোৰ হৈ পৰিল। উৰুঙা ঘৰখনত ভয়াবহতাই বাহ সাজিলে। শোকাচ্ছন্ন পৰিবেশ এটাত দুটা প্ৰাণী দোদুল্যমান ৰূপত জীয়াই থাকিল। দেৱাশীষৰ নামত পুলিচ মিলিটেৰীৰ সোধ-পোছ, গোৰ-লাঠিৰ কোব খাই এদিন মানুহটো ৰুগীয়া হৈ পৰিল। উজাগৰী নিশা আৰু মনৰ উদ্বেগ লৈ আহিল কাহ-কফ, গাৰ বিষকে ধৰি নানা ৰোগৰ উপসৰ্গই। এসময়ৰ উদ্দাম পুৰুষ প্ৰমোদ মাষ্টৰ নিৰীহ হৈ পৰিল। চকুৰ টিপ নমৰাকৈ কেতিয়াবা পুৱালৈকে জুহালৰ গুৰিত বহি থাকে। নিজৰ লগতে কথা পাতে— 'মহৎ কাম আৰু মহৎ উদ্দেশ্যৰ যোগাত্মক সূত্ৰটোকে সি বুজি নেপালে। সঠিক গতিত দেশ উদ্ধাৰ কৰিব নোৱাৰিনে? বকুলীয়ে জানে পুত্ৰ চিন্তাৰ পৰা তাইক বিৰত কৰিবলৈ চেষ্টা কৰা তাইৰ মানুহটোৱে নিজৰ মনটোক প্ৰবোধ দিয়াত ব্যৰ্থ হয়। এদিন জটিল চক্ৰ এটাত বকুলীক নিঠৰুৱা কৰি মানুহজন মৰি থাকিল।

সময়ে বাগৰ সলালে। প্ৰাত্যাহিক সময়ে যেন পুনৰ গতানুগতিকতা লৈ আহিল।

বহুতো ঘৰ এৰা ডেকা ঘৰলৈ ঘূৰি আহিল। ঘৰ-সংসাৰ পাতি ধন-সম্পত্তিৰে নদন-বদন হ'ল। কিন্তু দেৱাশীষৰ সুংসুত্ৰই নোহোৱা হ'ল। প্ৰতিটো ক্ষণ বকুলীয়ে দেৱাশীষৰ মাতষাৰৰ কাৰণে উৎকৰ্ণ হৈ ৰৈ থাকে। দুঃসময় গৰকি অহা স্থিৰতাই বকুলীৰ হৃদয় চুবহি নোৱাৰিলে। দেৱাশীষ বিনা তাৰ অৰ্থইবা ক'ত। তাই নেজানে দেৱাসীষে দেউতাক ঢুকুৱা খবৰ পালেনে নাই। দেউতাকে প্ৰায়ে কৈছিল— 'তোমাৰ ল'ৰাই দেশমাতৃক ৰক্ষা কৰাত লাগিছে। মোৰ চিন্তা হৈছে, মোৰ অবিহনে তাৰ মাকক ৰক্ষা কৰিব কোনে।'

অকলশৰীয়া বকুলীৰ লগ ল'লেহি বলেনে। এসময়ৰ তাইৰ স্বামীৰ প্ৰিয় ছাত্ৰ। বলেনৰ সংবেদনশীলতাই বকুলীৰ নিৰ্মোহ জীৱনত অকণমান আশাৰ ৰেঙনি আনিলে। বলেন প্ৰায় তাইৰ ওচৰলৈ আহে। বকুলীৰ প্ৰশ্নালু আৰু প্ৰতিকূল ভাবাপন্ন চকু দুটা প্ৰত্যক্ষ নকৰাকৈয়ে সি তাইক দেশৰ কথা কয়, সময়ৰ কথা কয়। তাইৰ বুকুত দেৱ ককাইদেউক ওভোতাই অনাৰ আশা গুজি থয়।

প্ৰকৃতাৰ্থত বলেনে উপলব্ধি কৰিছে দেৱ ককাইদেউহঁতৰ স্থিতি দুৰ্বল হৈ আহিছে। তেওঁলোকৰ প্ৰণালী আজিৰ জনসাধাৰণৰ বাবে অনাৱশ্যক। সেই দৃষ্টিভঙ্গী আজিৰ যুৱ সমাজৰ আদৰ্শ হ'ব নোৱাৰে। দেশখনক সুস্থ আৰু দৃঢ় কৰিবলৈ উন্মুক্ত সংগ্ৰামৰ প্ৰয়োজন। সেই সংগ্ৰাম নিজক সৎ কৰাৰ। চাকৰিৰ সংক্ৰান্তত বলেন গুৱাহাটী পালেহি। তথাপি সি বকুলীৰ খবৰ ৰাখিবলৈ নেপাহৰিলে।

বকুলীৰ শাৰীৰিক মানসিক অৱস্থা আৰু অৱনত হ'ল। বলেনকো সদায় সুধি অহাৰ দৰে পুতেকৰ কথা নোসোধা হ'ল। কিন্তু বকুলী বৰমাকৰ দুচকুত হৃদয়ৰ সংলাপ বলেনে পঢ়ি পেলাইছিল। সি দেৱাশীষক লগ ধৰাৰ প্ৰতিশ্ৰুতি দিলে।

ভাগ্যক্ৰম বলেনে দেৱাশীষ গুৱাহাটীত থকাৰ কথা গম পালে। আচলতে বলেনক খবৰ দিয়া হৈছিল। বহু প্ৰচেষ্টাৰে বলেনে দেৱাশীষ লগত এটা সংযোগ স্থাপন কৰি পেলাইছিল। দেৱাশীষে নিজে বলেনক লগ ধৰিবলৈ ইচ্ছুক হৈছিল। নিৰ্দিষ্ট সময়ত নিৰ্দিষ্ট স্থানত বলেনে দেৱাশীষক লগ ধৰিলে। বলেন আচৰিত হৈছিল দেৱাশীষে বলেনক পুংখানুপুংখভাৱে চিনি পাওঁ বুলি কোৱাত দেৱাশীষে জনালে তাৰপিছত শত্ৰু লাগিছে। সেই শত্ৰু তাৰ সতীৰ্থ তথাপি সি মাকক দেখা কৰিব। কিন্তু গুৱাহাটীলৈ আনিব লাগিব। দিন এটাৰ কথাকৈ দেৱাশীষ জনবহুলত হেৰাই গৈছিল।

মনৰ আহ্লাদিত অনুভূতিক সম্বৰণ কৰি বলেনে স্বস্তিৰ নিশ্বাস ল'লে। সি এটা ডাঙৰ কাম সমাধা কৰিবলৈ লৈছে। সৰ্তকতাৰো প্ৰয়োজন হ'ব। সি বৰমাকক খবৰটো দিবলৈ ব্যগ্ৰ হৈ পৰিল।

বলেনে বকুলীক সি থকা হাতীগাঁৱৰ মেছটোলৈ লৈ আহিল। বলেনে তাইক

কথা দিছে দেৱাশীষক ঘূৰাই অনাৰ চেষ্টা কৰিব। দেৱ ককাইদেউ গুচি আহক। সোণ পুৰি সুৱগা কৰক জীৱন। তাৰ ব্যৱস্থাও সি কৰি থৈছে। সিহঁতৰ জলাহ গাঁৱৰে প্ৰদীপ ককাইদেউ আজি আৰক্ষী বিভাগৰ উচ্চপদস্থ বিষয়া। তেৱেঁ সহায় কৰিব। বলেনে অনুমান কৰিব পাৰিছে প্ৰকৃত উদ্দেশ্যৰ খেলিমেলিত সংগঠনৰ ওপৰত দেৱ ককাইদেউৰ আস্থা হেৰাইছে। বলেনৰ কথাবোৰে বকুলীৰ শুকান বুকুখনলৈ অনিশ্চিত হ'লেও উম এটা আনিছে। —হঠাৎ দৌৰাদৰি আৰু গুলীৰ শব্দত বকুলী জিকাৰ খাই উঠিল। আতংকিত মনটোৰে দুৱাৰখনলৈ চাই ৰ'ল। খন্তেক পিছতে শব্দবোৰ ক্ৰমান্বয়ে শাত পৰিল। পুনৰ নিস্তব্ধতাই নিশাটো শুহি পেলালে। অচিনাকি ঠাইখনত তাইৰ ভয়ো লাগিল। দুপৰতে বলেন ওলাই গৈ উভতি অহাই নাই।

শেষ নিশা। বকুলীৰ ক্লান্ত চকুযুৰিলৈ টোপনি নামিছিল। দুৱাৰত শব্দ শুনি লাহেকৈ উঠি আহিল। বলেনৰ মাত শুনি লাহেকৈ দুৱাৰখন খুলি দিলে। খৰ গতিত বলেন সোমাই আহিল। ক'লে— 'ভাল বিপদ এটা সাৰি গ'ল। পুলিচৰ গুলীৰ আগতে পৰিছিলোঁ। পিছে লক্ষ্য আমি নাছিলোঁ। কিন্তু বৰ ভয় খোৱা হ'ল। দেৱ ককাইদেউ ইয়ালৈ অহা সমিচীন নহ'ব বুলি ভাবি ঘৰলৈকে গুচি গৈছে। এতিয়া মানে ছাগৈ ঘৰ পালেগৈ। আমি পুৱাই ঘৰলৈ ৰাওনা হ'ম।'

বকুলীয়ে দুহাতেৰে মুখখন ঢাকি ধৰিলে। সুখ আৰু শোকৰ অতীব আৱেগত বাক্‌ৰুদ্ধ হৈ পৰা বৰমাকৰ গাত কম্বলখন দি বলেনে কৈ গ'ল— 'দেৱককাইদেউ একেবাৰে গুচি আহিছে বৰমা। আত্মসমৰ্পণ কৰিব। লগতে আৰু এজন। বহুদিনৰ পৰাই হেনো চেষ্টা কৰি আছিল। কিন্তু সহজতে সৎ কামবোৰ হৈ নুঠে নহয়।'

পৃথিৱীত পুৱতি পোহৰৰ আভাস পৰিল। বলেনে ষ্টভটো জ্বলাই পানীৰ কেটলিটো তুলি দিলে।

পুতেকক দেখা পোৱা উদ্দীপনাই বকুলীৰ মনটো পোহৰাই তুলিলে। বাইশটা বছৰ! বাইশটা বছৰৰ প্ৰতিটো ক্ষণত তাই উদ্‌গ্ৰীৱ হৈ আছে পুতেকৰ বাবে। হাঁহিৰ ৰেণুনি এটা লৈ ভাবিলে হওক তাইৰ জীৱনৰ বিয়লিপৰ। বিয়লি আকাশৰ সোণামুৱা ৰং তাইৰ বুকুত বিয়পি পৰিছে— ই কিমান সত্য বাস্তৱ!! ◈

# ২৯ উপাসনা

## সুনীতি সোণোৱাল

পূজা পূজা লগা বতৰ। শীতেৰে সেমেকা নিশাই আৰু শেৱালি ফুলৰ সুবাসে জনাই দিয়ে জনগণক পূজাৰ আগমনৰ কথা। উৎসৱৰ দিনবোৰ আগবাঢ়ি অহাৰ লগে লগে অন্যান্য কামৰ মাজতো মাক-জীয়েক অনুসূয়া আৰু উপাসনাৰ জীৱনত নতুন কৰ্মব্যস্ততাই লগ লয় প্ৰতিটো বছৰতেই, অনুসূয়াই উপাসনাৰ মুখলৈ চাই নতুনকৈ নিৰীক্ষণ কৰে তাইক। সঁচাকৈয়ে বৰ ধুনীয়া ছোৱালী। ভাৰতত কাশ্মিৰী ছোৱালীয়েই আটাইতকৈ ধুনীয়া বুলি মানুহে কয়। অনুসূয়া ঠিক সিহঁতৰ দৰেই ধুনীয়া, তাইৰ গাতো সিহতৰ সেই ৰূপ, সেই লাৱণ্য। লগতে তাই স্পৰ্শকাতৰ। এনে ব্যস্ততাৰ দিনবোৰত অনুসূয়াই ৰোমন্থন কৰে অতীত জীৱনত বহুতো পোৱা-নোপোৱাৰ কথা, স্বামীয়ে কোৱা কথা, বন্ধু তাতে নবৌ হোৱা অনুৰাধাই কোৱা কথা। আজি কিছুদিনৰ পৰা যেন অনুসূয়াই ভৱিষ্যতৰ কথা ভাবে— ভাবি ভাবি কেতিয়াবা ভীতিগ্ৰস্ত হৈ পৰে। বহুতো কাৰণত মনলৈ বহুতো চিন্তা আহে। সেই চিন্তাৰ মাজতেই তাইৰ কামবোৰ আগবাঢ়ি গৈ থাকে। সৰু-ডাঙৰ বহুতো জোখৰ ফ্ৰক চিলায়। এই চিলোৱা কামটো তাই বিশেষকৈ এই পূজাৰ দিনবোৰৰ কথা মনত ৰাখিয়েই গোটেই বছৰটোতেই অলপ অলপকৈ কৰি থাকে। এইবাৰ তাতে গাটোও অলপ ভাল নহয়। ডাক্তৰক দেখুৱাইছে, হাৰ্টৰ অসুখ বুলি কৈছে— আৰু কিবা কিবি চোৱাবলৈ পৰামৰ্শ দিছে। অনুসূয়াইহে নিজে দেখুৱাবলৈ মন কৰা নাই, ভয়ত লগতে ভাবিছে এই কেইদিন পাৰ হৈ যাওক, পিছে পৰেও দেখুৱাই থাকিব পাৰিব, নহ'লে ডাক্তৰে ক'ব ইটো নকৰিব, সিটো নাখাব ইত্যাদি। কিন্তু তাইৰ মনতে ভাব হৈছে— তাই যেন কোনো দিনেই ভাল নহ'ব। পৃথিৱীত আৰু কেইদিনমানৰহে আলহী, যদিও নিজকে সান্ত্বনা দিছে— 'এয়া মাথোন যেন মোৰ ভ্ৰান্ত

ধাৰণা হৈ ৰয় প্ৰভু....।'

কিন্তু যদি তাইৰ ধাৰণাই সঁচা হয়, ক'বলগীয়া কথাবোৰ কি হ'ব? স্বামী ঢুকোৱা আজি ছবছৰেই হ'ল। উপাসনাক তাই অকলেই ডাঙৰ কৰিছে— তেখেতে মৃত্যুৰ আগতে সত্য প্ৰকাশ কৰি যোৱাৰ কথা কৈছিল। কিন্তু অনুসূয়াৰ কাৰণেই নক'লে— তাই বহুত কিবা হেৰুৱাব বুলি ভয় কৰি গোপনীয়তা প্ৰকাশত বাধা দিলে। কিন্তু তেওঁ কৈছিল— 'কোনো কথাই গোপনে নাথাকে অনু।' তাইৰ বন্ধু অনুৰাধাইও অনুসূয়াৰ স্বামীয়ে কোৱাৰ দৰে কৈ থাকে, সেয়ে অনুৰাধাক তাই ভয় কৰে— কেতিয়াবা তাৰবাবে তাইক বেয়াও পাই যায়। বৰ্তমানে এই পৃথিবীত অনুসূয়াৰ বাহিৰে এই গোপন কথা অকল অনুৰাধাইহে জানে। অনুসূয়াৰ মাক-দেউতাকহঁতে জানিছিল— কিন্তু তেওঁলোক ঢুকাল। কিন্তু অনুৰাধাক যে তাই কিয় কৈছিল, নোকোৱা হ'লেওতো হ'লহেঁতেন। অৱশ্যে পৰিৱেশবোৰেই এনেকুৱা আছিল যে তেতিয়া আৰু নকৈ উপায় নাছিল। ককায়েকো যোৱা বছৰ ঢুকাল।

যিয়ে নহওক উপাসনাৰ ব্যস্ততা উপাসনাকে লৈ— উপাসনাৰ জন্ম দিনটোক উপলক্ষ্য কৰি। উপাসনা হেনো অনুসূয়াৰ কোলালৈ আহিছিল— লক্ষ্মীপূজাৰ দিনটোতে। অনুসূয়াই হেনো উপাসনাৰ জন্মৰ আগতেও বন্ধু-বান্ধৱীৰ ল'ৰা-ছোৱালীক ফ্ৰক, চোলা আদি চিলাই কৰি দি আনন্দ পাইছিল। কিন্তু উপাসনাৰ জন্মৰ পিছতো অনাথ আশ্ৰম, হাস্পতালৰ অনাথ শিশুক উপাসনাৰ জন্মদিন উপলক্ষে এইদৰে উপহাৰ দি আহিছে। গিৰীয়েকে অসমৰ বাহিৰত চাকৰি কৰা কালতো যেতিয়া য'ত আছিল তেতিয়া সেইবোৰৰ আশ্ৰমতেই এইদৰে উপহাৰ বিলাই দিছিল। এতিয়া গুৱাহাটীলৈ অহাৰ পিছত গুৱাহাটীৰ অনাথ আশ্ৰমকেইখনতে দি ভাল পায়। এই জন্মদিন পালনৰ উদ্দেশ্যে উপাসনাৰ দেউতাকে সুকীয়া পুঁজি এটাও কৰি থৈ গৈছে।

উপাসনা ডাঙৰ হৈ অহাৰ লগে লগে অৰ্থাৎ কলেজলৈ পঢ়িবলৈ যোৱাৰ পৰা তাই মাকৰ এনে কাৰ্যৰ বিৰোধিতা কৰি আহিছে, কিন্তু মাকে সেই আপত্তি শুনি ভাল নাপাইছিল।

উপাসনাই দেখিছে যে দেউতাক ঢুকোৱাৰ পিছৰ পৰাই মাকজনী সঁচাকৈয়ে বৰ গহীন হৈ পৰিছে আৰু সেয়ে তাই মাকে বেয়া পায় বুলিয়েই জোৰ দি আপত্তি কৰিবলৈকো বেয়া পাইছিল। মাকে মাজে মাজে তাইৰ বিয়াৰ কথা কয়। উপাসনাই কয় 'কিয় মা, ইমান সোনকালে কিয় বিয়াৰ কথা কৈছা। তুমিয়েই দেখোন কোৱা— ছোৱালী পঢ়ি-শুনি স্বাৱলম্বী হ'ব লাগে....।'

ঃ নহয় অ', মোৰ যে এতিয়া অসুখ হৈ থাকে— সেয়ে ভয় লাগে....।'

ভয় তাইৰ বহুতো— কিন্তু তাকে তাই ক'বও নোৱাৰে। গতিকে ভাবি ভাবিয়েই ভাবিব নোৱাৰা হয়গৈ। ভয়তেই মনতো অনবৰত গধূৰ হৈ থাকে।

সেইদিনা চিলাই কৰি উঠি দুপৰীয়া খোৱাৰ পিচত মাক-জীয়েক দুয়ো বিছনাত পৰি অলপ জিৰণি লৈছিল। এতিয়া ঘৰখনত মাথোঁ সিহঁত মাক-জীয়েক আৰু বনকৰা ল'ৰাটো। অনুসূয়াৰ ঘৰতে পঢ়ি আৰাধনাৰ সৰু পুতেক পূজাৰ বন্ধ বুলি ঘৰলৈ গৈছে।

অনুসূয়াই ভাবে— পূজাৰ বন্ধত আৰাধনাৰ ডাঙৰ পুতেক-বোৱাৰীয়েক, জী-জোঁৱাই, নাতি-পুতিৰে ঘৰখন ভৰি পৰিব, ইয়াতে থকা সৰু পুতেকো ঘৰলৈ গৈ মাকক সংগ দিছেগৈ। ইফালে তাইৰ ঘৰত যিবা অনুৰাধাৰ ল'ৰাটো আছিল, সিও ঘৰলৈ যোৱাত উকা ঘৰখন আৰু উকা হ'লগৈ। এনেকুৱা দিনবোৰতে জীয়েকৰ বিয়াৰ কথা বেছিকৈ ভাবে—; ভাবে— বন্ধত জীয়েকৰ সৈতে জোঁৱায়েক আহিব— নাতি-পুতিও হ'বগৈ।

মামীয়েক অনুৰাধাই উপাসনাক বৰ মৰম কৰে। বন্ধবোৰত তাইক মাতি পঠিয়ায়। কিন্তু অনুসূয়া অকলশৰীয়া হয় বাবে যাব নোৱাৰে। অনুৰাধাৰ বন্ধুৰ তাতে ননদেকৰ জী উপাসনা। তাৰোপৰি বিয়াৰ বহুদিন পিছত লাভ কৰা ছোৱালী বাবে তাইলৈ মৰমটো আৰু বেছি। কিন্তু এই মৰম দেখিলে অনুসূয়া চক খাই উঠে। উপাসনা মামীয়েকৰ ওচৰ নাচাপিলেই তাই ভাল পায়। সেইদিনা দুপৰীয়া জিৰাই থাকোঁতে উপাসনাই বাতৰি কাকতখন পঢ়িবলৈ ল'লে। বাতৰি এটা তাইৰ চকুত পৰিল, পঢ়িলে কেবাবাৰো। পঢ়ি উঠি তাইৰ মনটো বিচলিত অনুভৱ কৰিলে। মাকক ক'লে—

ঃ মা, এইবোৰ কেনেকুৱা কথা?

ঃ কি কথানো?

ঃ এইয়া চোৱাচোন বাতৰি এটা....। 'এক নৱজাত শিশু চহৰৰ মিউনিচিপালটিৰ ডাষ্টবিন এটাত কান্দি আছিল।' এয়া কাশ্মীৰৰ ঘটনা। তালৈ ফুৰিবলৈ অহা বিদেশী দম্পতি এহালে ৰাতিপুৱাতে প্ৰাতঃ ভ্ৰমণলৈ ওলাই ডাষ্টবিনৰ ওচৰেৰে যাওঁতে কেঁচুৱাৰ কান্দোন শুনাত ইফাল-সিফাল কৰি চাই কেঁচুৱাটো দেখি পুলিচ থানাত খবৰ দিলে। কেঁচুৱাটো পুলিচে আনি সমাজ কল্যাণ বিভাগৰ শিশু আশ্ৰমত দিছে। কিন্তু এই নিঃসন্তান বিদেশী দম্পতিহালে এই অনাথ শিশুটিক নিজৰ বুলি আঁকোৱালি ল'বলৈ বিচাৰিছে, তোলনীয়া সন্তান হিচাপে গ্ৰহণ কৰিব।

বাতৰিটো এইদৰে থুলমূলকৈ কৈ উপাসনাই ক'লে— 'এনেকুৱা নিষ্ঠুৰ মাক থাকেনেকি? মাক থাকিও যে অনাথ হ'বলগীয়া হ'ল। এনেকুৱা নিষ্ঠুৰ মাকবোৰ বৌ

ৰৌ নৰকত পৰি থাকিব লাগে। তাতে ডাষ্টবিনত, ছিঃ ছিঃ....।'

ঃ অনুসূয়াই ক'লে— 'থাকে মাজনী, থাকে; অকল নিষ্ঠুৰতাৰ প্ৰশ্ন নুঠে। বহুতো এৰাব নোৱাৰা পৰিৱেশ থাকে, যাৰ ফলত এনে ঘটনা ঘটে,' বুলি কৈ মনে মনে ৰ'ল।

ঃ 'পৰিৱেশনো আকৌ কিয়? ....এই ছোৱালীবোৰে নিজকে চম্ভালিব নোৱাৰে....।' বুলি কৈ উপাসনা মনে মনে ৰ'ল আৰু একোকে নক'লে। কাৰণ তায়ো এজনী পূৰ্ণযৌৱনা গাভৰু— তাইৰো ভুল হ'ব পাৰে।

ঃ 'চোৱা', মাকে ক'লে, 'হয়তো এই নিঃসন্তান দম্পতিহালৰ বাবেই এনে ঘটনা ঘটিছিল। তেওঁলোকে ভগৱানক ধন্যবাদ জনাইছে নিশ্চয় যে, 'ভগৱান, তুমি আমাৰ শূন্য কোলা পূৰণ কৰিলা' বুলি; সেই বুলি কোনেও ভুল কৰিব নালাগে, এনে নিষ্ঠুৰতা সঁচাকৈয়ে বেয়া।

উপাসনাই ভাবিলে— মাকে চাগৈ তাইও ভুল কৰিব পাৰে বুলি— এইবোৰ কৈ সকীয়াই থ'লে। কিন্তু সঁচা কথা এয়ে যে পৰিৱেশৰ ফলত কেতিয়াবা এনে ঘটনা ঘটে। উপাসনাৰ মাকে এনেকুৱা পৰিৱেশ তাইক দিছে যে য'ত তাইৰ ভৰি কেতিয়াও পিছল নাখায় আৰু পিছল খাব খুজিলেও নিজকে তুলি আনিব জানিব। সঁচাকৈ তাইৰ মাকৰ ওচৰত কৃতজ্ঞ। তাই স্পৰ্শকাতৰ মনেৰে ভাবে— এনে মাক পোৱাটো সঁচাকৈয়ে ভাগ্যৰ কথা, কাৰণ অনুসূয়া তাইৰ অকল মাতৃয়েই নহয়, বন্ধুও।

'যিয়েই নহওক, শিশুটোৰেই ভাগ্য। এখন ভাল ঘৰ পালে। হয়তো মাকৰ লগত থকাতকৈ বেছি ভালদৰে থাকিব।' —অনুসূয়াই ক'লে।

উপাসনাই ক'লে ঃ সঁচাকৈয়ে এই বিদেশী দম্পতিহাল ধন্যবাদৰ পাত্ৰ। ক'ৰ কেনেকুৱা পৰিচয়হীন শিশুক তুলি লৈ এতিয়া নিজৰ পৰিচয় দিব। আমাৰ লগত পঢ়া ছোৱালী এজনীৰ মাহীয়েকৰ ল'ৰা-ছোৱালী নাই। সকলোৱে কাৰোবাক তুলি ল'বলৈ কৈছে— কিন্তু তেওঁ হেনো কয়—, 'জনা-শুনা বা আত্মীয়ৰ ঘৰৰ তেনে শিশুকহে গ্ৰহণ কৰিব। যাৰ তাৰ পৰিচয়হীন ল'ৰা-ছোৱালী তুলি ল'বলৈ তেওঁ ভাল নাপায়। সঁচাই ময়ো তেওঁৰ কথাখিনিকে সমৰ্থন কৰোঁ।'

ঃ 'নৱজাত শিশুৰ কোনো জাত-পাত নাথাকে মাজনী, এওঁলোক সকলো দেৱতাৰ দান। কোনোবা নিৰাশ্ৰয়ক আশ্ৰয় দান কৰি নিজৰ কৰি ল'ব পৰাটো, পৰিচয়হীনৰ পৰিচয় দিব পৰাতো কম আনন্দৰ কথা!' এইদৰে কৈ অনুসূয়াই উপাসনাৰ চকুলৈ এক দৃষ্টিৰে চাই বুকুত সাবটি ল'লে হুমুনিয়াহ এটি এৰি।

উপাসনাই গম পালে মাকে তাইৰ কথাত কষ্ট পাইছে। সঁচাকৈয়ে মাকজনীৰ

অন্তৰ বৰ কোমল, অন্ততঃ এই বুলিয়েই তাই জানে। নহ'লে তাইৰ জন্মদিনবোৰত অকল ৰং-ধেমালি, খোৱা-বোৱাতেই নকটাই অনাথ শিশুসকলৰ বাবেও কাপোৰ বিলাই আনন্দ লাভ কৰেনে? দেউতাক থাকোতেও, দেউতাক ঢুকোৱাৰ পিছতো সেই একে আয়োজন দেখি আহিছে তাই টকাৰ অংকবোৰৰ কথা কেতিয়াও ভবা নাই। মাকৰ মুখত তাই প্ৰতি বছৰে শুনি আহিছে— 'এই দেৱশিশুহঁতৰ কল্যাণ হওক, পৰিচয় হওক, ভগৱানে সিহঁতক সহায় কৰক।'

মাকে বেয়া পোৱা বুলি ভাবি— 'হ'ব মা বেয়া নাপাবা' বুলি মাকৰ ডিঙিত ধৰি চুমা এটা খালে আৰু ক'লে 'বাৰু মা, এই শিশুটোৱে ডাঙৰ হৈ নিজৰ এই কথাবোৰ জানিব নে নাজানে?'

ঃ সেইটো যেয়ে লৈ যাব তেওঁলোকৰ ব্যক্তিগত কথা। জনাই দিওঁ বুলিও জনাই দিব পাৰে আৰু নজনাওঁ বুলিও নজনোৱাকৈ থাকিব পাৰে আৰু কিবা ক'বলৈ গৈ অনুসূয়া মনে মনে ৰ'ল।

ঃ জানা মা, জনোৱাটো উচিত কিজানি। সৰুৰে পৰাই অন্ততঃ নিজৰ মাক-দেউতাক নহয় বুলি জানিলেও তেওঁলোকৰ মৰমে সকলো পাহৰাব আৰু বৰ্তমানকে মানি ল'বলৈ শিকিব।

ঃ অনুসূয়াই বাধা দি ক'লে— 'নহয় বোধকৰো নজনাকৈ থকাটোৱে ভাল। তেতিয়া অন্ততঃ নিজৰ পিতৃ-মাতৃ নহয় বুলি বা নাই বুলি কেতিয়াও মনতে দুখ নাপাব।'

মা কেতিয়াবা যদি কিবা কাৰণত ডাঙৰ হোৱাৰ পিছত জানি যায় তেতিয়া হ'লেতো কম মানসিক সংঘাতত নুভুগিব। নিজৰ পৰিচয় বিচাৰি নুফুৰিবনে?

অনুসূয়াই তাইৰ কথা শেষ নৌহওঁতেই ক'লে— 'হ'ব এতিয়া মনে মনে থাক।' এইদৰে কৈ গাটো বেয়া লাগিছে বুলি মনে মনে পৰি ৰ'ল।

অনুসূয়াই চকু মুদি ভাবিলে অতীতৰ বহুতো কথা। তাইৰ স্বামীয়ে কোৱা কিছুমান কথা আকৌ মনলৈ আহিল। অনুৰাধাই কোৱা কথাবোৰ যুক্তিযুক্ততাৰে ভাবিলে। এইদৰে সময়ে সময়ে তেওঁলোকৰ কথা মনত পৰিলে তাই যেন মানসিক ভাৰাসাম্যতা হেৰুৱাব বিচাৰে। কোনটো যুক্তি সত্য অনুসূয়াই নিজে ভবাটো নে তেওঁলোকে কোৱাটো। অনুসূয়া দ্বিধাজড়িত হৈ পৰে।

নোপোৱাৰ যন্ত্ৰণা অনুসূয়াই ভোগ কৰিছে— পাই হেৰুওৱাৰ যন্ত্ৰণা কিমান ভয়াবহ হ'ব তাই মাথোঁ উপলব্ধি কৰিয়েই বুকুৰ এচুকত অসহ্য যন্ত্ৰণা অনুভৱ কৰে। ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনায়। 'ভগৱান মোৰ গাটো প্ৰায়েই বেয়া থাকে, মৰিবলৈ

ভয় নাই, মাথোন দিনবোৰ সুকলমে পাৰ হৈ যাওক— উপাসনাক যেন বিয়া দি ঘৰ এখন দি থৈ যাব পাৰো আৰু অসহ্য যন্ত্ৰণা পোৱাৰ আগতে যেন মোৰ মৃত্যু হয়।'

অনুসূয়াৰ গাটো আৰু বেছি বেয়া হ'ল। বাতৰিটো পাই অনুৰাধা পূজাৰ বন্ধত ঘৰলৈ যোৱা পুতেকৰ লগত পূজাৰ পিছত অনুসূয়াক চাবলৈ আহিল। অনুৰাধাক দেখি অনুসূয়াই ভালো পালে— যে মন খুলি কথা পাতিবলৈ লগ এটা পালে। ....অনুৰাধাই সাবটি ধৰিলে অনুসূয়াক। অনুসূয়াৰ আনন্দতে চকুলো বাগৰিল। মামীয়েকক চাহ-জলপানেৰে আপ্যায়িত কৰি পিছত উপাসনাই মামীয়েকক গোচৰ দিলে মাকৰ বিৰুদ্ধে।

'চোৱানা মামী— মা যে কি, ইমান গা বেয়া, এই চিলাইবোৰ নকৰিলেও হয়। মইতো এতিয়া আৰু সৰু হৈ থকা নাই যে মোৰ জন্মদিন সদায়েই এইদৰে পাতিব লাগিব।'

মামীয়েকে ক'লে— 'জানা মা-জনী, তোৰ জন্মৰ আনন্দতে মাৰাই ভগৱানৰ ওচৰত শপত খাইছিল যে এইদৰে এদিনৰ বাবে হ'লেও তেওঁ যিমান দিন জীয়াই থাকে অনাথ শিশুবোৰক সহায় কৰিব— আনন্দ দিব। মাৰাৰ আনন্দত বাধা নিদিবি, লাগিলে তয়ো সহায় কৰিবি— ডাঙৰ হৈছ যেতিয়া। মহান কামত সদায়ে আনন্দ আছে জানিবি।'

উপাসনা মনে মনে থাকিল। তাইক মনে মনে থকা দেখি— মামীয়েকে আকৌ ক'লে— 'উপা— তই মাৰাৰ কোলালৈ বহু পলমকৈ আহিছিলি। তই অহাৰ আগতে ভগৱানক যে কত খাটিছিল, থাকক সেইবোৰ কথা। তই এতিয়া ডাঙৰ ছোৱালী হিচাপে মাৰৰ তেতিয়াৰ মানসিক অৱস্থাটো উপলব্ধি কৰিব পাৰিছ। যিয়েই নহওক তোৰ জন্মদিন পালেহিয়েই— কাইলৈকে নহয় জানো?'

ৰাতি ভাত পানী খাই আটায়ে শুবলৈ গ'ল— বিছনাত শুই শুই বৌয়েক-ননদেকে কিছু সময় কথা পাতিলে। পিছত বিছনাত ইকাটি-সিকাটি কৰি অনুসূয়াই টোপনি নহাত তাই বিছনাৰ পৰা উঠি ড্ৰইং ৰূমত বহিলহি। একেটা কোঠাতে শোৱা অনুৰাধাৰো টোপনি অহা নাছিল। অনুৰাধাইও তাইৰ পিছে পিছে আহিল কিবা হৈছে বুলি— 'সুধিলে কি হৈছে তোৰ অনু? গা বেছিকৈ বেয়া লাগিছে নেকি?'

ঃ 'নাই টোপনি অহা নাই সেয়েহে।'

ঃ 'তোৰ মনটোও মই কিন্তু অহাৰে পৰা কিবা গধূৰ দেখি আছো। অকল গা অসুখৰ বাবে নহয় নিশ্চয়। গাটো ভালে নাথাকিলেও মনটো মুকলি হৈ থাকিলে মানুহে অন্তৰ খুলি হাঁহিব পাৰে। ....কিবা কথা আছে? ....মোকেই যদি নকৱ ক'বি কাক? মই যদি তোকেই নকওঁ কাক ক'ম? কোন আছে আমাৰ। আমি দুয়ো অন্তৰংগ বন্ধু, তাতে

আকৌ বৌয়েক-নন্দেক।'

অনুসূয়াই তেতিয়াও অন্তৰ্দ্বন্দ্বত ভুগি আছে। কথা কওঁ-নকওঁ কৈ থকাৰ বাবে অনুৰাধাই আকৌ ক'লে— 'ক, কৈ পেলা, শান্তি পাবি।'

ওঁঠ দুটা অলপ সময়ৰ বাবে কামুৰি ধৰি অনুসূয়াই অৱশেষত ক'লে— 'আজি কিছুদিনৰ পৰা তেখেতে কোৱা কিছুমান কথা মনত পৰি আছে। সঁচাকৈয়ে তেওঁ কোৱামতে কৰা উচিত হ'ব নে নাই মই এতিয়াও ঠিৰাং কৰিব পৰা নাই। তাতে মোৰ গাটো ইমান বেয়া, কেতিয়া মৰি যাওঁ ঠিক নাই।'

ঃ তেনে কথা কিয় কৈছ? ....অনুৰাধাই নুবুজিয়েই সুধিলে।

'এই পৃথিৱীত এতিয়া সেই কথাবোৰ তোৰ আৰু মোৰ বাহিৰে কোনেও নাজনে, অনু তয়োতো তেখেতৰ যুক্তিটোক সমৰ্থন কৰিছিলি।

অনুৰাধাই এনেয়ে— 'ও' বুলি শলাগি থ'লে।

অনুসূয়াই আকৌ ক'লে— পৃথিৱীত কোনো কথা গোপনে নাথাকে। মই নক'লেও এদিন প্ৰকাশ পাব আৰু এনে কথা গোপনে ৰাখি মৰিলে আত্মাই মুক্তি লাভ নকৰে।

এনেতে উপাসনাই সাৰ পাই বিছনাবোৰত কাকো নেদেখি গুণ গুণকৈ কথা পাতি থকা শুনি ড্ৰইং ৰুমলৈ অহাত শেষৰ কথাখিনি শুনি ক'লে— 'মা, মৰণৰ কথা ভাবি থাকিব নালাগে। এতিয়া উঠা, শোৱাহি। মামী অহা কাইলৈ মোৰ জন্মদিন, বহুত কাম আছে, এতিয়া শুই থাকাহি। নহ'লে গাটো আৰু বেয়া লাগিব। পৰহিলৈ ডাক্তৰৰ তালৈও যাব লাগিব, এপইণ্টমেণ্ট লৈ থোৱা আছে নহয়।'

উপাসনাই মাকৰ ওচৰত শুই শুই ভাবিলে— 'মাৰ বাৰু কি হৈছে, ইমান কথা ভাবি থাকে। অনবৰত কিবা চিন্তাত বিভোৰ হৈ থাকে। মন খুলি একোকে নকয়। এনেয়ে অসুখ, এইদৰে মানসিক সংঘাতত ভুগি থাকিলে গাটো বেছি বেয়া হ'ব। মাকক তাই কাইলৈ সুধিব— কিনো ইমান গোপন কথা আছে আৰু আত্মাই কিহৰ বাবেনো মুক্তি লাভ নকৰিব। মনত তাইৰ কিবা এটা সন্দেহ ওপজে মাকৰ প্ৰতি। পিছতেই আকৌ ভাবে, মোক ক্ষমা কৰা ভগৱান।

পিছদিনা ৰাতিপুৱাতেই অনুসূয়াই গা-পা ধুই উঠি থাপনাত চাকি এগচি জ্বলাই লৈ 'শৰাই'খনো আগবঢ়ালে। লক্ষ্মীপূজা বুলি গধূলিলৈ আকৌ দিবই। কিন্তু ৰাতিপুৱাতে এইখিনি নকৰিলে তাই শান্তি নাপায়। তাৰ পিছত ইমানদিনে চিলাই কৰি থোৱা কাপোৰবোৰ ঠিক কৰি থোৱা মতে ভাগে ভাগে বেগ এটাত ভৰালে। উপাসনাই

থাপনাৰ ওচৰত আঁঠু লৈ পিছত মাকক সেৱা জনালে আৰু ডিঙিত ধৰি চুমা এটা খালে। পিছত মাকৰ চকুলৈ চাই যোৱা নিশা শুনা কথাবোৰ এবাৰ ভাবিলে— আচলতে তাইৰ ভয়ো লাগিছে— এইদৰে চিন্তা কৰি কৰি যদি মাকৰ কিবা এটা হয়। তাই জীয়েক হিচাপে জনাৰ অধিকাৰ আছে। আৱশ্যক হ'লে আলোচনা কৰি কিবা যদি সমস্যা হৈছে সমাধান কৰাত সহায়ো কৰিব লাগিব। তাই দেখোন মাকৰ বন্ধুৰ দৰেই। শেষত এনেয়ে সুধিলে— 'আজি মোৰ জন্মদিন নহয় মা। মোৰ এই জন্মদিনত কোৱাচোন তুমি যোৱা নিশা কি গোপন কথাৰ বিষয়ে কৈছিলা? কিয় মৃত্যুৰ পিছত মুক্তি নোপোৱাৰ কথা কৈছিলা?'

'উপা' বুলি মাকে চিঞৰি উঠিল ভয়তে, কৈ উঠিল কোনে ক'লে তোক মোৰ গোপন কথা আছে বুলি। কিয় সুধিছ তেনে কথা....।

অনুসূয়াই চক্ খোৱা মাতটো শুনি অনুৰাধা সোমাই আহিল— 'কি হ'ল' বুলি। আৰু সোমায়েই দেখিলে অনুসূয়া ভীষণভাৱে অস্থিৰ হৈ পৰিছে।

উপাই তাকে দেখি ভাবিলে এয়া তাই কি কৰিলে। তাই মাথোন ভাবিছিল এইদৰে ক'লে মাকৰ কাৰণে কথাবোৰ কৈ দিয়াত সহজ হ'ব। —মাকৰ মনত শান্তি আনি দিব পাৰিব।

অনুৰাধাই অনুসূয়াক ধৰি শুৱাই দিলে আৰু উপাসনাৰ চকুলৈ চালে মাথোন— একো নক'লে। উপাসনাই 'মোক ক্ষমা কৰিব মা' বুলি মাকৰ বুকুত মূৰ থৈ হুক্ হুকাই কান্দিলে। অনুসূয়াই তাইৰ মূৰত হাত বুলাবলৈ ধৰিলে। সকলোৱে নিজ নিজ চিন্তাত ব্যস্ত।

উপাসনা এতিয়া সৰু ছোৱালী হৈ থকা নাই। মাকৰ অসুখৰ বাবে খুবেই চিন্তান্বিত হ'ল। লগতে তাইৰ মনত বহুতো কথাই বিজুলীৰ খেল খেলি গ'ল। কিন্তু আকৌ ভগৱানক তাৰ বাব ক্ষমা খুজিলে।

অনুৰাধাই— ইমান দিনে মত পোষণ কৰিছিল যে— কোনো কথা গোপনে নাথাকে। কিন্তু আজিৰ পৰিবেশত তাই ভগৱানক একান্ত প্ৰাৰ্থনা জনাইছে— কিছুমান কথা পোহৰলৈ নহাই ভাল। —কাৰণ বাস্তৱটো জানিলেও বা নাজানিলেও কাৰো একো লাভ নহয়। বৰঞ্চ যি দেখিছে লাভতকৈ লোকচান বেছি। উপাক ক'লে— এইদৰে সুধি মাৰক কষ্ট নিদিবি।

অনুসূয়াই অনুৰাধাৰ কথা শুনি শান্তি পালেও বেছি অস্থিৰ হৈ পৰিল। কাৰণ তাই হৃদৰোগী। লৰালৰিকৈ অনুসূয়াক হস্পিতাললৈ নৈ যোৱা হ'ল। পিছবেলালৈ ভাল

পালে জিৰণিৰ বাবে কেইদিনমান তাতেই থকাটো ভাল বুলি ডাক্তৰে ক'লে।

হস্পিতালত মাকক মামীয়েকৰ পুতেকৰ লগত থৈ উপাসনা, অনুৰাধা আবেলি ঘৰলৈ আহিল। ঘৰলৈ আহি উপাসনাই নিজকে মাকৰ এনে অৱস্থাৰ বাবে দোষী বুলি ভাবি হুক্ হুকাই কান্দিলে। মামীয়েকে তাইক সান্ত্বনা দিলে। ভগৱানৰ ওচৰত আকৌ প্ৰাৰ্থনা জনালে— প্ৰভু যেনেদৰে আছে সকলো যেন তেনেদৰে থাকে।

ৰাতিপুৱাতে ঠিক কৰি থোৱা চোলা কাপোৰবোৰলৈ চকু পৰিল উপাসনাৰ। ভাবিলে জন্মদিনৰ ব্যৱস্থা অথলে গ'ল। উপাই সেইবোৰ চাই থকা দেখি অনুৰাধাই ক'লে— মাৰে ভাল পাওক। পিছে পৰেও আমি জন্মদিন পালিব পাৰিম। অ' দৰবৰ প্ৰেচক্ৰিপছন ক'ত থ'লি?

ঃ 'ৰ'বা মামী মোৰ লগত আছে। যাওঁতে দৰবখিনি কিনি লৈ যাম' বুলি উপাসনাই ক'লে।

তাই দৰব কিনিবলৈ টকা উলিয়াবলৈ আলমাৰিটো খুলিলে। আগে পিছে তাই আলমাৰী সাধাৰণতে নোখোলে— মাকে টকা-পইচা ক'ত থয় তাই নাজানে। বাহিৰৰ ড্ৰয়াৰতে সাধাৰণতে খৰচৰ বাবে থয়। তাৰ পৰা উলিওৱাখিনি ৰাতিপুৱাতেই শেষ হ'ল গতিকে আলমাৰীটোৰ বস্তুবোৰ খুচৰি অ'ত ত'ত চালে। খুচৰি থাকোঁতে বৰ ধুনীয়া এনভেলপ এটা দেখিলে। টকাখিনিও দেখিলে। টকাখিনি বেগত ভৰাই লৈ ধুনীয়া এনেভেলপটোও খুলি চাবলৈ মন গ'ল। এনভেলপটো পুৰণা হৈছে যদিও ৰং সিমান উৱলি যোৱা নাই। কিবা উপহাৰৰ বস্তু যেন লাগিল। মাকৰ অভ্যাস, কিবা দৰকাৰী বস্তু হ'লে ভালকৈ থয়। এনভেলপটো খুলি চাই কাগজ এখন পালে— দুশাৰীমান পঢ়ি চোৱাৰ পিছত তাই স্তব্ধ হৈ ৰ'ল। তাইৰ ভৰিৰ তলৰ পৃথিৱীখন আঁতৰি যাবলৈ ধৰিলে। যোৱা ৰাতিৰ পৰা পুৱাতে ঘটা গোটেইখিনি ঘটনা মনত পৰি গ'ল।

মামীয়েকে কোৱা 'মাৰক কষ্ট নিদিবি' বোলা কথাষাৰৰ অৰ্থ বুজিলে। বহু পৰলৈকে উপাসনা ভিতৰৰ পৰা নোলোৱা দেখি অনুৰাধা সোমাই গ'ল কোঠালৈ। দেখিলে— তাই খোলা আলমাৰীটোৰ সমুখত থিয় হৈ আছে। মুখখন শেঁতা, যেন তাইৰ সকলো তেজ কোনোবাই শুহি নিছে।

'উপা' বুলি মামীয়েকে মাতিলে কেবাবাৰো। তাই সঁহাৰি নিদিয়াত ওচৰলৈ আহি তাইক ধৰি জোকাৰি দিলে— 'কি হ'ল উপা' বুলি। কিন্তু তাই নিঠৰ হৈয়েই ৰ'ল। কিছু সময় পিছত কঁপা কঁপা হাতেৰে কাগজখন আগবঢ়াই দিলে। তাইৰ অন্তৰত তেতিয়া সাগৰৰ অলেখ ঢৌ। কোনেও শান্ত কৰিব নোৱাৰে।

অনুৰাধাই কাগজখন পঢ়ি লৈ ভাবিলে যে অনুৰ যে কাণ্ড— এইবোৰ কাগজনো ৰাখি থ'ব লাগেনে? তাই নিজৰ ভৰিত নিজেই কুঠাৰ মাৰিলে—। পিছত উপাক ক'লে 'চা উপা, তোৰ মা অনুসূয়া এতিয়া হস্পিতালত। তোৰ দেউতা আজি ছবছৰ আগতে ঢুকাইছে। তইয়েই মাৰৰ সৰ্বস্ব। এটা কথা, মাৰে তই আঘাত পাবি বুলি ভয়তে তোক হেৰুৱাব বুলি ভয় কৰি সকলো কথা গোপনে ৰাখিছে। আজি মোৰ তোলৈ একান্ত অনুৰোধ তেওঁৰ ওচৰত এইবোৰ একো নজনাজনীয়েই হৈ থাক। নহ'লে তোৰ মাক— শুনিছ তোৰ মাৰক চিৰদিনলৈ হেৰুৱাবি।

ঃ 'কিন্তু মই কোন মামী, কি মোৰ পৰিচয়?'

ঃ তই অনুসূয়াৰ কন্যা, বৰুৱা বংশৰ ছোৱালী, আজি তোৰ জন্মদিন— বৰ্তমান এয়েই তোৰ পৰিচয়— আজিৰ পৃথিৱীত অনুসূয়া আৰু মোৰ বাহিৰে— এই কথা কোনোৱে নাজানে, উপাসনাই ভাবিলে— আজিহে চাঁগে মোৰ আচল জন্মদিন— এক পৰিচয়হীন ছিন্নমূল উপাসনাই গোটেই জীৱন নিজকে সুধি থাকিব লাগিব— মই কোন— মা মই কোন?' ◈

# ৩০ | চৰিত্ৰহীনা

দীপিকা বৰুৱা



নিৰেনে দেখিলে, সেই ছোৱালীজনী ঘৰৰ পৰা কেনেবাকৈ ওলাই আহি সৌ মানুহ ঘৰত সোমাইছে আৰু সদাই মুখখন জোকাৰি-জোকাৰি কোৱাৰ দৰে কৈছে, 'কি হ'লনো ফুল দুপাহমান চিঙিলে'— তাৰ পাছত তাইক ঘৰত কাম কৰা ছোৱালীজনীয়ে জোৰ কৰি গেটৰ বাহিৰ কৰি দিছে আৰু খণ্ডত পিছলৈ চাই-চাই বকি বকি ছোৱালীজনী ওলাই গুছি গৈছে।

সেই ছোৱালীজনী মানে প্ৰমিলা। তাইৰ মাক ঢুকুৱা দহ বছৰ হ'ল। দেউতাকে দোকান দিছে। মাক ঢুকাওতে তাইৰ বয়স ছবছৰ। বৰ্তমান তাই যোল্ল বছৰীয়া গাভৰু, কিন্তু তাই অন্য গাভৰু ছোৱালীৰ দৰে নহয়। তাই আধাবলীয়া, সেয়ে তাইক কোনেও ভাল পাব নোৱাৰে, বিয়া পাতিব নোৱাৰে। তাই কোনোদিন কোনো সপোন কোঁৱৰৰ মনৰ সামগ্ৰী হৈ বুকুত জুৰ ল'ব নোৱাৰে। সৌৱা অন্য দিনাৰ দৰে আজিও নিৰীহ দেউতাকটোৱে তাইক ফুচুলাই ঘৰলৈ লৈ গৈছে। তাইৰ যৌৱন বিয়পা উচ্ছল বুকুখন সস্তিয়া পিতনিত পৰি থকা অৱহেলিত দুটা ৰবাব টেঙাৰ দৰে প্ৰকট হৈছে।

প্ৰমিলা সদাই ওলাই আহে সুৰুঙা পালেই। সহজ-সৰল দেউতাকেনো কি কৰিব, তেওঁ পাৰেমানে তাইক বুজাই-বঢ়াই ঘৰত সুমুৱাই থয় যদিও তাই ঘৰৰ পৰা ওলাই আহি আচিনাকি মানুহৰ ঘৰত সোমাই ফুল চিঙে, নহ'লে কিবা ফল দেখিলে লাঠিৰে মৰিয়াই নষ্ট কৰে, কেতিয়াবা আকৌ কাৰোবাৰ ড্ৰয়িংৰুমত সোমাই বহি লয় আৰু চিঞৰি কয়, 'এইটো মোৰ ঘৰ তহঁতি ওলাই যা'। অলপ দিনৰ পৰা প্ৰমিলাৰ উৎপাত বেছি হৈছে। ডেকা ল'ৰা দেখিলে মাৰিবলৈ খেদি যায়। মুখত যিহকে আহে তাকে কয়। দেউতাকে

দোকান এৰি তাইক বাৰে বাৰে ফুচুলাই লৈ যাব লগা হৈছে। মৰমেৰে ক'লে শুনে, অকণমান খঙেৰে ক'লে হাততে কামুৰি দৌৰি যায়গৈ। কিছুমানে কয় প্ৰমিলা চৰিত্ৰহীনা, সেয়ে ডেকা ল'ৰা দেখিলে তাই খেদি যায়।

আগফালৰ পৰা নিৰেন ভিতৰলৈ সোমাই আহি পুৰণা বেতৰ চকীখনত বহি পৰিল। কিয় জানো আজি নিৰেনৰ মনটো বৰ উদাস উদাস লাগিছে, আজি ইমান দিনে চকুৰ আগত দেখি অহা এজনী ফুলকুমলীয়া সদ্যস্নাতা কোমলমতী ছোৱালীৰ মৃতপ্ৰায় অৱস্থা দেখিও সি নেদেখা ভাও ধৰি স্থিৰ হৈ বৈ আছে নিৰ্বিকাৰ হৈ। এটা ডেকা ল'ৰা হৈয়ো সি এটা বিকলাংগৰ দৰে ঘৰতে সোমাই আছে! ইমান দিনে সি একো এটা সমাধান কৰিব পৰা নাইনে! সি প্ৰমিলাৰ কথা জানে, কিন্তু একো সি কৰিব পৰা নাই। সি আগবাঢ়ি গ'লে লোকদৃষ্টিত হেয় প্ৰতিপন্ন হোৱাৰ ভয়তে সি মনে মনে আছেনে? চকুৰে নেদেখা মাকজনীৰ তাৰ অবিহনে কি হ'ব সেইটো চিন্তাতে সি ইমান দিন মনে মনে আছেনে? হয়। সঁচাকৈ নিৰেনৰ বাহিৰে এই চকুৰে নেদেখা মানুহগৰাকীৰ পৃথিৱীত কোনো নাই। হয়। কাইলৈ নিৰেনৰ কিবা এটা হ'লে এই মানুহগৰাকী খাবলৈ নেপাই মৰি যাব। ভোকত, পিয়াহত চাটিফুটি কৰিলেও, দেদাউৰি পাৰিলেও নিৰেনৰ মাকৰ মুখত কোনেও খাদ্য গুজি নিদিয়ে। কাৰো আশাত সি মাকক অকলশৰে থৈ যাব নোৱাৰে।

নিৰেনে নিজৰ খঙতে নিজকে আক্ৰমণ কৰা দৰে নিজৰ চুলিখিনি জোৰেৰে খামুচি ধৰিলে। নিজৰ গালত ঠাঁচ ঠাঁচকৈ চৰিয়াই দিলে। তাৰ পাছত অলপ সি ক্ষান্ত হ'ল। এজনী ফুলকোমল গাভৰুৰ ক্ষয়িষ্ণুৰ প্ৰতিচ্ছবিয়ে তাৰ সমস্ত দেহ মন ভাঙি মুচৰি পেলালে। ইমান দিনে কিয় সি মনে মনে বৈ থাকিল, কিয়? তাৰ সমস্ত ইন্দ্ৰিয়ই যেন তাক প্ৰশ্ন কৰিছে আৰু সি একো উত্তৰ নেপাই জড় পদাৰ্থ হৈ পৰিছে। হয়, হয়— তাৰ মনত পৰিছে, আজি দুবছৰৰ আগৰ সেই নিদাৰুণ ঘটনাটোলৈ, যিটো ঘটনাই প্ৰমিলাৰ জীৱনটো ওলট-পালট কৰি দিলে। সেইদিনা প্ৰমিলাৰ দেউতাক বজাৰলৈ গৈছিল দোকানৰ বস্তু আনিবলৈ। সেই নিৰ্জন দুপৰীয়াটোৰ সুযোগতে কেইটামান পাষণ্ডই কৰুণভাৱে প্ৰমিলাৰ সতীত্ব হৰণ কৰিলে। বাহিৰৰ পৰা প্ৰমিলাৰ আৰ্তনাদ শুনি নিৰেনে সিহঁতৰ পাছ লৈছিল। কিন্তু সিহঁতৰ ভাবুকিত সি থমকি ৰৈছিল। তাৰ বুকুত বন্দুক টোৱাই কোৱা অশালীন কথা কেইটা মনত পৰিলে এতিয়া তাৰ নিজকে কাপুৰুষ যেন লাগে '—ঐ আমাৰ পিছ ল'লে তোৰ সৰ্বনাশ কৰিম, তোৰ লগতে তোৰ মাৰকো শেষ কৰি দিম'। — সেই সময়ৰ পৰা সি আত্মদংশনত ভুগি আছে। তাৰ ভাব হৈছে সিহঁতৰ কথা ক'লেই যিকোনো মুহূৰ্তত তাৰ চকুৰ আগতে মাকক সিহঁতে হত্যা কৰিব। তাৰ নিজৰ জীৱনৰ কথা সি নেভাবে কিন্তু নিজৰ জন্মদাত্ৰী মাকক

কোনোবাই চকুৰ আগত হত্যা কৰাটো কোনো মানুহে সহ্য কৰিব নোৱাৰে। সেয়ে আজি দুবছৰে সি জীয়াতু ভুগিছে, চট্ফট্ কৰি দিন কটাইছে। সেই হৃদয় বিদাৰক দৃশ্যই তাৰ অন্তৰাত্মা ভাৰাক্ৰান্ত কৰি পেলাইছে। কথাবোৰ ভাবি ভাবি নিৰেনে মাকক ব্ৰেড দুচকলৰ লগত লাল চাহ এগিলাচ দি বাহিৰলৈ ওলাই আহিল।

নিৰেনে দেখিলে প্ৰমিলাৰ ঘৰৰ সন্মুখত বহুত মানুহ জুম বান্ধিছে। সি ভালকৈ জানিব পাৰিলে যিবিলাক মানুহে ওপৰে ওপৰে চিন্তা কৰি প্ৰমিলাক চৰিত্ৰহীনা বুলি আখ্যা দিছিল আৰু তাইৰ আচল সত্য ঘটনা জানিও নজনা ভাও ধৰিছিল, সেই ওচৰ চুবুৰীয়াই প্ৰমিলাক পাগলী সজাই আপত্তি দৰ্শাই তেজপুৰ মানসিক চিকিৎসালয়লৈ পঠাবলৈ কাৰবাৰ কৰিছে। ঘৰৰ সন্মুখত ভান এখন ৰৈ আছে। বহুত দিনৰ আগৰ প্ৰমিলাৰ মাকলৈ মনত পৰিল, কিমান মৰমেৰে তাইক ডাঙৰ কৰিছিল। হঠাৎ মাকৰ মৃত্যু হোৱাত ছবছৰীয়া প্ৰমিলাই কিমান কান্দিছিল, চাঙিত লৈ যাওঁতে 'মোৰ মাক লৈ নেযাবি'— বুলি তাই কান্দি কান্দি চোতালখনত বাগৰি ফুৰিছিল। দেউতাকে বুকুত সাবটি ধৰিও তাইক ৰক্ষা কৰিব নোৱাৰিছিল। তাৰ পাছত তাই লাহে লাহে গাভৰু হ'ল। পৃথিৱীখন ৰঙীন দেখিলে। সকলো ফুলৰ ৰঙেই তাই ভাল পাবলৈ ধৰিলে কিন্তু দুবছৰ আগৰ ঘটনাটোৱে তাইৰ জীৱনৰ ৰংবোৰ হেৰুৱাই পেলালে। অভাৱনীয়, অপ্ৰত্যাশিত ঘটনাটোৰ বাবে তাই চিৰজীৱনৰ বাবে সাধাৰণ জীৱনৰ পৰা বিছিন্ন হৈ গ'ল। মৰ্মাহত ঘটনাটোত তাইৰ মন-মগজু ভাৰসাম্যহীন হৈ পৰিল। প্ৰতিটো মুহূৰ্ততে জলকা লাগি লাগি তাই সম্পূৰ্ণ উন্মাদ হৈ পৰিল। খোৱা-বোৱা পিন্ধাত লাগবান নোহোৱা হ'ল। তাইক লৈ নিমাখিত দেউতাকৰ অৱস্থা বিপদাপন্ন হৈ পৰিল।

নিৰেনে দেখিলে ভানখনত প্ৰমিলাক জোৰ কৰি উঠাই দিছে। সদাই পিন্ধি থকা সেউজীয়া ফ্ৰক্টো কেইবাঠাইতো ফটা। বোধকৰো অন্য দিনাৰ দৰেই দেউতাকে অন্য এটা সলাই দিবলৈ অপাৰগ হ'ল। তাই সেই সেউজীয়া ফ্ৰক্টো পিন্ধিবলৈ পালে খোলাৰ বৰ কষ্ট হয়। কেইদিনমানৰ পৰা তাইৰ উৎপাত বেছি হৈছে, সেয়ে চাগৈ তাইক লৈ গৈছে। এৰা, পৃথিৱীখন সঁচাই বৰ নিষ্ঠুৰ। ইয়াৰ আইন-কানুনবোৰো অন্ধ। আচল তাইৰ অন্তৰ গহ্বৰৰ মৰ্মান্তিক বেদনা বিচাৰ কৰিবলৈ বা বুজ ল'বলৈ ৰূঢ় বাস্তৱ সদাই নিমাত। সত্যৰ কোনো স্থান নাই। এজনী পূৰ্ণ যৌৱনা নিমাখিত যুৱতীৰ মুমূৰ্ষু অৱস্থাটো উপলব্ধি কৰিবলৈ কাৰো আহৰি নাই।

এটা সময়ত ধম্কৈ দুৱাৰখন বন্ধ কৰি ভানখন আঁতৰি গ'ল। লগে লগে এটা জীৱনৰ সমাধি হ'ল, অসহায় নিচলা দেউতাক সৌৱা, ঘৰৰ পিৰালিত মূৰে-কপালে হাত

দি বহি আছে।

অলপ সময়ৰ পাছত নিৰেন ভগ্ন হৃদয়েৰে ভিতৰলৈ সোমাই আহিল। সি একেথৰে মাকলৈ চালে, মাকে চাহ আৰু ব্ৰেড খাই আছে। বিবৰ্ণ বিছনা চাদৰখনৰ পৰা ব্ৰেডৰ পৰি যোৱা টুকুৰাবোৰ খেপিয়াই খাইছে। বগা, অবিন্যস্ত চুলিখিনিৰে কংকালসাৰ মানুহজনীক ভূতুনী যেন দেখা গৈছে। নিৰ্জন পৰিবেশটো ভৌতিক যেন লাগিছে। কোনোদিন সি মাকক মনৰ জোখাৰে খুৱাব বা পিন্ধাব নোৱাৰিলে। তাৰ এটা চাকৰি নহ'ল। তেন্তে তাৰ জীৱনৰ মোহ ক'ত ? মৃত্যুলৈ তাৰ ইমান ভয়নে ? সিহঁতৰ কথা কাকো নক'লে ! নাই। নাই আৰু প্ৰমিলাৰ এনে কোনো দুৰ্দশা হ'ব নোৱাৰে। নিৰেন যেন এই মুহূৰ্তত পৃথিৱীৰ ভিতৰত শক্তিশালী মানুহ। তাক কোনেও বাধা দিব নোৱাৰে। সি পিন্ধি থকা চোলাটোৰ হাত দুটা কোঁচাই ল'লে, পেন্টটোত হাতখন বুলাই সি একেকোবে ঘৰৰ বাহিৰ ওলাই বাহিৰৰ পৰা দুৱাৰখন জপাই পুলিচ থানাৰ অভিমুখে আগবাঢ়ি গ'ল। সি পুৰামাত্ৰাই জানে, ইয়াৰ পাছত তাৰ জীৱনৰ কোনো ঠিকনা নাই। সিহঁতে কিবা প্ৰকাৰে তাৰ জীৱন শেষ কৰিবই। অৱশ্যে সিহঁতেনো কাক নেমাৰে ? মাৰক। এইবাৰ তাৰ মৃত্যুৱেই শেষ মৃতু হওক। তথাপি আৰু কোনো প্ৰমিলাৰ এইদৰে জীৱন ধ্বংস হ'ব নোৱাৰে। নিৰেনে এটা এটাকৈ ইমান দিনে বিচাৰি থকা সেই আটাইকেইটা পাষণ্ডৰ নাম থানাৰ অ'চিজনৰ আগত কৈ দিলে।

এটা সময়ত নিৰেনে ঘৰ পালেগৈ। মাক নিতাল দি শুই আছে। গিলাচৰ শেষৰ চাহকন মদৰুৱা গাৰুত পৰি আছে। ফিকা চাহখিনি তেজৰ ডোঙা যেন লাগি গ'ল তাৰ।◇



# ৩১ সেই বুঢ়ামানুহজনৰ বাবে

মীনাক্ষি বুঢ়াগোহাঁই

গৰিয়া পুখুৰীত বৰশী বাই থকা দিগন্তক দাদুলে দূৰৈৰ পৰা চিঞৰি চিঞৰি ক'লে, 'অই দিগন্ত, ৰত্নমাষ্টৰ মৰিল, গম পাইছনে নাই?' দুঘণ্টা মানৰ আগতে এইফালে-দিয়ে মাষ্টৰে পথাৰলৈ বুলি চাইকেল চলাই যোৱা নাছিলনে? তেতিয়া দিগন্তই বৰশী বাওঁ বুলি যা-যোগাৰ কৰি আছিল। কি হৈনো মানুহটো মৰিল বুলি সুধিবলৈও দাদুল গৈ কোনোবা লংকা পালেগৈ। ফ'ৰ-জিৰো-চেভেনে খুন্দিয়াই মাৰিলে নেকি বুঢ়াক, নে কাৰেণ্টত লাগিল?

লৰালৰিকৈ দিগন্তই বৰশী সামৰাত লাগিল। সি যেতিয়া ৰত্নমাষ্টৰৰ দীঘলীয়া পদূলিৰ ওচৰ পালেগৈ, তেতিয়া ঠাইখন মানুহৰে ভৰি পৰিছে। মাষ্টৰৰ ঘৰৰ দুৱাৰমুখ, ভিতৰে-বাহিৰে কেৱল মানুহেই মানুহ। ইমানবোৰ মানুহে ইমান তৎক্ষণাত কেনেকৈ গম পালে যে ৰত্নমাষ্টৰ মৰিল। শোৱা কমৰ পৰা হাজৰিকা ডাক্তৰে চকুপানী মোহাৰি ওলাই আহিছে। পিছে পিছে তললৈ মুখ কৰি শইকীয়া কম্পাউণ্ডৰ। ডাক্তৰেও কান্দেনে? দিগন্তৰ মনে মনে হাঁহিয়েই উঠিল। ৰত্নমাষ্টৰৰ বৰপুতেক আৰু হাজৰিকা ডাক্তৰ স্কুলত একেলগে পঢ়া, সেই কাৰণেই মানুহক দেখুৱাই কান্দিছে বোধকৰো।

কি হৈনো মানুহটো মৰিল বুলি সুধিবলৈও সি সুধিব পৰা মানুহ ওচৰত কাকো নেদেখিলে। সকলোবোৰ ভব্যগব্য মানুহ। দুই এজন অচিনাকি মানুহো আছে। তেনেতে দূৰৈত শৈলেনক দেখি সি ওচৰ চাপি গ'ল। শৈলেনক হাতত চিকুট মাৰি সি সুধিলে, 'কি হ'ল অ'? মইয়ো ভালকৈ নাজানো বুইছ। 'হাৰ্ট ফেইল' কৰিলে বুলি শুনিছো।'

'হাৰ্টফেইল? অন্তৰত কিবা ছোট পালেহে হাৰ্টফেইল কৰিব।' দিগন্তই শৈলেনক বুজাবৰ যত্ন কৰিলে। শৈলেনে 'জানো' বুলি কৈ অন্য মানুহৰ জুম এটাৰ ফালে

আগুৱাই গ'ল। দিগন্তই ইফালে-সিফালে ঘূৰিবলৈ ধৰিলে। ৰত্নমাষ্টৰৰ ঘৈণীয়েকে আউলি-বাউলী হৈ কান্দি থাকিব বুলি সি ভাবিছিল। কিন্তু ভিতৰৰ পৰা কাৰো কান্দোনৰ শব্দ ভাহি অহা নাই। কান্দোনৰ শব্দ নোহোৱা, কেৱল গহীন-গম্ভীৰ মানুহৰে ঠাহ খোৱা এইখন কি মৰা মানুহৰ ঘৰ? দিগন্ত আকৌ এবাৰ শৈলেনৰ ওচৰ পালে। 'বাইদেউ নাই নেকি অ?' সি শৈলেনক সুধিলে।

ৰত্নমাষ্টৰৰ পত্নী এই অঞ্চলত সকলোৰে বাইদেউ। উনৈশশ একাৱন্ন নে বাৱন্ন চনতে তেওঁ এই অঞ্চলৰ মেট্ৰিক পাছ কৰা প্ৰথম ছোৱালী। তেতিয়াৰে পৰা ল'ৰাৰ পৰা বুঢ়ালৈ তেওঁ সকলোৰে বাইদেউ হ'ল আৰু এতিয়া তেওঁৰ নাতি-নাতিনীৰ বয়সৰ ল'ৰা-ছোৱালীয়েও তেওঁক বাইদেউ বুলিয়ে মাতে। নিজৰ সম্পৰ্কীয় মানুহখিনিৰ বাহিৰে আনে যদি তেওঁক খুড়ীদেউ, মাহীদেউ সম্বোধন কৰে, তেতিয়া তেওঁ বৰ ভাল নাপায়। বিশেষকৈ কেনেবাকৈ যদি কোনোবাই বৰমা আৰু জেঠাই বুলি মাতে তেন্তে মাতোতাই নিৰ্ঘাত গালি একোটা খাবই। জেঠাই বুলি মতাটোক ক'ব,— 'ঐ তোৰ মই মাৰৰ বায়েক নেকি? তোৰ মাৰৰ আগতে জন্ম হৈছিল নে মই আগতে হৈছিলোঁ— তই চাই আছিলি নেকি....?' আকৌ বৰমা বোলাটোকো ক'ব— 'আমাৰ মাষ্টৰক বুঢ়া পাইছ? তোৰ যে মই বৰমাৰজনী হ'লো?' কোনোবাই 'বুঢ়ী' বুলি মন্তব্য কৰিলেতো তেওঁৰ ফালে শেষ।

দিগন্ত যদিও তেওঁৰ নাতিয়েকেই, তথাপিও মানুহজনীৰ স্বভাৱটো জানে বাবেই সি শৈলেনৰ আগত বাইদেউ নাই নেকি বুলিয়ে সুধিলে। শৈলেনে ক'লে— 'নাই, বাইদেউ কালিয়ে অৰুণা বাইদেউৰ তালৈ গ'ল।' অৰুণা বাইদেউ মানে ৰত্নমাষ্টৰৰ বৰজীয়ৰী, কোনোবা এখন ডাঙৰ কলেজৰ প্ৰফেচাৰণী— এই অঞ্চলৰ প্ৰথম এম, এ, পাছ ছোৱালী, গতিকে তেঁৱো সকলোৰে বাইদেউ। দিগন্ত এইবাৰহে আশ্বস্ত হ'ল।

ৰত্নমাষ্টৰ আৰু বাইদেউৰ বাহিৰে এই প্ৰকাণ্ড ঘৰটোত এতিয়া কোনো নেথাকে। তেওঁলোকে দুজনৰো এজন এজনকৈ ক'ৰবালৈ মানে পুতেক-জীয়েকৰ ঘৰলৈ গৈ থাকে। স্বাভাৱিকতে ৰত্নমাষ্টৰৰ আকস্মিক মৃত্যুত ওচৰ-চুবুৰীয়া সকলোৱেই বিবুধিত পৰিছে। বিশেষকৈ তেওঁৰ ঘনিষ্ঠ চুবুৰীয়া। তাকেই সকলোৱে 'ইটো কৰ সিটো কৰ' কৰি আছে। কোনোবাই কৈছে— কাৰোবাক পঠাই দে, কোনোবাই কৈছে ওৱাৰলেছ মেছেজ কৰ, কোনোবাই কৈছে পুতেকহঁতৰ ফোন নাম্বাৰ বিচাৰ, মৰিল বুলি কৈ দে। তাৰ মাজতে আকৌ কোনোবাই কৈছে ডাঙৰ পুতেকলৈ খবৰ দিলেই হ'ব— তাৰ পৰাই সকলোৱে গম পাব। মুঠতে চাৰিওফালে মৃদু গুণগুণনি, চেপা উত্তেজনা।

ৰত্নমাষ্টৰৰ সম্পৰ্কীয় ভায়েক চন্দ্ৰৰ চকু হঠাতে দিগন্তৰ ওপৰত পৰিল। 'অ' তয়ো আহিছ। আন আহি নাপালে তয়ে মুখাগ্নি কৰাৰ চান্সটো পাবি দে থাক থাক।' বুলি

কৈ তাচ্ছিল্যৰ হাঁহি এটা মাৰিলে। দিগন্তৰ গাটো বিছাই ডকা যেন লাগিল। সি তাৰ পৰা গুচি আহিম বুলি ভাবিলে, কিন্তু ইমানবোৰ মানুহৰ আকৰ্ষণে তাক বান্ধি ৰাখিলে।

এইখন ঘৰৰ ভৱিষ্যৎ উত্তৰাধিকাৰী দিগন্তই হ'লহেঁতেন। আজি ইমানবোৰ মানুহৰ মাজত-ৰত্নমাষ্টৰৰ একমাত্ৰ আত্মীয় সিয়েই। কিন্তু সেই আত্মীয়তা সমাজ স্বীকৃত নহয়, যাৰ বাবে দিগন্তও এই মানুহখিনিৰ লগৰে সাধাৰণ হৈ ৰত্নমাষ্টৰৰ মৃতদেহটো আগুৰি আছে।

ৰত্নমাষ্টৰে মানুহৰ আগত কৈছিল, 'সেইজনীয়ে ক'লেই হ'বনে দিগন্ত মোৰ নাতি বুলি? সি যে মোৰ নাতি তাৰ লক্ষণ কিবা দেখিছেনে আপোনালোকে? তাৰ চেহেৰাতেই আছেনে নে তাৰ বুদ্ধি-বৃত্তিতেই আছে? মোৰ ল'ৰা-ছোৱালী এটাই কেতিয়াবা ক'ৰবাত চেকেণ্ড ডিভিজন পাইছেনে? সেই দিগন্ত বোলাটো— চেভেনতে তিনিবাৰ ফেইল কৰাটো সি মোৰ নাতি হ'ব পাৰেনে?' ৰত্নমাষ্টৰক সকলো সময়তে আগুৰি থকা তেওঁৰ গুণমুগ্ধসকলে তেওঁৰ অইন কথাও যিদৰে হয় হয় বোলে সেইদৰেই এই কথাটোতো একেদৰেই হয় হয় বুলিছিল।

কোনো ৰাজনৈতিক দলৰ সদস্য বা নেতা নোহোৱাকৈয়ো এই অঞ্চলত ৰত্নমাষ্টৰৰ প্ৰতিপত্তি অসীম। জীৱনৰ মাজভাগলৈকে তেওঁ অৱশ্যে ইমান প্ৰভাৱশালী ব্যক্তি নাছিল। এখন সামান্য হাইস্কুল খুলি তেওঁ সমাজ সেৱা আৰু জীৱনসংগ্ৰাম আৰম্ভ কৰিছিল। প্ৰচুৰ অভিজ্ঞতা আৰু কঠোৰ শ্ৰমৰে তেওঁ স্কুলখন জীপাল কৰি তোলাৰ লগতে অঞ্চলটোৰ উন্নয়নশীল কাম-কাজত এনেদৰে জড়িত হৈ পৰিল যে তেওঁক বাদ দি সেই অঞ্চলৰ ৰাইজে আন মানুহৰ কথা ভাবিব নোৱাৰা হ'ল।

সেই প্ৰতিষ্ঠিত, প্ৰতিপত্তিশীল ৰত্নমাষ্টৰৰ বৰপুত্ৰৰ সৈতে বদনাম হ'ল তৰুলতা নামৰ সাধাৰণ ঘৰৰ সাধাৰণ ছোৱালী এজনীৰ। মাষ্টৰৰ ল'ৰাটো তেতিয়া ইঞ্জিনিয়াৰিঙৰ প্ৰথম চেমিষ্টাৰতে। কিন্তু সি সেইসময়ত কোনোপধ্যেই স্বীকাৰ নকৰিলে যে তৰুলতাৰ হ'বলগীয়া সন্তানটোৰ সিয়ে পিতৃ। সি মাত্ৰ কৈছিল যে ইঞ্জিনিয়াৰিঙৰ টেষ্ট পৰীক্ষা দি অহাৰ পাছত সি তৰুৰ লগত কথা-বতৰা পাতিছিল আৰু সিহঁতক একেলগে থকা অইন মানুহেও দেখিছিল। কিন্তু এনেকুৱা সাংঘাতিক কিবা এটা? নাই; নাই— মুঠতে জয়ন্তই ৰাইজৰ মেলত নাৰ পৰা হা নকৰিলে। সেইদিনা তৰুলতাই মাথোঁ চকুপানী টুকি টুকি তাৰফালে এবাৰ আঙুলিয়ালে তাৰপিছত তাই নিশ্চুপ হৈ পৰিল যি পৰিলেই; তাই এতিয়াও সেই একেই নিশ্চুপ।

বৰ্তমান তাইৰ সমস্ত কাম-কাজ, চিন্তাধাৰা দিগন্তক কেন্দ্ৰ কৰি ঘূৰি আছে। ইতিমধ্যে জয়ন্ত ইঞ্জিনিয়াৰ হ'ল, ঘৰ সংসাৰ কৰি বৈধ পিতৃত্বৰ অধিকাৰীও হ'ল।

আৰু দিগন্তই ৰত্নমাষ্টৰকো অস্বস্তিত পেলায়। দিগন্ত নামৰ সৰুফুটীয়া গাধা লৰাটো মাষ্টৰৰ জীৱন বৃত্তৰ চাৰিওকাষে ঘূৰি থাকিল।

দিগন্তৰ জীৱনৰ এই সোতৰটা বছৰ কেৱল ৰত্নমাষ্টৰ নামৰ মানুহটোৰ কথা ভাবোঁতেই পাৰ হৈ গ'ল। আচৰিত কথা। তাৰ ক্ষুদ্ৰ জীৱনৰ সুখ-দুখ, হাঁহি কান্দোনৰ কথা সি ৰত্নমাষ্টৰক বুজাব খোজে, দেখুৱাব খোজে। দিনটোত এবাৰ ৰত্নমাষ্টৰক নেদেখিলে তাৰ ভাল নালাগে। আনকি নতুন কাপোৰ এযোৰ পিন্ধিও সি ৰত্নমাষ্টৰৰ আগত ঘূৰা-পকা কৰি ভাল পায়। তাৰ জীৱনৰ আটাইতকৈ 'ইম্পৰটেণ্ট' ব্যক্তিজনেই হ'ল ৰত্নমাষ্টৰ। সি মাষ্টৰৰ চকুৰ আগত প্ৰতিষ্ঠিত হৈ দেখুৱাব বিচাৰিছিল। কিন্তু হঠাতে ৰত্নমাষ্টৰৰ মৃত্যু ঘটাত সকলোবোৰ যেন ওলট-পালট হৈ গ'ল।

দিগন্তই মাজে মাজে অকলে কথা পাতে। আনৰ চকুত অকলে কথা পতা যেন লাগিলেও আচলতে দিগন্তই কল্পনাতে ৰত্নমাষ্টৰৰ লগত কথা পাতে। সি ক'ব নোৱাৰাকৈয়ে সি মাষ্টৰক ক'ব খোজা কথাবোৰ তাৰ মুখেৰে ডাঙৰকৈ বাহিৰ হৈ যায়। তৰুলতাই এনেকুৱা মুহূৰ্তবোৰত তাক দেখি আতংকিত হৈ পৰে। কি আছে ৰত্নমাষ্টৰৰ গাত? দিগন্তই যে সেই মানুহটোক ইমান গুৰুত্ব দিয়ে! অথচ সি যে মানুহটোক ভাল পায় তেনেকুৱা নহয়। দিগন্তৰ বন্ধুবোৰে দিগন্তৰ একমাত্ৰ শত্ৰু বুলিলে ৰত্নমাষ্টৰকে বুজে।

আচলতে মানুহৰ জীৱনত শত্ৰু বুলি ভবা ব্যক্তিজনেই বোধহয় জীৱনত আটাইতকৈ গুৰুত্বপূৰ্ণ ব্যক্তি। মানুহে শত্ৰুৰ চকুৰ আগত প্ৰতিষ্ঠিত হৈ শত্ৰুজনৰ অন্তৰ জ্বলাব বিচাৰে। সেই শত্ৰুৰ মৃত্যুৰ পিছত কাক দেখুৱাব নিজৰ ঐশ্বৰ্য, সুখ-শান্তি? প্ৰেমিকা আৰু শত্ৰুৰ মাজত পাৰ্থক্য কি? টোপনিৰ পৰা সাৰ পোৱাৰ লগে লগে কাৰ কথা ভবা হয়? শত্ৰুৰ নে প্ৰিয়জনৰ? দুয়োটাই দেখোন একাকাৰ হৈ পৰে। ৰত্নমাষ্টৰৰ মৃত্যুত দিগন্ত যেন হঠাতে নিঃস্ব হৈ পৰিল।

দিগন্ত ঘৰলৈ আহিল। মাকক খবৰটো দিয়াৰ পিছত মাকে তাৰ চকুলৈ একেথৰে কিছুসময় চাই থাকিল। তাৰপিছত স্বাভাৱিক ভাৱেই নিজৰ আধৰুৱা ঘৰুৱা কামবোৰত ধৰিলেগৈ।

দিগন্তই নিজৰ চাৰিওকাষ ভালকৈ চাই ভাবিলে 'এই ধুনীয়া পৃথিৱীখন ৰত্নমাষ্টৰৰ চকুৰ আগৰ পৰা আঁতৰি গ'ল। সিও ইঞ্জিনিয়াৰ হ'ব বুলি ভাবিছিল। তাৰ বাপেক জয়ন্তৰ দৰে। সি কল্পনা কৰিছিল, ইঞ্জিনিয়াৰ হৈ ৰত্নমাষ্টৰৰ দীঘলীয়া পদূলিত সি গাড়ীৰ পৰা নামিব। দুয়োহাতেৰে কোট-টাই ঠিক কৰি বাৰাণ্ডাত বহী থকা ৰত্নমাষ্টৰৰ ওচৰলৈ গৈ বুকু ফিন্দাই ক'ব, 'মই ইঞ্জিনিয়াৰ হ'লোঁ।'

শেষ নিশা ৰত্নমাষ্টৰৰ পত্নী, বৰপুত্ৰ জয়ন্ত আৰু জীয়ৰী অৰুণা ঘৰ পালেহি। ঘৰখনত তেতিয়াহে কান্দোনৰ ৰোল উঠিল। দিগন্তহঁতৰ ঘৰলৈও কান্দোনৰ শব্দ ৰিণি ৰিণি ভাহি আহিল। ৰাতিপুৱা মৃতদেহ লৈ তাল-খোল বজাই শ যাত্ৰা আৰম্ভ হ'ল। দিগন্তই ঘৰতে সোমাই থাকো বুলি ভাবিলে যদিও এক দুৰ্বাৰ আকৰ্ষণে আকৌ তাক ৰত্নমাষ্টৰৰ মৃতদেহৰ কাষ পোৱালেহি।

সেইদিনাই এক বজাত শ দাহ কৰা হ'ল। চিতাৰ ওচৰে-পাঁজৰে তেতিয়াও মতাই-মাইকীয়ে ঠাইখন ভৰি আছিল। প্ৰায়বোৰ মানুহ ঘৰাঘৰি যোৱাৰ পাছত দিগন্তও ঘৰলৈ আহিল। মাকে তাক গা-ধুবলৈ বুলি পানী-গামোচা পদূলিতে যতনাই দিলে। গা-পা ধুই অহাৰ দিনাৰ দৰেই সি মাকক ক'লে 'মা, বৰ ভোক লাগিছে। সোনকালে ভাত দে।' মাকে তাক হাতখনত ধৰি ঘৰৰ পিছফালে বাৰীৰ ওচৰলৈ টানি লৈ গ'ল। মাকে তাক সৰু সৰুকৈ ক'লে, 'তই আজি ভাত খাব নালাগে। তই আজি এবেলা লঘোণ দে।'

দিগন্ত যেন খণ্ডত ফাটিহে পৰিব। যিখন ঘৰে তাক আজিলৈকে স্বীকৃতি নিদিলে, যিটো মানুহে ৰাস্তাই-ঘাটে দেখিলে উপলুঙাৰ বাহিৰে আন একো সম্ভাষণেই নজনায়— সেইটো মানুহৰ মৃত্যুত দিগন্তই এসাজ লঘোণ দিব লাগে! কিয় লঘোণ দিম মই বুলি ক'বলৈ নাপাওঁতেই মাকে ফুচফুচাই কোৱাদি দিগন্তক কাবৌ কৰিলে— 'মোৰে শপত দিগন্ত, তই আনৰ আগত নক'বি। আচলতে ৰত্নমাষ্টৰেই তোৰ দেউতাৰ। দেউতাৰ বয়সৰ মানুহ এজনক বদনাম দিবলৈ সত নগ'ল বাবেই মই জয়ন্তই তোৰ দেউতাৰ বুলি কৈ আছিলোঁ। দেউতাৰৰ মৃত্যুত তই....।'

দিগন্তৰ ভৰিৰ পতাৰ পৰা ওপৰলৈ জিন্‌জিনাই আহিল। মাকে পিছৰ কথাবোৰ কি কৈছে তাৰ কাণত নোসোমাল। সি মাকৰ মুখখনলৈ কেতিয়াও নেদেখা অদ্ভুত মুখাকৃতিৰ মানুহ এজনীক দেখাৰ দৰে অবাক হৈ চাই থাকিল। ◈

# ৩২ প্ৰত্যাশা

অপৰা ফুকন



মেজিৰ জুইকুৰালৈ চাই-চাই মৃণাল এটা সময়ত নিথৰ হৈ ৰৈ গ'ল। তাৰ জীৱনত পোৱা আৰু ঘটি যোৱা ঘটনাবোৰে তাৰ মনত আজি বৰকৈ পীড়া দিছে। জীৱনৰ প্ৰতিটো খোজতে পাই অহা বাধাবোৰ সি হেলাৰঙে পাৰ কৰিব পাৰিছিল। কিন্তু সি যি পথত নামি পৰিছিল নিজে নভবাকৈ বাস্তৱিকতে জানেনা সেই পথ সুনিশ্চিত? সি বাবে-বাৰে সেই কথাটো জুকিয়াই চাইছিল। কিন্তু সেই পথৰ উচিত সমাধান আজিওচোন পোৱা নাই। এইক্ষেত্ৰত কেতিয়াবা তাৰ মানসিক ভাৰসাম্য হেৰাই যায়। পিছতে আকৌ সি সম্বিৎ ঘূৰাই পাই ভাবে— 'মৰিতে চাহিনা আমি সুন্দৰ ভূবনে, মানবেৰ মাঝে আমি বাচিবাৰ চাই।'

প্ৰতিটো ঋতুৰ মাদকতাৰে ভৰি থকা মৃণালৰ মনটো এটা সময়ত কি হৈছিলগৈ আৰু আজি, আজি কি হৈছে ভাবি সি আচৰিত হয়। শিক্ষকতা কৰি ল'ৰা-ছোৱালীৰ উজ্জ্বল ভবিষ্যৎ গঢ়াৰ মানসিকতা আছিল তাৰ। পৰিস্থিতিৰ দাস হৈ গোটেই জীৱনটোযে কেনেদৰে ওলট-পালট হৈ গ'ল। আদৰ্শৰ ওপৰত প্ৰতিষ্ঠিত তাৰ ধ্যান-ধাৰণাৰ গতি ৰুদ্ধ হৈ গ'ল। সিটো ভবা নাছিল, তাৰ জীৱনটো তেনে হওক! মুখৰ পৰা অতৰ্কিতে ওলোৱা হুমুনিয়াহত মৃণালৰ মন বেদনাত ভাৰাক্ৰান্ত হৈ পৰিল। মেজিৰ জুইকুৰা যিমানে দপ্‌দপ্‌কৈ জ্বলিছে সিমানে তাৰ মনৰ ভিতৰখন জ্বলি উঠিছে। অস্বাভাৱিক পৰিস্থিতিৰ সন্মুখীন হৈ এতিয়া সি ৰূঢ় বাস্তৱক দৃঢ়তাৰে আঁকোৱালি লৈছে। তাৰ ভাব হৈছে সি যেন বাস্তৱ সাঁথৰৰ মাজত জীৱনটো কটাই এতিয়া বাস্তৱ সংঘাতত ব্ৰতী হৈছে।

হঠাতে তাৰ চেতনা আহিল, সি অকলশৰে আছে। ওচৰত কোনো নাই। তাৰ জীৱনৰ নিৰাপত্তাও শেষ হৈ গৈছে। তুষাৰ, প্ৰভাত, মৃদুলহঁত কেতিয়াবাই গুচি গছে। কিন্তু

যাবৰ মন যোৱা নাই মেজিৰ ওচৰৰ পৰা। মেজিঘৰৰ অগ্নি-সেৱা, ভোজ-ভাত খোৱাৰ পৰা মেজি পোৰালৈকে নিত্য-নৈমিত্তিক মাঘবিহুৰ আনন্দ উৎসৱ পৰিবেশত সি থাকিব লাগে কাৰণেহে আছে। যোৱা একুৰি পোন্ধৰটা বছৰত সি পিছৰ দহটা বছৰ কিভাবে ক'ত কেনেকৈ কিদৰে চালিত হ'ল, জীৱনৰ প্ৰকৃত সময়ছোৱাত কেনেদৰে পট পৰিৱৰ্তন হ'ল, ভাবিলে তাৰ সপোন-সপোন যেনহে লাগে। যেন বহুত দিন বাহিৰত থাকি নিজৰ ঘৰলৈ আহিছে। প্ৰথমে তাৰ বৰ আচহুৱা-আচহুৱা যেন লাগিছিল। সকলোৱে তাক সন্দেহৰ চকুৰে চোৱা যেনো তাৰ অনুভৱ হৈছিল। তথাপি সি জন্ম হোৱা ঘৰখন পাই সকাহ পোৱাৰ দৰে হৈছিল। বেমাৰে আগুৰি ধৰা দেউতাক-মাকৰ অৱস্থা, একমাত্ৰ ভনীয়েকৰ কোনো গত্যন্তৰ নোহোৱা বেদনাদায়ক অৱস্থাই মুহূৰ্তলৈ হ'লেও তাক সচকিত কৰিছিল। একমাত্ৰ ভায়েক সঞ্জীৱে মিলিটেৰীৰ চাকৰিত সোমোৱাৰ বাবে ঘৰখনে আৰ্থিক বিষয়ত অলপ সকাহ পাইছিল। প্ৰথমে মানসিক যন্ত্ৰনাই তাক মষিমূৰ কৰি পেলাইছিল কিন্তু পিছত নিজকে নিজে চম্ভালি লৈছিল আৰু প্ৰস্তুত হৈছিল নতুন জীৱনৰ বাবে, তুষাৰ, প্ৰভাত, মৃদুলহঁতক লগ পাই সি ভাল পাইছিল। মন বান্ধিছিল মৃণালে। তাৰ কল্পনাৰ কাৰেংঘৰটো বাস্তৱত ৰূপ দিবলৈ পাৰ্য্যমানে চেষ্টা কৰিছিল। কঠোৰ বাস্তৱৰ ছবিয়ে তাক মুহূৰ্তলৈ ধৰাশয়ী কৰিছিল যদিও উঠি অহা বেলিটোৰ দৰেই তাৰ আছিল সতেজ এটি মন। কাৰণ সি কৰ্মঠ, মনেৰে মুঠেও সমৰ্থন নকৰা এটি অনিশ্চিত পথৰ পৰা সি গুচি আহিছে। লগৰ ল[illegible]কেইটাৰ সতে যেতিয়া মৃণালে কৰ্মত মনোনিবেশ কৰিছিল, তেতিয়া সি পাহৰি গৈছিল তাৰ জীৱনত পাই অহা নিষ্ঠুৰ বাতাবৰণৰ কথা। চাহ-বাগিছাৰ ক্ষুদ্ৰ ব্যৱসায়ত তাৰ মন-প্ৰাণ সপি দেখুৱাইছিল তাৰ স্বতঃস্ফূৰ্ত নিকা ভাবমূৰ্তি। যাৰ দ্বাৰা তুষাৰ, প্ৰভাত, মৃদুলহঁতে তাক শলাগিছিল আৰু সিহঁতো মৃণালৰ দৰে কৰ্মঠ হৈ ক্ষুদ্ৰ ব্যৱসায়ত নিজকে নিয়োগ কৰি স্বাৱলম্বী এটি জাকত-জিলিকা ব্যৱসায়ৰ পৰিচয় দিছিল। বাগিছাবোৰৰ জ্যেষ্ঠ পৰিদৰ্শকে মৃণালহঁতৰ ক্ষুদ্ৰ ব্যৱসায়ত সন্তুষ্ট হৈ নানান পৰামৰ্শ আৰু উপদেশ দি উৎসাহিত কৰিছিলহি। চৰকাৰৰ ফালৰ পৰা মৃণালহঁতে সহায় আৰু উৎসাহ লাভ কৰিছিল। এইক্ষেত্ৰত বহুমূলীয়া জীৱনৰ অৰ্থ ভালদৰে উপলব্ধি কৰি মৃণাল যথেষ্ট উৎসাহিত হৈ পৰিছিল।

হঠাৎ শব্দ এটা শুনি সি চক্‌খাই উঠিল। জুইত বাঁহ ফুটিছে। তেনে শব্দ সি শুনিয়েইতো আছিল, তেতিয়া সি বিচলিত হৈছিলনে ? ভয় খাইছিলনে ?

সংগঠনৰ এক নিৰ্ভীক বীৰত্ব প্ৰদৰ্শক হিচাপে তাৰ একান্ত বন্ধু বিদ্যুতৰ নাম আছিল। বিদ্যুত আৰু সি নলে-গলে লগা বন্ধু আছিল। খবৰ কাগজত এদিন চকু পৰিছিল মৃণালৰ। তেতিয়া সিহঁত বি, এ, চূড়ান্ত বৰ্ষৰ ছাত্ৰ। পৰীক্ষালৈ অলপ দিন আছে আৰু। বিদ্যুত নোহোৱা হ'ল। মাক-বাপেকে একান্ত বন্ধু হিচাপে মৃণালক বিদ্যুতৰ কথা সুধিছিল। ইমান

বন্ধু হৈয়ো সি বিদ্যুতৰ কথা নাজানিছিল। কলেজত কেতিয়াবা কেতিয়াবা নিশ্চুপ হৈ ৰোৱা বিদ্যুতে নিৰিবিলি পৰত, অলকা ৰেষ্টুৰেন্টৰ এটা চুকত দুয়ো বহি যেতিয়া পৰঠা বা চিংৰা চাহ আদি খাইছিল তেতিয়া কেৱল সি সংগঠনৰ কথা পাতিছিল।

'জান মৃণাল আমাৰ দেশখন, সম্পদবোৰ লোকৰ তলতীয়া হৈ আছে। মই স্বাধীন অসম গঢ়াৰ পক্ষপাতী, সেই যে সংগঠনৰ প্ৰতুলহঁত, মোৰ সিহঁতক ভাল লাগে। তোৰ লাগেনে?'

আৰু বহুত কিবাকিবি কোৱা বিদ্যুতৰ কথাৰ আঁত ধৰি মাত্ৰ মৃণালে কৈছিল— 'ওহো মোৰ নালাগে, কিয় জান সুস্পষ্ট পক্ষৰ পৰিচয় নাথাকিলে পথটো ভালনে বেয়া তই নাজান। দেখাত ৰংচঙীয়া কিন্তু ভিতৰি কোৱাভাতুৰী। তাৰোপৰি বহুত কষ্ট স্বীকাৰ কৰিব লাগিব। এটা শুদ্ধ বাটৰ সম্ভেদ ভালদৰে পৰ্যবেক্ষণ কৰি ল'ব লাগে। তাৰ পিছত তাত ভৰি দে.........

নানান কথা-বতৰাৰ পিছতো তাৰ মতৰ সলনি নহৈছিল। সেয়ে নিৰুদ্দেশ হোৱা বিদ্যুতক সংগঠনত যোগ দিয়া বুলিয়েই সি ধৰি লৈছিল যদিও মাক-বাপেকে বেজাৰ পাব বুলি প্ৰকাশ নকৰিছিল। তাৰপিছত ক্ৰমে মৃণালে বি, এ,টো দি উঠিছেহে, মৃণালক আচৰিত কৰি ভুৰুংকৈ এদিন জিপ্‌চী গাড়ী এখন লৈ ওলালহি বিদ্যুত। মাক-দেউতাকৰ আলাসৰ লাডু, ধনীৰ ঘৰৰ দুলাড়ী বিদ্যুতে যেতিয়া কলংপাৰৰ নিৰিবিলি পৰিবেশত মৃণালক লগ পালে তেতিয়া মৃণালে তাক বুজাবলৈ নৌপাওঁতেই গাড়ীখনত তাক উঠাই লৈ গ'ল। অপ্ৰস্তুত মৃণালে নিমিষতে ধোঁৱা-কোৱা দেখিলে। যেতিয়া পাহাৰৰ নামনিৰ লুংলুঙীয়া বাটটোত গাড়ীখন ৰ'লগৈ তেতিয়া মযণাল সচকিত হৈ পৰিল। মুখেৰে 'টু' শব্দ নকৈ জোৰেৰে গাড়ী চলাই শেষত যেতিয়া বিদ্যুত গন্তব্যস্থান পালেহি আচৰিত হৈ মৃণালে সুধিলে—

'তই মোক ক'লৈ আনিলি বিদ্যুত?'

'ৰহ, তোক মই ননাকৈ থাকিমনে? সৌৱা দেখিছ বন্দুকৰে পৰিবেষ্টিত সৈনিকবোৰ?' সি আঙুলিয়াই দেখুৱালে মৃণালক। মৃণালৰ বুকু কঁপি গ'ল। এইটো পৰিৱেশ, পৰিস্থিতিক সি মনে-প্ৰাণে কেনেকৈ আয়ত্ব কৰিব?

'তই এতিয়া কি জান? অলপ পিছত তয়ো তেনে অজন সৈনিকেই হ'বিগৈ। অৱশ্যে তই অলপ বেলেগ পৰ্যায়ৰ। চিন্তা নকৰিবি। দেশৰ কথা ভাবিবি.....' আৰু বহুত কিবাকিবি কৈছিল সি, বোবা চাৱনিৰে মাত্ৰ মৃণালে কামনা নকৰা ইঙ্গিতবোৰলৈ চাইছিল— মন-প্ৰাণ এক অজান আশঙ্কাত কঁপি উঠিছিল তাৰ।

'উহ্' বুলি সি মেজিৰ জুইকুৰালৈ চাই পঠিয়াইছিল। নিশ্চুপ হৈ সি তাৰ জীৱনত

পাই অহা কথাবোৰকে জুকিয়াবলৈ ধৰিলে।

মৃণাল তেতিয়া কিংকৰ্ত্তব্য বিমূঢ় হৈ পৰিল। মৃণালে ক'লে, 'তই মোক কিয় আনিলি ইয়ালৈ ? চা— মোৰ এজনী ভনী আৰু এটা ভাই আছে, মই সিহঁতক চাব লাগিব। দেউতাৰ উপাৰ্জ্জন বুলিবলৈ সৰু কেৰাণীৰ চাকৰিটো। মোক কিয় এনে কৰিলি ? মই সংগঠনক ধৰ ভাল পাব পাৰোঁ; কিন্তু সংগঠনলৈ অহা মানে আমাৰ ঘৰখন শেষ হৈ যোৱা।'

সজল চাৱনিৰে বিদ্যুতলৈ চাই পঠিয়ালে মৃণালে। কি য়ে এক সংকটত পৰিল সি!

বিদ্যুতে ক'লে, 'তই প্ৰকৃত সৈনিক নহয়, তই লিখা-পঢ়া কৰি কটাবি আৰু সংগঠনৰ লিখা-মেলা কাগজ-পত্ৰত তোৰ লিখনি লাগিব, যিহেতু তোৰ লিখনি উন্নত পৰ্য্যায়ৰ।'

বিস্ময়ত একো নাই হৈ সি তেতিয়াৰ পৰাই নিজে নভবাকৈ হৈ পৰিছিল সংগঠনৰ এজন ব্যক্তি। উঃ কি যে অদ্ভুত এটি পৰিস্থিতিত সোমাই পৰিছিল সি। পাহাৰে-পৰ্বতে ঘূৰি-ঘূৰি দুঃসহ যন্ত্ৰনাত উটি বুৰি জীৱনৰ বিপৰীত সোঁতেৰে আহি-আহি আজিৰ স্থানত ভৰি দিছেহি। ভয়-ভ্ৰান্তিয়ে এতিয়া স্পৰ্শ কৰিব নোৱাৰা হৈ পৰিছে। জুইকুৰা লাহে-লাহে কমি আহিছে যদিও সি ওচৰত কোনো নাথাকিলেও তাৰ পৰা উঠি যাব পৰা নাই। ভাবনাই তাক অক্টোপাচৰ দৰে খেদিছে। এয়া এক জীৱনৰ নতুন অধ্যায়, যি অদ্যায়ক মনে-প্ৰাণে সি কামনা কৰা নাছিল। তাৰোপৰি তাৰ ভৱিষ্যৎ ধূসৰ আন্ধাৰ কৰা অধ্যায় এটি।

সংগঠনৰ লোক হিচাবে যেতিয়া ঘৰঘনে জানিলে, তেতিয়া মাক-দেউতাক, ভনীয়েক-ভায়েকে হিয়াধুনি কন্দাৰ বাতৰি এটা সময়ত সি পাইছিল। বুকু ফাটি চিৰাচিৰ হৈছিল তাৰ। কিয়ে কালান্তক দিনবোৰ পাৰ হৈছিল ? তাৰ এতিয়া মনত আৰু দুখ লাগিছে, সিদিনা বিচনাৰ পৰা উঠাই নি ৰাইফলেৰে তাৰ লগৰে অমৰক সংগঠনৰ বে-আইনী কাম কৰা বুলি কোনোবাই মাৰি পেলালে। তাৰ বিনিময়ত আকৌ বা কোন মৰে ? এয়েনেকি জীৱন। প্ৰশ্নৰ শেষ নাই, নাই তাৰ উত্তৰ। এটা সময়ত যেতিয়া সি তাৰ মনৰ বিপৰীতে যোৱা কথাবোৰত অসন্তুষ্ট হৈ আত্মসমৰ্পণ কৰিছিলহি তেতিয়া তাৰ মন কঁপি উঠিছিল, তাকো হয়তো এদিন এই সংগঠনৰ লোকেই মাৰি পেলাব। তথাপি সি ইয়াক আপোচ নকৰে, সি পলাই গুছি আহিছিল আৰু চৰকাৰৰ ওচৰত আত্মসমৰ্পণ কৰিছিল। সি নিৰ্দ্দয় নহয়, সি কুকুৰ মেকুৰীৰ দৰে নমৰে, মানুহকো সি কুকুৰ-মেকুৰীৰ দৰে মৰিব নোৱাৰে। কুকুৰ-মেকুৰীৰো হয়তো এনে নিৰ্দ্দয়তা নাই। জীৱনৰ অপচয়ৰ মুহূৰ্তবোৰক সি দুনাই সজীৱ কৰিব।

আকৌ শব্দ এটা বাহিৰ হ'ল, সি দুনাই ভয় খাই উঠিল, ইফালে-সিফালে চাবলৈ ধৰিলে ওচৰত কোনো নাই। হয়, জুইকুৰাৰ শেষ শব্দ।

সি এই নিৰিবিলি পৰিবেশত থকাটো ঠিক নহ'ব বুলি ভাবি ওচৰতে থকা প্ৰদীপহঁতৰ

ওচৰলৈ যোৱাৰ কথা ভাবিলে। কিন্তু তাৰ যাবৰ মন নগ'ল। মেজিৰ জুই যিমানে বাঢ়িছে সিমানে সি অনুতপ্ত হৈছে। কিমানৰযে মৃত্যু হ'ল— হিচাব নাই। স্বপন, পদুম, মৃন্ময়, পুতুল, মনোহৰ, কন্দৰ্প ....। তাৰ হাতেৰে সি কাকো হত্যা কৰা নাই, সি হত্যা কৰিব নোৱাৰে। সি মাতৰে পঢ়া-শুনা কৰিছিল। দৰ্শনকে আদি কৰি ডাঙৰ-ডাঙৰ মনিষীৰ কিতাপ পঢ়াৰ সুবিধা পাইছিল। লিখিছিল, মাথো লিখিছিল। তাৰ মাজে মাজে হাত কঁপিছিল। এদিন তাৰ ঘৰৰ ওচৰৰ মাধৱ মহন্তৰ ভায়েক কন্দৰ্প মহন্তক কলেজৰ সন্মুখতে মাৰি পেলাই থোৱাৰ খবৰ পঢ়ি সি কাতৰ হৈ পৰিছিল। দুয়োটা ককাই-ভাই একে চেহেৰাৰ। মাধৱ বুলি কন্দৰ্পকে মৰা হৈছিল। মাৰাত্মক বেজাৰ পাইছিল সি। উঠি অহা ভেঁকা তেজৰ খলকনি কিমান দিনেই বা থাকিব। বয়স জানো ৰৈ থাকিব। ভাবি-ভাবি সি অস্থিৰ হৈ পৰিল। মেজিৰ জুইকুৰাৰ শেষ অৱশিষ্টলৈকে ৰৈ ৰৈ সি দূৰণিলৈ চাই পঠিয়ালে। লেশমানো ডাৱৰ নথকা আকাশখনলৈ নিৰিক্ষণ কৰি সি ভাবিলে ইমানতে শেষ হওক তেজৰে ফাকু খেলা বুৰঞ্জীৰ। চাৰিওফালৰ পৰা হোৱা নৃশংস অত্যাচাৰৰ কদৰ্য দৃশ্য চাবলৈ তাৰ অন্তৰাত্মাই ইচ্ছা নকৰে। সিদিনাৰ সেই ঘটনাই তাৰ মানসিকতাত আৰু আঘাত দিলে তাৰ বন্ধু বিদ্যুতৰ ক্ষত-বিক্ষত দেহাটোৰ প্ৰতিচ্ছবিৰ এটি কৰুণ মৃত্যুয়ে।

সংগঠনৰ লোকৰ সৈতে পুলিচ -মিলিটাৰীৰ সংঘৰ্ষৰ ফলত মৃত্যু হোৱা বিদ্যুতৰ কথাই তাক থকা-সৰকা কৰিলে। এনেদৰে মৃত্যু হোৱাতো মৃণালে কোনোপধ্যে কামনা কৰা নাছিল। অস্থিৰ এক দুশ্চিন্তাত মৃণালৰ অন্তৰাত্মা কঁপি উঠিলেও দুখত কাতৰ নহে সি বুকু ফিন্দাই চিঞৰি-চিঞৰি ক'ব ঃ তেজৰ নৈৰে ফাকু খেলিলে কোনো লোকেই সাৰি যাব নোৱাৰে। এদিন নহয় এদিন মৃত্যু হ'বই। আকাশখনৰ মোহনীয় বেশভূষাই তাৰ মনত মুহূৰ্তলৈ হ'লেও আশাৰ এক অস্ফুট বাণী চটিয়ালে। ◇



# ৩৩ গল্প লিখা নহ'ল

## দীপ্তি দেৱী শৰ্মা

মই এটা গল্প লিখিব লাগে। পাপৰিয়ে কেইবাদিনো ফোন কৰি কৈছে, 'বাইদেউ, আমাৰ আলোচনীখনৰ কাৰণে আপুনি এটা গল্প লিখক।' মই তেওঁক বাৰে বাৰে মোৰ অসমৰ্থতাৰ কথা কৈছোঁ, কিন্তু তেওঁ নাছোৰবান্দা— 'আপুনি পাৰিব, লিখক, দুদিনৰ পিছতেই মই আনিবলৈ যাম।' পাপৰিৰ কথাত মই বান্ধ খালোঁ। গল্প আৰু মই কিবা তেল পানীৰ নিচিনাচোন। খুকৈকে হাঁহি উঠি গ'ল। কিন্তু এই সৰু ছোৱালীজনীক যে মই কথা দিছোঁ। অনেক ভাবনা চিন্তাৰ অন্তত মন থিৰ কৰিলোঁ। মই এটা গল্প লিখিম। অসাধ্য সাধন কৰিম। দেহ মনত কিবা এক অজান শিহৰণ জাগি উঠিল। মনৰ আনন্দত গুণগুনাই এটা গান গাই গাই ঘৰ সাৰিবলৈ ল'লোঁ। পাপৰিলৈ ফোন কৰিলোঁ। কাইলৈ আহি গল্প লৈ যাবাহি।

ফোনটো কৰাৰ পিছৰে পৰাই মোৰ মনত একেটা চিন্তাই পাকঘূৰণি খাবলৈ ধৰিলে। কোনো কামতে মন নবহা হ'ল। বাৰে বাৰে সুযোগ বিচাৰিছোঁ পঢ়া টেবুলখনৰ কাষলৈ যাবলৈ, কিন্তু এশ এবুৰি কামে জুমুৰি দি ধৰিছেহি। এক তীব্ৰ বিৰক্তি আৰু বিষাদবোধে মন ভৰি পৰিছে। খঙটো গৈ উঠিছেগৈ গৃহস্থ আৰু ল'ৰা-ছোৱালীকেইটাৰ ওপৰত। ইহঁতমখাৰ বাবেই মোৰ জীৱনত একো নহ'ল। কিবা খং উঠিব ঘৰ-দুৱাৰ সোপাকে এৰি ক'ৰবালৈ গুচি যাম। ভোৰভোৰালোঁ।

ভাত-পানী খাই বৈ উঠি আজৰি হৈ নিশা দহমান বজাত কাগজ-কলম গোটাই টেবুলৰ কাষত বহিলোঁগৈ। এঘণ্টামান জলকা লাগি গল্পৰ প্লট বিচাৰি মগজু তলাং কৰিলোঁ। কলমটো বাৰে বাৰে হাতত লওঁ, বাৰে বাৰে থওঁ। কাগজখনত বহুত আঁক-বাঁক কৰিলোঁ। কেইবাপাহো ফুলো আঁকিলোঁ। কিন্তু গল্পৰ নামত এটা শব্দও মগজুৰ পৰা কলমেদি নোলাল। ঘড়ীটোলৈ চালোঁ, বাৰটা বাজিল। তাৰ মানে মাজৰাতি। অলপ ভয় ভয়ো লাগিল। কাগজ-কলম সামৰি এক গধুৰ মন লৈ বিছনাত পৰিলোঁগৈ। চিত হৈ পৰি টঁ টঁকৈ চকু দুটা মেলি আঁঠুৱাখনলৈ চাই-চাই পৰ্বতত কাছ কণী বিচৰাৰ দৰে গল্পৰ

প্লট বিচাৰি ফুৰিলোঁ। মনৰ মাজত জুমুৰি দি ধৰিছেহি অনেক কাহিনীয়ে, অনেক দৃশ্যই, কিন্তু মই জুকিয়াই ল'ব পৰা নাই। অৱশেষত টি ভিত দেখা হিন্দী চিনেমাৰ এটা কাহিনীকে মনত সজাই-পৰাই ল'লোঁ। নায়ক সীমান্ত, নায়িকা মাধুৰী। নায়িকা বিশাল সম্পত্তিৰ অধিকাৰী অৰিন্দম চলিহাৰ একমাত্ৰ ছোৱালী। মাক নাই। সীমান্তৰ আকৌ মাক আছে দেউতাক নাই। আৰ্থিক অৱস্থা টনকিয়াল নহয়। কিন্তু সি পঢ়া-শুনাত চোকা আৰু ধুনীয়া গান গায়। কলেজত দুয়োৰে দেখা-দেখি, প্ৰেম-ভালপোৱা, কলেজ ফাংচন, ৰেষ্টুৰাঁ, পিকনিক ইত্যাদি ইত্যাদি। এইখিনিলৈকে ভাবি থাকোঁতে শেষ নিশা টোপনি আহিল।

পিছদিনা কাহিলিপুৱাতেই সাৰ পাই বিছনাৰ পৰা জাঁপ মাৰি উঠিলোঁ। আন দিনাৰ দৰে মৰ্ণিংওৱাক কৰিবলৈকো নগ'লোঁ। ফটাফট ঘৰুৱা কাম-কাজবোৰ কৰি গৈছোঁ। ঘৰ সাৰিছোঁ, বাচন ধুইছোঁ, লৰালৰিকৈ গা-পা ধুই গোসাঁই চাকি দি প্ৰেচাৰ কুকাৰত চাউল-দাইল তুলি দিলোঁ। পুৱা ৬ বজাতেই প্ৰেচাৰ কুকাৰৰ শব্দ শুনি ছোৱালীজনী সাৰ পাই উঠি খক্‌মককৈ চকু মোহাৰি পাকঘৰ পালেহি। কৌতূহলী মনেৰে তাই সুধিলে, 'মা, আজি ক'ৰবালৈ যাবা নেকি? ইমান সোনকালে ভাত ৰান্ধিলা যে।' 'অঁ যাম, দিনে-ৰাতিয়ে তহঁতৰ আল-পৈচান ধৰিবলৈকে মোৰ জন্ম হৈছিল নেকি?' মোৰ কথা শুনি তাই উচপ খাই গ'ল। লাহেকৈ সুধিলে, 'ক'লৈ যাবানো?' 'তোক কিয় লাগে?' —তাইক ভেকাহি মাৰি দিলোঁ— 'মোৰ কথা মোৰ। মোৰ কিবা নিজৰ বুলি এটা জীৱন থাকিব নোৱাৰে নেকি? মই ক'ৰবালৈ যাওঁ, ঘৰত থাকোঁ মোৰ কথা। ভালে ভালে সোনকালে গা-পা ধুই আহ।' মোৰ আচহুৱা কথা-বতৰা শুনি তাই তাপ মাৰিলে। সিটো কোঠাত তাই দেউতাকক কৈ থকা শুনিলোঁ। 'আজি শেনৰ এজাত দেই....।' বাপেকক ক'বলৈ সাঁচি থোৱা কথাখিনি জীয়েকক ক'বলৈ পাই মোৰ মনটো কিছু শাঁত পৰিল। পানী এগিলাচ ঢোক্‌ঢোককৈ খাই উঠি অলপ ঠাণ্ডা মগজুৰে ৰাতি ভাবি থোৱা গল্পৰ প্লটটো মনত পেলালোঁ। ঠিকেই আছে। এতিয়া লিখিলেই হ'ল।

দহ বজাত গৃহস্থ আৰু ল'ৰা-ছোৱালীক স্কুললৈ পঠাই আজৰি হৈ টেবুলৰ ওচৰত কাগজ-কলম লৈ বহিলোঁহি। ক'ৰ পৰা আৰম্ভ কৰা যায়। চিন্তাৰ সাগৰত বুৰ গ'লোঁ। কলেজৰ পৰাই আৰম্ভ কৰা যাওক। কলেজৰ কৰিডৰত নায়ক-নায়িকাৰ প্ৰথম দেখা-দেখি। মাধুৰীৰ কিতাপ এখন লৰালৰিত হাতৰ পৰা পৰি গ'ল। সীমান্ত ওচৰতে আছিল। সি কিতাপখন তুলি আনি মাধুৰীৰ হাতত দিলে। চাৰি চকুৰ মিলন ঘটিল, চা-চিনাকি হ'ল আৰু মাধুৰীয়ে তাইৰ এড্ৰেচ থকা কাৰ্ড এখন সীমান্তক দিলে।.... ক্ৰিং ক্ৰিং ক্ৰিং, টেলিফোনটো বাজি উঠিল। টিঙিচকৈ খঙটো উঠি আহিল। আপদীয়া টেলিফোন, যিমান বাজ বাজি থাক। নুঠো আজি চকীৰ পৰা। উঠিলেই জেলৰ পৰা কয়দী

পলোৱাদি গল্পৰ নায়ক-নায়িকা পলাই পত্ৰং দিব। ফোনটো বাজি বাজি নাইকিয়া হ'ল। কেনে মজা, আজি গল্প লিখিমেই।

সীমান্তই কলেজ ফাংচনত গান এটা গাইছে। মাধুৰীয়ে ষ্টেজৰ সন্মুখতে বহি চকুৰ টিপ নমৰাকৈ চাই আছে। তাই হৃদয়ত প্ৰেমৰ সৰোবৰে পাৰ ভাঙি উপচি পৰিছে। গীতৰ শেষত মঞ্চলৈ উঠি গৈ তাই সীমান্তক অভিনন্দন জনাইছে। বাঃ বঢ়িয়া হ'ব দেই। মনটো ভাল লাগি গ'ল।

'বাইদেউ, গাখীৰ।' কি আপদ, এহাতে কলমটো আৰু আনহাতে গাখীৰৰ চচ্‌টো লৈ আগফাল পালোঁগৈ। 'অ' আই জপনাখন কোনে খুলি থৈ গৈছিল? গৰু সোমাই লপলপকৈ চোবালে নহয় ৰংগনজোপা। গৰু-গাই খেদাই জপনাখন মাৰি দৌৰি অহাদি আহি চকীত বহিলোঁহি। কি আছিল— অ' মনত পৰিছে। সীমান্ত আৰু মাধুৰীয়ে এখন ৰেষ্টুৰাঁত বহি মনৰ কথা পাতিছে। এইখিনিতে এটা গান দিলে কেনে হয়।

'জোনাকে কাণে কাণে আহি ক'লে
নিবিড় অবুজ ভাষাৰে
তুমি মোৰ, মাথো মোৰ
নিৰবে জ্বলি থকা তৰাবোৰে
বাৰে বাৰে ক'ব খোজে
তুমি মোৰ মাথো মোৰ....।'

ধুনীয়া হ'ব দেই। কোনে কয় মই গল্প লিখিব নেজানোঁ বুলি। গপত বুকুখন কিছু ওফন্দি আহিলেই। মাধুৰীৰ বুকুত সাত সমুদ্ৰৰ ঢৌ। সীমান্তৰ মনটো অৱশ্যে কিছু নিষ্প্ৰভ। এফালে প্ৰেম, এফালে পঢ়া-শুনা। ঘৰৰ আৰ্থিক অৱস্থা তথৈবচ। দুই নাও দুই ভৰি। সি মাধুৰীক মুখ খুলি এইবিলাক কথা ক'ব পৰা নাই। মাধুৰীয়ে তাৰ মনৰ ভাব কিছু ধৰিব পাৰিছে। তাই তাক অভয়দান কৰিছে। কাৰণ তাই ধনী দেউতাকৰ একমাত্ৰ ছোৱালী। দেউতাকে ইতিমধ্যে দৰা বিচৰাত লাগি গৈছে। তাই কিন্তু সীমান্তকহে বিয়া কৰাব। চিন্তা নাই, সীমান্ত বিয়াৰ পিছত মাধুৰীৰ ঘৰতেই থাকিব পাৰিব। দেউতাকৰ বয়স হৈ আহিছে, তেওঁৰ অগাধ সম্পত্তি সীমান্তয়েই চোৱা-চিতা কৰিব লাগিব। তাই দেউতাকৰ আগত সীমান্তৰ কথা কৈছে। দেউতাকে সীমান্তক মাতি পঠাইছে। সীমান্তই কিন্তু তাইক কিছুদিন অপক্ষো কৰিবলৈ কৈছে। কাষৰ খিৰিকীখনেদি আকাশখনলৈ চাই পঠালোঁ। উৱা, আকাশখনচোন ক'লা ডাৱৰে ঢাকি পেলালে, বৰষুণ আহেহে লাগে। যা আহিলেই নহয় হিৰ্‌হিৰকৈ। আচাৰৰ বটল, কানি-কাপোৰ সোপাইচোন বাহিৰত। কলমটো থেকেচা মাৰি থৈ দৌৰ মাৰিলোঁ। কাপোৰ-কানি সামৰি-সুতৰি থৈ ঘড়ীটোলৈ চালোঁ। ডেৰ বাজিলচোন। ভোকত পেটটো কলমলাবলৈ ধৰিলে। তেতিয়াহে মনত

পৰিল ৰাতিপুৱাই খোৱা চাহটুপিৰ বাহিৰে পেটত একো এটা পৰা নাই। তাৰ মানে গল্প লিখাৰ চখত খাবলৈকো পাহৰিলোঁ। সাহিত্যিকসকলে মোৰ নিচিনাকৈ নেখাই-নবই লিখা-মেলা কৰে নেকি? জানিবৰ মন যায়। পাকঘৰলৈ সোমাই গ'লোঁ। গোটেইখন বিশৃংখল। পাকঘৰৰ অৱস্থা দেখি উজাই অহা ভোকটো দমি গ'ল। অ'ত কাঁহী, ত'ত বাটি, গেছ স্তভৰ ওপৰত চাহ কৰা চচ্‌পেনটো আৰু কেৰাহীকেইটাই মোলৈকে চাই দাঁত নিকটাই হাঁহি আছে। এচুকত আগবেলা গৃহস্থ আৰু ল'ৰা-ছোৱালীকেইটাই খাই থৈ যোৱা লেতেৰা কাঁহী-বাটি দ'ম হৈ আছে। চৰম বিৰক্তিৰে সোপাকে গোটাই-পিটাই লৈ কলৰ পাৰ পালোঁগৈ। মনৰ মাজত কিন্তু এখুজি-দুখুজিকৈ সীমান্ত মাধুৰীৰ ঘৰলৈ আগবাঢ়িছে। অট্টালিকা যেন লগা সুদৃশ্য ঘৰৰ গেইটখন লাহেকৈ খুলিছে। মাধুৰীয়ে ভিতৰৰ পৰা খিৰিকীৰ পৰ্দা দাঙি চাইছে আৰু লৰালৰিকৈ আগফালে ওলাই আহি সীমান্তক আদৰি-সাদৰি নিছে। সীমান্তৰ বুকু ধান বনাদি বানিছে। মাধুৰীয়ে নি সু-সজ্জিত ড্ৰয়িংৰুমত বহুৱাইছে। ঘৰৰ ওপৰতলাৰ পৰা গুৰু-গম্ভীৰ খোজেৰে দেউতাক নামি আহিছে। দেউতাকৰ পদশব্দত সীমান্ত চোফাখনতে চেপেটা লাগিছে। দেউতাক আহি সন্মুখৰ চোফাখনত বহিছে। মাধুৰীয়ে সীমান্তক দেউতাকৰ লগত চিনাকি কৰি দিছে। দেউতাকে তীব্ৰ দৃষ্টিৰে সীমান্তক নিৰীক্ষণ কৰিছে। বচ আৰু নেভাবোঁ। সীমান্ত চেপেটা লাগিয়েই বহি থাওক, মাধুৰীয়ে চাহ-তাহ দিয়ক। পাকঘৰখন মচি-কাচি লৈ ৰাতিপুৱাই ৰন্ধা ভাতকেইটামান খাই ল'লোঁ। ইতিমধ্যে বৰষুণ এৰিছে। আগফালে ওলাই গৈ দেখিলোঁ বৰষুণজাকৰ লগত অহা বতাহজাকে সৰাপাত, তামোলৰ ঢকুৱা আদি উৰুৱাই আনি চোতালখন তেনেই বিধ্বস্ত কৰিলে। ইচ্‌ ৰাম ঘৰলৈ কোনোবা আহিলে বাৰু কি বুলিব? লৰালৰিকৈ বাঢ়নীডাল আনি চোতালখন সাৰিবলৈ ল'লোঁ। চোতাল-ঘৰ সাৰি-পুচি হাত-ভৰি ধুই ড্ৰেচিং আইনাখনৰ সন্মুখত থিয় হৈ নিজকে চালোঁ। কি অৱস্থা! চুলি আউল-বাউল, পিন্ধা কাপোৰযোৰৰ গতি নাই। চকু-মুখত উৎকণ্ঠা উদ্বেগ, কাপোৰযোৰ সলাই চুলিকোচা আঁচুৰি টানকৈ খোপা এটা বান্ধি ল'লোঁ। ঘড়ীটোলৈ চালো আঢ়ৈটা বাজিলেইচোন। তাৰ মানে গৃহস্থ আৰু ল'ৰা-ছোৱালীকেইটা স্কুলৰ পৰা আহি পাবৰ হ'লেই। এইমখা আহিয়েই খাওঁ খাওঁ লগাবই নহয়। কিন্তু গল্পটোযে আধৰুৱা হৈ আছে। অলপ পিছতে পাপৰি ওলাইহিহে লাগে।

হঠাতে অনুভৱ কৰিলোঁ মই যেন বৰ ক্লান্ত। অৱশ খোজেৰে এখুজি-দুখুজিকৈ আহি পুনৰ চকীত বহিলোঁহি। কিন্তু এয়া মোৰ কি হৈছে। মই যেন একো কথা ভাবিব নোৱাৰা হৈছোঁ। পৃথিৱীৰ সমস্ত ভাগৰে যেন মোক হেঁচা মাৰি ধৰিছে। হাতৰ পৰা কলমটো মাটিত পৰি গৈছে। টপ্‌-টপকৈ দুটোপাল চকুপানী আহি আধৰুৱা গল্পটোত সৰি পৰিছেহি। ◈



# ৩৪ এটা দিনৰ কথা

## দীপা বৰুৱা

অৱসৰ পোৱাৰ পিছত ইয়ে-সিয়ে এতিয়া ঘৰতে বহি কি কৰিছে বুলি সুধিলে চিধাই মূৰত ধৰেগৈ। অৱসৰ লোৱাৰ পিছত যেন মানুহৰ একো কামেই নাই। অৱশ্যে ভাল ভাবতেই সোধে। তেওঁলোকৰ ওপৰত খং উঠিলে কেনেকৈ হ'ব। অৱসৰ লোৱা মানেই জীৱনে ভাটি ফালে গতি কৰিছে। আজৰিৰ সময়। বৰুৱানীৰ দেখোন আজৰিয়েই নাই। সেই চাকৰি কৰা দিনৰ দৰেই।

বনকৰা মানুহজনী ঘৰলৈ গৈ আজিলৈকে অহা নাই। এই কাম কৰা মানুহবোৰক মৰম কৰিলেও ইহঁতে মৰমৰ মূল নুবুজে। বৰুৱানীৰ পেটে পেটে খং উঠিলেও চিন্তাও কৰে আকৌ। এৰা হ'ল বুলিনো আৰু সিহঁতে লোকৰ ঘৰত কিমান লেদেনা উকটিব! আমবোৰো কম নহয়। লোকৰ ওপৰত চলি চলি এতিয়া ঘৰৰ যাৱতীয় কাম কৰিবলৈ পালে পেটতে হাত-ভৰি লুকায়। তথাপিতো পঢ়া-শুনা, লিখা-মেলা কৰিবলৈ আহৰি অকণমান পোৱা হ'লে বৰুৱানীয়ে ইমান কথা চিন্তা নকৰিলেহেঁতেন। সাম্প্ৰতিক কালত সমাজে যিমানেই সবলীকৰণৰ কথা নকওক, সকলো ফুটুকাৰ ফেন। পুৰুষ বুলি আমাৰ জনে ঘৰখনৰ ইফালৰ কুটা এডাল সিফাল নকৰে। অৱশ্যে সকলো পুৰুষ একে নহয়। বোধকৰো সৰহ সংখ্যক পুৰুষেই ঘৰৰ কামত হাত দিবলৈ মন নকৰে।

আমাৰ সমাজখনো হ'ব পাই কম! কোনোবা এজন পুৰুষে ঘৰৰ কিবা এটা কামত মহিলাক সহায় কৰি দিয়া দেখিলে— লাগিল নহয় ফুচ্‌ফুচনি। এইবিলাক যিয়েই নহওক। সমাজ বা আনক দোষ দি লাভ নাই। মহিলাই ঘৰৰ যাৱতীয় কাম-বনৰ মাজতে সময় উলিয়াই 'একষ্ট্ৰা কেৰিকুলাৰ একটিভিটিজ' কিছুমান যেনে লিখা-মেলা, চিলাই, উল গুঁঠা আদি কৰিব পৰাতো মহিলা এগৰাকীৰ নিজৰ ইচ্ছা-অনিচ্ছাৰ কথা। ব্যস্ততাৰ মাজতে আহৰি উলিয়াব পৰাটোহে কৃতিত্ব।

কেইগৰাকীমান প্ৰতিষ্ঠিত লেখিকা মহিলাৰ লগত বন্ধুত্বৰ বাবেই বৰুৱানীৰ সেই তাহানিৰ পৰাই কিবা-কিবি কিছুমান লিখিবলৈ বৰ মন যায়। লিখা কিন্তু হোৱা নাই

আজিলৈকে। ভাবিলে কি হ'ব! এই লিখা-মেলা গুণবোৰ জন্মগত। সৃষ্টি এনে এটা বস্তু নহয় যে গাৰ বলেৰে কিবা এটা লিখি পেলাব। বৰুৱানীৰ নিজলৈকে ধিক্কাৰ জন্মে।

যোৱা ৰাতি বিছনাত পৰি পাগুলি পাগুলি গল্প এটা চিন্তা কৰি থাকোঁতেই কেতিয়ানো টোপনি গ'ল গমেই নাপালে। পুৱা সাৰ পাই খপ্‌জপকৈ উঠি বাহী বন কৰি, গা-পা ধুই, গোসাঁই সেৱা কৰি আহি দুয়ো বিস্কুট এটাৰে ৰঙা চাহ একাপ খাই নিজৰ নিজৰ কামত লাগিল। বৰুৱানীয়ে আজি যিমান পাৰে কামবোৰ খৰখেদাকৈ কৰি আজৰি উলিয়াবৰ বাবে থিৰাং কৰি কামত লাগিল।

ঘৰ-দুৱাৰ চাফ কৰি বিছনা পাৰি ন-বজাৰ ৰুটি ভাজি কৰিবলৈ যাওঁতেই আঠ বাজিল। আলু দুটামান মিহি মিহিকৈ কাটি পাচপুৰণ দুটামান তেলতে দি আলু ভাজিৰ কেৰাহীখন গেছৰ চিমত দি আটা দুমুঠি মাৰিবলৈ লৈছোঁহে— আহিল নহয় কল বেপাৰীটো।

বাইদেউ কল।

নালাগে যা। ঘৰত আজি আমি দুটাহে আছোঁ, কল খোৱা মানুহেই নাই।

বাইদেউ— ডাঙৰ কল এই আৰি আপোনালৈকে আনিছোঁ।

বৰুৱানীৰ যেন কল আৰি আনিবলৈ গ'লেও আজি সময় যাব। পইচা আজি নাপাব। কালিলৈ লৈ যাবি। কল ক'লা পৰিলে মই কিন্তু ঘূৰাই দিম।

ক'লা নপৰে বাইদেউ। ভাল কল আনিছোঁ। বহনি কৰক। আজি বহনি হোৱাই নাই।

তঁহতৰ পৰা আৰু উপায় নাই। আমি যেন ঘৰটোৰে সৈতে ক'ৰবালৈ পলাইহে যাম। আটাৰ হাতখন ধুই বৰুৱানীয়ে কলবালাটোক টকা পয়ত্ৰিশটা দিওঁতেই সদায় দি থকা পাচলিবালাটোৱে জপনাৰ মুখৰ পৰাই—

বাইদেউ পানী লাও আৰু খুতুৰা শাক আছে। ল'ব?

দে বুলি ভিতৰৰ পৰা টকা আনিবলৈ যাওঁতেই বৰুৱাৰ বন্ধু অৱসৰপ্ৰাপ্ত অধ্যক্ষ বলেন বৰা আহিল ঃ পাচলি লৈছে? বৰুৱা আছে? তেখেতে একেটা বাক্যতে কথা কেইটা সুধি বাৰণ্ডাত উঠিলহি।

আছে। আহক— বহক।

লাও কেনেকৈ ল'লে?

বিশ টকা। খুতুৰা দহ মুঠিত পাঁচ টকা। পাচলিবালাটোলৈ চাই বৰাই ক'লে— হেৰ' এইটো লাওত বিশ টকা লৈছ?

কি কৰিব চাৰ। কিনি আনিছোঁ ওঠৰ টকাত।

তহঁতি খালি আৰু। দুটকা লাভ ল'লি। আগৰ আমি এইবোৰ অমিতা— লাও

গৰুৰ দানাত সিজাওঁ। এতিয়া চহৰলৈ আহি দাম দি কিনি খাব লগা অৱস্থা হৈছে।

উপায় নাই। আজি-কালি গাঁৱতো নাই চাৰ। পাছলিৱালা গ'লগৈ।

বৰাক দেখি পেটে পেটে মোৰ অলপ বিৰক্তি লাগিছিল যদিও— বহক বুলি কৈ গেছৰ ওচৰলৈ আহিব খোজোঁতেই বৰাই আজিৰ পেপাৰখন খুজিলে।

বৰুৱা গা-পা ধুই আহে মানে পেপাৰখনতে চকুকে ফুৰাওঁ।

মই পেপাৰখন বৰাৰ হাতত দি বহক বুলি কৈ গেছৰ ওচৰ পালোঁহি। চিমত দি থোৱা আছিল যদিও আলু ভাজিখন জোখতকৈ অলপ ৰঙা পৰিল। বৰুৱাৰ পৰা কথা এষাৰ শুনি লাগিব বৰাৰ সন্মুখতে। ক'ব আৰু কি! বুঢ়ী হ'লহি গেছত গাখীৰ, ভাজি তুলি বাহিৰত পংপঙাই ফুৰিবগৈ। আটা এমুঠি বঢ়াই লৈ তিনিওজনলৈ গাইপতি দুখনকৈ ৰুটি কৰি হয় মানে বৰুৱা গা-ধুই, গোসাঁই সেৱা কৰি আহি বৰাৰ ওচৰত বহিলহি।

দুয়োকে ৰুটি-ভাজি আৰু চাহ একাপ একাপ দি মই গেছৰ ওচৰত থকা সৰু টেবুলখনতে খাবলৈ বহোঁতেই বৰাই মাত লগালে— বুজিছে বৰুৱানী আমি আজিকালি আলু-পিয়াজ খাবলৈ এৰিছোঁৱেই। নাখালে কি কৰিবি— বেপাৰীয়ে বঢ়াই থাকক দাম। মই ওচৰলৈ গৈ মিচিকিয়াই হঁহাৰ বাদে বৰাক একো নক'লোঁ। কথা ক'লেই বিপদ। মানুহজনে বৰ কথা পাতিব পাৰে।

কাপ-প্লেটবোৰ তেওঁলোকৰ সন্মুখৰ পৰা আনি পাক্ঘৰৰ বেচিনটোতে ধুবলৈ থৈ তেওঁলোকক তামোলৰ বটাতো দিলোঁগৈ। দুয়ো বৰ তামুলতী।

কাপ-প্লেটবোৰ ধুই, ভিতৰতে খুতুৰা শাককেইডাল খচি খচি ধুই পুনৰ পানীত ডুবাই থ'লোঁ। দুয়োটাৰে গা-ধোৱা তিয়নী মেলি আহোঁ মানে ঘড়ীটোলৈ চাই দেখো আজিও লিখিবলৈ বহিব নোৱাৰোঁ। মনতে ভাবিলোঁ আৰু বা কোন ওলাইহি।

তেনেতে ওচৰৰ আইতা এগৰাকী আহি মাত লগালেহি। অ'ৰ এঘৰ ত'ৰ এঘৰ মানুহ আছোঁ যদিও আমাৰ চুবুৰীৰ মানুহবোৰ একে গাঁৱৰ মানুহৰ দৰেই বৰ্তমানলৈকে মিলি-জুলি আছোঁ। পাছৰ চামে কেনেকৈ থাকে সিহঁতৰ কথা।

চাহ খাই তামোল এখন খাবলৈ দেখো পাণ নাই। তামোল খোৱা মানুহ বৰুৱাৰ ওচৰতে পাণ এখিলা পাম বুলি আহিলোঁ। মই গা ধোৱাই নাই। বোৱাৰী নাই হ'ব পাই? থাকিব কেইদিনমান? এনেই গৈছেনে— কিবা বিয়া-সবাহ আছে?

আইতাৰ উত্তৰবোৰ চমুকৈ দি তামোল এটা চকলিয়াই খাবলৈ দি আইতাক পাণ দুখিলা দিলোঁ। এখিলা দিলেও হ'ব, অনামেই এতিয়া। পাণৰ গুচি সাত টকা হ'ল। তামোল খাবলৈ এৰিবহে লাগিব। এয়া আইতাৰ কথা।

এৰা বজাৰত কোনটো বস্তুৰনো দাম কম? আইতাই ঠিয় হৈয়ে পোন্ধৰ

মিনিটমান ইটো-সিটো কথা পাতি যোৱাৰ পাছতে ম'বাইল বাজিল।

হেল্ল'— অ' বাইদেউ ভালে আছা? আমি গৈ আছোঁ তোমাৰ তাতে ভাত খাই আজিয়েই ডিব্ৰুগড় পাবগৈ লাগিব।

অ' কোন কোন আহিছ?

মুঠতে এগাড়ী গৈ আছোঁ।

কিৰিং কিৰিংকৈ লেন্দ ফোনটোও বাজিল। ম'বাইল অফ্ কৰি— হেল্ল'—

হেল্ল' কি কৰি আছে? ল'ৰাৰ মাত বুলি বুজিব পাৰি— কি কৰিম আৰু কাম কৰি আছো মামাহঁত আহিব। এইমাত্ৰ ফোন কৰিছে। তাৰ লগত নাতিনী বোৱাৰীৰ ভাল-বেয়া ইটো-সিটো কথা পাতি ভাতত লাগোগৈ বুলি ফোন থ'লো।

গৃহস্থক মাংস এক কেজি আনিবলৈ কৈ ভাতৰ যা-যোগাৰত লাগিলোহি। ফ্ৰিজৰ পৰা আগ দিনাৰে শ'ল মাছ কেইডোখৰ, কচ্‌মাছ তিনিডোখৰ উলিয়াই থ'লো। মাছ-মাংস দুয়োটাই থাকিব যেতিয়া ভাজিৰ কথা সিমান চিন্তা কৰা নাই।

ও লেঠা হ'ব পাই কম। আমাৰ পুৰুষ জনাই আকৌ আজিকালি মাছ-মাংসৰ নামেই নলয় নহয়। সৰু প্ৰেছাৰ কুকাৰটোতে আলু এটাৰ বাকলি গুচাই মচুৰ দালিৰ লগতে বহাই দিলোঁ। আদা, নহৰু, পিঁয়াজ, আলুৰ বাকলি গুচাই সাউতকৰে ৰান্ধনিশালৰ নিচেই কাষতে থকা নৰসিংহ জোপাৰ আৰু ডালিম জোপাত বগাই থকা চাপৰতে পোৱা ভেদাইলতাৰ পাত অলপ আনি ধুই-পখালি মিক্সিত পিচি ল'লোঁ। ৰাজমিস্ত্ৰিৰ লগত যোগালী বা বামুণৰ লগত লিতিকাই থকাৰ দৰে আলহী-দুলহী আহিলে ৰান্ধনী গৰাকীৰো যোগালীৰ প্ৰয়োজন হয়। নহ'লে ৰান্ধনীৰ অলপ আহুকাল হয়। ৰান্ধিব লগীয়া বস্তুবোৰ যোগাৰ কৰি লওঁ মানে গৃহস্থই মাংস আনি পালেহিয়েই।

কি বজাৰ কৰিবাহে। বস্তুৰ জুই-চাই দাম। এই এবেলা বাট আহোঁতে ৰিক্সাবালাটোক দহ টকা লাগে। জেপৰ পৰা সাত টকা উলিয়াই চিতত থৈ গুচি আহিলোঁ। ল'লে ল'বি, নল'লে নাই।

মাংসবোৰ ধুই বহাই দিলোঁ। চিলনীৰ জীয়েকৰ দৰে যিমান পাৰো সোনকালে ব্যঞ্জন কেইবিধ ৰান্ধিবলৈ ল'লো।

চাউলকেইটা ধুব খোজোঁতেই গাড়ীৰ মাত শুনি ওলাই গৈ দেখো ভাইটিৰ লগত আমেৰিকাত থকা তাৰ খুলশালিয়েক আৰু বোৱাৰীয়েক। সিহঁতহালক দেখি জীব গ'ল। মনতে ভাবিলোঁ যোগাৰ কৰিলো নৰসিংহ, ভেদাইলতা। ইহঁতে বা কেনে পায়? যি হয় হ'ব বুলি সিহঁতৰ লগত কথা-বতৰা পাতি, সিহঁতেই অনা মিঠাই চাহেৰে আপ্যায়ন কৰি মই ভাতত লাগোগৈ বুলি ৰান্ধনি ঘৰত সোমালোঁ।

যিমান যতনেৰে পাৰো ৰান্ধি সিঁহতক ভাত বাঢ়ি দি ইটো-সিটো যতনাই নিজেও

ভাতৰ পাতত বহিলো। ভাতৰ মেজত অসমৰ বয়বস্তুৰ চৰা দামৰ পৰা উগ্ৰপন্থীৰ সমস্যা, দুৰ্নীতি, হত্যা, লুণ্ঠন, ধৰ্ষণ— এই সকলো কথাৰ আলোচনা হোৱাত ভাত খোৱা যথেষ্ট পলমেই হ'ল। ভাইটিৰ খুলশালিয়েক কুশল আৰু বোৱাৰীয়েক লুনাই কচ্ মাছৰ খৰিচা দি সিজোৱা আৰু ভেদাইলতা নৰসিংহৰ শ'লমাছৰ জোলকণ তপালি পাৰি খোৱাতহে আশ্বস্ত হ'লো। আমাৰ জনাই মাছ-মাংস নোখোৱাৰ পৰা দেশৰ ৰাজনীতি, সমাজ-নীতি, ভীমাজুলিৰ হত্যাকাণ্ড, যোৱা বছৰৰ ৩০ অক্টোবৰৰ বোমা বিস্ফোৰণৰ সুখ-দুখৰ আলোচনাৰ ৰসে ব্যঞ্জনৰ ৰসত সুৰগা চৰাইছিল যেন পাওঁ। খাই-উঠি কেওটাই বহুত ভাত খাই দিলো দেই, কথাৰ মাজতে ভাত কিমান খালো ধৰিবই নোৱাৰিলো আদি কথাৰে হাঁহিৰ খোৰাক যোগালে। ভাতখোৱা কাঁহি-বাটি সামৰি পাকঘৰৰ বেছিনটোতে থৈ সিহঁতৰ লগত কথাত মচগুল হৈ কিমান যে সময় পাৰ হৈ গ'ল এটাইও গমকে নাপালো। লুনাই কোঠাবোৰ ভুমুকি মাৰি চাই বাইদেউৱে ঘৰটো বৰ পৰিপাটিকৈ থৈছে বুলি কোৱাত মনে মনে সন্তোষ লভিলোঁ।

বহুদিনৰ অন্তত সমূহীয়া দুখ-সুখৰ আলোচনাতেই ৰঙা চাহ একাপে গলাধঃকৰণ কৰি সিহঁত ডিব্ৰুগড়লৈ বুলি যাত্ৰা কৰাৰ পিছত বেছিনত গোটাই থোৱা কাঁহি-বাটি, চৰু-কেৰাহি ধুই আজৰি হওঁ মানে কাতিমহীয়া বেলিয়ে মেলানি মাগিলেই।

লিখিবা কি? ভাগৰে আমনি কৰিছে। হাত-ভৰিকেইটা ধুই, চাফা-চিকুন হৈ বাঁৰান্দাতে বহি ভাবিলো সময়বোৰ প্ৰায়ে এনেকৈয়ে অতিবাহিত হয়। অৱসৰৰ পাছত সময় কেনেদৰে পাৰ কৰিছে সুধিলে— কি বখানিম।

বাহিৰা কিতাপ দুই-এখন পঢ়িবৰ বাবে, লিখা-মেলা কৰিবৰ বাবে আজি-কালিৰ শিক্ষিত মহিলাক আছুতীয়া সময় অকণমান লাগে কিন্তু। জন্মতেই সকলোৱে এখন কপাল লৈ আহে। আৰু আমি সেইদৰেই জীৱন অতিবাহিত কৰিব লাগিব। বৰুৱানীয়ে নিজৰ কথাকে ভাবিলে আলহী-দুলহী, নাতি-পুতি, পো-বোৱাৰীৰে এখন সুখৰ সংসাৰতেই দিন কটাইছে তথাপিতো যেন কিবা এটা পোৱা নাই। কথা হ'ল লগৰ দুই এগৰাকীয়ে লিখা-মেলা কৰা দেখিলে তেওঁৰো লিখিবলৈ মন যায়। কিন্তু নোৱাৰে লিখিব। সেইকাৰণে বাৰেবাংকৰা কথা কিছুমান মনলৈ আহে। বৰুৱাজনীয়ে আজি চিন্তা কৰিলে— ৰাজহাঁহৰ খোজ দেখি ঘনচিৰিকাই খোজ লোৱাৰ দৰে খোজ লোৱাতকৈ এইদৰেই থকাই ভাল। হাতীৰ লাদ দেখি শহাৰ মলৰ দ্বাৰ ফাটিলে কেনেকৈ হ'ব! এনে জাতীয় প্ৰবাদে বৰুৱানীক অকণমান সান্ত্বনা দিলে।

আমাৰ ঘৰত পুৱাৰ পৰা শোৱাৰ সময়লৈকে আজৰিয়েই নাই। তথাপি কোনোবাই যদি সোধে ঘৰতে থাকি আমনি লগা নাইনে? কি কৰি সময় কটাইছে? কি কম? ◈

# ৩৫ দানহৰ আত্মজাহ

গীতা দাস

ৰমেশৰ কথামতে ড্ৰাইভাৰে গাড়ী ৰখাই দিলে। লগত থকা পুলিচ কনিষ্টবল দুজনে কিছু আপত্তি কৰিছিল যদিও ৰমেশে নোৰানেপেৰাকৈ ধৰাত গাড়ীখন সেইখিনিতেই ৰখাই দিলে। গাওঁখনৰ চক বুলিলে সেইখিনি ঠাইকেই সকলোৱে চিনি পায়। সেইখিনিৰ পৰাই চাৰিটা ৰাস্তা চৰিওফালে আগবাঢ়ি গৈ বিভিন্ন ঠাইৰ সৈতে সংযোগ হৈছে। তাৰে এটা ভাগেৰে গৈ থাকিলে ৰমেশহঁতৰ গাওঁখন পায়। অৱশ্যে এক কি ডেৰ ফাৰ্লং গলেই ৰমেশহঁতৰ ঘৰৰ পদূলি পায়। পুলিচ দুজনে মাত লগাই উভটি যোৱাৰ পিনে বহু দেৰিলৈকে ৰমেশে চাই থাকিল। গাঢ় নীলা ৰঙৰ গাড়ীখনৰ পিছফালটো নেদেখা হোৱালৈকে চাই-চাই বহু কথাই মনত পেলাবলৈ চেষ্টা কৰিলে। ইমানদিনে কেৱল সেউজীয়া আৰু সেউজীয়া হৈ থকা তাৰ মৰমৰ গাওঁখনৰ বহুত পৰিৱৰ্তন হ'ল। সেউজীয়াবোৰ বিভিন্ন ৰঙী ঘৰ-দুৱাৰে দখল কৰিলে। কেইখোজমান গৈয়ে বাওঁহাতে সেইটো কাৰ ঘৰ ? বহুত সময় তলকা মাৰি চাই থাকি চিন্তা কৰিলে; কাৰ ঘৰ হ'ব পাৰে। তিনি মহলীয়া, ধুনীয়া চকুত লগাকৈ ৰং লগাইছে। টিনপাতৰ কথাই নাই, ভেন্টিলেটৰৰ ফাঁকেৰে ভিতৰত ঘূৰি থকা ফেনৰ ৰেঙণিয়ে বিজুলী বাতিৰ উমান দিলে। তাৰ মানে গাওঁখনলৈ বিজুলী বাতি আহিল। ৰমেশৰ মনটো ভাল লাগিল। চকুত লগাকৈ পৰিৱৰ্তন হৈছে। ৰাস্তাটোও দেখোন আহল-বহল হৈছে - দুখন গাড়ী সমানে পাৰ হ'ব পৰা হৈছে। ৰাস্তাৰ পকীবোৰ মনেই কৰা নাছিল। আগৰ সেই কেঁচা আলিবাট, বাঁহৰ ডাঙৰ ডাঙৰ জোপোহানি, আম, জাম, কঁঠাল, লিচু, পনিয়ল, ৰবাব আদি য'তে ত'তে থকা গছবোৰ ৰমেশে বিচাৰি নাপালে। চাৰিওপিনে কেৱল ঘৰেই ঘৰ হৈছে। দুই একৰ ঘৰৰ সন্মুখত ফুলৰ বাগিচাও দেখিলে, কাৰতে সৰুকৈ একোটাইঁত আচুতীয়া ঘৰ খুউব সম্ভৱ গাড়ী ৰখা ঘৰ অৰ্থাৎ গেৰেজ। ৰাস্তাটোৰ এপাৰে

বিজুলী বাতিৰ আৰ. চি. চি পোষ্ট আৰু আনটোফালে টেলিফোনৰ পোষ্টত লাগি থকা তাঁৰবোৰে যেন গোটেই গাওঁখনক আৱদ্ধ কৰি ৰাখিছে। হওক তেও আধুনিক সা-সুবিধাবোৰ গাওঁলৈকো আহিল। ৰমেশৰ মনটো ফৰকাল লাগিল।

দূৰ দিগন্তলৈ দৃষ্টি নিক্ষেপ কৰি ৰমেশে আকৌ এবাৰ হিচাপ কৰিলে - কিমান দিন, নে মাহ, নে নহয়, বছৰৰ পিচত গাওঁখনলৈ উভটিছে। সুদুৰৰ হেলনীয়া আকাশখনলৈ চাই মদনহঁতৰ কথা মনত পেলালে। অভি, টুকা, যদু, ৰঘুহঁতৰ কথাও মনলৈ আহিল। সিহঁত বা এতিয়া কেনে হৈছে ? কৰিছে বা কি ? খাৰৈবোৰ চাগৈ কোনোবা ধনী মহাজনে পুতি পেলালে। সিহঁতৰ মাছ মৰা ঠাইবোৰ একেই আছেনে ? টুকাৰ খংটোৰ কথা মনত পৰি হাঁহি উঠিল। সি জাল বাব নেজানে বাবে বৰশীকে বাইছিল। আকৌ অভি গৈ তাৰে ওচৰে-পাঁজৰে জালখন দলিয়াই দি কেৰাহিকৈ টুকাৰ পিনে চাই ফিচফিচাই হাঁহি থাকে। ৰমেশহঁতে ওপৰৰ পৰা চাই চাই টুকাক জোকায়, ' ...... বোলো টুকা অ', অভিৰ কাণ্ডখন চাচোন, তোৰ বৰশীৰ টোপটোৰ কাষতহে জালখন পেলাব পায়নে ? ই বৰ জেং বন্ধা মানুহ দেই - হয়নে, তই কি বুলি সহ্য কৰি আছ .....।" টুকাৰ মুখখন খোল খায়। হকে বিহকে পুৰণি কথা উলিয়াই অভিক এজাউৰী দিয়ে। আকৌ ৰমেশহঁতৰে কোনোবা এজনে আঙুলিৰ টিপতে চাধা এখলা গুজি দি যায় টুকাৰ হাতত। কি যে সুন্দৰ দিন আছিল সেইবোৰ। জাপান দদায়েকৰ চৌহদৰ পৰা উড়ালত গুড়ি খুন্দাৰ শব্দ পালে কি নাই; সন্ধিয়া কমেও তিনিজনমান গৈ ওলালেই নহয়, "বোলো জাপানী (দদায়েকৰ নাম জাপান বাবে) বৌ পিঠা হ'লনে নাই, আমি অহিলোঁ।" বৌৱেকেও মৰমেৰে ভেকাহি মাৰি - আহ, খুৱাও আহ, ডাং বৰলা কেইটাক, কিমান বুঢ়ালৈ লোকৰ ঘৰে ঘৰে খাই ফুৰিবি অ'। নিজাকৈ এজনী চপাবৰ হোৱা নাইনে ? হেৰৌ আৰু কিছুদিন গ'লে ছোৱালীয়ে তহঁতক পিঠি দিব বুজিছ।" আকৌ পাকঘৰৰ পৰাই চিঞৰি কয় — "পাত অ' সোনকালে বিয়াবোৰ নাপাত নো কেলৈ ? হয়নে ৰমেশ, তই লিংলাং কৰা উত্তৰপাৰৰ সেই ছোৱালীজনীৰ কি খবৰ ? তোলৈ আহে নে নাহে ? নে পিঠিয়ে দিলে ?" সঁচাকৈয়ে ৰমেশে এনে এগৰাকী মানুহকেই বিচাৰি আছিল। তাৰ সংকটময় অৱস্থাটোৰ বিষয়ে কাক ক'ব ভাবি থাকোঁতে বহুত দিন গ'লেই। হৰিহঁতে কওঁতেহে মৰসাহ কৰি সেইদিনা পিঠা খোৱাৰ সুযোগ লৈ জাপান দদায়েকহঁতৰ ঘৰলৈ গৈছিল। প্ৰথমতে ৰমেশ গুড়ি কটা গছৰ লেৰেলা পাতৰ দৰে লেৰেলি গৈছিল। মুখৰ মাত কোনোবাই যেন হৰিহে নিছিল। পিঠা খোৱাৰ আনন্দই সেইদিনা ৰমেশক জগাব পৰা নাছিল। হৰি, ৰমেশ আৰু যদু দদায়েক নথকাৰ সুযোগ লৈহে গৈছিল। ৰমেশৰ থমথমীয়া মুখখন দেখি বৌয়েকে কিছু ঠাট্টা মস্কৰা কৰিলেই তথাপি ৰমেশৰ গা-নলৰা দেখি হৰিয়ে কথাটোৰ আঁত ধৰি উলিয়াই দিবহে পালে, ৰমেশে

সাউৎকৈ ওচৰতে থিয় হৈ থকা বৌয়েকৰ ভৰি দুখনতে আকুৰি ধৰি বিনালে - বৌ অ' কিবা এটা উপায় দে, নহ'লে আত্মঘাটি হোৱাত বাহিৰে গত্যন্তৰ নাই। মই নমৰিলেও সিজনী কিন্তু নাবাচে। কিবা এটা কৰ।

জাপান দদায়েকে গাৱঁৰ মুখিয়ালবোৰক বুজাই মেলি আনকি সিখন গাৱঁৰো সমাজৰ বৰমুৰীয়াবোৰক থুপাই ঠুনুকাৰ সৈতে বিয়াখন পাতি সকলোখিনি অটাই-পিতাই শেষকৰালৈকে জাপানী বৌয়েকে কমখন কৰিলে নে ? কেনেকৈ পাহৰে বাৰু ? সেইজনী বৌয়েকক ? ৰমেশে, তাৰ নিজৰ ঘৰখনৰ কথাকো ভাৱিলে, বুঢ়া বাপেকৰ সেই বাত বিষটোৱে সৰ্বনাশ কৰিলেই কিজানি! মাকটো নায়েই; ঠুনুকাই ল'ৰাটো লৈ ইমানদিনে কেনেকৈ বা কি কৰি আছে ? ল'ৰাটো ডেকা হ'ব পায়! তাৰ মুখখন মনত পেলাবলৈ চেষ্টা কৰিলে - আৰু ঠুনুকা। নামটোহে ঠুনুকা; তীব্ৰ মুখখনৰ বাবে কতো ঠাই নাপায়, কাৰো সৈতে মিলিব নোৱাৰে। একক দুই কৰা ঠুনুকাই বিয়াৰ চাৰিমাহ পিচতে ল'ৰাটো জন্ম দি কিদৰে গৰ্ব কৰিছিল - প্ৰেমৰ সংজ্ঞা দি - দি ভাষণেৰে থকা, সৰকা কৰা ননদ দুজনীক কম আঘাট দিছিল নে ? নিজে দৰা ঠিক কৰি ল'ধ নোৱাৰি ঘৰতে বয়স হৈ থকাটোৱে সিহঁতৰ দোষ আছিল। খোজেপ্ৰতি শহুৰেকৰ দোষ দেখা ঠুনুকাই পিচলৈ ৰমেশকো পাত্তা নিদিয়া হ'ল। এদিন উপায় নাপাই ৰমেশে কোলাৰ কেঁচুৱাটোৰে সৈতে ঠুনুক লগত লৈ নিকটৱৰ্তী নগৰখনলৈ ওলাই যাবলগীয়া হৈছিল। আৰু তাৰ ঘৰে দুৱাৰে ঘুৰি ফুৰি লেকেছা-থেকেছা খাই কিছুদিন পিচত যেনিবা সেই অফিচটোতে মূৰ গুজিবলৈ চতুৰ্থ শ্ৰেণীৰ চাকৰি এটা যোগাৰ কৰি লৈছিল। সিও থৰক-বৰক চাকৰি এটা। কাম কৰিলেহে পইচা পায় - নহ'লে নাই। ডেৰশটকীয়া সৰু ঘৰ এটা ভাড়া লৈ দিন নিয়াব ধৰিলে। এটাই ৰুম, বাৰাণ্ডাতে চাৰিৰে ঢাকি লোৱা পাকঘৰটো, যথেষ্ট অসুবিধা হৈছিল। এদিন দুদিনকৈ মাহ বাগৰিব ধৰিছিলহে। ঠুনুকাই চল পালেই ৰমেশক হুনাখুচা কথাৰে থকা সৰকা কৰিব ধৰিলে। হুনাখুচাবোৰ লাহে লাহে বিদ্ৰোহত পৰিণত হ'ব ধৰিলে। ঠুনুকাই সুখ বিচাৰে। ধন দৌলত বিচাৰে, সমাজৰ আগবঢ়া শ্ৰেণীটোৰ সৈতে নিজকে মিলাবলৈ চেষ্টা কৰিলে। হকে-বিহকে অশালীন প্ৰতিষ্ঠা বিচাৰি ৰমেশক উত্তপ্ত কৰি ৰাখিব ধৰিলে - হাঁহাঁকাৰৰ পদ ধ্বনিৰে ৰমেশৰ জীৱন উশৃংখল কৰি তুলিলে লাহে লাহে ৰমেশৰ প্ৰকৃতিও লৰিল। দিনে দিনে বেয়া বন্ধুৰ সঙ্গই তাক আমোদ দিব ধৰিলে। জীৱনৰ গতিপথ সলনি হ'ল। মদপী হ'ল ৰমেশ - অৰ্থাৎ ৰমেশ মদাহী, সৰু-সুৰাকৈ জুৱাৰীও হ'ল। বাকী থাকিল আনটো .......। ৰমেশ যেন উন্মত্ত যৌৱনটোক ঘূৰাই আনিলে অতৃপ্ত বাসনা, ককবকাব ধৰিলে। কেবাদিনো একেলগে ঘৰলৈ নহাকৈ থাকিব ধৰিলে। দিনৰ ভাগত অফিচৰ দায়িত্ব কোনোমতে পালন কৰি সন্ধিয়াৰ পৰাই নিশা যাপন কৰাটো গতানুগতিক কথা হৈ পৰিল।

সৰু নগৰখনৰ সকলোৱে চিনি পোৱাকৈ ৰমেশ গুণ্ডা হৈ পৰিল। ঠুনুকাইও খোজ দিবলৈ নতুন পথ বনাই ল'লে । ৰমেশে জানিও নজনাৰ ভাও ধৰি থাকিল। বাধা দিয়াৰ উপায় নাছিল। নৈতিকতাৰ পতন ঘটা সৰু ঘৰটোলৈ কালধুমুহাৰ প্ৰৱেশ ঘটিল। সামাজিক প্ৰাণী হৈও দায়-দায়িত্বক বৃদ্ধাংগুষ্ঠ দেখুৱাই ৰমেশে এটাৰ পিচত এটাকৈ অসামাজিক কামত লিপ্ত হৈ গৈ থাকিল। নিজে ক'ব নোৱাৰাকৈ ৰমেশৰ মুখেৰে এটা দীঘল হুমুনিয়াহ ওলাই আহিল। কৰবাত গৈ খুন্দা মাৰি হুমুনিয়াহটোৱে যেন উভটি আহি ৰমেশৰ কলিজাত প্ৰৱেশ কৰি ক্ৰিয়া কৰিব ধৰিলে।

সিদিনা কি হৈছিল বাৰু তাৰ? সেই দিনটোৰ বিশেষ ঘটানটোৱে ৰমেশক আকৌ শিহৰাই তুলিলে । সিদিনা বাৰু মদৰ নিচাত কি ভাৱ হৈছিল তাৰ ? এনে এটা অকৰ্ম কৰাৰ মানসিকতা শৰীৰৰ কোনখিনিত লুকাই আছিল ? কিয় সি বাধা দিব নোৱাৰিলে ? মদৰ ৰাগীয়ে তাৰ হিতাহিত জ্ঞান এনেকৈ নাইকিয়া কৰিছিল নে ? একোকে চিনি নোপোৱা কিয় হৈছিল ? জীৱনৰ ব্যৰ্থতাই কুৰুকী-কুৰুকী তাৰ অন্তৰ্দাহক দুগুণে জ্বলাইছিল নেকি ? কি হৈছিল বাৰু ? কিছু পাহৰিও গ'ল। মনত থকাখিনিকে পাগুলি পাগুলি অতিষ্ঠ হৈ পৰিল ৰমেশ। সন্ধিয়াৰ কাণিমুণি পোহৰে চাৰিওফালে লাহে লাহে ঘেৰি আহি আছে। অৱশ্যে আন্ধাৰ হ'লে সি ভালেই পায়। ২২/২৫ বছৰীয়া মানৰ দুটা ডেকা ল'ৰা তাৰ গাৰ কাষেৰে পাৰ হৈ গ'ল। দুয়ো কিবা কথাত মছগুল হৈ লাহে লাহে আঁতৰি গ'ল। ৰমেশক হয়তো মনেই নকৰিলে। সি নিজেই মাত লগাই কিবা সুধিব খুজিছিলে - ক'ৰ ল'ৰা সিহঁত - দেউতাকৰ নাম কি - ক'ত থাকে - অমুকাক চিনি পায় নে নেপায়। কিন্তু নোৱাৰিলে। মুনুৰ খবৰ ল'বনে নলয় - মনতে পাগুলিব ধৰিলে। তাইৰ চাগৈ বিয়া হৈ গ'ল - ল'ৰা-ছোৱালীৰ মাক হ'ল। দেখিলে বাৰু চিনি পাব নে নেপায় - তাক দেখি লাজ কৰিব ? নে - এথোপা থু তাৰ নাকে-মুখে চিটিকাই দিব ? নে চোতাল সৰা ঝাডুটো লৈ, খেদি আহিব ? নে ককা বুলি মাতি থৰ হৈ মুখলৈ চাই থাকিব ? আৰু মুনুৰ মাকে বা কি কৰে ? মুনুৰ মাক ফুলে অৰ্থাৎ ফুলেশ্বৰী তাৰ ভাগিনীয়েক আছিল, সেই সূত্ৰে মুনু তাৰ নাতিনীয়েক। কিন্তু সি জানো ককাকৰ মৰ্যাদা ৰাখিব পাৰিলে ? চেনেহৰ ককা শব্দটোক চিৰিদিনলৈ অবিশ্বাসী কৰিলে, অচিনাকি বিষাক্ত পতঙ্গ হৈ সিদিনা কিয় বাৰু মুনুৰ গাত জপিয়াই পৰিছিল। কিয় সি আদিম স্পৃহাত মতলীয়া হৈ তাধৈ নৃত্য কৰিছিল। ৯/১০ বছৰীয়া সেই অকণমান ছোৱালীজনীৰ কি অঙ্গই তাক খেদি আহিছিল বাৰু ? মুনুৰ ভৱিষ্যতটো যদি ধ্বংস হৈ গৈছে। তাইৰ যদি বিয়া বাৰু নহ'ল ? আৰু যদি হৈছেও সেই মানুহ ঘৰে তাইক সহজভাৱে ৰাখিছে নে ? এশ এপাছি গ্লানিৰ বোজা মূৰত লৈ মুনুই গাভৰু দেহাৰে দিন কটোৱা নাইতো। আৰু মুৰুলীধৰ - মুনুৰ দেউতাকে যদি জীয়েকৰ শোকত ৰ'ব নোৱাৰি

আত্মহত্যা কৰিছে ? শিয়ৰি উঠিল ৰমেশ। সি আৰু ভাবিব নোৱাৰা হৈ আহিল। তাৰ মাজতে নিজৰ ঘৰখনৰ কথাও মনত পৰিল। ঠেনুকালৈ ভয় লাগিল, তাক দেখিলে বা কি ৰূপ ধৰে ? ইমান দিনে হয়তো তাই খং সামৰিছে। ল'ৰাটোক নোমোলা মাহীয়েকৰ তাত থৈ মাত্র এদিনহে গৈছিল তাক দেখা কৰিবলৈ। ল'ৰাটোৰ কথা সোধাত বাপেক মৰিল বুলি কৈ তাক ডাঙৰ কৰিব হোনো। তাকে কৈ সেইদিনা ঠেনুকাই বন্ধ জেলৰ লোহাৰ গ্রীলত ধৰি বৰকৈ কান্দিছিল। হয়তো নিজৰ ভুল ৰাস্তাটোৰ কথাও বুজিব পাৰিছিল। ল'ৰাটোক লগপোৱাৰ আগ্রহে ৰমেশক আকুল কৰি তুলিলে। প্ৰথম সক্ষাতত কোন বুলি পৰিচয় কৰাই দিব বাৰু ? হেজাৰটা প্রশ্ন বুকুত বান্ধি ৰমেশ লাহে লাহে আগুৱাই গৈ থাকিল।

আন্ধাৰ ভালকৈয়ে হ'ল। ৰাস্তাৰ বিজুলীবাতিবোৰ তেতিয়া মানে জ্বলি উঠিছিল। পোহৰ কম হ'লেও ওচৰৰ পৰা মানুহৰ মুখবোৰ ধৰিব পাৰি। কেবাজনো একেলগে কথাপাতি আগুৱাই অহাৰ শব্দই ৰমেশক সচকিত কৰিলে। শব্দবোৰ ভালকৈ শুনাৰ চেষ্টা কৰিলে। দুই এজনৰ মাত যেন চিনি পায় - এনে লাগিছে ৰমেশৰ। মুখবোৰ চিনি নাপালেই ভাল পায় - এনে লাগিছে তাৰ। আগন্তুকৰ কথাবোৰ বুজি পোৱাকৈ ওচৰ পালেহি, ..... 'এহ সি ইয়ালৈ আহকচোন, ডেকা মখাই তাক বখলিয়াই পেলাব .....।' 'আন-এজনে কোৱা শুনিলে '... আমি কিবা শুদাই এৰিমনেকি ? আমাৰ এইহেন গাওঁখনৰ বদনাম ৰাখি সি জেলৰ ভাত খালে কি হ'ব। আজিকালিতে ওলাব বুলি শুনিছোঁ ......।' আন এজনে কোৱা শুনিলে ।.... 'ইয়ালৈ আহি বা কি কৰিব ? বুঢ়া বাপেকটো তাৰ চিন্তাতেই সিপুৰী পালেগৈ, ল'ৰাটোও ধদুৱা হ'ল - কাক মাৰে কাক কাটে ঠিকনা নাই .....। সেই যে, বিনন্দইঁত, এমখাই এদিন তাক থেকেছি থেকেছি মুখেৰে তেজ বাহিৰ কৰি দিলে তাৰ পিচৰ পৰা দেখোন সি নায়েই - এনে অজাতৰ জাত; আৰু মাকজনীও ...।" ৰমেশে আৰু শুনি থাকিব নোৱাৰিলে। সহ্যই পাৰ ভাঙি সীমাৰ বাহিৰত বিলীন হৈ গ'ল। ক'ব নোৱাৰাকৈ গোটেই কেইজনৰ সন্মুখত হাত দুখন দাঙি থিয় হৈ "মাকজনীৰ কি হ'ল বুলি কাতৰেৰে প্রশ্ন কৰিলে।" গাওঁখনৰ মাজতে থকা বৰ নামঘৰটোত সন্ধিয়াৰ পিচত সদায়ে নামৰ আখৰা হয়। তালৈকে বুলি ওলোৱা দলটোৰ গোটেই কেইজনে ধুতি চোলা পিন্ধা বাবে হয়তো ৰমেশে কাকো চিনিব নোৱাৰি ক্ষন্তেক পৰৰ বাবে প্রশ্নটো কৰি তভক লাগি থাকিল। গোটেই কেইজনৰ মাজত কিবা বেঙামুৰি লগা যেন হ'ল। আটায়ে ৰমেশৰ ভৰিৰ পৰা মূৰলৈকে চোৱাত লাগিল আৰু ৰমেশেও উত্তৰ পোৱাৰ আশাত সকলোৰে মুখৰ ওপৰেৰে এপাক চকু ঘূৰাই চিঞৰি উঠিল — " ত .... ই ৰঘু, অ — ভি, যতীন ... ক .... ক .... ঠেনুৰ কি হ'ল ? ক .. অভি বুলি গাত ধৰি জোকাৰি দিলে। তত নোহোৱাৰ দৰে থিয় হৈ থকা

কেইজনলৈ মুখ ঘূৰাই —, ত'হতে মোক ক্ষমা কৰিব পৰা নাই ? ক্ষমা কৰি দে অ .... নন্দ ....” বুলি দুহাতৰ তলুৱাৰে মুখখন ঢাকি হুকহুকাই কান্দি উঠিলত কোটোৰত সোমাই যোৱা চকুদুটাৰে, বগা ভুলভুলীয়া চুলি সোপাৰে —, “তই তেন্তে সেই পাষণ্ড ৰমেশ .....” বুলি কোনোবা এটাই চিঞৰি উঠিল। “ ...... হেৰ তোৰ লাজ লগা নাই ইয়ালৈ আকৌ ওভতি আহিবলৈ ? কি সাহসত আহিছ কতা নিধক , অকাম কৰিলি বুলি ইমান কৰেনে .... । হেৰ তোৰ কি হৈছিল” বুলি পিচফালৰ পৰা এজনে আহি ৰমেশৰ বুকুত খামোচ মাৰি ধৰি ধিক্কাৰ দিছিল — “তই কালটো হে আকৌ আহিছ — এইবাৰ কাক বধিবি ? সেই অকণমানি পোৱালীটোক যমৰ ঘৰলৈ পঠিয়ালি —, অত বছৰে ৰঙা ঘৰৰ ভাত খালি, ঘৰদুৱাৰ বতি-বংশ হেৰুৱালি, কি কৰিবলৈ আহিছ লম্পট কৰবাৰ ......।” ভুকু চৰ গণিব নোৱাৰা হ'ল ৰমেশে ।”..... তোৰ ফাঁচী হ'ব লাগিছিল - এৰা পৰিলি কিয় ? সেইজনীও - তাইও কোনোৱা মেলেটাৰী নে কিজানো, কাৰোবাৰ লগত কাহানিবাই গুচি গ'ল যা -” চৰ ভুকু কিলতকৈও বেচি বিষ অনুভৱ কৰিলে শেষৰ এইষাৰ কথা শুনিহে —। চাট কৈ ঠুনুকাৰ মুখখনে যেন তাৰফালে চাই বিদ্রুপেৰে অট্ট হাঁহি মাৰিলে - এনে লাগিল ৰমেশৰ। ই কথাই সি কথাই ৰাস্তাৰে অহা যোৱা কৰা দুই এজন মানুহ বৈ দিওঁতে দিওঁতে ভালেখিনি মানুহ গোট খালে। আগেয়ে ৰমেশক নেদেখাবোৰে ভীৰ ঠেলি সোমাই দুই এক গোৰ ঢকা মাৰি ওলাই যায়। থুলন্তৰ ডেকা এজনে বগা চুলি কেইডালত ধৰি মূৰটো জোকাৰি জোকাৰি কি শাস্তি দিলে সি নিজেই ভাল পাব সুধি থাকোঁতে কোনোবা এজনে আহি কঁকালত গোৰ মাৰি বগৰাই দিলে। ৰাজহুৱা মাৰৰ কোবত ৰ'ব নোৱাৰি কেঁকাই গেঁথাই ৰমেশে হাত দুখন ওপৰলৈ তুলি হাতযোৰকৈ এডাল ৰচি বিচাৰি কাবৌ-কাকুতি কৰিব ধৰিলে। সেইদিনা মোক পুলিচে লৈ গৈ বচাইছিল -- আজি আৰু মোৰ বাচি থকাৰ ইচ্ছা নাই, - অধিকাৰো নাই, - মোৰ মৰমৰ গাওঁখনে দিয়া পুৰস্কাৰ মূৰ পাতি ল'বলৈ সাজু নহ'লে যে মই মৰিও শান্তি নাপাম। লাহে লাহে ৰমেশৰ মাতটো সৰু হৈ আহিল — অদ্ভুত শব্দেৰে কিবা ক'ব চেষ্টা কৰিও ব্যৰ্থ হৈছে — দুচকুৰে বাগৰি অহা দুটোপাল অশ্রু তাৰ মৰমৰ গাওঁখনৰ মাটিত সৰি পৰিল। যন্ত্ৰণাত চট ফটাই এটা সময়ত ৰমেশ অচেতন হৈ পৰিল ....... । ◈

# ৩৬ | সমাধান

স্বৰ্ণ বৰুৱা গগৈ



ৰাজবাটৰ কাষতে প্ৰকৃতি ৰাজ্যৰ মাজত শান্তভাৱে শিৰত সোণালী মুকুট চৰাই মন্দিৰ ভাগে যেন ভগৱানৰ গুণ-গৰিমা প্ৰচাৰ কৰাত অকণো কৃপণালি নকৰি গহীন-গম্ভীৰভাৱে থিয় হৈ ভকত-বৈষ্ণৱৰ প্ৰাণ জুৰাই আছে। সপ্তাহৰ এটা দিন মন্দিৰভাগ একেবাৰে জাগ্ৰত ভগৱান হৈ পৰে। প্ৰতি সপ্তাহৰ ৰবিবাৰে।

উখল-মাখল সপ্তাহৰ সেইদিনটোত কেউপিনে মানুহৰ ভিৰ ৰাজপথৰ কাষতে এনে সুন্দৰ পৰিৱেশ। মানুহে যেন মন্দিৰটোলৈ আহিলে প্ৰাণ পাই উঠে। মূঠতে ৰাজপথৰ কাষত হোৱাৰ বাবে সুচল, ভগৱানৰ সাহায্য প্ৰকাশৰ এক অবিৰত বিশ্বাসে সেই অঞ্চলটিক আকৰ্ষণ কৰাৰ লগতে দূৰদূৰণিৰ ভকত-বৈষ্ণৱৰ সমাগমো যথেষ্ট হয়।

মন্দিৰত সযতনে ফুল দিয়া, চাকি দিয়া, শৰাই দিয়া ভক্তসকলৰ মনোবাঞ্ছা যেন হৃদয়ৰ অসংখ্য দুৱাৰেৰে পোখা মেলি পূৰণ হৈছে। ভক্তিত গদ্‌গদভাৱ ভকতসকল সদা সন্তুষ্ট।

শ্ৰদ্ধাৰ গএগসকলেই হ'ল মন্দিৰৰ ভকত। নিতৌ ভাগৱত পঢ়ে। শৰাই দিয়ে। কিন্তু সপ্তাহত এদিন— সেয়ে সেই দিনটোত ভকতসকলৰ উপস্থিতিয়ে মন্দিৰভাগ মহামিলনৰ স্থলীলৈ ৰূপান্তৰ কৰে।

ভক্তসকলক শুশ্ৰূষা কৰিবৰ বাবে গাঁৱৰ পুৰুষ-মহিলা, যুৱক-যুৱতী নিৰ্বিশেষে গএগসকল সাজু হৈ থাকে সেই দিনটোৰ বাবে। নামঘৰীয়া হৈ পৰে সেই শুশ্ৰূষাকাৰীসকলৰ কেন্দ্ৰবিন্দু। তেওঁৰ আঙুলিৰ ঠাৰতে যেন সেইবিশেষ দিনটোৰ কাৰ্যসূচী চলে।

তৰুলতা নামঘৰীয়াৰ পত্নী। দেখাই-শুনাই সুন্দৰী, সুগঢ়ী তিৰোতা, দুয়োৰে যেন ৰাজযোৰা পাতিবলৈ স্বয়ং প্ৰজাপতি নামি আহিছিল। নামঘৰৰ নামঘৰীয়াৰূপী স্বামীক

সহায় কৰিবলৈ তৎপৰ হৈ থকা সদাজাগ্ৰত প্ৰহৰীৰ দৰে তৰুলতাৰ জীৱন।

সোণালীচৰা মন্দিৰভাগৰ প্ৰতি অপৰিসীম শ্ৰদ্ধা সোণালী প্ৰায়েই মন্দিৰলৈ যায়। বিশেষকৈ সপ্তাহৰ সেই বিশেষ দিনটোত উপস্থিত থাকিবৰ যত্ন কৰে। এইদৰে চাওঁতে চাওঁতে ভকত-ভকতনীসকল সোণালীৰ একেবাৰে শ্ৰদ্ধাৰ আৰু স্নেহৰ হৈ পৰিছে। যেইবাৰেই যোৱা হয় আই-বাই-সখা-আইসকলে সোণালীক গবা মাৰি ধৰে। নৰ্মদা আইয়েতো মৰমতে সোণালীক 'বিয়নী' বুলিয়ে মাতে আৰু বিয়নী সাবটা দিয়ে। নিজৰ বিয়নীবোৰতকৈও অধিক স্নেহৰ নৰ্মদা আইক লগ নেপালে সোণালীৰ বৰ বেয়া লাগে। কিয়নো তেওঁ প্ৰকৃততে বিয়নীৰ মৰমতেই সাবটি ধৰে— কাহানিও তাৰ ব্যতিক্ৰম হৈ নপৰে।

শাৰী শাৰীকৈ জ্বলি থকা বন্তি ৰাশিয়ে তৰাভৰা জক্‌মকীয়া আকাশৰ সৌন্দৰ্য যেন মৰ্তলৈয়ে নমাই আনিছে। তাৰ মাজতে ভক্তসকলৰ অমায়িক ব্যৱহাৰে সৌন্দৰ্য বিয়পাই দিয়ে। নামঘৰীয়াকে প্ৰমুখ্য কৰি ভক্তসকলেও দূৰৰ পৰা সোণালীক দেখিলে নমস্কাৰ জনায়। কোনোজনে আকৌ জয়, জয় ৰাম, হৰ, হৰ মহাদেৱ' অমৃত বচনেৰেও আপ্যায়িত কৰে। সেই দিনটো সেয়ে সোণালীৰ বাবে বৰ হেঁপাহৰ দিন হৈ পৰে।

তৰুলতাজনী লচ্‌পচী, গাভৰু গাভৰু ভাব এটা আছে। দূৰৰ পৰা দেখিলেই সোণালীক আছুতীয়াকৈ নামঘৰৰ বুলনি লৈ মাতি নি চাহ এটোপা যাচেগৈ। এইদৰে পাৰাপাৰহীন মৰম-চেনেহৰে সোণালীৰ দিনবোৰ ভক্তিত গদ্ গদ্ হৈ বাগৰি আছে।

এইদৰে প্ৰায়েই মন্দিৰ ভাগলৈ গৈ আছে সোণালী। কেইদিনমান মন কৰিলে নামঘৰীয়া নাই। সহজ-সৰলকৈ নামঘৰীয়াই গোৱা কাকুতি ঘোষাৰ ধ্বনি নাই, নাই তৰুলতা, সোণালীয়ে ইদিন সিদিনকৈ মনে মনে মনৰ মণিকোঠাত তৰুলতাক বিচাৰিলে।

হয়, কেইদিনমানৰ পাছত সোণালীয়ে আৱিষ্কাৰ কৰিলে— তৰুলতা নামঘৰলৈ অহা নাই। কিয়? মনৰ ভিতৰতে প্ৰশ্ন কৰিলে। সঁচাই নাই তৰুলতা, কাক সোধে এতিয়া? কি দৰদত তৰুলতাহীন মন্দিৰত সোণালীৰ হৃদয় অথিৰ-অবিৰ হৈছে।

সঁচাই নাহিল তৰুলতা। আগ-পাছ বহু চিন্তা কৰি এদিন এগৰাকী আইক সুধিলে— কি হ'ল? বহু দিনযে তৰুলতাৰ দেখা সাক্ষাৎ নাই। কোনো সদুত্তৰ পোৱা নগ'ল। মনৰ খু-দুৱনি মাৰিব নোৱাৰি নৰ্মদা আইগৰাকীক সোণালীয়ে আথে-বেথে পুনৰ সুধিলে— মই আহিলে সদায়ে তৰুলতাই চাহ অকণ যাচেহি। আজি কেইবাদিনো তৰুলতাক দেখা নাই, কি হ'ল তৰুলতাৰ গা ভাল নহয়নেকি? নামঘৰীয়াকো দেখা নাই। নৰ্মদা আইয়ে ইতস্ততঃ কৰি ক'লে— গা ভালেই, নাই, তেওঁলোক নাই অহা। কিয় নাহে? বুলি সুধিবলৈ কোনো অৱকাশেই নেপালে— সাউতকৈ নৰ্মদা আই আঁতৰি গ'ল। সোণালীয়ে কিন্তু কথাটোত কিবা সমস্যাৰ গোন্ধ পালে। এইবাৰ সুধিলে তৰুলতাৰ

স'তে নলে-গলে লাগি কাম কৰি থকা কাঞ্চনবালাক কাঞ্চনবালাইও কথাটো বহলাই ক'বলৈ নিবিচাৰি তেওঁলোকৰ মন্দিৰলৈ অহাত বাধা আছে বুলি ক'লে। সোণালীয়ে এইবাৰ উপলব্ধি কৰিলে কথাৰ গুৰি ক'ৰবাত।

লাহে লাহে সোণালীয়ে কথাটো জানিবলৈ বেছি ব্যগ্ৰ হৈ পৰিল। দুই-এজন ভক্তকো এই কথা সুধি চালে। কেউজনৰ কথাতে কিবা এটা সমস্যাৰ কথা ধৰা পৰিল।

সোণালী নাচোৰবান্দা, কথাটোৰ অন্বেষণত লাগিল। এজন ভক্তই সোণালীৰ আগ্ৰহ দেখি কাণে কাণে অদ্যোপান্ত বিৱৰণ ডাঙি ধৰিলে।

ঘৰুৱা হিংসা, স্বামী-স্ত্ৰীৰ ভীষণ কাজিয়া নামঘৰীয়াৰ দৰে এখন আঁসন গ্ৰহণ কৰি পত্নীক মাৰ-ধৰ, ঘৰৰ ভিতৰত চিঞৰ-বাখৰ, অসভ্যালি। দুৰ্বলীক বলীয়ে কৰা নিষ্পেষণ, ইয়াৰ ফলশ্ৰুতিত ৰাইজ চাপিল। ৰাইজৰ ৰায়দান— সমাজত নামঘৰীয়া এঘৰীয়া, মন্দিৰলৈ যোৱা নিষেধ। এনে পাপমতি, দম্ভ চৰিত্ৰৰ লোকৰ নামঘৰীয়াৰ পৰা অব্যাহতি মন্দিৰলৈ যোৱা নিষেধ। যেতিয়ালৈকে ঘৰুৱা হিংসাক ৰোধ কৰি ভদ্ৰভাৱে চলিব নোৱাৰে, যেতিয়ালৈকে আত্মশুদ্ধি নহয়, সংস্কাৰ নহয়, তেতিয়ালৈকে মন্দিৰলৈ যোৱা নিষেধ। পত্নী তৰুলতাৰ বাধা নাই যদিও লাজ-মান কাটি কৰি মন্দিৰলৈ আহিব পৰা নাই।

গঞাবাসীৰ ইমান উন্নত প্ৰশাসনৰ চোক দেখি সোণালীয়ে তবধ মানিলে। সঁচাকৈয়ে মানুহক শিক্ষা কিয় লাগে? শিক্ষা লাগে সংস্কাৰৰ বাবে। ধৰ্ম কিয় লাগে? ধৰ্ম লাগে মানৱতাৰ বাবে। জ্ঞান কিয় লাগে? জ্ঞান লাগে সংসাৰ যাত্ৰা সুন্দৰভাৱে চলাই নিবলৈ। ভাবি-গুণি শুদ্ধ হ'ল সোণালী।

টি-ভিত দেখুৱাই থকা বুকু ঢপ্‌ঢপাই যোৱা নাৰকীয় পৰিস্থিতি উদ্ভৱ কৰা 'ঘৰকা হিংসা কৌ বেল বজাও' বিজ্ঞাপনটোলৈ সোণালীৰ ছাতকৈ মনত পৰি সিঁহৰিত হৈ গ'ল।

সেই সহজ-সৰল গঞাবাসীয়ে নামঘৰীয়াৰ প্ৰতি লক্ষ্য কৰি বজাই দিয়া সাংঘাটিক ঘণ্টাটো টিভিৰ বিজ্ঞাপনতকৈ যে কিমান ফলপ্ৰসূ, কিমান হৃদয় সংবাহক, কিমান উপযুক্ত সময়ৰ প্ৰত্যাহ্বান এই কথা ভাবি সেই সংস্কৃত সমাজখনৰ প্ৰশাসনিক ব্যৱস্থা দেখি শ্ৰদ্ধাত মূৰ দোঁ খাই গ'ল।

সোণালীয়ে আন্তৰিকতাৰে ভগৱানক প্ৰাৰ্থনা জনালে— এই ঘণ্টাধ্বনি যাতে ভাৰতৰ প্ৰতি গাঁৱে গাঁৱে নিনাদিত হওক।

সোণালীৰ মূৰৰ পৰা গধুৰ আকাশ এখন আঁতৰি গৈ ফৰকাল সৰগীয় আকাশৰ যেন সন্ধান দিলে।

সোণালীয়ে সজোৰে হৃদয়ক যেন জনাই দিলে— হে নাৰী তোমাৰ আকাশত পোহৰ নামিছে। ◈

# ৩৭ আইতা বোবা হ'ল

ৰুমু বেগম



ৰাতিপুৱাই সোণটিহঁতৰ আইতা ব্যস্ত হৈ পৰিল। আকাশত বেলিটো লাহে লাহে ওলাই আহিছে। আইতাই বোৱাৰীয়েকক চিঞৰিলে, কাতিমহীয়া ৰ'দ, সোনকালে কাপোৰ-কানি কেইটা ধুই দিবি। আইতাই নিজেও গা-পা ধুই গোসাঁই সেৱা কৰি হাঁহকেইটাক দানা খুৱালে, ডাঙৰ বাল্টি এটাত পানী ভৰ্তি কৰি কুঁৱাৰ পৰা অলপ দূৰত কাষৰীয়াকৈ থ'লে, পানীখিনিত যেন ওপৰৰ পৰা একো নপৰে তাকে ভাবি চাউল চলা চালনীখনকে কাপোৰ এখন ৰে ভালকৈ মচি বাল্টিৰ মুখত ঢাকি দিলে। সকলোৰে শুনাকৈ চিঞৰি ক'লে ইয়াতে পানীখিনি থৈছোঁ, তহঁতে কোনেও হাত নিদিবি। মই টাউনৰ পৰা আহি বাহিৰে বাহিৰে গা-ধুম। আইতাই নাতিয়েক সোণটিৰ লগত গুৱাহাটীলৈ যাবলৈ ওলাইছে। সোণটিহঁতৰ গাঁৱৰ পৰা গুৱাহাটী টাউনলৈ পোন্ধৰ মাইল দূৰ। সেয়ে ৰাতিপুৱাৰ বাছখনতে সোণটি আৰু আইতা যাব। আইতাই আজি কেইদিনমানৰ পৰা পেটত এটা বিষ অনুভৱ কৰিছে, মাজে মাজে খুঁচি খুঁচি কামোৰে, শৌচো টান হৈছে। দুদিনৰ মূৰে মূৰেহে শৌচ কৰিব লগা হৈছে। প্ৰথমে আইতাই কথাটোত গুৰুত্ব নিদি অমিতা আনিবলৈহে দিহা দিলে; ক'লে অমিতা ৰান্ধি খালেই শৌচ হ'ব। সোণটিয়ে কথাটো শুনাৰ লগে লগে আইতাক গুৱাহাটীৰ ডাক্তৰৰ ওচৰত দেখুৱাবলৈহে পৰামৰ্শ দিলে। কিন্তু আইতা আঁকোৰগোজ, ক'লে মই বাছত উঠি টাউনলৈ নাযাওঁ, তই ডাক্তৰক সুধি দৰব লৈ আহিবি। সোণটিও কম নহয়, সি যুক্তি দেখুৱালে বেমাৰী নোচোৱাকৈ ডাক্তৰে দৰব নিদিয়ে। তাৰোপৰি আজিকালি নানা মেচিন ওলাইছে তোমাৰ পেটৰ ভিতৰখন চাব, কিজানি শিলগুটিয়েই হৈছে, কোনে জানে? সেয়ে ডাক্তৰৰ ওচৰলৈ তুমি যাবই লাগিব। ডাক্তৰে চাইহে দৰব দিব। আইতাই পেটত শিলগুটি আছে বুলি কওঁতে বৰ ভয় খালে। তথাপিও দুটা দিন পাৰ হ'ল। আইতাৰ যুক্তি বাছত বহুত

মানুহ একেলগে ঠেলা-হেঁচা কৰি যায়, ইজনৰ গাত সিজনৰ হাত-ভৰি লাগে, শুচি বোলা কথাতো নাথাকে। তাৰোপৰি ডাক্তৰৰ চেম্বাৰত থকা বিছনাখনত বহিলে, শুনে মই ইমান বছৰে যত্ন কৰি ৰখা শুচিতা জানো থাকিব। আইতাই সোণটিক বুজায়, এতিয়া জীৱনৰ বিয়লিবেলা মই মোৰ শুচিতা নষ্ট হ'বলৈ দিব নোৱাৰো। ৰাতিপুৱাই গা-ধুই গোসাঁই সেৱা কৰো, আজিলৈকে বোৱাৰীৰ হাতেৰে ৰন্ধা ভাতমুঠিও খোৱা নাই, এই দেহাৰে কেঁকাই-গেথাই নিজেই ৰান্ধিছো। এইবোৰ কাৰণতে মই টাউনৰ ডাক্তৰৰ তালৈ নাযাওঁ, তই দৰৱ লৈ আহিবি। সোণটিৰ যুক্তি বেমাৰ পুহি ৰাখি একো লাভ নাই, পিছলৈ যদি বেছি হৈ যায়, তেতিয়া কি কৰিবা। সোণটিয়ে ক'লে— তুমি বাছৰ পৰা নামি বাহিৰে বাহিৰে কুঁৱাৰ পাৰতে গা-ধুই ল'বা আৰু ক'তো হোটেলত খাবা নালাগে, ঘৰৰ পৰাই চিৰা, কল, পানীৰ দুটা বটল লৈ যাম, একো চিন্তা নকৰিবা। আইতাই উশুল-থুশুল মনেৰেই সোণটিৰ লগত গুৱাহাটীলৈ যাবলৈ মান্তি হ'ল। আইতাই ঘৰৰ পৰা ওলাই যোৱা আগমুহূৰ্তলৈকে বোৱাৰীয়েকক দিহা দিলে পানীখিনি মন কৰিবি দুপৰীয়া হাঁহ কেইটাক দানা পানী খুৱাবি, মই অহা দেৰী হ'লে সন্ধ্যা সময়ত ধুনা জ্বলাবি, খিৰিকীবোৰ সোনকালে বন্ধ কৰি দিবি, ইত্যাদি ইত্যাদি নানা দিহা-পৰামৰ্শ দি আইতা সোণটিৰ লগত গুৱাহাটীলৈ বুলি বাছত উঠিল।

সোণটিয়ে আইতাক গণেশগুৰিত থকা ডাঃ ভট্টাচাৰ্যক দেখুৱালে। ডাক্তৰে ভালদৰে চাইচিতি টনিক দৰৱ লিখি দি এখন আল্ট্ৰাছাউণ্ড কৰিবলৈ পৰামৰ্শ দিলে তাকে কৰোঁতেই এঘাৰটা বাজিল, সোণটিয়ে ক'লে অন্য এদিন আহি আলট্ৰাছাউণ্ড কৰিম। এতিয়া ব'লা সৌ হোটেলখনতে বহি তুমি ঘৰৰ পৰা অনা চিৰা, কল খাই ল'বা মই কিন্তু পৰঠা তৰকাৰীহে খাম। আইতাই সোণটিৰ হাতখন ধৰি ৰাস্তাটো পাৰ হৈ হোটেলতে বহি ঘৰৰ পৰা অনা চিৰা উলিয়াই ল'লে। সোণটিয়ো বয়জনক পৰঠাৰ অৰ্ডাৰ দিলে; সি বেছিনৰ ওচৰলৈ গৈ মুখখন ধুই হাতখন ধুব ধৰোঁতেই শুনা পালে বিকট শব্দ, ঘূৰি চাই দেখিলে কেৱল জুই ধোঁৱা, গাড়ী মানুহৰ দৌৰা-দৌৰি, চিঞৰ শুনিলে বোমা! বোমা! তেজেৰে ৰাঙলি হ'ল ৰাস্তা-ঘাট, মানুহৰ অংগ-প্ৰতঙ্গ উফৰি পৰিল, পাচলি বজাৰখন ছিন্ন-বিছিন্ন হৈ গ'ল। সোণটি আৰু আইতা বহি থকা হোটেলখন মুহূৰ্ততে জুইয়ে আগুৰি ধৰিলে। সোণটিয়ে আইতা! আইতা! বুলি চিঞৰিলে, কোনেও কাৰো মাত নুশুনে, কেৱল চিঞৰ-বাখৰ। গোটেইখন ধোঁৱাময় জীয়াই জীয়াই মানুহ জ্বলি যোৱা, মানুহৰ হাঁহাঁকাৰ, স্কুলৰ ল'ৰা-ছোৱালীৰ চিঞৰ-বাখৰ, পুলিচ বাহিনী এইবোৰ দৃশ্য দেখি সোণটি হতবাক হৈ গ'ল। তীব্ৰ আতঙ্কৰ মাজত থাকিও মৰণত শৰণ দি আইতা! আইতা! চিঞৰিলে। কিন্তু ক'তো আইতাক বিচাৰি নাপালে। সোণটিয়ে পগলাৰ দৰে হস্পিতেললৈ নিয়া আহত নিহতসকলৰ মাজত আইতাকক বিচাৰি ফুৰিলে, কিন্তু ক'তো একো খবৰ নাপালে। উপাইনাপাই শেষত গধূলিৰ

লগে লগে সোণটি গাঁৱলৈ বুলি উভটি গ'ল।

ইতিমধ্যে টি. ভি.ৰ সহায়ত গাঁৱতো সকলোৱে গম পাইছিল, গুৱাহাটীৰ কেইবা ঠাইতো বোমা ফুটাৰ কথা, টি.ভি.ত দৃশ্যবোৰ দেখি সোণটিৰ মাকৰ পেটতে হাত-ভৰি লুকাল, থক্‌থককৈ কঁপিবলৈ ধৰিলে। মোবাইলত লাইন লগাব নোৱাৰি ঘৰখনৰ মানুহ বিলাকৰ হুৱা-দুৱা লাগিল। ৰন্ধাভাত তেনেকৈয়ে পৰি ৰ'ল, কি কৰিব কি নকৰিব অৱস্থা হ'ল। টি. ভি.ত ৰক্তাক্ত দৃশ্যবোৰ দেখি সোণটিৰ মাকে কান্দিবলৈ ধৰিলে। লাহে লাহে বেলি পশ্চিমলৈ ঢাল খালে, চৰাইবিলাক বাহলৈ উভতিল, টাউনৰ পৰা গাঁৱলৈ অহা শেষ বাছখন পালেহি, বাছৰ পৰা লাহে লাহে নামি আহিল অকলে সোণটি। সোণটিক অকলে দেখি গোটেই ঘৰখনত হুৱা-দুৱা লাগিল। কন্দা-কটা চিঞৰ-বাখৰত ওচৰ-চুবুৰীয়াৰে ঘৰ ভৰি পৰিল। ৰাতিটো কন্দা-কটা কৰি লঘোণে-ভোকে গোটেই ঘৰখনৰ মানুহবোৰ লেবেজান হৈ পৰি ৰ'ল। টোপ্‌টোপকৈ নিয়ৰ সৰাদি সময়ৰ ক্ষণবোৰ সৰি পৰিল। আকাশৰ জোনবাইক বেলিৰ পোহৰে ঢাকিলে। উজাগৰে নিশা কটোৱা সোণটিয়ে পোহৰ হোৱাৰ লগে লগে বিছনাৰ পৰা উঠি কুঁৱাৰ পাৰলৈ আহিল। তেতিয়াও আইতাই থৈ যোৱা বাল্টিত পানীখিনি আছিল, সি একেথৰে পানীখিনিলৈ চাই থাকিল। বহু চিন্তা কৰি গাঁৱৰ পৰা যোৱা প্ৰথম বাছখনতে সোণটি গুৱাহাটীলৈ বুলি ওলাই গ'ল। গণেশগুৰিত গৈ একো নাপালে, মাত্ৰ দেখিলে ধ্বংসস্তুপ, জুই ধোঁৱা মটৰ-গাড়ীৰ ধ্বংসাৱশেষ আৰু মেলেটেৰীৰ দপ্‌দপনি। জুই ধোঁৱাৰ ধ্বংসস্তুপৰ মাজত আইতাক বিচাৰি পোৱাতো সম্ভৱ নহয়, পুলিচ, হস্পিতেল, মৰ্গ সকলোতে হাবাথুৰি খাই সোণটি পগলাৰ দৰে এবাৰ ইফাল এবাৰ সিফাল কৰিলে, কিন্তু ক'তো আইতাৰ চিন মোকাম বিচাৰি নাপালে। দিনতো, ৰাতিৰ অন্ধকাৰৰ দৰে গুৱাহাটীৰ পৰিৱেশ, সন্ত্ৰাস ভয়ত আতংকত মানুহ অস্থিৰ। এই সকলো আওকাণ কৰি সোণটিয়ে অনাই-বনাই বিচাৰে আইতাকক, আবেলি দুখ হুমুনিয়াৰে সোণটি উভটি যায়। শেষ বাছখনত গাঁৱলৈ। গাঁওবুঢ়াৰ পৰামৰ্শত থানাত এজাহাৰ দি আইতাৰ ফটো এখন দি টি.ভিত নিৰুদ্দেশৰ শিতানত প্ৰকাশ কৰিলে।

সেইদিনা আছিল সোমাবৰ, সন্ত্ৰাসৰ বিৰুদ্ধে সংগঠনে দিয়া বন্ধ। সেয়ে সোণটিয়ে ঘৰতে দূৰদৰ্শনৰ সন্মুখতে বহি নানা কথা ভাবি চিন্তাৰ সাগৰত ডুব গৈ আছিল। আইতাক হেৰুৱাৰ বাবে তাক নিজকে অপৰাধী যেন লাগিছিল। মাকে কান্দি কান্দি কৈছিল, 'তই আইতাৰ হাতখনত টানকৈ ধৰি থকাহেঁতেন আজি এনে দশা নহ'লহেঁতেন। তেনেকুৱাতে মোবাইলৰ টিং টিং শব্দত তাৰ চিন্তাত আউল লাগিল। কাণত ভাহি উঠিল এগৰাকী অচিনাকি মানুহৰ কণ্ঠস্বৰ। মানুহগৰাকীয়ে সোণটিৰ পৰিচয় সুধি জনালে, দূৰদৰ্শনত প্ৰকাশ পোৱা আপোনাৰ আইতাৰ ফটোখন আমাৰ ওচৰত আশ্ৰয় লোৱা এগৰাকী মহিলাৰ লগত

মিলিছে কিন্তু মানুহগৰাকীয়ে নিজৰ একো পৰিচয় দিব পৰা নাই। সোণটিয়ে তেওঁ ক'ৰ পৰা কৰিছে, নাম কি? ঠিকনাটো ভালদৰে সুধি গাঁওবুঢ়াক লগত লৈ থানা পালেগৈ। থানাত খবৰটো জনাই পুলিচৰ সহায়ত বন্ধৰ দিনতো আশা-নিৰাশাৰ দোমোজাৰে গুৱাহাটীলৈ বুলি ৰাওনা হ'ল। সোণটিয়ে মাছখোৱাত মোবাইলৰ নিদেৰ্শমৰ্মে এটা ঘৰৰ সন্মুখত ৰৈ গ'ল। গেইটখন খুলি সোমোৱাৰ লগে লগে তাৰ বুকুখনে বেছিকৈ ধপ্‌ধপাব ধৰিলে। চকু কেইটা বন্ধ কৰি ঈশ্বৰক স্মৰণ কৰিলে। সি বাৰান্দাত উঠি কলিংবেল বজোৱাৰ লগে লগে এজন মানুহ ওলাই আহিল। সোণটিয়ে নিজৰ চিনাকি দিওঁতে মানুহজনে বৰ আন্তৰিকতাৰে তাক ভিতৰলৈ নিলে। সি ভিতৰলৈ গৈ অবাক হৈ গ'ল, দেখিলে আইতাকে এজোৰ নতুন মেখেলা-চাদৰ পিন্ধি বালিচত হেলান দি বিছনাত বহি আছে, এগৰাকী মহিলাই চামোচেৰে আইতাক কিবা খুৱাই আছে। সোণটিয়ে আইতাকক দেখি হুকহুকাই কান্দি উঠিল, আইতাৰ নিথৰ চকুজুৰিলৈ চাই সি বুজিলে আইতাই তাক চিনি পোৱা নাই। আইতাৰ চকুত সুখ-আনন্দ, খং-ৰাগ, ঘৃণা, দুখ-বেজাৰ, কৰুণা-স্নেহ একো নাই। চকুত এক অদ্ভুত দৃষ্টি। সোণটিয়ে নিজকে চম্ভালি মানুহজনৰ হাতখন ধৰি কৰুণ দৃষ্টিৰে চালে। মানুহজনে সেইদিনাৰ ঘটনাটো ক'লে, নিজৰ পৰিচয়ো দিলে। তেখেতে স্থানীয় কলেজ এখনত অধ্যাপনা কৰে, পৰিবাৰো ওচৰতে থকা ইংলিছ স্কুল এখনৰ শিক্ষয়িত্রী। বৃহস্পতিবাৰে চাৰে দহমান বজাতে নিজৰ গাড়ীৰে মই কলেজ বুলি ওলাই গৈছিলোঁ। গণেশগুৰিত বিস্ফোৰণ হোৱাৰ লগে লগে জুই ধোঁৱাৰ মাজেদি পাৰ হৈ সৰু গলি এটা দি ভয়ত বিতত হৈ কেনেকৈ ঘৰ পাওঁ বুলি গাড়ী চলাইছিলোঁ নিজেই নাজানো। হঠাতে মোৰ গাড়ীৰ সন্মুখতে আইতা আহি কেনেকৈ পৰিল মই ক'ব নোৱাৰোঁ, মই জুই ধোঁৱা মানুহৰ হাঁহাঁকাৰ দেখিছিলোঁ, সেয়ে এক মিনিট সময় নষ্ট নকৰি আইতাক গাড়ীত উঠাই লৈ আহি ঘৰ পালোহি। তেতিয়া মাছখোৱাতো চাৰিওফালে হুৱাদুৱা, চিএৰ-বাখৰ, কান্দোন, নিজৰ নিজৰ ল'ৰা-ছোৱালী আপোনজনৰ বাবে হাঁহাঁকাৰ। ঘৰত আহি নিজৰ আশ্ৰয় স্থল পাই পানী খাইহে সম্বিত আহিল যে গাড়ীত কুচিমুচিকৈ এগৰাকী আইতা বহি আছে।

পৰিবাৰে মই আৰু যেতিয়া আইতাক গাড়ীৰ পৰা ধৰি ধৰি নমাই আনো, ভালকৈ নিৰীক্ষণ কৰো তেখেতৰ হাত-ভৰি একো ভঙা নাই, কাপোৰতো জুই লগা নাই। প্ৰথমে আইতাই আমাক দেখি বিমূঢ় হৈ থৰ লাগি চাই আছিল, চকুত শূন্যতা। মই বহুতবাৰ সুধিলোঁ, তেখেত কোন, ক'ৰ পৰা আহিছে, ঠিকনা কি? একো উত্তৰ নিদিলে, বুজিলোঁ বোমাৰ আতংকই আৰু নৃশংসতাৰ ছবি দেখি কলা-বোবা হৈ পৰিছে। একো মনত পেলাব নোৱাৰে। অৱশেষত পৰিবাৰৰ লগত আলোচনা কৰি থানাত এজাহাৰ দিলোঁ। ডাক্তৰ এজন মাতি আনিলোঁ, এতিয়া যদিও শাৰীৰিকভাৱে সুস্থ কিন্তু মানসিক ভাৰসাম্য হেৰুৱাই

পেলালে। আমি ডাক্তৰৰ পৰামৰ্শমতে দৰৱ খুৱাই আছোঁ। সোণটিয়ে দেখিলে আইতাকৰ বিছনাৰ কাষতে এখন সৰু টেবুলতে টনিক, টেবলেট, দৰৱৰ বটল গৰমপানীৰ ফ্লাক্চ, চামুচ খুটিনাটি বস্তু কেইপদমান হাততে পোৱাকৈ ৰেডি কৰি থোৱা আছে। সোণটিয়ে আইতাক ঘৰলৈ নিয়াৰ কথা কোৱাত মানুহজনৰ পৰিবাৰে বৰ আলফুলে আইতাক ধৰি ধৰি বিছনাৰ পৰা নমাই দিলে। মানুহজনে নিজৰ গাড়ীখনৰে আইতাক গাঁৱৰ ঘৰত থৈ আহিবলৈ সাজু হ'ল। সোণটিয়ে চিন্তা কৰিলে, আইতাক বিপদত আশ্ৰয় দিয়া মানুহজনৰ নাম নুৰুল ইছলাম। তাৰ মানে আইতাই গোটেই জীৱন মনত পুহি ৰখা এটা ভুল ধাৰণাৰ/বিশ্বাসৰ পৰিসমাপ্তি। এতিয়াও সকলো মানুহ নিৰ্দয় হৈ পৰা নাই, সমাজত মৰম-স্নেহ, মানৱতা আছে। এটা বিভীষিকাময় পৰিৱেশতো গাড়ী ৰখাই আশ্ৰয় দি মানুহজনৰ হৃদয়ত শুভ-চিন্তাৰে গঢ়ি তুলিলে একতা আৰু সংহতি। ◈



# ৩৮ সঁচা মানুহ

## বিনুদেৱী বৰগোহাঁই

মানুহজনৰ প্ৰকৃত নাম আছিল বিহুবৰ। কিন্তু ল'ৰাৰ পৰা বুঢ়ালৈকে বিহুবৰক বিহুকাই বুলিহে মাতে। ইয়াৰ কাৰণ হয়তো দুটা। এটা কাৰণ হ'ল বিহুবৰে বিহুৰ ঢোলত দিয়া ছেও অতি আকৰ্ষণীয় আৰু চিনাকি। য'ৰে পৰাই ভাহি নাহক লাগে মানুহে বুজে যে সেয়া বিহুবৰৰ ছেও। দ্বিতীয়টো কাৰণ হ'ল, বিহুবৰে মাছ বিক্ৰী কৰে আৰু বিহুৰ সময়ত বিহুবৰৰ বিশেষ মাছ পাবলৈ মানুহৰ হেতা-ওপৰা লাগে। গতিকে বিহুৰ ঢোলৰ ছেও আৰু বিহুত বিশেষ মাছৰ যোগানে বিহুবৰৰ নামটো বিহুকাইলৈ ৰূপান্তৰ কৰিলে। নামটো লৈ তেওঁৰ কোনো কথা নাই, কিন্তু কামহে ভাল হোৱাটো তেওঁৰ ডাঙৰ কথা।

বিহুকায়ে পুহমহীয়া জাৰত গাত মুকলি জলাহৰ হিমচেঁচা বতাহ লৈ মাছৰ পুখুৰী ৰখে। পুৱা সোনকালেই মাছ ধৰি বজাৰলৈ যাত্ৰা কৰে। কিন্তু বজাৰ নাপায়গৈ, গ্ৰাহকে বাটতে খাপপিটি ৰৈ থাকে আৰু নিজৰ পচগুৰ শ'ল, কাৱৈ, মাগুৰ মাছ কিনি লয়। তাজা মাছ, তাজা দাম। গ্ৰাহকৰ আপত্তি নাই।

বিহুকাইৰ এটাই ল'ৰা। পত্নী, পুত্ৰৰ সৈতে সুন্দৰকৈ দিনবোৰ পাৰ কৰি গৈ আছে। এটাই চিন্তা, ল'ৰাটোক পঢ়াই-শুনাই ভাল মানুহ কৰাটো। ল'ৰাইও দেউতাকৰ কষ্টৰ ধন অথলে যাবলৈ নিদিলে। প্ৰথম বিভাগতে প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হ'ল। কলেজৰ প্ৰথম বছৰটো যাওঁ যাওঁ, কিন্তু হঠাতে বুকুৰ বিষ এটা হ'ল আৰু দেউতাক সিফলীয়া হ'ল। মাক আৰু পুতেক যেন এটা অন্ধকাৰ গুহাতহে সোমাল। চাৰিওফালে আন্ধাৰ দেখিলে। বৰ বেছি টকা-পইচা সাঁচিব নোৱাৰিলে বিহুকায়ে। ঘৰখন কিন্তু ভালদৰে সাজি থৈ গ'ল। যি কি নহওক নানা জনৰ সহায়ত মৃতকৰ শেষকৃত্য, দহা, কাজ-কৰম, ভোজ-ভাত ভালদৰেই শেষ হ'ল। মাতৃ পুত্ৰ দুয়ো নিজৰ ভাগ্যৰ অন্বেষণত ধীৰভাৱে লাগি গ'ল।

বিহুকায়ে কি ভাবি জানো ল'ৰাটোক নবীন বুলি মাতিছিল। নামটোৰ অৰ্থমতে ল'ৰা সঁচাকৈয়ে তেজাল মনৰ। সি মাছৰ বেপাৰ কৰাত মনোযোগ দিলে আৰু পঢ়া-শুনাও আগুৱাই নিলে। মাকেও বাৰীখনত শাক-পাচলি কৰাত জোৰ দিলে। বিহুকাইৰ অবিহনে চলিব পৰা অৱস্থা এটালৈ আহিল নবীন আৰু মাক। সময়বোৰ পাৰ হৈ গৈ থাকিল। এইবছৰ নবীনে স্নাতক ডিগ্ৰী ল'লে। মাকৰ মনত বৰ আনন্দ যদিও দুচকুৰে দুধাৰি চকুলো বৈ আহিল। ভিতৰলৈ সোমাই গৈ দেখিলে নবীনে দেউতাকৰ ফটোখনৰ সন্মুখত মূৰ দোঁৱাইছে; সি আহি মাকৰো ভৰি চুই সেৱা কৰিলে। মাকে তাক একাঁজলি আশীৰ্বাদেৰে দেহ-মন শাঁত পেলালে। ওচৰ-চুবুৰীয়াই নবীনক প্ৰশংসাৰে ওপচাই দিলে আৰু ভৱিষ্যৎ উজ্বল কামনা কৰিলে। নবীনেও সকলোকে ধন্যবাদ জ্ঞাপন কৰিলে। দেউতাৰ সপোন বাস্তৱ হ'ল।

ক'ৰবাত মূৰটো গুজিব পাৰি নেকি সি বৰ চেষ্টা কৰিলে। চাকৰি পোৱা পথটো বৰ একাবেঁকা বুলি সি এতিয়াহে বুজিব পাৰিলে। তাৰ প্ৰথম বিভাগ, শতকৰা নম্বৰৰ উচ্চহাৰ টকাৰে বিক্ৰী কৰিলেহে চাকৰি হ'ব। নোৱাৰে, সি ইমান মোটা অংকৰ ধন দিব নোৱাৰে, কাক দিব, চাকৰি কোনে দিব একো উৱাদিহ নোপোৱাৰ বাবে সি চাকৰিৰ মোহ এৰি, দেউতাকৰ ব্যৱসায়টোকে উত্তম বুলি ভাবি তাতেই আত্মনিয়োগ কৰিলে আৰু ঘৰৰ বাৰীখনো শাক-পাচলি, কল, কঁঠাল, আম আদিৰ পুলি ৰুই চিকুণাই তুলিলে। এয়া তাৰ যেন একো একোখন পাচবুক, জীৱন বীমা। মাছৰ পুখুৰী দুটাতো তাৰ ধনৰ ভঁৰাল। সেয়েহে সি মাছৰ প্ৰতিপাল কৰাত লাগিল। সেয়া যেন তাৰ পৰিয়াল। ঘৰত পুহিবলৈ নবীনে হাঁহ আনিলে, পাৰ আনিলে, গাইগৰু আনিলে। এইয়া যেন তাৰ ভাৱনাত টকাৰ গছ। তাৰোপৰি সি দৈনিক আবেলি মাছ বিক্ৰী কৰিবলৈ বজাৰলৈ যাবলৈ ল'লে। দেউতাকৰ দৰে সি বাটৰ গ্ৰাহকক মাছ নিদিয়ে, তাৰ হাতত সময় কম। সি বজাৰতহে মাছ বিক্ৰী কৰিবলৈ ল'লে। তাৰবাবে সি কোনো হীনমান্যতাত ভোগা নাই, এয়া তাৰ স্বাধীন ব্যৱসায়, তাৰ দেউতাকৰ বৃত্তি, সি এই বৃত্তিকেই গ্ৰহণ কৰি যাব। এই ব্যৱসায়ৰ লগত তাৰ দেউতাকৰ স্মৃতি জড়িত হৈ আছে।

এটা সময়ত নবীন আৰু মাকৰ প্ৰচেষ্টাত ঘৰখন পোহৰ হৈ পৰিল। অভাৱ নামৰ দৈত্যটো পলাই গ'ল। এতিয়া মাকৰ চিন্তা নবীনৰ যিহেতু বিয়াৰ বয়স হৈছে, তাৰ সংসাৰখন পাতি দিব লাগে। যিহেতু মাকৰো বয়স হৈ আহিছে। একমাত্ৰ সন্তানৰ বিয়াখন পাতি আজৰি হ'ব খুজিছে। মাকে নবীনৰ আগত কথাটো উলিয়ালে, সি মাকৰ মনৰ ভাব সকলো বুজি ছোৱালীৰ খবৰ কৰিবলৈ ক'লে, সি মাকে পছন্দ কৰা ছোৱালীহে বিয়া কৰিব।

সঁচাকৈয়ে গাঁৱৰে সাইলাখ লখিমী হেন ছোৱালী এজনী খোজাবঢ়া কৰি নবীনৰ বিয়াখন পতা হ'ল। এতিয়া নবীনৰ ঘৰত তাঁতত মাকো মৰাৰ খট্‌খট্ শব্দ, ঢেঁকীৰ চাব, কৰাই, মুড়ি, আখৈ, লাড়ু, পিঠা, চিৰাৰে ঘৰৰ কলহ, টেকেলি ভৰ্তি। লাহে লাহে বোৱাৰীয়ে জলপানৰ পেকেট, লাৰুৰ পেকেট কৰি বজাৰলৈ উলিয়াই দিলে। যেয়ে এবাৰ এই জলপান আৰু লাড়ুৰ সোৱাদ পাইছে পুনৰ বিচাৰি আহিবলৈ ধৰিলে। নবীনৰ ঘৰখন এটা ক্ষুদ্ৰ উদ্যোগত পৰিণত হ'ল। ঘৰৰ তিনিটি প্ৰাণীৰ বিৰামহীন যাত্ৰা স্বৱলম্বীতাৰ দিশে। নবীনৰ ঘৰখন এখন আদৰ্শৰ ঘৰ হ'ল, গএগ্ৰাহে নালাগে চহৰৰ ধনী ধনী মানুহৰ বিয়াৰ ক্লাবে লাড়ু, পিঠা, জলপানৰ ঠিকা আবিহলৈ ধৰিলে আৰু লগে লগে আহিল ধন।

সেইদিনা বজাৰত মাছ বেচিবলৈ গৈ নবীনে বহি বহি কিযে কথাবোৰ চিন্তা কৰি আছিল। বজাৰত মানুহৰ বস্তুকিনাৰ ধুম দেখি তাৰ মনত ভাব হৈছিল যেন দুখীয়া বুলিবলৈ মানুহ নোহোৱাই হৈছে। ন-ন বস্তু, ন-ন নক্সা। সি কিছুমান বস্তুৰ নামেই শুনা নাই, ব্যৱহাৰ কৰাটো দূৰৰে কথা। চহৰত ক'ত ধৰণৰ দোকান-পোহাৰ। তাৰোপৰি মটৰ গাড়ী, ৰিক্সা, ঠেলা আদিৰ ভীৰ, এটা পথৰ পৰা আনটো পথলৈ পাৰ হোৱাৰে সমস্যা। দামী মটৰ গাড়ীত অহা ভদ্ৰলোক, ভদ্ৰমহিলাসকলৰ মাজৰে বহুতে ৰাস্তাৰ দাঁতিত বস্তা পাৰি বহি বেচিব খোজা শাক কেইমুঠিৰ যিহে দাম দিব খোজে, যেন সকলো বস্তুৰে দাম কম, সেই ধনীয়াৰ মুঠি, লাই, লফা, চুকা, পালেং শাকৰ মুঠি কেইটাৰহে দাম বেছি। এবাৰো ভাবি নাচাই যে সেই কেইমুঠা বেচিনো কিমান পইচা পায় আৰু তাৰ দ্বাৰা একোটা পৰিয়াল কেনেকৈ চলে! এনেদৰে কথাবোৰ ভাবি থাকোঁতেই কিমান সময় পাৰহৈ গ'ল নবীনে ক'বই নোৱাৰিলে। খদাটোৰ শ'লমাছ কেইটাই যেতিয়া খচ্‌মচাই উঠিল, তেতিয়াহে তাৰ হুছ আহিল— তাৰচোন মাছবেচা হোৱাই নাই! এনেতে তাৰ কাষলৈ তিনিগৰাকী মহিলা আহি প্ৰায় একেলগেই সোধাপোচা কৰিলে—'কি মাছ?' সি তপৰাই ক'লে, 'জীয়া জীয়া শ'ল মাছ, মোৰ নিজা পুখুৰীৰ।' এগৰাকীয়ে বিৰাট লেকচাৰ এটা মাৰিলে 'মোৰ জিভাত ইলিচ মাছৰ যি সোৱাদ বহিল, বাকী মাছৰ কথা ভাবিবই নোৱাৰো।' কৈ কৈ অন্যফালে গুছি গ'ল। এগৰাকীয়ে সুধিলে 'কেজি কিমান?' 'এশ বিছ বুলি কৈ লগতে ক'লে যে লোৱা হ'লে কম-বেচ হ'ব বাৰু'। নবীনৰ কথা শুনি মানুহগৰাকীয়ে ক'লে— 'মই পুৰাপুৰি এশহে দিম-কেজিত।' সি একো নকৈ মাছ এটা উলিয়াই জুখিলে, এক কেজি এশ গ্ৰাম হ'ল। সি পাল্লাত ঠগিছে নেকি মানুহ গৰাকীয়ে জুমি চালে। নবীনে বুজি পাই ক'লে— 'কাকো ঠগবাজি নকৰো, তেনে কৰিব পৰা হ'লে এনেকৈ টিপচাকি জ্বলাই সন্ধ্যাৰ পাছতো মাছ বিক্ৰী নকৰিলোহেঁতেন।' তাৰ কথাত মানুহগৰাকীৰ গাটো জিকাৰখাই উঠিল, কাৰণ তেওঁ আজি অৱসৰ লোৱা লোক এজনৰ বিল এখন পাচ কৰোৱাৰ বাবদ এহেজাৰ টকা

ঘোচ লৈছিল। ই এক অবৈধ কাম আৰু সেইটোৰেই জীয়ামাছৰ জোল খাব খুজিছে। মানুহগৰাকীয়ে বৰ বেছি দৰদাম নকৰি এশ বিছ টকা দি মাছটো লৈ লৰালৰিকৈ সেই ঠাই এৰিলে। আন গৰাকী মহিলা সৰু-সুৰা মাছ বিক্ৰেতা কেইটাৰ কাষ চাপিল। তেওঁৰ ধাৰণা ভাতৰ লগত অকণমান মাছ হ'লে ভাতকেইটামান খাব পাৰি, নহ'লে বজাৰৰ চাউলৰ ভাতৰ সোৱাদ নালাগে। লাহে লাহে তাৰ ওচৰত দেউতাকৰ চিনাকি গ্ৰাহকৰ ভীৰ হ'ল আৰু তাৰ সকলোখিনি মাছ উচিত মূল্যতে বিক্ৰী হৈ গ'ল। নবীনৰ মনটো বৰ ভাল লাগিল, কাৰণ তাৰ আজি উপাৰ্জন বেছ ভাল। সি খৰ খোজেৰে ঘৰলৈ লগা ইটো-সিটো বস্তু কিনি এটা সময়ত চাইকেল কোবাই ঘৰ পালেহি। নবীনে যিহেতু সদায় পলম নকৰে, সেয়েহে মাক আৰু পত্নীৰ বৰ চিন্তা হৈছিল, কিন্তু সি আহি ঘৰ সোমোৱাত চিন্তা আঁতৰ হ'ল। গতানুগতিকভাৱে নবীনে হাতমুখ ধুই সাজ সলালে। ঘৈণীয়েকে তালৈ চাহ-জলপান আগুৱাই দিলে। খাই উঠাৰ পাছত ঘৈণীয়েকে ক'লে, 'আজি আইৰ গাটো বৰ বেয়া। মই এবাৰ চাই আহিলোগৈ। ককাইদেউৰ অৱস্থাটো জানেই নহয়। যদি বিক্ৰীবাদী ভাল হৈছে টকাকেইটামান দি আহিবনেকি? তাইৰ কথাত শাহুয়েকেও হয়ভৰ দিলে। সি উত্তৰত ক'লে— সহায় কৰাৰ মন এটা আছে, ভগৱানেও আজি মোক দয়া কৰিছে বুজিছা, আজি মই মাছত ভাল দাম পাইছো। নিশ্চয় দিম, মই এতিয়া তালৈকে যাওঁ বাৰু, টকা দুশ দি আহিম, পিছৰ কথা পিছত। মাকে ক'লে— তোৰ লগতে মইও গৈ আহো ব'ল, মই জলপানকে অলপ বান্ধি লওঁ, সৌৱাহে, এটা ৰিঙিৰ বাট। ৰাতিখন মাকক নিবলৈ নবীনৰ বৰ মন নাছিল। কিন্তু যদি শাহুয়েকৰ কিবা এটা হয়, মাকে দেখা নাপালে বৰ দুখ পাই থাকিব। সেয়েহে সি বাধা নিদিলে। ঘৈণীয়েকে নবীনৰ মুখলৈ একেথৰে চাই থাকিল, ইমানযে সহজ তাইৰ মানুহজন, ভাবি তাইৰ মনত অনন্দ লাগিল। নবীনেও মনত বৰ সুখ পালে কাৰণ তাৰ কষ্ট কৰি ঘটা ধনেৰে আন কাৰোবাক বিপদত সহায় কৰিব পাৰিছে। সি নিজকে এজন সঁচা মানুহ যেন অনুভৱ কৰিলে আৰু মাকৰ লগত ওচৰৰে শহুৰেকৰ ঘৰলৈ খোজ পেলালে। সি বাটে বাটে ভাবি গ'ল তাৰ দেউতাক এজন সঁচা মানুহ আছিল আৰু সি কল্পনা কৰিলে তাৰ ভৱিষ্যতে হ'ব লগা সন্তানটোও এটা সঁচা মানুহ বা এজনী সঁচা মানুহ হওক। ◈



# ৩৯ নগ্নতা ঢাকিবলৈ এখন কাপোৰ

**স্বৰ্ণ শইকীয়া**

আজি পুৱাৰ পৰাই এটা সুবাসে তাইৰ দেহ-মন আচ্ছন্ন কৰি ৰাখিছে। কিমান দিন হৈ গ'ল, কিমান বছৰ হ'ব? পাহৰিব পৰা নাই সেই মিঠা সুবাস। প্ৰাইমেৰী স্কুলত পঢ়ি থাকোঁতেই পোৱা সেই সুবাস। কেতিয়াবা বক্‌বককৈ উতলি থকা পায়সৰ পৰা অহা অথবা পকা অঙঠাৰ ওপৰত তুলি থোৱা মাংস পোলাও ৰন্ধা পাত্ৰৰ পৰা অহা সুবাসৰ স'তে সাইলাখ একে। কেতিয়াবা কলপাতত, কেতিয়াবা কাঁহৰ পানধোৱাত মাকে বাঢ়ি দিয়া পায়স অথবা পোলাওৰ সোৱাদৰ কথা ভাবি তাইৰ জিভাঁলৈ পানী আহিছে। কেতিয়াবা নিজৰ অজানিতে মুখৰ ভিতৰতে কৈছে— 'বৌ আজি যদি তই থাকিলিহেঁতেন।'

ফাগুন মাহৰ ফৰকাল দুপৰীয়া। ফাকুৱাৰ বতৰ। সৰু চহৰখনৰ শ্ৰদ্ধাহঁত থকা অঞ্চলটো বাৰোবাৰী মানুহেৰে ভৰি আছে। ঠেলাৱলা, ৰিক্সাৱলা, পানীৱলা, ধুবী, মুচি, কাঠমিস্ত্ৰী, হৰেক মালৱলা, পাছলিৰ বেপাৰী, কাপোৰ ব্যৱসায়ী, সাংবাদিক, সমাজকৰ্মী, প্ৰফেচাৰ, শিক্ষক, নাৰ্চ, লোহা চোৰ, গৰু চোৰ, মদাহীকে ধৰি অসংখ্য লোক। ৰাস্তাত হোলী খেলা মানুহৰ জুম। শ্ৰদ্ধাই সৰুৰে পৰাই হোলী খেলিবলৈ নাযায়। সৰুতেই দেখা হোলী খেলাৰ এক তিক্ত অভিজ্ঞতা তাই আজি অত বছৰেও পাহৰিব পৰা নাই। মুখত চৰুৰ ছাই আৰু নীলগুড়ি সনা ফাকু খেলা মানুহবোৰ দেখিলে তাইৰ অকণো ভাল নালাগে। কিস্তুত কিম্বাকাৰ দৈত্যৰ উল্লাসেৰে বাটৰুৱা মানুহক খেদি খেদি ৰঙ সনা মানুহবোৰক দেখিলে এক অজান আশঙ্কাত তাইৰ বুকুখন কঁপি উঠে। মানসিক ৰোগীৰ মনত সৰু কালতে দেখা ঘটনাই প্ৰতিক্ৰিয়া কৰাৰ দৰে হয়তো, এই ভয়ৰ কাৰণ হৈছে শিশু অৱস্থাতে প্ৰত্যক্ষ কৰা দুই-এটা ঘটনা। যি ঘটনাৰ পৈশাচিকতাৰ কথা আজি পয়ত্ৰিশ

বছৰেও পাহৰিব পৰা নাই। মনৰ পৰা মোহাৰি পেলাব পৰা নাই বেদনাৰ স্বচক্ষে দেখা সেই তিক্ত অভিজ্ঞতা। প্ৰতিবছৰ হোলীৰ বতৰত মৃগীৰোগৰ দৰে সেই কথা ভাবি তাই ছট্‌ফটাই থাকে। ভিতৰি ভিতৰি অস্থিৰ হৈ উঠে।

তেতিয়া তাই সৰু। চহৰৰ পৰা প্ৰায় পোন্ধৰ কিলোমিটাৰ নিলগৰ এখন চাহ বাগিচাত তাইৰ জন্ম হৈছিল। বাগিচাখনৰ নাম 'সোণাজুৰি'। এক ডজনৰো অধিক বাই-ভনী আৰু ককায়েক-ভায়েকৰ মাজত থাকিও মাক-দেউতাকৰ অন্তৰ ৰাজ্যৰ একছত্ৰী সম্ৰাজ্ঞী ৰূপেই তাই ল'ৰালি আৰু যৌৱনকাল সোণাজুৰিতে এৰি থৈ আহিছে। সোণাজুৰি বাগিচাৰ সোণমণি এতিয়া এই চহৰৰ এগৰাকী আঢ্যৱন্ত মহিলা। সোৱণশিৰিৰ সোণ হৈ জিলিকি থকা সোণমণিৰ জিলকনি সকলোৰে চকুত পৰিছে। চহৰৰ বহুতৰ বাবে শ্ৰদ্ধা এতিয়া ঈৰ্ষাৰ কাৰণ। সেইসকলৰ চকুত পৰা নাই শ্ৰদ্ধাৰ অন্তৰত লুকাই থকা শূন্যতাখিনি।

দিনে দিনে তাই যেন ৰিক্তা হৈ গৈছে। নিঃস্ব হৈ গৈছে। ৰঙৰ উৎসৱে এতিয়া আৰু তাইক উন্মনা নকৰে। আহ্লাদিত নকৰে। একো আমনি নকৰে শ্ৰদ্ধা শইকীয়া নামৰ চহৰৰ এগৰাকী আগশাৰীৰ মহিলাক।

ৰৰ হেঁপাহেৰে মাক-দেউতাকে তাইৰ নাম থৈছিল সোণমণি। মাক দেউতাকৰ হেঁপাহৰ ধন হোৱাৰ কাৰণটো হেনো তাই জন্ম হোৱাৰ দিনাই দেউতাকে চাকৰিত প্ৰমোচন পাইছিল। সেইকথা তাই মাহীয়েকৰ মুখে শুনিছিল।

দুপৰীয়া সময়। জাৰৰ পিছত অহা গৰম বতৰত তাই ভাগৰ ভাগৰ লগা যেন অনুভৱ কৰিছিল। মাজে মাজে অহা বতাহজাকে তাই পিন্ধি থকা শাৰীখনৰ আঁচলটো কঁপাই গৈছিল। বকুল জোপাৰ ফেৰেঙনিত বাহ লোৱা কপৌহালে ৰুণ দি পৰিৱেশটো গহীন কৰি তুলিছিল। হঠাৎ এজাক উশৃঙ্খল হাঁহি আৰু বিকট চিঞৰ শ্ৰদ্ধাৰ কাণত পৰিল। লগে লগে কোঁচ খাই থকা পৰ্দাৰ ফাকেৰে যিটো দৃশ্য তাইৰ চকুত পৰিল, তাইৰ সৰ্বশৰীৰ কঁপিবলৈ ধৰিলে। ৰাস্তাটোৰ সিপাৰে থকা শ্ৰদ্ধাহঁতৰ সৰু ভাড়াঘৰটোতে থকা কমবয়সীয়া বোৱাৰী ছোৱালীজনীক কেইটামান পোন্ধৰ-ষোল্ল বছৰীয়া চেঙেলীয়া ল'ৰাই মাটিত বগৰাই বগৰাই ফাকুগুড়ি সানি উল্লাসত কিৰিলি পাৰি হাঁহিছে। সিহঁতৰ উদণ্ড হাতবোৰে তাইৰ দেহৰ ওখোৰা-মোখোৰা ঠাইবোৰত ফাকুগুড়ি আৰু চৰু ছাই সানিছে। পৈশাচিক আনন্দত সিহঁতে মুখেৰে কিবা-কিবি চিঞৰিছে। '—ঐ এৰ বুলিছো নহয়। লাজ নালাগে তহঁতৰ? মাৰৰ পিয়াহ খোৱা দাঁতেই সৰা নাই, অকলশৰীয়া মানুহজনীক পাই অসভ্যালি কৰিবলৈ আহিছ?' খঙত ক'ব নোৱাৰা হৈ শ্ৰদ্ধাই মানুহজনীৰ দুয়োখন গালত দুটা পূৰ্ণহতীয়া চৰ সোধাই চিঞৰি চিঞৰি ক'লে, ঘৰৰ পৰা উলিয়াই দিবলৈ

নৌ পাওঁতেই ইয়াকে কৰিবলৈ পলাই আহিছিলি? আৰু গিৰীয়েৰ এই উদণ্ড কেইটাৰহে লগৰীয়া মদ-ভাং খাই চাগে ক'ত পৰি আছেগৈ। সি তোক ৰক্ষণাবেক্ষণ দিব পাৰিবনে? বেচি খাব বুজিছ? তোক সি বেচি খাব।

তাইৰ তৰ্জন-গৰ্জন শুনি ফৰিং ছিটিকাদি ছিটিকা দিয়া ল'ৰাজাক দেখি তাইৰ মনটো ঢাপলি মেলিলে সোণাজুৰি চাহ বাগিচালৈ। ভয় লগা দৃশ্য এটা দেখিলে মেলো নেমেলোকৈ মেলা চকুৰ দৰেই ভাবো নেভাবোকৈ তাই ভাবি চালে সেই দৃশ্য।

তেতিয়া সোণাজুৰি চাহ বাগিচাত আজিৰ দৰে ফাকুৱাৰ বতৰ। পৰবু উপলক্ষে সেইদিনা বাগিচা বন্ধ আছিল। মদ আৰু ভাঙৰ ৰাগীত উত্তাল হৈ আছিল পালং লাইন, নতুন লাইন আৰু কলঘৰ লাইনৰ বনুৱা মতা-তিৰোতা আৰু ল'ৰা-ছোৱালী। বাবু লাইনৰ ক্লাব ঘৰটোত পতা হৈছিল দৌল-পূজা। পুৰোহিতৰ মন্ত্ৰপাঠ, শঙ্খ-ঘন্টাৰ ধ্বনি, ধূপ-ধূনাৰ ধোঁৱাৰে ধুঁৱলি-কুঁৱলি হোৱা পূজা মণ্ডপৰ ওচৰে-পাঁজৰে খেলি ফুৰিছিল সোণমণি, বীৰ, দেৱ, তনি, বীৰেন, দিব্য, চুৰ, তিলাই, লাই, পুণ্য, ননী, ৰেৱতী, হৰেন, পৰেশকে ধৰি এজাক ল'ৰা ছোৱালীয়ে। সিহঁতৰ হাতত আছিল একোটাকৈ বাঁহেৰে সাজি লোৱা ফিচ্‌কাৰী, কাৰোবাৰ হাতত আছিল একোটাকৈ গুলি লোৱা মেজেন্টাৰ টেকেলি। চোলাৰ জেপ আৰু ছোৱালীহঁতে পেন্টৰ খোচনিত ভৰাই লৈছিল বালি নথকা ফাকুগুড়ি। আলিবাটেৰে অহা মানুহক সিহঁতে ফাকুগুড়ি সানিছিল। এটা সময়ত সিহঁতে দেখিছিল হস্পিতালত কাম কৰা নাৰ্চজনীক এসোপা ৰঙ খেলা মানুহে খেদি আনিছে। ৰং সনা মানুহজাকৰ মুখবোৰ, মানুহবোৰ ফাকুখেলি থকা তাইৰ সমনীয়া ল'ৰা-ছোৱালীবোৰতকৈ ডাঙৰ। তেওঁলোক কাৰোবাৰ দায়িত্বশীল পিতৃ, খুড়া, মামা, দাদা ইত্যাদি। সেই মানুহজাকৰ মাজত তাই দেউতাকক দেখে নেকি তন্ন তন্নকৈ চাইছিল। নাই তাইৰ দেউতাক নাছিল। ফাকুগুড়িৰে ৰঙা হৈ থকা মুখখনৰে দেউতাক পূজা মণ্ডপৰ কিছুদূৰতে বহি আছিল। এজনী ছয় কি সাত বছৰীয়া ছোৱালীয়ে যেন তেতিয়াই কিবা এটা বুজি পাইছিল। সিদিনাই সোণমণিয়ে বুজিছিল যে হোলীৰ ৰঙা ৰঙে এজনী অকলশৰীয়া যুৱতীৰ বাবে কেৱল বসন্তৰ নঙঠা গছৰ কুঁহিপাতৰ বাতৰি নানে, বাতৰি আনে শীতৰ নঙঠা গছৰহে, বিধ্বংসী ধুমুহাই বিধ্বস্ত কৰা নাৱৰ ছিন্ন-বিছিন্ন কৰা পালৰ নিদাৰুণ ছবি। কলংকময় নগ্ন শৰীৰ ঢাকিবলৈ দুৰ্বল হাতেৰে চেষ্টা কৰা সিদিনাৰ সুধা বাইদেউৰ চকুত ফুটি উঠা সেই আকুতি আজি পয়ত্ৰিশ বছৰেও শ্ৰদ্ধাই পাহৰিব পৰা নাই। যিদৰে পাহৰিব পৰা নাই প্ৰতিবছৰে ফাকুৱাৰ দিনা মাকে ৰন্ধা পায়স অথবা মাংস-পোলাওৰ পৰা অহা সুগন্ধি সুবাস। দুটা সম্পূৰ্ণ বিপৰীতমুখী অন্তৰ্দ্বন্দ্বই হোলীৰ বতৰত তাইক বৰকৈ আমনি কৰেহি।

'—হেৰা শুনাচোন'

হয়, পূজা মণ্ডপৰ কাষতে দিয়া বৰতা খেৰৰ চালিখনৰ তললৈ দেউতাকে নাম গাই থকা আয়তীসকলৰ মাজৰ পৰা মাকক মাতি নিছিল। সৰু সৰুকৈ কিবা এটা কৈছিল আৰু তাইৰ মাকে, সেই দীৰ্ঘাঙ্গী শুৱনী মানুহ গৰাকীয়ে গাৰ পৰা চাদৰখন সোলোকাই ৰিহাখনৰেই গাটো ঢাকি অদূৰতে প্ৰায় বিৱস্ত্ৰা হৈ থকা নাৰ্চগৰাকীৰ শৰীৰটো ঢাকি দি সিহঁতৰ ঘৰলৈ লৈ গৈছিল। সুধা বাইদেউৰ দুগালেদি বাগৰি অহা চকুপানী মচি দি সান্ত্বনা দিছিল। সেইদিন ধৰি, এৰা, সেইদিন ধৰি হোলী নামধাৰী এই উৎসৱৰ আঁৰত থকা সুবিধাবাদী লম্পট মানুহজাকক তাই ঘৃণা কৰি আহিছে। সহ্য কৰিব নোৱাৰা হৈছে মানুহৰ ঘৰৰ বেৰত আঁৰি থোৱা দুৰ্দান্ত গোপবালক কৃষ্ণৰ স্নানৰতা গোপিনীৰ বস্ত্ৰ হৰণ কৰা ছবি। মহাকাব্যই আমাক পাৰিলেনে মানুহ কৰি তুলিব? দ্ৰুপদ জীয়াৰীৰ বস্ত্ৰ হৰণে কি সূচায়? শ্ৰদ্ধাই নিজকে সুধি চালে। আগতেও বহুত বাৰ তাই এই কথা ভাবি চাইছে।

বৰ অৱস অৱস লাগিল শ্ৰদ্ধাৰ, নিজৰ ওপৰত তাইৰ ধিক্কাৰ জন্মিল। ধিক্কাৰ জন্মিল শ্ৰদ্ধাৰূপী মানুহজনীলৈ। এতিয়া তাই বাতৰি-কাকতত ৰাস্তাত পৰি থকা উলংগ যুৱতীৰ মৃতদেহ দেখি, প্ৰসৱ যন্ত্ৰণাত কাতৰ হোৱা মাতৃৰ ছবি দেখি বিচাৰ কৰে সেয়া কোনোবা কাকতি, গোস্বামী, বৰুৱানে, বসুমতাৰী, বেগম অথবা কোনোবা পাটৰৰ ছবি। সম্পাদকলৈ চিঠি লিখে তেনে ছবি প্ৰকাশ নকৰিবলৈ। কিন্তু তাই বাস কৰা সমাজখনৰ অলিয়ে-গলিয়ে পৰি থকা এই ছবিবোৰ বন্ধ কৰিবলৈ কিয়েহ্বা কৰিব পাৰিব তাইৰ দৰে পোছাকী নামেৰে পৰিচিতা কোনোবা জ্যোতিৰূপা দত্ত অথবা শ্ৰদ্ধা শইকীয়াহঁতে। তাতকৈ সোণাজুৰি বাগিচাৰ সোণমণিৰ নিজস্ব এটা দৃষ্টিভংগী আছিল। অন্যায়ক প্ৰতিৰোধ কৰিবলৈ, নাৰীত্বক সন্মান জনাবলৈ, কামুক পুৰুষক দমন কৰিবলৈ নিজৰ গাৰ পৰা এডুখৰি কাপোৰ খুলি দিব পৰাকৈ তাইৰ এজনী মৰমী মাক আছিল। কিন্তু এতিয়াযে তাই নিঃস্ব। প্ৰচণ্ড ধুমুহাই যেন শ্ৰদ্ধাৰ গাৰ পৰা এখন এখনকৈ সমস্ত কাপোৰ উৰুৱাই নি তাইক নাঙঠ কৰি পেলাব খুজিছে। গাৰ সমস্ত শক্তিৰে দুয়োখন হাতেৰে তাই গাৰ কাপোৰবোৰ উৰুৱাই নিব নোৱাৰাকৈ গাত হেঁচা মাৰি ধৰিলে। ◈

# ৪০ প্ৰতাৰিতা

## আৰতি শইকীয়া



মোক তিনিদিনৰ পৰাই এগৰাকী মানুহে বিচাৰি আছে। তৃতীয় দিনা পুৱাৰ মই দুৱাৰ খুলিয়েই ছোৱালী এজনীৰ সৈতে তেওঁক দেখা পালোঁ। দহ/বাৰ বছৰীয়া ছোৱালীজনী তেওঁৰে বুলি জানিব পাৰিলোঁ। গৌৰবৰ্ণা, লাহী দেহৰ মহিলাগৰাকীৰ বয়স ত্ৰিশ বছৰমান হ'ব বুলি অনুমান হ'ল। মানুহগৰাকীৰ মন বৰ চিন্তাক্লিষ্ট। তেওঁক মই অহাৰ কাৰণ সুধিলোঁ। তেওঁ ক'লে যে সেয়া এক দীঘলীয়া কাহিনী, ক'ম লাহে লাহে।

বাৰু, তুমি কিবা অলপ খাই সুস্থ হৈ লোৱা, এইবুলি প্লেটখনত কিছু খোৱা বস্তু আনি দি সুধিলোঁ ঃ এই ছোৱালীটি কাৰ?

'মোৰে বাইদেউ, তাইক স্কুলত পঢ়াই আছোঁ। তেওঁৰ যেন ভোক-পিয়াহ একো নাইকিয়া হৈ গৈছে।

মই সুধিলো— তোমাৰ নাম কি? তেওঁ নামটো 'নন্দা' বুলি ক'লে।

কোৱাচোন এতিয়া তোমাৰ কাহিনী।

বাইদেউ, মোৰ কাহিনী শুনি মোক দৰ্খাস্ত এখন লিখি দিব লাগিব।

'কিয়, তুমি লিখিব নেজানানেকি? কিমানলৈকে পঢ়িছিলা?'

'পঢ়তে বাইদেউ দশম শ্ৰেণীলৈকে পঢ়িছিলোঁ, মেট্ৰিক দিয়া নহ'ল।'

'কিন্তু মই দৰ্খাস্ত লিখাৰ নিয়ম নেজানো, কালৈ বা কেনেকৈ লিখিব লাগিব। শুনিছোঁ ইয়াত মহিলাৰ আয়োগ গঠন হৈছে। মই সেই আয়োগলৈকে দৰ্খাস্ত দিব খুজিছোঁ।'

তুমি এতিয়া কিবা কাম কৰানেকি?

'হয় বাইদেউ, মই অংগনবাদীৰ কৰ্মী আৰু আগতে নাৰ্চ আছিলোঁ, গাঁৱত কাৰবাৰ দৰকাৰ হ'লে চেলাইন আৰু বেজী দিবলৈ মাতি নিয়ে— তেনেকৈয়ে দুপইচা পাওঁ।'

'তোমাক দেখি ফোঁটে সেন্দূৰে বিবাহিতা বুলিয়েই মোৰ অনুমান হৈছে। তোমাৰ

স্বামীৰ পৰিচয় তুমি দিয়া নাই দেখোন।'

'মোৰ স্বামী আজি কেবাবছৰৰ পৰা ঘৰত নাই, ক'ৰবাত আছেনে নাই বা জীৱিত নে মৃত একো নেজানো। মানুহে কয় বাৰ বছৰলৈকে সেন্দূৰ লৈ থাকিব পাৰে। সেয়ে লৈ আছোঁ। তেখেত নিৰুদ্দেশ হোৱা পাঁচ বছৰমান হৈছে।

তোমাৰ ক'ত বিয়া হৈছিল?

'বাইদেউ, মোৰ এজন মাৰোৱাৰী যুৱকৰ লগত বিয়া হৈছিল। ডিব্ৰুগড়ৰ এখন নাচিং হেমাত মই কাম কৰি আছিলোঁ।'

পিতৃ-মাতৃহীনা হৈ ঘৰত ভাল ব্যৱহাৰ নেপাই মোৰ অভাৱৰ সীমা নাইকিয়া হৈছিল। গাঁৱৰে এজন সহৃদয়লোকে মোক ডিব্ৰুগড়ত নাৰ্চৰ ট্ৰেইনিং লোৱাৰ সুবিধা কৰি দিছিল।

সেই নাচিংহোমলৈকে আহিছিল চিকিৎসাধীন হৈ এগৰাকী মাৰোৱাৰী প্ৰৌঢ়া মহিলা। তেওঁৰ লগত আছিল তেওঁৰ যুৱক পুত্ৰ নিখিল শৰ্মা। এইদৰেই চিনাকি হৈ মাতৃপুত্ৰ দুয়ো মোক তেওঁলোকৰ বোৱাৰী হিচাপে নিবলৈ ইচ্ছা প্ৰকাশ কৰিলে। সেইদৰেই এদিন আমি বিবাহপাশত আবদ্ধ হৈছিলোঁ।

তাৰ পিছত? পিছত কেবাবছৰো ভালেৰেই গৈছিল। মাতৃগৰাকীৰ মৃত্যুৰ পিছত তেওঁ ফৰকাটিংলৈকে গুচি আহিল, ব্যৱসায় কৰিবলৈ। ফৰকাটিং এটা ৰে'লৰ জংচন। তালৈ ৰাজধানী এক্সপ্ৰেছৰ পৰা শতাব্দী এক্সপ্ৰেছ, ইণ্টাৰচিটি সকলো প্ৰধান ৰে'লেই তিনিচুকীয়াত আৰম্ভ হৈ ফৰকাটিঙত খন্তেক ৰৈ যায়। সেয়ে মোৰ স্বামীয়ে ভাবিলে যে ফৰকাটিঙতে দোকান এখন দিলে ভাল চলিব। সেই ভাবিয়ে ইয়াত কাপোৰৰ দোকান এখন দি ব্যৱসায় আৰম্ভ কৰিছিল। ইতিমধ্যে মোৰ এই ছোৱালীজনীৰো জন্ম হৈছিল। তাইৰ পাঁচ বছৰমান হওঁতেই এদিন ৰে'ল লাইনত পৰি মুখত প্ৰচণ্ড আঘাত পালে। লৰালৰিকৈ মই গোলাঘাটৰ কুশল কোঁৱৰ অসামৰিক চিকিৎসালয়লৈ লৈ গ'লোঁ। কিছুদিনৰ পিছত সুস্থ হোৱাত ঘৰলৈ লৈ আহিলোঁ। কিন্তু কি ক'ম! শাৰীৰিকভাৱে সুস্থ হ'লেও তেওঁৰ মানসিক বিকৃতি ঘটিল। সদায় অস্বাভাৱিকভাৱে এনি-তেনি ওলাই যায়, বাটে-পথে ঘূৰি ফুৰে। মই তেজপুৰলৈ নি মানসিক চিকিৎসালয়তো চিকিৎসা কৰালোঁগৈ। কিন্তু তেওঁ আৰু সুস্থ নহ'ল। ঘৰলৈ লৈ আহিলোঁ। দোকানখনো লোকক ভাড়ালৈ দি দিলোঁ। এদিন তেনেকৈয়ে নাইকিয়া হৈ গ'ল। এইবুলি তেওঁ উচুপিবলৈ ধৰিলে।

মই সান্ত্বনা দি ক'লোঁ, কি কৰিবা নন্দা, বহুত মানুহৰ জীৱনতে নানা দুৰ্ভাগ্য ঘটে, অসহায় মানুহৰ সহি থকাৰ বাহিৰে কোনো উপায় নেথাকে। পিছত দেখিবা, সময়ৰ সোঁতত গভীৰ দুখো পাতল হৈ যায়। সেয়ে কোৱা হয় Time is the best healer.

এইদৰেই দিন বাগৰি গৈ মাহ, বছৰ গ'ল, মানুহজনৰ আৰু সন্ধান নেপালোঁ। পুলিচতো এজাহাৰ দিছিলোঁ— কিন্তু কোনেও একো সম্ভেদ দিব নোৱাৰিলে। মই এতিয়া অঙ্গনবাদীত সহায়িকা কামটো পাই সৰল শিশুবোৰৰ লগত কিছু সময় কটাই দুখ-বেজাৰ পাহৰি থাকোঁ। গাঁৱৰ মানুহক বেজী-চেলাইন আদিও দিওঁ।

তুমি ভালেই কৰিছা, লগতে তোমাৰ ছোৱালীজনীকো শিক্ষা দিব পাৰিছা।

এদিন ৰে'লৰ ইঞ্জিন ড্ৰাইভাৰ এজনক বেজী দিয়াবলৈ মোৰে চিনাকি এজন গাঁও সম্বন্ধীয় পেহাই লৈ আহিছিল— মোক চিনাকি কৰি দি কৈছিল এওঁৰ নাম নবীন চক্ৰবৰ্তী— যোৰহাট, গোলাঘাট, ফৰকাটিং লাইনৰ ৰে'ল চলায়। তেওঁ হাতত অলপ দুখ পোৱা বাবে এ.টি.এচ বেজী এটা ল'বলৈ আহিছে।

মই সুধিলোঁ বেজীটো কিনি লৈ আহিছেনে? তেওঁ অনা বুলি ক'লত মই বেজীটো দিলোঁ। এইদৰেই মানুহজনৰ লগত মোৰ চিনাকি হ'ল। তেতিয়াৰ পৰাই মানুহজন মোৰ ঘৰলৈ আহিবলৈ ধৰিলে। ছোৱালীজনীলৈও চকলেট-মৰ্টন আদি লৈ আহে। ছোৱালীজনীয়ে ৰং পাই খুৰা বুলি মাতিবলৈ ল'লে। তাই কয় 'খুৰা আপুনি আমাৰ ঘৰলৈ আহি থাকিব দেই।'

'নিশ্চয় আহিম মাজনী, তুমি বাৰু ৰে'লত উঠি পাইছানে নাই—

এই যে ৰেল চলে ঝক্‌ঝক্ ঝক্‌ঝক্ ঝক্।'

'নাই পোৱা খুৰা, আপুনি মোক ৰে'লত এদিন ফুৰাবলৈ লৈ যাব দেই।

নিশ্চয় ৰে'লত তোমাক দূৰ দূৰণিলৈ লৈ যাম দেই— শুনি তাই বৰ আনন্দ পায়।

এদিন তেওঁ মোক প্ৰস্তাব দিলে যে এই ছোৱালীজনীৰ তত্ত্বাবধান ল'বলৈ এজন পিতৃৰ প্ৰয়োজন দেখিছোঁ।

'আপুনি কি ক'ব খুজিছে, মই বুজা নাই।' মই সুধিলোঁ। মোৰ গাটো জ্বৰ ঘমাদি ঘামিবলৈ ধৰিলে। এনে এটা প্ৰস্তাব আহিব বুলি মই কেতিয়াও ভাবিবই পৰা নাছিলোঁ।

তেওঁ ক'লে, তুমি আচৰিত হৈছা? আজি কেবাবছৰো পাৰ হৈ গ'ল, তোমাৰ স্বামী জীৱিত থকা হ'লে অতদিনে ওলালহিহেঁতেন।

'তেনে কথা নক'ব। মোৰ ভাগ্যত যি হ'ল হ'লেই আৰু দ্বিতীয় সংসাৰ পাতি বোজা বঢ়াই নলওঁ।'

মানুহজন তেতিয়া গ'লগৈ। ৰে'ল ৰখোৱা সময়খিনিতে তেওঁ মোৰ ওচৰলৈ আহে, বিনা দৰকাৰেই। মই বিৰক্ত হওঁ। এনে অহেতুক আগমন ওচৰ-চুবুৰীয়াইও ভাল চকুৰে নেচায়। তদুপৰি মই জানিব পাৰিলোঁ যে মানুহজন বিবাহিত আৰু তেওঁৰ সন্তানো আছে। মোৰ বুজিবলৈ বাকী নেথাকিল যে তেওঁৰ মনোভাব ভাল নহয়। মোক ছলনা

কৰিবলৈহে এইবোৰ কথাৰ অৱতাৰণা কৰিছে।

এদিন নিজান দুপৰীয়া মানুহজন আহি মোৰ ঘৰ সোমালহি, আৰু মোক টানি-আঁজুৰি বিব্ৰত কৰি তুলিলে, তেওঁ মোক বলৎকাৰ কৰি অপদস্থ কৰিলে মই প্ৰায় অচেতন হৈ পৰিলোঁ। জ্ঞান পাই দেখো মানুহজন ওচৰত নাই।

মোৰ ছোৱালীজনী স্কুলৰ পৰা আহি মোক তেনে অৱস্থাত দেখি তাই কান্দি পেলালে। সুধিলে— 'মা তোমাৰ কি হৈছে?' মই একো সঠিক উত্তৰ দিব নোৱাৰি মাথোন ক'লো— 'মোৰ গা বেয়া লাগিছে।'

পিছত ভাবিলো নাৰীক অশালীন ব্যৱহাৰ কৰা, নাৰী নিৰ্যাতন আদিৰ বিচাৰ কৰিবলৈ এখন আয়োগ আছে— সেয়ে মই আপোনাৰ ওচৰলৈ আহিছোঁ। মোৰ কাহিনী শুনিলেই— গতিকে কালৈ কেনেকৈ দৰ্খাস্ত দিব লাগে মোক বুজাই দিয়ক বাইদেউ।

'তুমি ঠিকেই শুনিছা। তোমাৰ ঘটনাটোৰ বিষয়ে লিখি তোমাৰ আৰু অভিযুক্ত দুয়োজনৰ ঠিকনা দি উপায়ুক্তলৈ দৰ্খাস্ত এখন লিখা। সভা বহাৰ কেইদিনমান আগতে তোমালৈ আৰু অভিযুক্তজনলৈ জাননী যাব। সেইমতে দুয়োপক্ষই আহি নিজৰ কথা ক'বহি আৰু সভাই দুয়ো পক্ষৰ কথা শুনি এটা ব্যৱস্থা ল'ব। তুমি দৰ্খাস্তখন নিজে লিখাহে ভাল হ'ব বুলি বিদায় দিলোঁ।

এইদৰে দিনবোৰ পাৰ হ'ল। যথাসময়ত সভাৰ দিন পালেহি। দুয়োপক্ষ উপস্থিত হ'লহি। অভিযুক্ত চক্ৰৱৰ্তীয়ে ক'লে যে তেওঁ ছোৱালীজনীক মৰম কৰিছিল সঁচা, কিন্তু বাকীবোৰ কথা মনে সজা।

নন্দাই যিমানেই ক'ব খোজে, সিমানেই তেওঁক সদস্যাসকলক দোষাৰোপ কৰে— কয় নাৰী এগৰাকীয়ে নিজেই নিজৰ শালীনতা বজায় ৰাখিব পাৰিব লাগে। নহ'লে এইদৰে জুইত পৰি ছগাৰ মৃত্যু হোৱাৰ দৰে তোমাৰো সেই অৱস্থাই হ'ল।

নন্দাই নিজকে ভাৱে যে তেওঁ প্ৰতাৰিতা, কিন্তু আনে তেওঁক দুশ্চৰিত্ৰা বুলিহে ধৰি ল'লে। নন্দাই বিচৰা মতে কাৰো পৰা সহানুভূতিসূচক সঁহাৰি নেপাই বিমৰ্ষমনে ঘৰমুৱা হ'ল।

এদিন মোক ফোন কৰি ক'লে বাইদেউ, মোৰ যে জীৱন দুৰ্বিষহ হৈ পৰিছে। মই কেনেকৈ জীৱন কটাম?

মই সান্ত্বনা দিলোঁ ঃ তুমি নিজ কৰ্তব্যত গভীৰভাৱে মনোনিৱেশ কৰা আৰু সমাজ কল্যাণত ব্ৰতী হোৱা। বিহ ফুলক কেনেকৈ সুগন্ধি ফুললৈ ৰূপান্তৰিত কৰিব পাৰি তাৰ উপায় উলিওৱা, তেতিয়াই দিশহাৰা হৈয়ো নতুন দিগন্তৰ দুৱাৰ তোমাৰ সন্মুখত মুকলি হ'ব। ◇

# লেখিকাৰ পৰিচয়

**পূৰবী বৰমুদৈ ঃ** 'শান্তনুকুলনন্দন' নামৰ উপন্যাসৰ বাবে সাহিত্য অকাডেমি বঁটাৰে বিভূষিতা, অসম সাহিত্য সভাৰ সন্মানীয় 'ছগনলাল জৈন সাহিত্য বঁটা' প্ৰাপক, গল্প আৰু উপন্যাস দুয়োটা প্ৰকৰণতে নিপুণ লেখিকা।

**অপৰ্ণা গোস্বামী ঃ** মেধাৱী ছাত্ৰী আৰু ইংৰাজী বিষয়ৰ কৃতী শিক্ষয়িত্ৰী। প্ৰকাশিত গ্ৰন্থ-অপৰাজিতা। সম্পাদনা- অভিনন্দা আৰু কেইবাখনো বাৰ্তালোচনী আৰু প্ৰবন্ধ সংকলন।

**ড° লীলাৱতী শইকীয়া বৰা ঃ** গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ জ্যেষ্ঠ অধ্যাপিকা। অসমীয়া ভাষাৰ ৰূপতত্ত্ব, সাহিত্য আৰু সাহিত্যৰ ভাষা, প্ৰবন্ধাৱলী, চুটি গল্পৰ প্ৰবাহ, সোণালী পৃথিৱী আদি স্বৰচিত আৰু সম্পাদিত প্ৰায় ১৫খন গ্ৰন্থৰ ৰচয়িতা ড° শইকীয়া বৰাৰ বৌদ্ধিক বিচৰণৰ ক্ষেত্ৰখন ভাষাতত্ত্বৰ পৰা নিবন্ধ ৰচনালৈকে বিবিধ আৰু বৈচিত্ৰময়। তেওঁ এগৰাকী সংবেদনশীল কবি।

**বন্দিতা ফুকন ঃ** অসম আৰু উত্তৰ-পূৰ্বাঞ্চলৰ প্ৰথম মহিলা মেকানিকেল অভিযন্তা। শিশু উপন্যাস ২১খন, অনূদিত শিশুপুথি ২৫খন, চুটিগল্প ৪খন, বুৰঞ্জীমূলক জীৱনী ১খন, অনূদিত উপন্যাস ১খন, টেকনিকেল বস্তুক বিষয়বস্তু হিচাপে লৈ কিশোৰ-কিশোৰীৰ বাবে লিখা গ্ৰন্থ ৪খন আদি মুঠ ৭৬খন গ্ৰন্থৰ ৰচয়িতা বন্দিতা ফুকন এগৰাকী প্ৰতিষ্ঠিত লেখিকা।

**অঞ্জলি বৰুৱা ঃ** বিভিন্ন সামাজিক অনুষ্ঠানৰ লগত জড়িত সমাজ সেৱিকা। বিশিষ্ট লেখিকা। প্ৰকাশিত গ্ৰন্থ— গীতাঞ্জলি, বীৰাঙ্গনা, মাজত তৃষাৰ নৈ, অনন্য এক যাত্ৰা, বৈচিত্ৰময় ওমান, বিদেশৰ বাটে বাটে আদি।

**কাছেমা খাতুন ঃ** গোৱালপৰীয়া অভিধানৰ প্ৰণেতা। কৃতী শিক্ষকৰ ৰাষ্ট্ৰীয় বঁটা, অসম সাহিত্য সভাৰ 'অৰ্চনা চক্ৰৱৰ্তী ন্যাস বঁটা', ভাৰতীয় দলিত সাহিত্য অকাডেমি ফেলশ্বিপ, আন্তৰ্জাতিক মাইকেল মধুসূদন দত্ত বঁটাৰে সন্মানিত এগৰাকী বিশিষ্ট লেখিকা।

**হীৰা দেৱী ঃ** প্ৰকাশিত গ্ৰন্থ— নিশাৰ অতিথি (গল্প), উপহাৰ (গল্প)। নিয়মীয়া গল্প ৰচনাৰে এগৰাকী সম্ভাৱনাপূৰ্ণ লেখিকা।

**দীপিকা চৌধুৰী ঃ** গুৱাহাটী বিশ্ববিদ্যালয়ৰ কৃষ্ণকান্ত সন্দিকৈ গ্ৰন্থাগাৰৰ প্ৰফেচনেল এচিছটেণ্ট। বিশিষ্ট গল্পকাৰ আৰু কেইবাখনো উচ্চমানৰ আলোচনীৰ নিয়মীয়া গল্প লেখিকা। প্ৰকাশিত

গ্ৰন্থ— গোলাকাৰ পৃথিবীত মায়া।

**নিৰুপমা মিশ্ৰ ঃ** প্ৰকাশিত গ্ৰন্থ— পাখিয়ে পাখিয়ে ৰং, সাধুত আছে যাদু, ৰূপ মনোমোহা গোন্ধ মনোহৰা, সাধুৰ কৰণি, প্ৰবন্ধ চয়নিকা, গল্প চয়নিকা, লেখিকাৰ জীৱনী, সোণ সঁফুৰা আদি স্বৰচিত আৰু সম্পাদনা মিলি প্ৰায় ১২খন গ্ৰন্থৰ ৰচয়িতা মিশ্ৰই ইতিমধ্যে অসম প্ৰকাশন পৰিষদৰ— শিশু সাহিত্য বঁটা, অসম সাহিত্য সভাৰ প্ৰেমধৰ দত্ত সোঁৱৰণী শিশু সাহিত্য বঁটা আৰু বৰপেটা সাহিত্য সভাৰ কৰুণা দত্ত সোঁৱৰণী শিশু সাহিত্য বঁটা লাভ কৰিবলৈ সক্ষম হৈছে।

**মৃণালী চেতিয়া ঃ** ৰাষ্ট্ৰীয় বঁটা প্ৰাপ্ত কৃতী শিক্ষয়িত্ৰী। প্ৰকাশিত গ্ৰন্থ— বাৰে ৰহনীয়া গীতৰ শৰাই, সূৰুযমুখীৰ সপোন, শিক্ষাবোধ, কামদেৱ কন্দৰ্প কুমাৰ, জীৱন নদীৰ গান, প্ৰবন্ধ কানন আদি। সাহিত্যিক পেঞ্চনাৰ।

**আভা বৰা ঃ** অধিবক্তা। প্ৰকাশিত গ্ৰন্থ— বালিমাহী চৰাইৰ গান, লাক্ পাকুৰ্ কুৰ্, বলখেলা শহা, ভুচুং পহু, বৰঘৰৰ মেকুৰী, শ্যামলী বনৰ জুই আদি স্বৰচিত আৰু সম্পাদিত প্ৰায় ৮খন গ্ৰন্থ। ৰচয়িতা এগৰাকী সম্ভৱনাপূৰ্ণ লেখিকা।

**কল্পনা কলিতা ঃ** অভিনেত্ৰী, গায়িকা, দূৰদৰ্শন আৰু অনাতাঁৰ শিল্পী। প্ৰকাশিত গ্ৰন্থ— পখী ঘোঁৰাত উঠি পৰীৰ দেশলৈ। সম্ভৱনাপূৰ্ণ লেখিকা।

**তৰু মিশ্ৰ ঃ** কৃতী শিক্ষয়িত্ৰী। বিভিন্ন আলোচনী, বাতৰি কাকত আদিত অনেক গল্প, কবিতা, প্ৰবন্ধ আদিৰে আত্ম প্ৰকাশ কৰা সুলেখিকা।

**অনুভা বৰুৱা ঃ** কৃতী শিক্ষয়িত্ৰী। আকাশৰ অন্য নাম ৰাগিনী, বৰুৱা-বৰুৱানীৰ তিতা-মিঠা, হৃদয়ৰ নাম থলো নদী, উদ্ভাসিত সময় আদি গ্ৰন্থৰে সাহিত্য জগতত প্ৰৱেশ কৰা অনুভা এগৰাকী সুলেখিকা।

**দৰ্পণা বৰা নেওগ ঃ** সহ-সঞ্চালক, শিক্ষা বিভাগ। প্ৰকাশিত গ্ৰন্থ— নিৰ্জন স্বাক্ষৰ, জনপ্ৰেমী বিষ্ণু বৰা ঃ জীৱন আৰু কৃতী, তিনিজন য'ত নিৰঞ্জন ত'ত, জীৱনী গ্ৰন্থ— অমিয় কুমাৰ দাস, অম্বিকাগিৰি ৰায়চৌধুৰী আদি প্ৰায় ৮খন গ্ৰন্থৰ ৰচয়িতা দৰ্পণা এগৰাকী সম্ভৱনাপূৰ্ণ লেখিকা।

**স্মৃতিৰেখা দেৱী ঃ** বিশিষ্ট লেখিকা। কেইবাখনো উচ্চমান বিশিষ্ট আলোচনীৰ নিয়মীয়া আৰু জনপ্ৰিয় গল্প লেখিকা।

**ড° পল্লৱী ডেকা বুজৰবৰুৱা ঃ** ডিব্ৰুগড় বিশ্ব বিদ্যালয়ৰ অসমীয়া বিভাগৰ সহঃ অধ্যাপিকা। প্ৰকাশিত গ্ৰন্থ— ৰবীন্দ্ৰ নাথ আৰু অসমীয়া কবিতা, ৰবীন্দ্ৰ চিন্তা আৰু ভাৰতীয় সাহিত্য বিচিত্ৰা, তুলনামূলক সাহিত্য ঃ বিকাশ আৰু বিৱৰ্তন, পান্থশালাৰ প্ৰেম গাঁথা আৰু সম্পাদনা— অসমৰ জনগোষ্ঠীয় লোক সাহিত্য।

**ড° মঞ্জু লস্কৰ ঃ** নগাঁও বালিকা মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ প্ৰধান অধ্যাপিকা। প্ৰকাশিত

গ্ৰন্থ— আকৌ উপনিষদ, কৰতল কমল, মধুৰ মাধৱ, শৈৱ আৰু শাক্ত ধৰ্ম ঃ উৎসৰ পৰা অসমলৈ, হৰিনাৰায়ণ দত্ত বৰুৱাৰ জীৱন আৰু সাহিত্য কৃতি আদি প্ৰায় ১০খন গ্ৰন্থৰ ৰচয়িতা মঞ্জু লস্কৰ এগৰাকী বিশিষ্ট লেখিকা।

**প্ৰতিভা শৰ্মা ঃ** সুলেখিকা। প্ৰকাশিত গ্ৰন্থ— ওপজা মাটিৰ সুবাস (কবিতা), বিভিন্ন কবিতা, শিশু গল্প, প্ৰবন্ধ, জীৱনী, উপন্যাস আদি আলোচনী বাতৰি কাকত আদিত প্ৰকাশ পাইছে।

**থুনু কলিতাঃ** ৰহা মহাবিদ্যালয়ৰ ৰাজনীতি বিভাগৰ মুখ্য অধ্যাপিকা। প্ৰকাশিত গ্ৰন্থ— গান্ধ বিৰিণাৰ সুবাস। কেইবাটাও গধুৰ প্ৰবন্ধ, কবিতা আৰু গল্প আলোচনী আৰু সংকলিত গ্ৰন্থত প্ৰকাশ পাইছে।

**নিৰু শৰ্মা ঃ** সুলেখিকা। বিভিন্ন আলোচনী বাতৰি কাকত আদিত উচ্চমান বিশিষ্ট কবিতা, গল্প, প্ৰবন্ধ আদি প্ৰকাশ পাইছে।

**চাৰু শইকীয়া ঃ** বিভিন্ন বাতৰি কাকত, আলোচনী আদিত তেওঁৰ গল্প, কবিতা, প্ৰবন্ধ আদি প্ৰকাশ পাইছে। এগৰাকী প্ৰতিশ্ৰুতিসম্পন্না লেখিকা।

**ড° ভাৰতী দত্ত ঃ** ডিব্ৰুগড় কানৈ মহাবিদ্যালয়ৰ ভূগোল বিভাগৰ জ্যেষ্ঠ অধ্যাপিকা। প্ৰকাশিত গ্ৰন্থ— জীৱন সন্ধ্যা, প্ৰবন্ধ মঞ্জুষা, পৰিৱেশ প্ৰদূষণ আৰু মানৱ সমাজ, নিসঙ্গতাৰ আমেজ আৰু অন্যান্য, ইউৰোপ ভ্ৰমণ আদি প্ৰায় ১০খন গ্ৰন্থ প্ৰকাশ পাইছে।

**মধুস্মিতা গোহাঁই ডেকা ঃ** বিভিন্ন বাতৰি কাকত, আলোচনী আদিত তেওঁৰ গল্প, কবিতা আদি প্ৰকাশ পাইছে। এগৰাকী সম্ভৱনাপূৰ্ণ লেখিকা।

**ৰূপামণি শৰ্মা ঃ** বিভিন্ন বাতৰি কাকত, আলোচনী আদিত গল্প, প্ৰবন্ধ আদি প্ৰকাশ পাইছে। মৰিগাঁও শিক্ষণ মহাবিদ্যালয়ৰ অধ্যাপিকা। নতুনকৈ আত্ম প্ৰকাশ কৰা এগৰাকী প্ৰতিশ্ৰুতিসম্পন্না লেখিকা।

**ৰাজশ্ৰী হাজৰিকা ঃ** তেজপুৰ বিশ্ববিদ্যালয়ৰ পৰা 'সংস্কৃতি অধ্যয়ন' বিষয়ৰ প্ৰথম শ্ৰেণীৰ প্ৰথম স্থানপ্ৰাপ্ত স্নাতক। ৰাজশ্ৰী হাজৰিকা সুলেখিকাৰ সম্ভাৱনা বহন কৰা এগৰাকী ন-লেখিকা।

**নীলিমা বৰা ঃ** নাটক— গ্ৰহণ, তথ্যচিত্ৰ (ভিচিডি)— মৃগতৃষ্ণা, প্ৰত্যাশা, মৌন গুঞ্জন আদি সাতখন উপন্যাস, এখন গল্প, এখন কবিতা, এখন প্ৰবন্ধ সংকলন প্ৰায় ১৬খন শিশুগ্ৰন্থকে ধৰি স্বৰচিত আৰু সম্পাদিত প্ৰায় ২০খন গ্ৰন্থ প্ৰকাশ পাইছে।

**সুনীতি সোণোৱাল ঃ** অধিবক্তা (গুৱাহাটী উচ্চ ন্যায়ালয়) প্ৰকাশিত গ্ৰন্থ— আঁহতৰ তলৰ চ'ল' বাথা, আয়োহে বাথা ৰাজা, বৰষুণ, সাধু সাধু আৰু সাধু, নাৰী আৰু আইনৰ সুৰক্ষা, ইতি তোমাৰ মা আদি স্বৰচিত আৰু সম্পাদিত মিলি প্ৰায় ১৪খন গ্ৰন্থৰ ৰচয়িতা সুনীতি সোণোৱাল লেখিকা সমাৰোহ সমিতিৰ বৰ্তমানৰ সভানেত্ৰী।

**দীপিকা বৰুৱা ঃ** ত্ৰিৰঙ্গ ত্ৰিবেণী, ইপাৰ-সিপাৰ, সংগম, সৰু সৰু ফুল, জোনাকী সাধু,

প্ৰান্তৰে প্ৰান্তৰে আদি প্ৰায় ১৮খন গ্ৰন্থৰ ৰচয়িতা দীপিকা বৰুৱাই ইতিমধ্যে সাহিত্য জগতত নিজৰ আসন সুদৃঢ় কৰিবলৈ সমৰ্থ হৈছে।

**মীনাক্ষি বুঢ়াগোহাঁই ঃ** মেঘালয়ৰ তুৰা গৱৰ্ণমেন্ট কলেজৰ অসমীয়া বিভাগৰ জ্যেষ্ঠ অধ্যাপিকা। প্ৰকাশিত গ্ৰন্থ— হাতী খুতৰাৰ সপোন, অনুবাদ— লেডী চেটাৰ্লিজ লাভাৰ। বিভিন্ন কাকত, আলোচনীত তিনিকুৰিতকৈও এধিক গল্পকে ধৰি কবিতা, উপন্যাস, প্ৰবন্ধ আদি প্ৰকাশ পাইছে। এগৰাকী প্ৰতিশ্ৰুতিসম্পন্না লেখিকা।

**অপৰা ফুকন ঃ** কৃতী শিক্ষয়িত্ৰী। কবিতা, গল্প আৰু প্ৰবন্ধ ৰচনাৰ ক্ষেত্ৰত যোগ্যতাৰ স্বাক্ষৰ বহন কৰা এগৰাকী লেখিকা।

**দীপ্তি দেৱী শৰ্মা ঃ** ৰহা মহাবিদ্যালয়ৰ ভাৰপ্ৰাপ্ত অধ্যক্ষা। প্ৰকাশিত গ্ৰন্থ— মৌনতাৰ আলাপ। বিভিন্ন আলোচনী, বাতৰি কাকত আদিত কবিতা, গল্প, প্ৰবন্ধ আদি লেখাৰে আত্মপ্ৰকাশ কৰা দীপ্তি দেৱী শৰ্মা এগৰাকী সুলেখিকা।

**দীপা বৰুৱা ঃ** কৃতী শিক্ষয়িত্ৰী। বিভিন্ন আলোচনী, বাতৰি কাকত আদিত গল্প, প্ৰবন্ধ আৰু কবিতাৰে আত্মপ্ৰকাশ কৰা দীপা বৰুৱা এগৰাকী ন-লেখিকা।

**গীতা দাস ঃ** প্ৰভাতৰ প্ৰথম পোহৰ, প্ৰভাতী পখীৰ প্ৰাৰ্থনা, আলোকৰ অন্বেষণ, ভগ্ন হৃদয়ৰ টুকুৰা খবৰ, প্ৰবন্ধ মালঞ্চ (সম্পাদনা) আদি গ্ৰন্থৰ ৰচয়িতা গীতা দাস এগৰাকী সম্ভাৱনাপূৰ্ণ লেখিকা।

**ৰুমু বেগম ঃ** কৃতী শিক্ষয়িত্ৰী, সমাজ সেৱিকা। প্ৰকাশিত গ্ৰন্থ— সংহতি, উত্তাপ নোহোৱা জুই। অনেক গল্প, কবিতা, প্ৰবন্ধ, সাধু আদি বিভিন্ন আলোচনী আৰু বাতৰি কাকতত প্ৰকাশ পাইছে।

**বিনু দেৱী গোহাঁই ঃ** কৃতী শিক্ষয়িত্ৰী। আলোচনী, বাতৰিকাকত আদিত বিভিন্ন লেখা প্ৰকাশ পাইছে।

**স্বৰ্ণ শইকীয়া ঃ** জুইয়ে পোৰা সোণ, বৈজয়ন্তী, চিৰিছ গছৰ সাহ, সমবেত গীতৰ বৰষুণ, ৰাজকুঁৱৰীৰ সাধু, ডাৱৰ ফালি ৰং মেলাৰৈ যাওঁ, আদি বিভিন্ন গল্প, উপন্যাস, শিশুগ্ৰন্থ আদিৰে স্বৰচিত আৰু সম্পাদনা মিলি প্ৰায় ২২খন গ্ৰন্থৰ ৰচয়িতা শইকীয়া এগৰাকী বিশিষ্ট লেখিকা।

**আৰতি শইকীয়া ঃ** প্ৰকাশিত গ্ৰন্থ— ৰূপ আৰু ৰেখা, দশমীৰ জোন আৰু অন্যান্য, সেউজীয়া পাতৰ জেতুকাৰ ৰং, ত্ৰিবেণীৰ সাগৰ সংগম, সমাহাৰ, প্ৰবন্ধ মালঞ্চ আদি। এখেত অশীতিপৰ এগৰাকী প্ৰবীণ লেখিকা।